বৌদ্ধ পৰম্পৰাত

# "লিক্-চাও-লামাঙ্"

## ৰাম.কাব্য

(টাই ৰামায়ণ)

"নমো তস্স ভগৱতো অৰহতো সম্মাসম্বুদ্ধস্স।"

"সেই ভগৱান অৰহত সম্যক সম্বুদ্ধক নমস্কাৰ।"

# বৌদ্ধ পৰম্পৰাত

# টাই ৰামায়ণ (লিক চাও লামাঙ্ ) ।। ৰামকাব্য ।।

গ্ৰন্থৰ নাম ঃ- বৌদ্ধ পৰম্পৰাত টাই ৰামাযণ
(লিক্ চাও লামাঙ) ।। ৰামকাব্য ।।

অনুবাদক ঃ- *ফণীধৰ বৰা। এম.এ.*
বিষয় শিক্ষক, হিন্দী বিভাগ।
চৰকাৰী বালক বহুমুখী বিদ্যালয, যোৰহাট।

প্ৰকাশক ঃ- *ফণীধৰ বৰা।*
বৰা প্ৰকাশন।
ধেনুচৌঁচা বাসুদেৱ নগৰ।
যোৰহাট - ৭৮৫০০১।

প্ৰথম প্ৰকাশ ঃ- ২০০১ চন, মে'।
(লেখকৰ দ্বাৰা সৰ্বস্বত্ব সংৰক্ষিত)

মূল্য ঃ- ১২৫.০০ মাত্ৰ।

ছপা ঃ- ইমপ্ৰিন্ট অফছেট
প্ৰধান ডাকঘৰ পথ।
যোৰহাট ৭৮৫০০১
ফোন ঃ ৩২১৬২৬

## একাষাৰ :-

অসমৰ লক্ষীমপুৰ জিলা আৰু অৰুণাচলৰ লোহিত জিলাত বসতি কৰা খামতি সকল আধুনিক সভ্যতাৰ জখলাইদি বহুত ওপৰলৈকে বগাই যোৱা শ্ৰেণীৰ লোক এতিয়ালৈকে হোৱা নাই যদিও এওঁলোকৰ এটা সাংস্কৃতিক ঐতিহ্য আৰু সাহিত্য চৰ্চাৰ নীৰৱ পৰম্পৰা যে আছে তাৰ প্ৰমাণ খামতি টাই ভাষাত ৰচিত এই ৰামায়ণ খনে দিব। এই ৰামায়ণৰ বিষয়বস্তুৰ সম্বন্ধে খামতি সমাজৰ বাহিৰত প্ৰথমে প্ৰচাৰ কৰোতা জন হ'ল ড° ভিক্ষু কৌণ্ডিন্য। ভিক্ষু কৌণ্ডিন্যই লিখা এই সম্বন্ধীয় হিন্দী প্ৰবন্ধ পাটনাৰ পৰা প্ৰকাশিত বিহাৰ চৰকাৰৰ পৰিষদ পত্ৰিকাত ইতিমধ্যে প্ৰকাশ পাইছে। কিন্তু এই বিষয়ে অসমীয়া ভাষাত যোৰহাটৰ পৰা প্ৰকাশিত ত্ৰৈমাসিক পত্ৰিকা 'সমন্বয়'ত টাই ৰামায়ণৰ ওপৰত মোৰ এটা প্ৰবন্ধ প্ৰকাশ পাইছিল। * ইয়াৰ উপৰিও ১৯৮৮ চনৰ ফেব্ৰুৱাৰী মাহত গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক সংস্কৃতি বিভাগত ভাৰতৰ নৃতাত্ত্বিক জৰীপ বিভাগৰ (Arthropological Survey of India) সহযোগত অনুষ্ঠিত হোৱা 'জনজাতীয় আৰু লোক পৰম্পৰাত ৰাম কথা' বিষয়ৰ সংগোষ্ঠীত (symposium) নাৰায়ণপুৰৰ ভিক্ৰুং বৰখামতি গাঁৱৰ বৌদ্ধবিহাৰত সংৰক্ষিত লিক্ চাও লামাঙ নামৰ টাই ৰামায়ণ অৰ্থাৎ ৰামকথা সম্পৰ্কত নিবন্ধ পাঠ কৰিছিলো। এই ৰামায়ণখনৰ মূলতে বাটকটীয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ হিন্দী বিভাগৰ প্ৰফেচাৰ আৰু মোৰ শিক্ষা গুৰু মাননীয় ড° কৃষ্ণ নাৰায়ণ প্ৰসাদ 'মাগধ' দেৱ। তেখেতৰ আগ্ৰহতে মই এই কামত ব্ৰতী হ'লো। যি কি নহওঁক খামতি টাই ভাষাত ৰচিত এই ৰামায়ণখনিৰ সম্পূৰ্ণ অসমীয়া অনুবাদ প্ৰস্তুত কৰোতে ড° ভিক্ষু কৌণ্ডিন্য আৰু খামতি পণ্ডিত তথা ভিক্ষুৰ সহায় লোৱা হৈছে।

খামতি শব্দৰ উৎপত্তিঃ- নাৰ্মাকিউ নদীৰ উপত্যকাত অৱস্থিত চাৰিওফালে পাহাৰেৰে আবৃত খামতি দেশ প্ৰাকৃতিক সৌন্দৰ্যৰ এক লীলাভূমি। নাৰ্মাকিউ নদীৰ পবিত্ৰ পাৰতেই খামতি জাতিৰ কলা সংস্কৃতি আদি ঠন ধৰি উঠিছিল। এই নাৰ্মাকিউ নদীয়েই ইৰাৱতী নামলৈ বঙ্গোপসাগৰত পৰিছেগৈ।

এসময়ত খামতি দেশত কোনো অভাৱ, অনাটন নাছিল। চাৰিওফালে ধনে, সোণে পৰিপূৰ্ণ এই ঠাইক সেয়েহে মুংখামতি বা স্বৰ্ণভূমি বুলিছিল। মুং মানে দেশ, খাম মানে সোণ, আৰু তি মানে স্থান। অৰ্থাৎ স্বৰ্ণভূমি বা সোণ ওলোৱা ঠাই।

ব্ৰহ্মদেশৰ 'শ্যান' ৰাজ্যৰ পৰা ফালৰি কাটি অহা টাই শাখা সমূহৰ ভিতৰত কেইবাটাও

উপশাখা আহোমসকলৰ শাসন কালত অসমত সিৰ্চৰিত হৈ পৰে

১) খাম্‌তি ২) ফাকিয়াল বা ফাকে ৩) আইতনীয়া ৪) খামযাং ৫) টাইৰুং বা টুৰুঙ্‌ ৬) আহোম।

চীন দেশৰ পশ্চিম অঞ্চলেই আছিল খাম্‌তি সকলৰ আদি বাসস্থান। তাৰ পৰা প্ৰব্ৰজন কৰি তেওঁলোকে উত্তৰ ব্ৰহ্মদেশৰ খাম্‌তি ল্যুঙ বা বৰখাম্‌তি অঞ্চলত বসবাস কৰিছিল। ব্ৰহ্মদেশৰ ৰজা চালমফ্ৰাই (১৭৫২-৬০) বৰ খাম্‌তি অঞ্চল অধিকাৰ কৰাত স্বাধীনচিতীয়া খাম্‌তি সকলৰ এটা বুজন অংশই বুদ্ধদেৱৰ লীলাভূমি বৈশালীলৈ বুলি যাত্ৰা কৰি ভুলক্ৰমে আহি অসম সোমাই।

খাম্‌তি ৰজাই আহোমসকলৰ পৰা সাদৰ সম্ভাষণ তথা মাটি ভেটি পোৱাত তেওঁলোকে পূৰ্বৰ উদ্দেশ্য পাহৰি অসমতেই নিগাজীকৈ বসবাস কৰিবলৈ লয়। অসমৰ পূৰ্বাঞ্চলত খাম্‌তি সকল সিৰ্চৰিত হৈ আছে যদিও বৰ্ত্তমান লক্ষীমপুৰ জিলাত অধিক সংখ্যক খাম্‌তি গাঁৱ আছে। অৰুণাচল প্ৰদেশৰ লোহিত জিলাতো চৌখাম আদি খন দিয়েক খাম্‌তি গাঁৱ আছে।

সমাজ আৰু সংস্কৃতি ঃ- খাম্‌তি সকল থেৰবাদী বৌদ্ধ ধৰ্ম্মালম্বী লোক। প্ৰায় তেওঁলোকৰ সকলো গাঁৱতে বৌদ্ধ বিহাৰ বা বাপুচাঙ্‌ দেখা যায়। তাত ভিক্ষু সকল থাকে। বিহাৰৰ অধ্যক্ষজনক গোসাই বোলা হয়। অৱশ্যে থেৰবা মহাথেৰ বুলিও কোৱা হয়। গাঁৱৰ গাঁৱবুঢাতকৈ এওঁৰ স্থান উচ্চ। এই বিহাৰ বিলাকলৈ লংকা, বৰ্মা আৰু থাইলেণ্ড আদি বৌদ্ধদেশৰ ভিক্ষু আহি বৌদ্ধধৰ্ম্মৰ বিষয়ে বিভিন্ন আলোচনাত অংশ গ্ৰহণ কৰে।

অসমীয়া বৈষ্ণৱ সমাজখনৰ দৰে খাম্‌তি সমাজৰো উৎসৱ পাৰ্বন, ঘৰদুৱাৰ নিৰ্ম্মাণ, বস্ত্ৰশিল্প, কাঠ বাঁহৰ শিল্প, স্বৰ্ণশিল্প, লৌহশিল্প আদি সকলোতে ধৰ্ম্মীয় সংস্কৃতিৰ প্ৰভাৱ বিশেষভাৱে পৰিলক্ষিত হয়।

গ্ৰন্থ আৰু পাণ্ডুলিপিৰ পৰিচয়ঃ টাই ৰামায়ণখন হাতে লিখা অৱস্থাত আজিও বৌদ্ধবিহাৰত সুৰক্ষিত হৈ আছে। এই মহাকাব্যখন লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰ বৰখাম্‌তি বৌদ্ধবিহাৰত অনুসন্ধান কৰি পোৱা হয়। পাণ্ডুলিপি খনৰ দীৰ্ঘতা ২ (দুই) ফুট ৪(চাৰি) ইঞ্চি আৰু প্ৰস্থ ১ (এক) ফুট ৮(আঠ) ইঞ্চি। পাণ্ডুলিপিৰ পৃষ্ঠ সংখ্যা ১৫৩ ইয়াক দুগুণ কৰিলে মুঠ সংখ্যা ৩০৬ পৃষ্ঠা হয়। পাণ্ডুলিপিৰ কাগজ স্থানীয়ভাৱে প্ৰস্তুত কৰা।

গ্ৰন্থখনৰ ৰচনাকাল আৰু লেখক ঃ- 'লিক চাও লামাঙ'' বা শ্ৰী ৰাম বা ৰামকাব্যৰ

ৰচনা কাল আৰু লেখক কোন এই বিষয়ে অনুসন্ধান কৰি সঠিকভাৱে একো জানিব পৰা হোৱা নাই। অনুমান কৰিব পাৰি যে সাকালেত ১৩২২৩ উ: চাম সোঙ পিঙ্গা মাথে দেৱে চাউফা পেংমুংখাং দেৱৰ অনুৰোধত খাম্‌তি টাই ভাষাত টাই ৰামায়ণখন ৰচনা কৰে।

গ্ৰন্থখনৰ ভাষা ঃ- খাম্‌তি সকলৰ টাই ভাষা প্ৰচলিত ৰাবে এই ভাষাৰ লগত চীন দেশীয় আৰু ব্ৰহ্মদেশীয় ভাষাৰ ঘনিষ্ঠ সমন্ধ আছে। টাই ভাষাৰ লিপিৰ সংখ্যা ত্ৰিশটা। স্বৰবৰ্ণ চৈধ্যতা আৰু ব্যঞ্জনবৰ্ণ যোল্লটা। পালিভাষাত ৰচিত বৌদ্ধ ধৰ্ম্মীয় গ্ৰন্থ সমূহৰ বহুল চৰ্চাৰ ফল স্বৰূপে এই ভাষাত ভালেমান আৰ্যমূলীয় শব্দৰ প্ৰচলন পৰিলক্ষিত হয়। এই ভাষাৰ সুৰৰ (Tone) ৰ প্ৰাধান্য বিশেষভাৱে লক্ষণীয়। সুৰৰ সূক্ষ্ম পাৰ্থক্যই একেটা শব্দই পৃথক পৃথক অৰ্থ প্ৰদান কৰে। ধবনি তত্ত্বৰ ক্ষেত্ৰত খাম্‌তি সকলৰ মাজত প্ৰচলিত ভাষাৰ এইটো এটা বিশেষভাৱে গুৰুত্বপূৰ্ণ লক্ষণ। যেনে মা-ঘোঁৰা, মা-কুকুৰ, মা-পগলা, মা-আহ।

সাহিত্যৰ ফালৰ পৰাও খাম্‌তি টাই ভাষা একেবাৰে দুখীয়া বুলি কব নোৱাৰি। বিভিন্ন ধৰ্ম শাস্ত্ৰৰ উপৰিও এই ভাষাত ৰচিত কাব্য, আখ্যান, উপাখ্যান আৰু আইন সম্পৰ্কীয় কিছু গ্ৰন্থৰ পাণ্ডুলিপি পোৱা যায়। বৌদ্ধ বিহাৰ অথবা ধৰ্ম্ম চৰ্চাকাৰী ব্যক্তিসকলৰ ঘৰত এই গ্ৰন্থসমূহ সম্মান সহকাৰে সংৰক্ষণ কৰি ৰখা হৈছে।

## ।। শ্ৰী ৰাম বা টাই ৰামায়ণৰ বৈশিষ্ট্য সমূহ ।।

টাই ৰামায়ণৰ ৰচনা বিধান আৰু অনুশীলনৰ পৰা এইটোৱেই স্পষ্ট হয় যে ইয়াৰ লেখক সম্পূৰ্ণ বৌদ্ধ ধৰ্মালম্বী। খাম্‌তি জাতিও বৌদ্ধ ধৰ্মালম্বী। গতিকে ইয়াৰ লেখক নিশ্চয় খাম্‌তি বৌদ্ধ ভিক্ষুৱেই হ'ব। ইয়াৰ আৰম্ভ আৰু অন্ত বুদ্ধনীতি আৰু বুদ্ধ বচনৰ কথাৰেই অন্ত হৈছে, বিভিন্ন প্ৰসংগ, অধ্যায়ৰ আৰম্ভণি আৰু অন্ততো বুদ্ধবচনৰ কথাই প্ৰাধান্যতা লাভ কৰিছে। এইদৰে অনেক নায়ক নায়ীকাই যোগ্য সুবিধা পালেই বুদ্ধ বচনৰ কথা আৰু উপদেশ সমূহ প্ৰদৰ্শিত হৈছে।

সম্পূৰ্ণ টাই ৰামায়ণত বাল্মীকিৰ উল্লেখ নাই। অন্য কোনো ৰামায়ণ লেখকৰ নামো ইয়াত উল্লেখ নাই। গ্ৰন্থকাৰে ইয়াক 'সূত্ৰপিটক'ৰ আলমতে ৰচনা কৰে। টাই ৰামায়ণ কোনো বৌদ্ধ ৰাম কথাৰ আলমত লিখা হোৱা নাই। ইয়াৰ অৱশ্যে আধাৰ বাল্মীকিৰ পৰম্পৰাৰ ৰাম কথা মাথোন। অসম্ভৱ এইটো নহয় যে টাই ৰামায়ণৰ লেখকৰ বাল্মীকি ৰামায়ণৰ লগত পৰিচয় নাই বুলি ক'ব নোৱাৰি। এইটো স্বীকাৰ কৰিব লাগিব যে অসমত প্ৰচাৰিত বাল্মীকি

ৰামায়ণৰ পৰম্পৰাৰ লগত নিশ্চয় পৰিচিত থাকিব লাগিব। কিন্তু খাম্‌তি টাই ৰামায়ণ লেখকৰ লগত কৃত্তিবাসী (বঙলা) ৰামায়ণৰ ব্যাপক সম্পৰ্ক থকা বুলি অনুমান কৰিব পাৰি। অসমত প্ৰথমতে কৃত্তিবাসী ৰামায়ণৰ প্ৰভাৱ প্ৰচুৰ মাত্ৰাই লোকপ্ৰিয় আছিল। তাৰ প্ৰমাণো পোৱা যায়। ইয়াত এনেকুৱা কিছুমান কথাৰ বৰ্ণনা আছে যি নেকি কৃত্তিবাসী ৰামায়ণৰ লগত মিল থকা যেন লাগে। ইয়াৰ সবেৰ্বাত্তম উদাহৰণ বিভীষণ পুত্ৰ তৰণীসেনৰ যুদ্ধৰ প্ৰমাণ। ইয়ো কৃত্তিবাসী ৰামায়ণৰ প্ৰভাৱ বুলিয়েই ক'ব পাৰি। কাৰণ এই প্ৰসংগ অন্য ৰামায়ণত পোৱা নাযায়। বাল্মীকি ৰামায়ণৰ লগতো কৃত্তিবাসী ৰামায়ণৰ যি সম্পৰ্ক আছে অন্য ৰামায়ণত সিমান নহয়। এইটো অৱশ্যে স্বীকাৰ কৰিব লাগিব যে আদি কাণ্ডত বৰ্ণনা কৰা কথা প্ৰসংগ মাধৱদেৱ কৃত 'আদিকাণ্ড'ৰ লগত প্ৰায় মিল আছে।

গ্ৰন্থখনত ৰচনা কালৰ উল্লেখ নাই। ৰচনা কাল নিৰ্দ্ধাৰণৰ কাৰণে বহি:সাক্ষৰো অভাৱ। কৃত্তিবাসীয়ে ৰামায়ণ আৰু মাধৱদেৱ কৃত 'আদিকাণ্ড'ত বৰ্ণিত কথা প্ৰসংগ বিলাকৰ লগত ইয়াৰ কথা প্ৰসংগৰ সময়ৰ আধাৰ এনেহেন অনুমান হয় যে সম্ভৱ ইয়াৰ ৰচনা তেওঁৰ পিছতেই হৈছিল। এই আধাৰত এই গ্ৰন্থ ১৫৬০ চনৰ পিছতহে ৰচনা হোৱা বুলি মানিব লাগিব।

ইয়াত আধিকাৰিক ৰাম কথাৰ উপৰিও কেইবাটাও অৱান্তৰ কথাৰ বৰ্ণনা হৈছে। কিন্তু অনেক লোকপ্ৰিয় অৱান্তৰ কথা বাদ দিয়া হৈছে। তাৰকা বধ, অহল্যা উদ্ধাৰ, চাণ্ডালগৃহ, চিত্ৰকূট প্ৰসংগ, অত্ৰি আদি অনেক ঋষিৰ প্ৰসংগ, খৰদূষণ, ত্ৰিশিৰা বধ, কবন্ধ বধ, বিৰাট বধ, শবৰীৰ ওপৰত ৰামৰ কৃপা, বান্দৰৰ দ্বাৰা সীতাৰ অন্বেষণ, স্বয়ংপ্ৰভা প্ৰসংগ, সম্পাতি প্ৰসংগ আদিৰ নাম উল্লেখযোগ্য কিন্তু যিবিলাক নেকি টাই ৰামায়ণত একেবাৰে স্থান পোৱা নাই, সংক্ষেপে ইয়াকে ক'ব পাৰি যে আদিকাণ্ড, লংকা কাণ্ড আৰু উত্তৰাকাণ্ডৰ কথা প্ৰায়েই বাল্মীকিয় পৰম্পৰাৰ অধিক ওচৰা ওচৰি বুলি ক'ব পাৰি, কিন্তু অযোধ্যা, অৰণ্য, কিষ্কিন্ধ্যা আৰু সুন্দৰা কাণ্ডৰ কথা বিলাকো বাল্মীকি পৰম্পৰাৰ হ'লেও তাত কিছু পাৰ্থক্য আছে। যি কি নহওঁক এই বিলাক কাণ্ডৰ প্ৰসংগ বিলাকত প্ৰায়েই নবীনতা পৰিলক্ষিত হয়।

অনেক কথাৰ বৰ্ণনাত প্ৰায়েই নবীনতাৰ উম পোৱা যায় কিন্তু কিছুমান কথা প্ৰসংগত গ্ৰন্থকাৰৰ নিজ মৌলিকতাৰ নবীন উদ্ভাৱনাৰ উন্মেষ হৈছে। সুমন্তক ৰামৰ ৰাজ্যসেৱক বিষয়ক উপদেশ, সুগ্ৰীৱ-অভিষেকৰ পিছত সীতা অন্বেষণৰ বৰ্ণনা নকৰি ৰামে সসৈন্য লংকালৈ প্ৰস্থান কৰা, সেতু বন্ধনৰ সময়ত সমুদ্ৰৰ কেকোৰাই (কাছামা) গোৰমাৰি সেতু ভঙ্গ কৰা,

সীতাৰ পাতাল প্ৰৱেশৰ বৰ্ণনা নকৰি চিধা ৰাজমহলত ঘূৰাই অনা আৰু সুখে শান্তিৰে জীৱন নিৰ্বাহ কৰা আদিৰ কথা নবীন ভাৱনাৰ উদাহৰণ।

খামতি সমাজৰ অনেক ৰীতি নীতি, লোক বিশ্বাস ইত্যাদিৰ ছবি ইয়াত ঠায়ে ঠায়ে দেখিবলৈ পোৱা যায়। শ্ৰেষ্ঠ আৰু শ্ৰদ্ধেয় জনক ফলমূল আদি উপহাৰ দিয়া, সাতদিন পৰ্যন্ত উৎসৱ পালন কৰা, অলৌকিক কথা বিলাকৰ চমৎকাৰপূৰ্ণ প্ৰসংগ বিলাকৰ ওপৰত অধিক গুৰুত্ব দিয়া ইত্যাদি কথা বিলাকত খামতি সমাজৰ আন্তৰিকতা স্পষ্টভাৱে জিলিকি উঠিছে। নায়ক নায়িকা আৰু স্থানৰ নামো খামতি ভাষা আৰু সমাজৰ অনুৰূপত ঢাল খোৱা অথবা সেই বিলাকত ধ্বন্যাত্মক পৰিবৰ্ত্তন হোৱাটোও তাৰেই উদাহৰণ। আৰু ব্যক্তিবাচক নামৰ এখন বিস্তৃত তালিকাও যুগুতাব পাৰি। টাই ৰামায়ণৰ মূল নামবিলাক কোষ্ঠকত ৰখা হৈছে। উচিত অৰ্থত ক'বলৈ গ'লে টাই ৰামায়ণ খামতি সমাজৰ দাপোন স্বৰূপ। ইয়াক এক মহত্বপূৰ্ণ জ্যোতি বুলি ক'ব পাৰি।

ৰাম পক্ষৰ সকলো নায়ক নায়িকা আৰু বিভীষণ বুদ্ধ ধৰ্ম আৰু নীতিৰ অনুযায়ী। ৰাম স্বয়ং বোধিসত্ত্ব। বোধিসত্ত্ব বিষ্ণুৰ অৱতাৰ। তেওঁৰ অৱতাৰ সংসাৰত পঞ্চশীল আৰু ত্ৰিৰত্নৰ (বুদ্ধ, ধৰ্ম আৰু সংঘ) প্ৰতিষ্ঠাৰ কাৰণেই হৈছে। তেওঁ তেওঁৰ কামখিনি পূৰা কৰি পুনৰ তুষিত ৰাজ্যলৈ ঘূৰি গুছি গ'ল।

চৰিত্ৰৰ ফালৰ পৰা ৰাম আদৰ্শ পুত্ৰ, আদৰ্শ ভ্ৰাতৃ, আদৰ্শস্বামী, আদৰ্শ মিত্ৰ, আদৰ্শবীৰ, আদৰ্শপতি, আদৰ্শ শাসক ইত্যাদি। ৰামৰ চৰিত্ৰ পৰম্পৰাগত হ'লেও কিঞ্চিত নবীন। কাৰণ এয়েই যে তেওঁ এজন বোধিসত্ত্ব, অহিংসা প্ৰিয়। ঠায়ে ঠায়ে তেওঁৰ অহিংসা প্ৰিয়তাত দুৰ্বলতা পৰিলক্ষিত হয়।

সীতা অৱতাৰী। কিন্তু তেওঁৰ জন্ম কথাত বেদৱতী, অগ্নিজা আৰু ভূমিজাৰ কথাৰ লগত মিশ্ৰিত ৰূপ লৈছে। যি কোনো প্ৰকাৰে লংকাৰ লগত নিশ্চয় সম্পৰ্ক স্থাপন কৰি লৈছে। সীতা সুন্দৰী, সুশীলা, পতিব্ৰতা, ৰামৰ একান্ত সহচৰী আৰু আদৰ্শ মাতা স্বৰূপ। ইয়াত সীতাৰ পাতাল প্ৰৱেশৰ উল্লেখ নাই। কিন্তু ঋষিৰ পৰামৰ্শমতে সীতা ৰামৰ লগত পুনৰ নিৰ্বাসনৰ পিছত ৰাজমহললৈ ঘূৰি আহে আৰু সুখে শান্তিৰে জীৱন যাপন কৰে।

অন্য চৰিত্ৰ বিলাকো প্ৰায় বাল্মীকি মুনিৰ পৰম্পৰাৰ লগত মিল আছে, কিন্তু কোনো চৰিত্ৰও পূৰ্ববৰ্ত্তী ৰাময়ণত অঙ্কিত চৰিত্ৰৰ অথবা ফটো কপিও নহয়। টাই ৰামায়ণ লেখকে

নিশ্চয় প্ৰত্যেক নায়ক নায়িকাৰ চৰিত্ৰৰ ক্ষেত্ৰত এক বিশেষ নতুনত্বৰ বোল সানি গ্ৰন্থৰ সৌষ্ঠৱ বঢাইছে। ঘটনা বৰ্ণনাৰ লগে লগে চৰিত্ৰ চিত্ৰণৰ ক্ষেত্ৰতো লেখকে মৌলিক দৃষ্টিকোণৰ পৰিচয় দিছে।

গ্ৰন্থখনত মাৰ্মিক প্ৰসংগ অথবা উৎকৃষ্ট কাব্যাত্মক অংশ তুলনাত্মক ভাৱে কম। ৰচনা আৰম্ভণিৰ পৰা শেষলৈকে ঘটনা বহুল আৰু বৰ্ণনাত্মক। বৰ্ণনাৰ চমৎকাৰ অধিক। গ্ৰন্থখন কাব্যাত্মক হোৱাৰ কাৰণ এইটোও যে ৰচনা উপদেশাত্মক আৰু বিশিষ্ট উদ্দেশ্যৰ দ্বাৰা গঠিত। ইয়াৰ কথা বাচক হ'ল স্বয়ং ভগৱান বুদ্ধ আৰু শ্ৰোতা হ'ল তেওঁৰ প্ৰিয় শিষ্য আনন্দ। কথোপকথনৰ মাধ্যমেৰে লেখকে বুদ্ধৰ বাণীবিলাক জন সমুদ্ৰৰ মাজত প্ৰচাৰ কৰিবলৈ ইচ্ছা কৰে। এই ফালৰ পৰা ইয়াক প্ৰচাৰধৰ্মী ৰচনা বুলিও ক'ব পাৰি।

শেষত এইটো কোৱা অনুচিত নহব যে খাম্‌তি টাই ভাষাত খাম্‌তি সমাজৰ উপযোগীকৈ ৰচনা কৰা এই গ্ৰন্থ কেৱল খাম্‌তি ভাষা আৰু সাহিত্যৰ এক অমূল্য গ্ৰন্থ আৰু গোটেই ভাৰতীয় ৰাম সাহিত্যৰ ভিতৰত এক অন্যতম ৰচনা। বৌদ্ধ ৰাম সাহিত্যৰ ই এক অন্যতম গ্ৰন্থ হোৱাৰ উপৰিও নিশ্চয় এই লিক্ চাও লামাঙ্ ভাৰতীয় ৰামায়ণ সাহিত্যৰ মাজত বিধিবৎ একমাত্ৰ অকলশৰীয়া ৰচনা বুলি ক'ব পাৰি। গতিকে ইয়াক অধ্যয়ন আৰু অনুশীলন কৰি ভাৰতীয় ভাষা ৰামায়ণৰ লগত ব্যাপকভাৱে তুলনাত্মক অধ্যয়নৰ আৱশ্যকতা হৈ পৰিছে। কিন্তু দুখৰ বিষয় যে অসমৰ খাম্‌তি সমাজৰ এই আপুৰুগীয়া বহু মূল্যৱান গ্ৰন্থখনৰ ইতিবৃত্ত খাম্‌তি সমাজৰ বাহিৰে অসমৰ অন্যান্য শ্ৰোতা পাঠকৰ লগত সম্বন্ধ ঘটা হোৱা নাই।

আমাৰ কৃতজ্ঞতা স্বীকাৰ ঃ-

অসমৰ খাম্‌তি জনগোষ্ঠীৰ মাজত প্ৰচলিত শ্ৰী ৰাম বা ৰামকাব্য (লিক্ চাও লামাঙ) খনিৰ আৱিষ্কাৰ কৰ্ত্তা ড° ভিক্ষু কৌণ্ডিন্য। ড° কৌণ্ডিন্যদেৱে ইয়াৰ ওপৰত লিখা হিন্দী প্ৰৱন্ধৰ আধাৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ হিন্দী বিভাগৰ অধ্যাপক মাননীয় ড০ কৃষ্ণনাৰায়ণ প্ৰসাদ 'মাগধ' দেৱৰ দৃষ্টিগোচৰ হয়। এই টাই ৰামায়ণখনি অদ্য পৰিগ্‌তি হাতে লিখা অৱস্থাতে সংৰক্ষিত হৈ আছে। 'মাগধ' চাৰে এই টাই ৰামায়ণ আৰু তুলসীদাসৰ ৰামচৰিত মানসৰ লগত তুলনাত্মক অধ্যয়ন কৰিবৰ কাৰণে বিষয়টো নিৰ্বাচন কৰি দিয়ে। কিন্তু দুখৰ বিষয় যে গৱেষণা পত্ৰখনি সময়ত অনিবাৰ্য্য কাৰণবশত: দাখিল কৰিব নোৱাৰিলো। সেয়ে অজ্ঞাত অৱস্থাত থকা টাই ৰাময়ণখনি পাঠক সমাজৰ আগত দাঙি ধৰিবলৈ মাননীয় 'মাগধ' চাৰৰ

আশাশুধীয়া প্ৰচেষ্টাৰ কাৰণেই সক্ষম হ'লো। গতিকে এই দুয়োজনা মাৰ্গদৰ্শকলৈ আমাৰ কৃতজ্ঞতা থাকিল।

গ্ৰন্থ আকাৰত পাণ্ডুলিপি প্ৰস্তুত কৰাৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° বীৰেন্দ্ৰ নাথ দত্ত আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° লীলা গগৈ এই দুয়োগৰাকী অধ্যাপকে পাণ্ডুলিপিটো নিৰীক্ষণ কৰি অসমৰ জাতীয় অনুষ্ঠান অসম প্ৰকাশন পৰিষদৰ যোগেদি প্ৰকাশ কৰাৰ প্ৰচেষ্টা ৰাখিছিল যদিও পৰিষদৰ আৰ্থিক অনাটনৰ কাৰণে এই কাম সম্ভৱ হৈ নুঠিল। তথাপি মহানুভৱী দুগৰাকীয়ে আশাশুধীয়া প্ৰচেষ্টা অব্যাহত ৰখাত তেখেত সকললৈ আমাৰ শলাগ আৰু আন্তৰিকতা থাকিল।

অসমীয়া ৰামায়ণী সাহিত্যৰ বাটকটীয়া মাননীয়া কেশদা মহন্ত বাইদেউ যোৰহাট জগন্নাথ মহাবিদ্যালয়ৰ সংস্কৃত বিভাগৰ অধ্যাপিকা। মহাবিদ্যালয়ৰ অধ্যাপনা দায়িত্ব তথা সমস্যাবহুল গৃহস্থালি দায়িত্বৰ সুকঙাইদি আমাৰ এই (লিক্ চাও লামাঙ) টাই ৰামায়ণখনিৰ পাণ্ডুলিপিটো চকুফুৰাই দিবৰ কাৰণে অনুৰোধ জনাইছিলো। আমাৰ অনুৰোধক বিমুখ নকৰি তেখেতৰ অবাধ ব্যস্ততাৰ মাজতো পাণ্ডুলিপিটো চুক কাণ মাৰি চালিজাৰি চাই আমাক কৃতাৰ্থ কৰে। তেখেতে তেখেতৰ প্ৰকাশিত দুখন গ্ৰন্থ 'অসমীয়া ৰামায়ণী সাহিত্য' (কথাৱস্তুৰ আঁতিগুৰি) দ্বিতীয়খণ্ড আৰু 'চিন্তা উপচাৰ' এই দুয়োখন গ্ৰন্থতে খাম্‌তি টাই ৰামায়ণৰ সম্পৰ্কে সংকেত কৰিছে। সেয়ে আমি আমাৰ শ্ৰদ্ধা আৰু আন্তৰিক কৃতজ্ঞতা তেখেতলৈ আগবঢ়ালো।

প্ৰথিতযশা সাহিত্যিক, বৈষ্ণৱ সাহিত্যৰ একান্ত কাণ্ডাৰী, বাটকটীয়া, পণ্ডিত প্ৰৱৰ, গৱেষক তথা হিন্দী আৰু অসমীয়া এই দুয়োটা ভাষাতে অগাধ দখল থকা ব্যক্তি শ্ৰীযুত বাপচন্দ্ৰ মহন্তদেৱে (লিক্ চাও লামাঙ্) খাম্‌তি টাই ৰামায়ণ খনিৰ গুৰুত্বৰ প্ৰতি লক্ষ্য ৰাখি আমাক নিজৰ বিস্তৰ কৰ্ম ব্যস্ততাৰ মাজতো দিহা পৰামৰ্শ আগবঢ়াই উদগনি দি আহিছে। তেখেতলৈও আমি আমাৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতা নিবেদন কৰিলো।

আদৰণীয় শ্ৰদ্ধাভাজন শ্ৰীযুত প্ৰবীৰ ভট্টাচাৰ্য্য দেৱ যোৰহাটৰ এগৰাকী লেখত ল'বলগীয়া জ্যোতিষী। সাহিত্য, সংস্কৃতি তথা আধ্যাত্মিক সাধনাত তেখেত বিশেষভাৱে অনুৰাগী। বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত ওত:প্ৰোতভাৱে জড়িত তথা সামাজিক প্ৰমূল্যবোধৰ এজন সচেতন ব্যক্তি। বৌদ্ধ পৰম্পৰাত টাই ৰামায়ণখনিৰ নতুনত্বৰ প্ৰতি অভিভূত

হৈ ইয়াৰ বাঙ্ময় আৰু ঐতিহ্য বৰ্ত্তী থাকিবৰ কাৰণে গ্ৰন্থখনি ছপা কৰি উলিয়াবৰ কাৰণে আমাৰ মনত উৎসাহ আৰু প্ৰেৰণা যোগোৱাৰ লগতে তেখেতে শাৰীৰিক আৰু মানসিকভাৱে আমাৰ প্ৰতি সহযোগিতা আগবঢ়াই। সেয়ে আমি আমাৰ অকুণ্ঠ স্নেহ শ্ৰদ্ধা তথা আন্তৰিক কৃতজ্ঞতা তেখেতলৈ জ্ঞাপন কৰিলো।

লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰ বৰখাম্‌তি গাঁৱৰ বৌদ্ধবিহাৰত বৌদ্ধ ভিক্ষু মণ্ডলী তথা টাই ভাষাৰ পণ্ডিত সকলৰ লগত এই (লিক্ চাও লামাঙ) শ্ৰীৰাম বা ৰামকাব্য খনিৰ পাণ্ডুলিপিৰ কাম অব্যাহত ৰখাৰ সময়তে যোৰহাট বৌদ্ধ বিহাৰৰ অধ্যক্ষ তথা মহাস্থবিৰ পৰমপূজ্য শ্ৰীমৎ বিমলাঙ্কুৰ ভিক্ষু দেৱক লগ পাওঁ। পাণ্ডুলিপিৰ কাম সম্পূৰ্ণ কৰাত তেখেতে যথেষ্ট সহায় সহযোগ তথা অৰিহনা আগবঢ়াই আমাক কৃতাৰ্থ কৰে। তেখেতলৈও আমি আমাৰ আন্তৰিক অভিনন্দন জ্ঞাপন কৰিলো।

সৰ্দৌশেষত পাণ্ডুলিপি প্ৰস্তুত কৰি ছপাশাল পোৱালৈকে আমাক আমাৰ সহধৰ্মিনী শ্ৰীমতী ৰেণু বৰা, আৰু পুত্ৰী নিলাক্ষী তথা পুত্ৰ আদিত্য ৰঞ্জনে পাণ্ডুলিপি সজাই পৰাই বিভিন্ন প্ৰকাৰে আলপৈচান ধৰি সহায় সাহাৰ্য্য আগবঢ়াই দিয়াত তেওঁলোকলৈও মোৰ অকুণ্ঠ স্নেহাশীষ থাকিল।

(লিক্ চাও লামাঙ) শ্ৰীৰাম বা ৰামকাব্যখনিৰ মূল খাম্‌তি টাই ভাষা। বিভিন্নজন বৌদ্ধধৰ্মালম্বী, সুহৃদৰ লগত বহি ৰামায়ণখনি ভাবানুবাদ কৰোতে হয়তো অনেক ভুল ত্ৰুটি ৰৈ গৈছে। সেয়ে সমূহ পাঠকৰ ওচৰত নতশিৰে ক্ষমা প্ৰাৰ্থনাৰ লগতে ঋণী হৈ থাকিলো।

ইতি

পাঠক বৃন্দৰ কৃপাপাৰ্থী

শ্ৰীফণীধৰ বৰা।

# प्रकाशक की ओर से

श्री फणीधर बरा एम ए द्धारा प्रस्तुत इस असमीया पुस्तक की मूल पोथी खामति टाई भाषा में है । यह भाषा मंगोल मूल की एक उप-भाषा है । अरुणाचल और असम के एक छोटे भाग में खामति जनगोष्ठी के लोग वसते हैं । धर्म की दृष्टि से वे हीनयान बौद्ध परम्परा के लोग हैं । इस भाषा में बौद्ध भिक्षु के लिए बापु और बौद्ध-मन्दिर के लिए बापुचां शब्द का प्रयोग होता है । श्री बरा ने बापुचा में संरक्षित इस पोथी का असमीया अनुवाद खामति टाई भाषी बापु के सहारे प्रस्तुत किया है । इस कार्य में श्री बरा को बहुत कष्ट उठाना पड़ा है, इस में संदेह नहीं।

बौद्ध परम्परा में राम-कथा का प्रचलन बहुत प्राचीन काल से हो आया है । पर स्थान और काल के अनुसार कथा में बहुत परिवर्तन होने लगा । इस प्रकार के परिवर्तन के साथ कथा मे विचित्रता भी दिखायी पड़ती है । इस विचित्रता में ऐतिहासिक सास्कृतिक महत्त भी छिपा हुआ है । इसलिये देश के विद्धान तथा गवेषकों के लिए ऐसी पोथियों की आवश्यकता है । सामान्य पाठकों के मनोरंजन की बात तो है ही । इस विचार से प्रेरित होकर हम ने खामति रामायण को प्रकाश में लाना आवश्यक समझा । आशा है - भारतवर्ष के सभी राज्यों के विद्धान लोग सामाजिक सांस्कृतिक तथा ऐतिहासिक-सामाजिक विकास के महत्त की ओर ध्यान रखकर इसे अपनाकर लेखक के श्रम को सार्थक बनायेंगे ।

इति

डॉ भिक्षु कौण्डन्य

# টাই ৰামায়ণৰ সংজ্ঞা আৰু স্থানবাচক নাম

১। চাও আলঙ্ -শ্ৰীৰাম বা ৰামকাব্য। ইয়াক চাও আলঙ্ লামাঙ্ বা লিক্ চাও লামাঙ্ বুলি কোৱা হয়।

২। লাসানাঙ্, চাওলাসানাঙ্, লাখানাঙ্, চাও লাখোনাঙ্ — লক্ষ্মণ ৰামৰ ভায়েক। খাম্‌তি ৰামায়ণত লক্ষ্মণ চাৰিটা নামেৰে বিভূষিত।

৩। ফালাতা, চাওফালাতা, ফ্ৰাতা, চাও- ফ্ৰাতা — ভৰতক (কৈকেয়ী পুত্ৰ) লৈ খাম্‌তি ৰামায়ণত এই কেইটা নাম উল্লেখনীয়।

৪। তাথা-লাথা, চাও-তাথা লাথা, তাতচাৰাথা — দশৰথ (অযোধ্যাৰাজ)।

৫। লাচা- ৰজা
লাথা-ৰথ
অযুঠা- অযোধ্যা

৬। পিক্ষু-ভিক্ষু।

৭। আলিমেতিয়া-আৰ্য্যমৈত্ৰেয় বুদ্ধ।

৮। চাও মিতে-আৰ্য্যমৈত্ৰী।

৯। থাম্মাচাকাত -ধাৰ্মিষ্ঠ বুদ্ধ।

১০। হো খাম কোসলেত- কৌশল্যা।

১১। কেকে - কৈকেয়ী।

১২। সুমিক্‌তালা - সুমিত্ৰা।

১৩। ছাতাক - শত্ৰুঘ্ন।

১৪। সিঙ্থা - শ্ৰৱণকুমাৰ (অন্ধমুনিৰ পুত্ৰ)।

১৫। পিকসামিকত্ৰা - বিশ্বামিত্ৰ।

১৬। চেনক / চাও চেনক ] জনক ৰজা।

১৭। মিকথিলা / মিঙ্ মিকিথিলা ] মিথিলা ৰাজ্য।

১৮। নাঙ্সিতা - সীতা।

১৯। আনুমাম / চাও আনুমাম ] হনুমান (ৰামভক্ত বান্দৰ)

২০। চাম্পুমাম - জাম্ববান

২১। পালীমাঙ্ / চাও পালীমাঙ্ ] বালীবীৰ

২২। সুখালিক / চাও সুখালিক — সুগ্ৰীব

২৩। আঙ্কাতা / চাও আঙ্কাতা ] অঙ্গদ

২৪। সুমান্তা - সুমন্ত।

২৫। পুঙ্না / চাও পুঙ্না ] ব্ৰাহ্মণ।

২৬। চুঙ্ফা কাম্ফা - শূৰ্পণখা।

২৭। তাসাকিলী / চিপহৌলাঙ্কা / দশানন ] ৰাৱণৰ মুখ্য নাম। খাম্তি টাইৰামায়ণত ৰাৱণৰ জন্ম তাসাকিলী নামে জংঘলত হোৱা হেতুকে তাসাকিলী হ'ল।

২৮। পিফিছানা / চাও পিফিছানা ] বিভীষণ (ৰামভক্ত) ৰাৱণৰ ভায়েক।

২৯। কুমফানখান — কুম্ভকৰ্ণ।

সোঙখানা

| | | |
|---|---|---|
| ৩০। | প্ৰাম্ভা - ব্ৰহ্মা। | |
| ৩১। | সুপানাখা - শূৰ্পণখা ৰাৱণৰ ভনীয়েক। | |
| ৩২। | লাক্কা<br>মিঙ্ - লাক্কা | লঙ্কা দেশ। |
| ৩৩। | মুক্তা - তাস্তালী<br>নাঙ্ - মুক্তাতাস্তালী | মন্দোদৰী (ৰাৱণৰ পত্নী) |
| ৩৪। | কান্তাপা - গন্ধৰ্ব। | |
| ৩৫। | সালা - মানী<br>নাঙ্ - সালামানী | বিভীষণ পত্নী - চূড়ামণি। |
| ৩৬ | চান্তালা<br>নাঙ্ চান্তালা | চন্দ্ৰা (কুম্ভকৰ্ণ পত্নী)। |
| ৩৭। | কিঙ্ - নালা<br>চাও - কিঙ্নালা | কিন্নৰ (পুৰুষ)। |
| ৩৮। | কিঙ্ - নালী<br>নাঙ্ - কিঙ্নালী | কিন্নৰী। |
| ৩৯। | মেক - থানা<br>চাও মেকথানা | মেঘনাদ (ৰাৱণ পুত্ৰ)। |
| ৪০। | মালিস<br>চাও মালিস | মাৰীচ। |
| ৪১। | ইন্তা চিকন্ত্ৰা<br>চাও - ইন্তাচিকত্ৰা | ইন্দ্ৰজিত (দেৱৰাজ)। |
| ৪২ | কুৰতে - কোটি।<br>লাক্থা - লাখ, লক্ষ্য = সেনাৰ প্ৰসংগ। | |
| ৪৩ | তালা<br>নাঙ্ তালা | তাৰা (বালীপত্নী)। |

৪৪। তেবী<br>নাঙ তেবী ] দেৱী।

৪৫। মুনিমেখেলা<br>নাঙ্ মুনি মেখেলা ] জলদেৱী। সমুদ্ৰত পাথৰ ধাৰণ কৰি পুল বনোৱাত সহায় কৰিছিল।

৪৬। কাম্থামা - কেকোঁড়া- কেকোঁড়াৰ ঠেঙেৰে ঢোল, দুন্দুভি বজালে যুদ্ধক্ষেত্ৰৰ পৰা ৰাক্ষসে পলায়ন কৰে।

৪৭। পিনতুচী - ৰাৱণৰ মূৰ্ত্তি বনোৱা শিল্পী। এওঁ অবিকল সীতাৰ প্ৰতিকৃতি সাজি ৰামক ভয় দেখুৱাইছিল।

৪৮। কুম্তী - ৰাৱণৰ মাতৃ কুন্তী।

৪৯। মাহোতালো - ৰাৱণৰ প্ৰমুখ সেনা নায়ক।

৫০। নিলা ৰামৰ প্ৰমুখ সেনা নায়ক।

৫১। সেনাপতি - সেনাপতি।

৫২। ফ্ৰা<br>চাও - ফ্ৰা ] ভগৱান বুদ্ধ।

৫৩। সালিপুক্তা - সাৰিপুত্ৰ (বুদ্ধৰ শিষ্য)।

৫৪। চুখেন - সুষেণ।

৫৫। মহীলা- অহীৰাৱণ।

৫৬। ত্ৰিক্ৰংকু - ত্ৰিজটা।

৫৭। নাৰা - নল।

৫৮। চাওমাহে - মহাদেৱ।

৫৯। কুলুঙ্ - গৰুড় পক্ষী।

৬০। সাত্তফা সিউ কণ্ঠক লাসে - অন্ধমুনি।

৬১। সিলিঙ্গা - ঋষ্যশৃঙ্গ মুনি।

৬২। খুনচানী - শনি।

৬৩। নুউন - ৰবি।

৬৪। নৌকলিঙ্কা - বৃহৎপক্ষী।

৬৫। পাটপুতী - পাৰ্বতী।

৬৬। মহাপিঙ্গনে - গনেশ।

৬৭। খুনৱান - সূৰ্য্য।

৬৮। হালী - বায়ু।

৬৯। সাহমপাতি - মহাব্ৰহ্মা।

৭০। কিঙ্ৰী, নাংফি, ত্ৰাকা - অপেশ্বৰী।

৭১। মোহোত্ত্ত - মুহত্ত্ত।

৭২। আলোপন - আলোপন।

৭৩। মালিতমাত - মালিতমাত।

৭৪। কুৱেলা - কুবেৰ।

৭৫। নাক - নাগ।

৭৬। মিত্ৰা - অত্ৰিঋষি।

৭৭। মালাৱান - মালাৱান।

৭৮। ছামৌন্তা - লংকাৰক্ষিতা।

৭৯। আকুম্পন - আকুম্পন।

৮০। যামামাং - যমৰাজ।

৮১। ফি চুমৌঙ্ - কালীদেৱী।

৮২। অৰহত - ভিক্ষু।

৮৩। আনালুনা - আনালুনা।

৮৪। আনাৰাজ - আনাৰাজা।

৮৫। মানধাতা - মান্ধাতা।

৮৬। ৰম্ভা - ৰম্ভা।

৮৭। শ্ৰীনাই - শ্ৰীনাই।

৮৮। চণ্ডীদেৱী - চণ্ডীদেৱী।

৮৯। ছোলা - লৱ।

৯০। কুকছা - কুশ।

৯১। পোলোনা - মথুৰাৰাজ।

৯২। ঙিং - হিৰণ।

৯৩। থাম্মা - ধৰ্ম্ম।

৯৪। সাংখা - সংঘ।

৯৫। সালানা - শৰণ।

এইদৰে লিক্-চাও-লামাঙত অনেক নায়ক নায়িকা আৰু সৈন্য সামন্তৰ সমাবেশ ঘটিছে। গুৰুত্বপূৰ্ণ নামখিনিহে থাম্‌তি টাই আৰু অসমীয়া ভাষাত সন্নিবিষ্ট কৰা হৈছে।

**গ্ৰন্থ প্ৰস্তুতকাৰক**

# সূচীপত্ৰ

পৃষ্ঠা

.................................................................

বৌদ্ধ পৰম্পৰাত

# -" লিক্-চাও-লামাঙ্ "/ৰাম কাব্য

# টাই ৰামায়ণ

"নমো তস্স ভগৱতো অৰহতো সম্মাসম্বুদ্ধস্স।"

"সেই ভগৱান অৰহত সম্যক সম্বুদ্ধক নমস্কাৰ।"

প্ৰাচীন কালৰ কথা' এসময়ত ভগৱান বুদ্ধই প্ৰিয় ভিক্ষু সংঘৰ লগত ভ্ৰমণ কৰি ফুৰিছিল। ১॥

ভ্ৰমণ কৰি ফুৰোঁতে তেওঁ ক্লান্ত হৈ পৰিছিল। সেই কাৰণে বিশ্ৰামৰ অভিপ্ৰায়েৰে কুশী নগৰৰ এজোপা শাল গছৰ কাষ চাপিল। গছজোপা সুগন্ধিত ফুলেৰে সুশোভিত আছিল। তেওঁ সেই সুগন্ধি বৃক্ষৰ শীতল ছাযাতে বিশ্ৰাম ল'বলৈ ধৰিলে। ২॥

সেই সময়লৈকে ভগৱান বুদ্ধৰ আশীবছৰ পূৰ হৈছিল। ৩॥

ক্ৰমান্বয়ে ভগৱান বুদ্ধৰ পৰিনিৰ্ব্বাণৰ দিন ওচৰ চাপি অহাত মহাপ্ৰয়াণৰ ইচ্ছা প্ৰকাশ কৰিলে। বুদ্ধৰ মহাপ্ৰয়াণৰ ইচ্ছা হোৱাৰ বাতৰিয়ে জগত বাসীক অতিষ্ঠ কৰি তুলিলে। ভগৱান বুদ্ধৰ অন্তিম সময়ত তেওঁৰ অমূল্য ধৰ্ম্মৰ বাণী বিলাক শুনিবৰ নিমিত্তে তেওঁৰ ওচৰলৈ ধপলিয়াই আহিলে। ৪॥

ভগৱান বুদ্ধৰ প্ৰিয় শিষ্য আৰু সহোদৰ ভাই ভিক্ষু আনন্দ। আনন্দই বুদ্ধৰ ওচৰত শৰণাপন্ন হৈ নিবেদন কৰিলে - "হে জগত গুৰু! আপোনাৰ অনুগ্ৰহতে দেৱ-মনুষ্যই সংসাৰ চক্ৰৰ পৰা মুক্তিৰ অমোঘ সন্ধান পাইছে।" ৫॥

"আপোনাৰ এতিয়া আশীবছৰ পূৰা হ'ল। আপুনি চিৰদিনৰ কাৰণে এই সংসাৰৰ পৰা মহাপৰি নিৰ্ব্বাণ লাভ কৰিব।" ৬॥

আপোনাৰ মহাপ্ৰয়াণৰ পিছত এই সংসাৰত আপোনাৰ দ্বাৰা দেশীত চৌৰাশী হেজাৰ ধৰ্ম্ম স্কন্ধ থাকিব। আপোনাৰ ধৰ্ম্মৰ শাসন কাল মাত্ৰ পাঁচহেজাৰ বছৰ হ'ব। আপোনাৰ ধৰ্ম্মৰ বাণী বিলাক দেৱ মনুষ্যৰ মুক্তিৰ পথ-প্ৰদৰ্শক আৰু শান্তিৰ বাহনস্বৰূপ হ'ব। ৭॥

"যেতিয়া আপুনি উপদেশ দিয়া ধৰ্ম্মই পাঁচ হেজাৰ বছৰ অতিক্ৰম কৰিব, তেতিয়া কোন জনা বুদ্ধৰ এই সংসাৰত আৰ্বিভাৱ হ'ব ? ৮॥

নতুবা এই সংসাৰ সিমানতে যৱনিকা পৰিব নে কি? হে প্ৰভু। করুণা সাগৰ! অনুগ্ৰহ কৰি ভৱিষ্যতৰ ধৰ্ম্মৰ বাণী বিলাক দেৱ মনুষ্যৰ হৃদয়ত স্থাপন কৰি আপুনি চিৰ শান্তিৰ নিজৰা বোৱাই দিয়ক।" এই দৰে ভিক্ষু আনন্দই দেৱ মনুষ্যৰ প্ৰতিনিধি ৰূপে ভগৱান বুদ্ধৰ ওচৰত বিনম্ৰ নিবেদন কৰিলে। ৯॥

ভিক্ষু আনন্দৰ কাতৰ প্ৰাৰ্থনাত ভগৱান বুদ্ধই তেওঁৰ অপ্ৰতিহত দিব্যজ্ঞান ভৱিষ্যতে মহিমামণ্ডিত

কৰিবৰ উদ্দেশ্যে ক'লে- ''মোৰ মহাপ্ৰয়াণৰ পিছত এই সংসাৰত পাঁচহেজাৰ ধৰ্ম্মৰ শাসন কালে দেৱ-মনুষ্যক মুক্তিৰ সন্ধান দিব। তাৰ পিছত এই সংসাৰত আৰ্যমৈত্ৰী (অৰি নেতিয়া) নামেৰে এজন বুদ্ধই জন্মগ্ৰহণ কৰিব। তেঁৱেই দেৱ মনুষ্যক উদ্ধাৰ কৰিব আৰু মুক্তিৰ বাহন স্বৰূপ হ'ব। তেওঁৰ পিছত এই সংসাৰত কোনো বুদ্ধ নহ'ব। ১০॥

সংসাৰ-চক্ৰত ধৰ্ম্ম কৰ্মৰ কোনো চিন চাব নাথাকিব। সমস্ত সংসাৰ অৰাজক হ'ব। লাহে লাহে ই পশুৰ জগতলৈ পৰিবৰ্তন হ'ব। এইদৰে হেজাৰহেজাৰ বছৰ অতিক্ৰম হোৱাৰ পিছত মন্দ কল্প যুগৰ আগমন হ'ব। সেই যুগত মানুহৰ আয়ুস দীঘল হ'ব। ১১॥

(খাম্মা চাক্ৰাতা) ধাৰ্মিষ্ঠ বুদ্ধৰ আৰ্বিভাৱ হ'ব। তেওঁৰ নাম দশাৰতাৰ হ'ব। তেঁৱেই সংসাৰত ধৰ্ম্ম ৰাজ্য প্ৰতিষ্ঠা কৰি দেৱ মনুষ্যক মুক্তিৰ সন্ধান দিব। বৰ্ত্তমান তেওঁ (তুষিত) স্বৰ্গ ৰাজ্যত বিভিন্ন ভোগ, বিলাসৰ মাজেদি কাল যাপন কৰি আছে। ১২॥

ৰাম ৰাজ্য প্ৰতিষ্ঠা কৰি যোৱাৰ পিছত তেওঁৰ এই মৰ্ত্যলোকলৈ আগমন হোৱা নাই। ১৩॥

প্ৰাচীন কালত ভগৱান কাশ্যপ বুদ্ধই এই পৃথিৱীত অৱতাৰ লৈ ধৰ্ম্ম প্ৰচাৰ কৰিছিল। তেওঁৰ মহাপ্ৰয়াণৰ পিছতো মনুষ্যৰ আয়ুস দুই অযুত কাল আছিল। সেই সময়ত বোধিসত্ত্ব ৰামে তুষিত ৰাজ্যতে পেতুদেৱ নাম লৈ হেজাৰ হেজাৰ বছৰ অপাৰ ভোগ বিলাসত নিমগ্ন হৈ আছিল। ১৪॥

সেই সময়ত লঙ্কা দ্বীপত এজন দুৰ্দ্দান্ত দানৱ ৰজাই ৰাজত্ব কৰি আছিল। চিপহৌৰ এখন আকাশীযান আছিল। চিপহৌৱে সেই আকাশীযানত উঠি ত্ৰিভুৱন পৰিভ্ৰমণ কৰি ফুৰিছিল। তেওঁ সকলো ৰাজ্যতে গৈ যুদ্ধৰ আহ্বান কৰিছিল। স্বৰ্গ আৰু পাতাল ৰাজ্যও তেওঁ জয় কৰিছিল। ত্ৰিভুৱনত তেওঁৰ সমান বীৰ আৰু পাপী অত্যাচাৰী ৰজা হয়তো কোনো নাছিল। তেওঁৰ ৰাজ্য সাগৰেৰে পৰিবেষ্টিত আছিল। ১৫॥

ইন্দ্ৰ (সিক্কা), বৰুণ (নাওইয়ুদ), নাগ (নাক) আদি দেৱতাবিলাকো তেওঁৰ ভয়ত থৰহৰি কম্পমান হৈ পৰিছিল। সাগৰেৰে পৰিবেষ্টিত লঙ্কা দ্বীপত দশাননে নিজ ইচ্ছামতে ভোগ-বিলাস আৰু ৰাজত্ব কৰি আছিল। ১৬।

বোধিসত্ত্বই ও তুষিত ৰাজ্যত বিভিন্ন অপেশ্বৰীৰ সৈতে মহাসুখেৰে আনন্দ বিভোৰ হৈ আছিল। তেওঁৰ আঠহেজাৰখন আকাশীৰথ আছিল। ইন্দ্ৰ আৰু দেৱতাবিলাকো তেওঁৰ অধীনত আছিল। বোধিসত্ত্ব (পেতুদেৱত) তুষিত ৰাজ্যৰ একচ্ছত্ৰী ৰজা আছিল। ১৭।

ভগৱান বুদ্ধই তেওঁৰ প্ৰিয় শিষ্য সকলৰ আগত এইদৰে দেৱ-মনুষ্য প্ৰমুখে সকলোৰে ভৱিষ্যতৰ কাহিনী বৰ্ণনা কৰিবলৈ ধৰিলে। আৰু ভিক্ষু সংঘক তেওঁৰ ভৱিষ্যত সম্বন্ধীয় অমূল্য

বাণী বিলাক শুনিবৰ কাৰণে আহ্বান কৰিলে। ১৮॥

## ॥ ৰঘুৰ বৃত্তান্ত॥

অতীত কালত অযোধ্যা(অযুঠা) নামে নগৰত 'নিলেট' নৰেশ(নিলেশ) ৰাজত্ব কৰিছিল। তেওঁৰ পূৰ্বপুৰুষ সকলেও এই ৰাজ্যতে ৰাজত্ব কৰিছিল। ১৯॥

ৰজা নিলেটৰ এটি পুত্ৰ জন্ম হ'ল। নাম ৰাখিলে ৰঘু (লঘু)। নিলেট ৰজা বুঢ়া হৈ অহাত পুতেক ৰঘুক যুৱৰাজ পাতি নিজে ধৰ্মাচৰণ কৰি জীৱন কটাব ধৰিলে। যুৱৰাজ ৰঘুও পিতাকৰ দৰেই প্ৰজাৰঞ্জক আছিল। তেওঁৰ ৰাজত্ব কালত ৰাজ্যৰ অৱস্থা বৰ টনকিয়াল আছিল। প্ৰজাবৰ্গই আনন্দ উৎসাহৰ বাহিৰে কোনো সমস্যাৰ সম্মুখীন হ'ব লগাত নপৰিছিল। ২০॥

এখন দেশ আছিল। নাম অজেয়ধাম। সেই দেশৰ ৰজাৰ এজনী ৰূপে গুণে লাৱণ্যময়ী কন্যা আছিল। কন্যাটিৰ নাম ইন্দুমতী(ইন্তামাতি) আছিল। ২১॥

ইন্দুমতীৰ ৰূপ গুণ চাৰিওফালে বিয়পি পৰিছিল। পত্নীৰূপে তেওঁক পাবৰ নিমিত্তে যুৱক সকলে ৰজাৰ ওচৰত প্ৰস্তাৱ আগবঢ়াইছিল। কন্যা প্ৰাৰ্থীৰ সংখ্যা তিনি কোটি আছিল। প্ৰাৰ্থীৰ সংখ্যা দেখি ৰজা নিৰুপায়ত পৰিল। সাত দিনৰ ভিতৰত ৰজাই ইন্দুমতীৰ স্বয়ম্বৰৰ ব্যৱস্থা কৰিলে। ইন্দুমতীয়ে স্বয়ম্বৰত যাৰ ডিঙিতেই মালা দান কৰিব সেইজনেই তেওঁৰ পতি হ'ব। স্বয়ম্বৰলৈ ৰজাই দেশ বিদেশৰ ৰাজকোঁৱৰ বিলাকক নিমন্ত্ৰণ কৰিলে। ৰাজকোঁৱৰ প্ৰাৰ্থীসকলৰ হৃদয়ত উৰ্‌হল-খুৰ্‌হল লাগিল কোনে ইন্দুমতীক পত্নীৰূপে লাভ কৰিব। প্ৰাৰ্থীসকল যথা সময়ত স্বয়ম্বৰত উপস্থিত হ'ল। ২২॥

অযোধ্যা ৰাজ ৰঘুৱেও তিনি দিনৰ আগতেই আহি স্বয়ম্বৰ সভা শুৱনি কৰি আছিল। নিমন্ত্ৰিত অন্য প্ৰাৰ্থী সকলো নিৰ্দিষ্ট সময়ত স্বয়ম্বৰ সভাত আহি উপস্থিত হ'ল। ২৩॥

ইন্দুমতীয়ে হাতত মালালৈ স্বয়ম্বৰ সভাত বিৰাজমান হৈ থকা হাজাৰহাজাৰ প্ৰাৰ্থীসকলৰ ওপৰত দৃষ্টি নিক্ষেপ কৰিব ধৰিলে। ইন্দুমতীয়ে প্ৰণাম জনাই উপস্থিত প্ৰাৰ্থী কোঁৱৰ সকলৰ ভিতৰত ৰঘুৰ ডিঙিত মাল্য প্ৰদান কৰিলে। ২৪॥

ৰাজকুমাৰ ৰঘুক স্বামীবৰণ কৰাৰ পিছত অন্য ৰাজকুমাৰ সকলে ক্ষোভ আৰু লাজ অপমানত অতিষ্ঠ হৈ অতি শীঘ্ৰে সভা মণ্ডপ ত্যাগ কৰিলে। ৰঘুকুমাৰেও ইন্দুমতীক পত্নীৰূপে লাভ কৰি পৰমানন্দিত হৈ তাতেই কিছুদিন বিশ্ৰাম ল'বলৈ মনস্থ কৰিলে। ২৫।

লাজে অপমানে জৰ্জৰিত হৈ অন্য ৰাজকুমাৰ সকলে মনে মনে এই যুক্তি সিদ্ধান্ত কৰিলে যে ৰঘু আৰু ইন্দুমতীক হৰণ কৰি লৈ যাব লাগিব। যেনে আলোচনা তেনে কাম। মাজৰাতি ৰাজকুমাৰ সকলে চাৰিওকালে নগৰ বন আগুৰি আক্ৰমণ কৰিব ধৰিলে। ২৬।

কোঢ়াল শুনি ইন্দুমতীয়ে সাৰ পালে। ভয়ত আতুৰহৈ তেওঁ স্বামীক সাৱটি ধৰিলে। ২৭॥

কোনো বিলম্ব নকৰি ৰাজকুমাৰ ৰঘু যুদ্ধৰ নিমিত্তে সাজু হ'ল। ৰঘুৰ লগত এপাট বাণ আছিল। নাম গেন্ধা (কন্ধা)। এই পাত বাণ ককাকৰ দিনৰে। সেই বাণ নিক্ষেপ কৰিবলৈ ৰঘু প্ৰস্তুত হ'ল। কাৰণ সেই বাণৰ প্ৰহাৰত কোনো সাৰি যাব নোৱাৰে। আনহে নালাগে পাষাণৰূপী পৰ্বতো এই বাণৰ প্ৰহাৰত ধূলিসাৎ হৈ যায়। ২৮॥

ৰঘুৱে সেই বাণ নিক্ষেপ কৰিলে। পলকতে সকলো আক্ৰমণকাৰীক সেই বাণে নিধন কৰি পেলালে। কাল বিলম্ব নকৰি ৰঘুৱেও পত্নী ইন্দুমতীক লৈ নিজ ৰাজ্যলৈ যাত্ৰা কৰিলে। ৰাজ্য পাই দুয়ো সুখে সন্তোষেৰে জীৱন-যাপন কৰিবলৈ ধৰিলে। ২৯॥

এইদৰে ভগৱান বুদ্ধই প্ৰিয় শিষ্য আনন্দ আৰু ভিক্ষু সংঘক সম্বোধন কৰি ক'ব ধৰিলে- হে দেৱ মনুষ্য সকল! তোমালোকে মোৰ বক্তব্য ভালদৰে হৃদয়ঙ্গম কৰি লোৱাহঁক। দশ অৱতাৰৰ কথা 'সূত্ৰপিটক'ৰ অন্তৰ্গত ভালদৰে বৰ্ণনা কৰা আছে। গতিকে ইয়াৰ তাৎপৰ্য্য আৰু মহত্ত্বদেৱ মনুষ্য, ব্ৰহ্মা, ইন্দ্ৰাদি সকলোৱেই উপলব্ধি কৰি লওঁক। ৩০॥

এই দশ অৱতাৰৰ ভিতৰত এজন বুদ্ধৰ আৰ্বিভাৱ হ'ব। সেইজন বুদ্ধৰ বিষয়ে আজি মই তোমালোকৰ সম্মুখত ব্যাখ্যা দাঙি ধৰিম। গতিকে তোমালোকে মোৰ বাণী বিলাক শুনি যোৱাহঁক। ৩১॥

## ॥ দশৰথৰ বৃত্তান্ত ॥

দহ মাহৰ অন্তত ইন্দুমতীয়ে এটি পুত্ৰ জন্ম দিলে। ৰজাই অতি আদৰ আৰু মৰমতে পুত্ৰৰ নাম ৰাখিলে দশৰথ(তাতছাৰাথা)। দশৰথ জন্মৰ পৰাই ৰাজ্যত প্ৰজাৰ নামত আনন্দ উৎসাহ আৰু ঐশ্বৰ্য্য বিভূতিৰ পাৰ নোহোৱা হ'ল। কেউফালে কেৱল জয় জয় ময় ময় অৱস্থা হ'ল। ৩২॥

স্বৰ্গৰ পৰা ৰথ নামি আহিল। পূৰ্বকৃত কৰ্মৰ ফল ৰূপে ৰাজ্যৰ শ্ৰীবৃদ্ধি হ'ব ধৰিলে। অযোধ্যাবাসীৰ অপাৰ আনন্দ। ৰঘুৰ মৃত্যুত দশৰথ অযোধ্যাৰ ৰজা হ'ল। ৩৩॥

দশৰথে ৰাজসিংহাসনত আৰোহণ কৰিলে। লগে লগে ৰাজ্যৰ সৰ্বাঙ্গীন উন্নতিৰ নিমিত্তে ৰজাই অহো পুৰোষাৰ্থ কৰিবলৈ ধৰিলে। ৰজাৰ এনে শুভ চিন্তাত প্ৰজা বৰ আনন্দিত হ'ল। ৰজাৰ যশ-গুণ খ্যাতি দেশৰ চাৰিওফালে বিয়পিবলৈ ধৰিলে। মুঠতে অযোধ্যা ৰাজ্য স্বৰ্গপুৰীহেন হৈ পৰিল। ৩৪॥

ৰজা দশৰথৰ তিনিগৰাকী ৰাণী আছিল। ডাঙৰ গৰাকীৰ নাম কৌশল্যা (কোশল্যাত)। এওঁ কোশল ৰজাৰ জীয়াৰী। কৌশল্যা চৰিত্ৰৱতী আৰু পতিপৰায়ণা ৰমণী আছিল। ৩৫॥

মাজুৰাণীৰ নাম কৈকেয়ী (কেকে) আছিল। কৈকেয়ী গিৰি ৰজাৰ কন্যা আছিল। কৈকেয়ী

ৰজাৰ বৰ আদৰৰ ৰাণী আছিল। সেই কাৰণে তেওঁক সুখ-শান্তিৰে ৰাখিবৰ নিমিত্তে বেলেগ মহল সজাই দিছিল আৰু পৰিচৰ্য্যাৰ কাৰণে এক অযুত ছয় হেজাৰ লিগিৰী নিযোগ কৰিছিল। কৈকেয়ী ৰূপে গুণে মনোমোহিনী আছিল। গতিকে তেওঁৰ পোচাক পৰিচ্ছদ বিলাকো বিতোপন আছিল। ৩৬॥

সৰু গৰাকী ৰাণীৰ নাম সুমিত্ৰা(সুমিকত্ৰালা)। তেওঁ সিংহল ৰজাৰ জীয়ৰী আছিল। ৰজাৰ তিনি গৰাকী অপৰূপা ৰাণী থকা সত্বেও বহুত বছৰ ধৰি কোনো সতি সন্ততি নাছিল। সেই কাৰণে ৰজাৰ মনত এই গুপ্ত বেদনাই অশান্তিৰ সৃষ্টি কৰি আছিল। তেওঁ অপুত্ৰক হোৱা হেতুকে মনৰ বেজাৰ, দুখ, নিবাৰণৰ কাৰণে স্বৰ্গ, মৰ্ত্য আদি বিভিন্ন স্থানত ভ্ৰমণ কৰি ফুৰিছিল। ৩৭॥

## ॥ ৰাজ্যত অপায় অমঙ্গল ॥

এইদৰে ৰজাৰ ৰাজ্যত মন নবহা হ'ল। তেওঁ যেনি তেনি ঘূৰি ফুৰিবলৈ ধৰিলে। ৰজাৰ মনত প্ৰতিকূল অৱস্থা হোৱাত ৰাজ্যত অনেক অপায় অমঙ্গল, অশান্তি, পীড়া পিচি, দুৰ্ঘটনা ঘটিবলৈ ধৰিলে।

একাদিক্ৰমে যেতিয়া চৈধ্য বছৰ কাল দেশত অনাবৃষ্টি হ'ল, তেতিয়া শস্যৰ পথাৰ বিলাক মৰুভূমিত পৰিণত হ'ল খাদ্যৰ অভাৱত প্ৰজাৰ মাজত পানীত হাঁহ নচৰা অৱস্থাই দেখা দিলে। ৩৮॥

ৰাজ্যত ঘটা আকাল অনাটন, অনাবৃষ্টি, অশান্তি আদিৰ কথা ৰজাই উপলব্ধি কৰিবই নোৱাৰা হ'ল। কেৱল তিনি গৰাকী ৰাণীৰে সৈতে লিগিৰা লিগিৰীক লৈ আনন্দ আৰু ভোগ বিলাসত নিজকে উটুৱাই দিলে। ৩৯॥

নাৰদ (চাউলাচে নালাতা) নামে এজন ঋষি আছিল। এদিন ঋষিয়ে গোটেই ৰাজ্য পৰিভ্ৰমণ কৰি আহি ৰজাৰ ৰাজপ্ৰাসাদত প্ৰবেশ কৰিলে আৰু ক'লে- মহাৰাজ আপোনাৰ ৰাজ্যৰ কি অৱস্থা হৈছে আৰু ক'ত কি কি ঘটিছে এবাৰ ভালদৰে নিৰীক্ষণ কৰি চাই আহকচোন। ৪০॥

অযোধ্যা নগৰত অনাবৃষ্টি হোৱাৰ কাৰণে শস্যৰ নাম গোন্ধ নোহোৱা হ'ল। খাদ্যৰ অভাৱত প্ৰজাৰ বিলাই বিপত্তিৰ সীমা নোহোৱা হৈছে। প্ৰজাই অনাহাৰে অনিদ্ৰাই জীৱন কটোৱা লগাত পৰিছে। প্ৰজাৰ এই অশান্তি অনাহাৰ-অনিদ্ৰাৰ অভিশাপে আপোনাক এতিয়া নৰকগামী কৰিব। ৪১॥

আপোনাৰ প্ৰজাৰ তথা ৰাজ্যৰ প্ৰতি অমনোযোগিতাৰ কাৰণেই এনে পৰিস্থিতিৰ উদ্ভৱ হৈছে। তেতিয়া ৰজাই ঋষিক ক'লে- হে ঋষিবৰ, প্ৰজাৰ প্ৰতি মোৰ কোনো বিদ্বেষ ভাৱ আৰু পাপ ভাৱ নাই। ৪২॥

মই কোনো অধৰ্ম্ম কাম কৰা নাই। মোৰ প্ৰজা বৰ্গই কিয় দুখ আৰু অশান্তি ভোগ কৰিছে? ৰজাৰ প্ৰশ্নৰ উত্তৰত ঋষিয়ে ক'লে- হে ৰাজন! আপুনি অদ্য পৰ্য্যন্ত প্ৰজাবৰ্গৰ অশান্তি তথা অভাৱ অভিযোগ বিলাকৰ কথা হৃদয়ঙ্গম কৰা নাই। মোৰ কথা যদি আপুনি বিশ্বাস কৰিব নোখোজে তেন্তে ৰথত উঠি এবাৰ সমস্ত ৰাজ্য পৰিভ্ৰমণ কৰি আহক। এইদৰে ঋষিয়ে ৰজাৰ মনৰ সন্দেহ দূৰ কৰিলে আৰু ৰজাৰ ভৱিষ্যৎ মঙ্গল কামনা কৰি নিজৰ তপোবনলৈ গমন কৰিলে। ৪৩।।

ঋষিয়ে কৈ যোৱা কথাৰ প্ৰমাণ চাবৰ কাৰণে ৰজা দশৰথ ৰথলৈ ৰাজ্য পৰিভ্ৰমণৰ অৰ্থে ওলাল। ৰজাই অনুভৱ কৰিলে যে সঁচাকৈয়ে ৰাজ্যৰ অৱস্থা ক্ৰমান্বয়ে শোচনীয় হৈ যাবলৈ ধৰিলে। নদ, নদী, খাল, বিল আদিত পানী নাই। গছ বিৰিখেৰে পৰিপূৰ্ণ মনোমোহা প্ৰকৃতি ৰাজ্য পানীৰ অভাৱত শুকাই ছাৰখাৰ হৈ যাব ধৰিছে। এনেহেন অনুমান হৈছে যেন ৰাজ্যৰ এমূৰৰ পৰা ধৰি সকলোকে অগ্নিয়ে দহি নিব ধৰিছে। ৰাজ্যৰ এনে অৱস্থা দেখি ৰজা চিন্তিত হ'ল। তেওঁ অনুশোচনা কৰি এজোপা গছৰ তলত বিশ্ৰাম লওঁ বুলি বহি পৰিল। ৪৪।।

ৰজা যি জোপা গছৰ তলত বহিছিল সেইজোপা গছতে এযোৰ নুকলিঙ্কা (ডাঙৰ চৰাই) ই বাস কৰিছিল। ৰজাক দেখি মাইকী চৰাই জনীয়ে মতা চৰাইটোক ক'লে- এইখন ৰাজ্যত আৰু থাকিব নাপায়। কাৰণ দিনক দিনে যি পৰিস্থিতিয়ে দেখা দিছে হয়তো এই ৰাজ্যৰ কোনো অস্তিত্বই নাথাকিব। এই ৰাজ্যত যি সকল ৰজাই পূৰ্বতে ৰাজত্ব কৰিছিল, সেই সকল ইমান অধাৰ্ম্মিক নাছিল। দেশত অনাবৃষ্টি হেতুকে আকাল, অনাটন, হাহাকাৰ, অন্যায, অধৰ্ম্ম, উৎপীড়ন আদি হ'বলৈ ধৰিছে। মুঠতে ৰাজ্যখন গৈ এখন মৰুভূমিতহে পৰিণত হ'বগৈ। গতিকে আমি এই ৰাজ্য ত্যাগ কৰাই মঙ্গল হ'ব। এই ৰাজ্যত কোনো প্ৰাণীয়েই জীয়াই থাকিব নোৱাৰিব। তাৰ মূল কাৰণ, এই দেশৰ ৰজাই অধাৰ্ম্মিক কাম কৰিছে। ৰজাৰ হৃদয়ত প্ৰজাৰ প্ৰতি দয়া, মমতা, স্নেহ প্ৰীতি,প্ৰজাবৎসলভাৱ আৰু ধৰ্ম্মৰ প্ৰতি আস্থা নোহোৱা হৈছে সেই কাৰণে প্ৰজাৰ মাজত অশান্তিৰ সৃষ্টি হৈছে।

অতীতত এই দেশত এনেকুৱা কোনো অশান্তিৰ পৰিবেশ সৃষ্টি হোৱা নাছিল। দেশৰ প্ৰজাসকলে ভোগ বিলাস আৰু আনন্দ উৎসৱ কৰি দিন কটাইছিল। উৎসাহ উদ্দীপনাৰে নিজ নিজ কাম সমাধা কৰি যাব পাৰিছিল সেই সময়ত প্ৰজাই নিশ্চিত মনে আৰু বিপুল শান্তিৰে জীৱন-যাপন কৰিছিল। বৰ্তমান ৰজাই অধৰ্ম্মৰ আশ্ৰয় লোৱা হেতুকে দেশত অনাবৃষ্টি, অনাচাৰ, অত্যাচাৰ, অভাৱ অভিযোগ, অনাহাৰ, অনিদ্ৰাই প্ৰজাক জৰ্জৰিত কৰি তুলিছে এই দেশত দশৰথ ৰজাই ৰাজত্ব কৰিছে তেওঁৰ হৃদয়ত ধৰ্ম্ম, কৰ্ম্ম, প্ৰজা বাৎসল্য আৰু জনহিতকৰ চিন্তা ভাৱনা নাই। ৰাজ কাৰেঙত আদিৰৰ লিগিৰীৰে তিনি গৰাকী ৰাণীৰ লগত কেৱল আমোদ প্ৰমোদ কৰিয়েই দিন

কটাইছে। এনে পৰিবেশত অৰাজক হেন ৰাজ্যত আমি থাকিলে হয়তো এদিন আমাৰো এই অমূল্য জীৱন বিসৰ্জন দিব লাগিব। গতিকে আমি ততালিকে এই ৰাজ্য ত্যাগ কৰি অন্য ৰাজ্যৰ বনাঞ্চললৈ যোৱাটোহে উত্তম উপায় হ'ব। নহ'লে আমি জীয়াই থাকিব নোৱাৰিম। ৪৫ ।।

স্ত্ৰী নুকলিঙ্কাৰ কথাত পুৰুষ নুকলিঙ্কাই বাধা দি ক'লে- "তুমি বিচাৰ কৰি নোচোৱাকৈ বিনা কাৰণত ৰজাক কিয় দোষাৰোপ কৰিছা ? এই দেশৰ ৰজাই আমি বাস কৰা গছৰ তলতে বহি আমাৰ কথোপকথন শুনি আছে। আমাৰ এই আলোচনাত ৰজা বিতুষ্ট হৈ কাঁড় মাৰি আমাক মাৰি পেলাব পাৰে। এতিয়া ৰজাই আমাক সুখেৰে নেৰে। গতিকে আমি অন্য বনাঞ্চললৈ উৰা মাৰি যোৱাই মঙ্গল হ'ব। ৪৬।।

ৰজাই গম্ভীৰ ভাৱে চিন্তা কৰি চাই অনুভৱ কৰিলে- ঋষি নাৰদে কোৱা কথা প্ৰকৃততে সত্য। ৰজাই তেতিয়া নুকুলিঙ্কা পক্ষী জোৰাক নিৰ্ভয় দি ক'লে- তোমালোকক মই একো নকৰোঁ। তোমালোকে এই ৰাজ্য ত্যাগ কৰি অন্য ৰাজ্যলৈ যাব নালাগে। তোমালোকে নিজ ইচ্ছাৰে এই ৰাজ্যত নিৰ্ভয়ে বাস কৰাহঁক। ৪৭

## ।। দশৰথৰ স্বৰ্গযাত্ৰা ।।

এই বুলি কৈ ৰজা নিজ প্ৰসাদৰ ফালে গ'ল আৰু ৰাতিটো কটাই সূৰ্য উদয় হোৱাৰ লগে লগেই ৰথেৰে স্বৰ্গাকাশৰ ফালে যাত্ৰা কৰিলে। ৰজা গৈ স্বৰ্গ ৰাজ্যৰ অধীশ্বৰ ইন্দ্ৰদেৱতাৰ কাষ পালে। ৰজাই ইন্দ্ৰক ক'লে- "তুমি দেৱতাসকলৰ ৰজা হৈ ধৰ্ম কাৰ্যৰ পৰা বিচলিত কিয় হৈছা ? মৰ্ত্যলোকৰ প্ৰতি তোমাৰ দৃষ্টিপাত কিয় হোৱা নাই ? মোৰ ৰাজ্যত অনাবৃষ্টি হোৱাৰ কাৰণে ৰাজ্য মৰুভূমিত পৰিণত হৈছে। ৰাজ্যৰ শ্ৰীবৃদ্ধি নোহোৱা হৈছে। প্ৰজাৰ হৃদয়ত সুখ শান্তি নোহোৱা হৈছে। কেৱল চাৰিওফালে অশান্তি। ৰাজ্যত অকাল, অনাহাৰ পীড়িত অৱস্থাই প্ৰজাবৰ্গক একেবাৰে কাতৰ কৰি তুলিছে। ৰাজ্যৰ ক'তো শান্তি নোহোৱা হৈ পৰিছে। এই পৰিস্থিতিত তুমি যদি বিশেষ ব্যৱস্থা নোলোৱা, তেন্তে এই তীক্ষ্ণ বাণেৰে মই তোমাক বধ কৰিম। ৪৮।।

মৰ্ত্যৰ অধিপতি দশৰথৰ ক্ৰোধ আৰু আৱেগ দেখি ইন্দ্ৰই বিনম্ৰ ভাৱে ক'লে- "মহাৰাজ মোৰ প্ৰতি আপুনি কষ্ট ভাব পোষণ নকৰিব। মই সময়ে সময়ে বৰষুণ দিবলৈকে পঠাই আছোঁ। বোধকৰো শনি বহি আছে, কেতুৰ 'ভয়' বৰ্ষণৰ সময় লক্ষ্যত বৰষুণ হোৱা নাই। গতিকে আপুনি শনিলোকৰ ওচৰলৈ যাওঁক। ৪৯।।

## ॥ শনিৰ লগত সাক্ষাৎ ॥

ইন্দ্ৰৰ পৰা বিদায় লৈ দশৰথ সূৰ্য্য আৰু চন্দ্ৰৰ ওচৰ পালেগৈ। বিতং বাতৰি পাই পুনৰ ৰজা শনিৰ ওচৰ পালেগৈ। শনি গ্ৰহৰ চাৰিওফালে প্ৰায় পোক্কৰ যোজন জুৰি অগ্নিয়ে বেৰি আছে। অগ্নি ৰূপী তাৰকা ৰাশিয়ে সকলো ঋতুতে শনিক প্ৰদক্ষিণ কৰি থাকে। শনিৰ খাদ্যবস্তু সদায় পৰিপূৰ্ণ। শনিৰ পৰিচাৰিকাও অসংখ্য। অসংখ্য অপেশ্বৰীৰ বিভিন্ন বাদ্য যন্ত্ৰৰে শনিৰ ৰাজপ্ৰাসাদ মুখৰিত শনিৰ আনন্দৰ পাৰ নাই। তেওঁ ভোগ-বিলাসত মত্ত। ৫০॥

দশৰথে শনিক মাত লগালে- শনি ৰজা! আপুনি মেঘক বৰষুণ দিয়াৰ পৰা কিয় বিৰত কৰিছে ? নিদান স্বৰূপে মোৰ ৰাজ্যত একাদিক্ৰমে চৈধ্য বছৰবৃষ্টিপাত হোৱা নাই, আপুনি বৰুণ দেৱতাক বাধা দি ৰখাৰ হেতু মোৰ ৰাজ্যৰ শস্য-শ্যামলা উৰ্বৰা ভূমি মৰুভূমিত পৰিণত হৈছে। প্ৰজাৰ মাজত বিভিন্ন আলৈ আহুকাল আৰু অসুখ অশান্তিৰ সৃষ্টি হৈছে। দশৰথ ৰজাই এইদৰে শনিৰ প্ৰতি আপত্তি দৰ্শোৱাত শনিয়ে কেৰাহি কৰি ৰজাৰ প্ৰতি দৃষ্টিপাত কৰিলে। শনিৰ প্ৰখৰ দৃষ্টি ৰজাৰ ওপৰত পৰিলত ৰজা ৰথৰ সৈতে জ্বলি শনিৰ ৰাজ্যৰ পৰা তললৈ বাগৰি পৰিল। ৫১॥

## ॥ জটায়ুৰ লগত মিত্ৰতা ॥

ৰজাৰ ৰথ বাগৰি আহি মৰ্ত্যলোকত পৰোঁ পৰোঁ অৱস্থা; তলত থকা অৰণ্য ভূমিতে জটায়ু(চাটায়ু) পক্ষীয়ে নিবাস কৰিছিল। ৰথৰ সৈতে ৰজা যেতিয়া বাগৰি আহিছিল, সেই দৃশ্য জটায়ু পক্ষীয়ে নিৰীক্ষণ কৰি আছিল। জটায়ু পক্ষীয়ে অনুভৱ কৰিলে যে এইখন ৰথ মৰ্ত্যলোকৰ দশৰথৰ। সম্ভৱ শনিৰ কোপ দৃষ্টি প'ৰছে। ৰজাৰ মৃত্যু আসন্ন। এওঁক ৰক্ষা কৰাতো মোৰ ধৰ্ম্ম হ'ব কাৰণ তেওঁ এজন ধাৰ্ম্মিক ৰজা। এওঁক মৰিবলৈ দিলে সংসাৰত ধৰ্ম্ম-কৰ্ম্মৰ কোনো অস্তিত্বই নাথাকব। ৫২॥

জটায়ু পক্ষীয়ে শক্তি অনুসাৰে ৰজাক মৃত্যুৰ মুখৰ পৰা ৰক্ষা কৰিলে। ৰজায়ো মৃত্যুৰ মুখৰ পৰা পৰিত্ৰাণ পাই জটায়ু পক্ষীক আন্তৰিক ধন্যবাদ জনালে। ৫৩।

ৰজাই প্ৰাণ পাই উঠি জটায়ু পক্ষীৰ লগত পৰিচয় হ'বলৈ বিচাৰিলত পক্ষীৰাজে নিজ পৰিচয় দি ক'লে- 'মোৰ নাম জটায়ু পক্ষী। মোৰ অগ্ৰজ জনা এই অৰণ্য ভূমিতে নিবাস কৰে তেওঁৰ নাম সম্পাতি (চাম্পাতি)। আপুনি মৃত্যুৰ গ্ৰাসৰ পৰা দেখি আপোনাক উদ্ধাৰ কৰিবৰ নিমিত্তে আহিলো। ৫৪॥

হে ৰাজন! আপুনি কি অভিপ্ৰায়েৰে কোন ঠাইলৈ যাবৰ নিমিত্তে আহিছিল। সেই কথা কওঁকচোন। আপুনি য'লৈ যাবলৈ মনস্থ কৰিছে তাত মই আপোনাক লৈ আহিমগৈ। তাৰ পাছত

স্নানলৈ গৈছি গ'ল। ৬১॥

ৰজা আহি অযোধ্যাৰ ৰাজপ্ৰাসাদ পোৱাৰ লগে লগে ৰাজ্যত ডবা পিটা বৰষুণ দিবলৈ ধৰিলে। নদ, নদী, খাল, বিল পানীৰে উপচি পৰিল। প্ৰকৃতি ৰাজ্যত সৌন্দৰ্য্য ৰাশিৰে জ্যোতিষ্মান হৈ আহিবলৈ ধৰিলে। প্ৰকৃতি জগতত সজীৱতাৰ উখল মাখল লাগিল। প্ৰজাবৰ্গই নতুন উদ্যমেৰে খেতি পথাৰ কৰিবলৈ ধৰিলে। মুঠতে সকলো ফালে জয় জয় ময় ময়। ৬২॥

এই অভূতপূৰ্ব পৰিবৰ্ত্তনৰ মূল কাৰণ হ'ল দশৰথ ৰজাৰ পূৰ্বকৃত কৰ্ম্মৰ ফল। ৰজাৰ অপাৰ মহিমা মণ্ডিত শক্তিৰ প্ৰভাৱ আৰু সাত্ত্বিকতাৰ ফল। প্ৰজাৰ আনন্দত ৰজা বিমুগ্ধ হ'ল। ৰজাই লিগিৰা লিগিৰী লৈ মাদৈ সকলৰ লগত আনন্দ উৎসৱ কৰি দিন কটাবলৈ ধৰিলে। ভাগ্য চক্ৰত বিধিৰ ৰচনাখিনি জানো কোনোবাই খণ্ডাব পাৰে? ৬৩॥

## ॥ মৃগয়া যাত্ৰা আৰু সিন্ধু মুনি বধ॥

ৰজাৰ চিকাৰ কৰাত বৰ ৰাপ। এদিন মৃগয়া কৰিবলৈ বুলি সুমন্ত্ৰক ৰথ সাজু কৰিবলৈ কলে। ৬৪॥

ৰজাৰ আদেশানুক্ৰমে সুমন্ত্ৰ (সুমন্ত্ৰা)ই ৰথ ততালিকে সাজু কৰিলে। ৰজাই হাতত ধনুকাঁড় লৈ বনত প্ৰৱেশ কৰিলে। বনে বনে গৈ অন্ধমুনিৰ আশ্ৰম পালেগৈ। ৬৫।

অন্ধমুনি আৰু পত্নী ([illegible]) [illegible] নামে, দুয়ো অন্ধ। অন্ধমুনিৰ পুত্ৰ হ'ল (চিন্ধু) সিন্ধুমুনি। তেওঁ অন্ধ পিতৃ মাতৃদ্বয়ক সেৱা শুশ্ৰূষা কৰি লালন পালন কৰে। সিন্ধু মুনিয়ে পৰ্বতৰ নিজৰাৰ পৰা পানী আনে। ফল মূল বিচাৰি আনি অন্ধ পিতৃ মাতৃদ্বয়ক খাবলৈ দিয়ে। তেওঁলোকক খুৱাই বুৱাই অৱশিষ্টখিনি সিন্ধুমুনিয়ে খায়। এইদৰে যুগ যুগ এই অৰণ্যৰ পবিত্ৰ আশ্ৰমত ধৰ্ম্মাচৰণ কৰি সাত্ত্বিকভাৱে সেইতে তেওঁলোকে জীৱন কটাই আছিল। আশ্ৰমৰ কুটীৰত বাস কৰিও তেওঁলোকে কোনো অভাৱ বা অশান্তিৰ সন্মুখীন হোৱা নাছিল। ৬৬।

[illegible] এদিন অন্ধমুনিৰ [illegible] ঘটিবই। শিলাময় পাহাৰৰ নিজৰাৰ পানী [illegible] থাই কুল্‌ কুল্‌ শব্দ হৈ আছে। ৰজাই ভাবিলে যে সেয়া কোনোবা বনৰীয়া হাতীয়ে কৰা জলক্ৰীড়াৰ শব্দ। ৬৭।

ৰজাই [illegible] হাতী বুলি ভাবি শব্দভেদী বাণ প্ৰহাৰ কৰিলে। কিন্তু সেই বাণ [illegible] লাগিলগৈ সিন্ধুমুনিৰ বুকুত। কাৰাৰ্ত্ত সিন্ধুমুনিয়ে আৰ্তনাদ কৰি ক'ব ধৰিলে। ৬৮

কোন পাপিষ্ঠই বনৰ আঁৰৰ পৰা মোক [illegible] কৰিলে? মইতো কাৰো অপকাৰ বা হিংসা কৰা নাছিলো। মই এজন অন্ধমুনিৰ পুত্ৰ। মোৰ অন্ধ পিতৃ মাতৃয়েই এতিয়া মোলৈ বাট চাই ৰৈ [illegible] পিয়াহত আতুৰ হৈ মোলৈ বাট চাই ৰৈ আছে। ৬৯

অন্ধ পিতা মাতাৰ ভৰণ-পোষণৰ দায়িত্ব মোৰ ওপৰত। মোৰ বাহিৰে তেওঁলোকক চবলৈ আৰু কোনো নাই। মোৰ মৃত্যুৰ কাৰণেও কোনো আপত্তি নাই। কিন্তু এই পকা পকা ফল বিলাক মোৰ অন্ধ পিতা মাতাক কোনে দি আহিব ? হয়তো অনাহাৰত মোৰ প্ৰতীক্ষাতেই তেওঁ বিলাকেও প্ৰাণ ত্যাগ কৰিব। মোৰ বাহিৰেনো তেওঁ বিলাকক পানী, ফলমূল কোনে আনি দিব ?

হায় বিধি! হে মোৰ পৰম আৰাধ্য অন্ধ পিতা মাতাদ্বয়। আজি আৰু মই তোমালোকৰ ওচৰত উপস্থিত হ'ব নোৱাৰিম। আজি মই বাণ বিদ্ধ অৱস্থাত। ৭১।।

দেৱতাই হওঁক বা মনুষ্যই হওঁক সেইজন কোন ? যি বনৰ মাজত লুকাই নিৰীক্ষণ কৰি থাকি মোৰ সৰ্বনাশ সাধন কৰিলে ? সেই হত্যাকাৰী জনক চোৱাৰ মোৰ প্ৰবল ইচ্ছা হৈছে। সেইবাবে অতি শীঘ্ৰে বিনা সঙ্কোচে সেই হত্যাকাৰী আহি মোৰ সম্মুখত উপস্থিত হোৱা। মোৰ কাৰো ওপৰত ক্ষোভ বা অসন্তোষ নাই। এই অন্তিম সময়ত মোৰ অন্ধ পিতা মাতাৰ চৰণ স্পৰ্শ কৰিবলৈকো মোৰ মন বৰ ব্যাকুল হৈ পৰিছে। ৭২॥

কথিত আছে যে-

দঁতাল মাৰে দাঁতৰ লোভত।<br>
এই চেষ্টাই ভ্ৰমে বনৰ মাজত।।<br>
বাঘ মাৰে ছালৰ যঁহত।<br>
এই চিন্তে ভ্ৰমে ঘোৰ বনত।। ৭৩।।

কিন্তু আজি মোক কোনে কিহৰ আশাৰ বশবৰ্তী হৈ শৰবিদ্ধ কৰিলে? সেইজন অৰণ্যৰ মাজত লুকাই নাথাকি অনুগ্ৰহ কৰি অনতিপলমে মোৰ ওচৰলৈ আহক। ৭৪॥

তোমাৰ ওপৰত মোৰ কোনো আক্ষেপ নাই। কাৰণ এইয়া মোৰ পূৰ্বজন্মৰ কৰ্মৰ বিপাক মাথোন। সেইকাৰণেহে আজি মই তোমাৰ তীক্ষ্ণ বাণ বুকুত ল'ব লগাত পৰিলোঁ। কোনে মোক মৃত্যুৰ মুখত পেলালে ? সেইজন কোন বাৰু ? তেওঁ বিনাদ্বিধাই মোৰ কাষত উপস্থিত হ'ব লাগে। ৭৫।।

সিন্ধুমুনি (চিন্তা)যে অতি দুখেৰে ক'বলৈ ধৰিলে এয়া কাৰো দোষ নহয়। এই প্ৰায়শ্চিত মোৰ পূৰ্বকৃত কৰ্মৰ ফল মাত্ৰ। পূৰ্বজন্মত মই আছিলো ৰাজকুমাৰ। এদিন চিকাৰলৈ গৈ এটা হৰিণী [illegible]াই শৰেৰে বধ কৰিছিলো। পূৰ্বজন্মৰ সেইপাত শৰেই আহি আজি মোৰ বুকুত সোমাল। অশায় [illegible]ৰণ্যৰ মাজত সোমাই থাকিও মই সেই দুৰ্জয় বাণৰ হাত সাৰিব নোৱাৰিলোঁ। ৭৬॥

মোৰ মৃত্যু যে আসন্ন সেইটো নিশ্চিত। কিন্তু মোৰ অবিহনে যে মোৰ অন্ধ পিতা মাতাৰো

মৃত্যু ঘটিব, সিয়ো নিশ্চিত হৈ পৰিছে। এটা আঘাতত যে অনেক চিন বা শব্দ হয় সেইটো আজি আমাৰ গাত ফলিয়াইছে। আজি এজনৰ লগতে বাকী দুজনেও প্ৰাণ ত্যাগ কৰিব লাগিব। ৭৭ ॥

এই বুলি সিন্ধুমুনিয়ে কান্দি কান্দি ক'বলৈ ধৰিলে। হে মোৰ পূজনীয় অন্ধ পিতা মাতা। আজি মই নিজৰ মৃত্যুৰ কাৰণে তিলমাত্ৰও চিন্তা কৰা নাই। কিন্তু মোৰ হৃদয়ত দুখ আৰু ভয় এই কাৰণেই হ'ব ধৰিছে যে মোৰ অবিহনে তোমালোকক আজিৰ পৰা পানী আৰু ফলমূল কোনে গোটাই দিব ? মোৰ এই শোকাবহ খবৰে তোমালোকৰো হয়তো মৃত্যু ঘটিব। মুনি কুমাৰৰ এনে কৰুণ বিননিত আৰু আৰ্ত্তনাদত সমস্ত অৰণ্য নিনাদিত হৈ পৰিছিল। পশু, পক্ষী, গছ, লতা আদিয়েও শোকত বিহ্বল হৈ তেওঁক সমবেদনা জনালে। প্ৰকৃতি ৰাজ্যত শোকৰ ছাঁই ম্লান কৰি পেলালে। মুনি কুমাৰৰ এই কৰুণ ক্ৰন্দন আৰু বিলাপ দশৰথ ৰজাৰ কাণত পৰিলত গাৰ নোম শিয়ঁৰি উঠিল। ৭৮ ॥

মানুহৰ কৰুণ আৰ্ত্তনাদ শুনি ৰজা দশৰথ আচৰিত হ'ল। এই অটব্য অগাধ অৰণ্যৰ মাজত এয়া কাৰ মৰ্ম্মভেদী কৰুণ স্বৰ ? নিশ্চয় কোনোবা ঋষিয়েই হ'ব। মোৰ এই শব্দভেদী বাণে হয়তো তেওঁক আঘাত কৰিলে ? সঁচাকৈয়ে মই বৰ পাপ কাম কৰিলো। এতিয়া আৰু ভাবি চিন্তি লাভ নাই। মই তেওঁৰ ওচৰলৈ যোৱাহে ভাল হ'ব। ৰথৰ পৰা নামি ৰজাই মুনি কুমাৰৰ ওচৰত থিয় হৈ দেখিলে যে শৰবিদ্ধ মুনিকুমাৰ তেজেৰে ৰাঙলী হৈ চট্‌ফটাই আছে। ৭৯॥

ৰজাক দেখা পোৱাৰ লগে লগে সিন্ধুমুনিয়ে মাত লগালে। তুমি কোন ? কিয় মোক বধ কৰিলা ? মই তোমাৰ ওচৰত কোনো অপৰাধ কৰা নাছিলো। মোৰ পিতা-মাতাই পূৰ্বজন্মত তোমাৰ ওচৰত অপৰাধ লগাইছিলে নেকি ? বোধকৰো তেনে কিবা অপৰাধ আৰু পাপৰ ফলস্বৰূপে আজি মোৰ এনে দশা হ'বলৈ পালে নেকি ? এই বুলি সিন্ধুমুনিয়ে কান্দি কান্দি ক'বলৈ ধৰিলে ৮০॥

মুনি কুমাৰৰ কথা শুনি ৰজা চিন্তান্বিত হ'ল। ৰজাই মাত লগালে - হে ধৰ্ম্মাৱতাৰ মুনিকুমাৰ, তোমাৰ এই পৱিত্ৰ জীৱন মোৰ এই অমোঘ শব্দ ভেদী বাণে শেষ কৰি পেলালে। উস মইয়ে কিমান মহাপাপ কৰিলো। মই অযোধ্যাৰ ৰজা। মোৰ নাম দশৰথ। মই ভ্ৰমণ কৰিবলৈ আহি এই ঠাইত প্ৰৱেশ কৰিছিলো আৰু কোনোবা বনৰীয়া দঁতাল হাতীয়ে জলক্ৰীড়া কৰা বুলিহে মই শব্দভেদী বাণ প্ৰহাৰ কৰিছিলো। ৮১॥

সেই বাণে আপোনাৰ এই সাত্বিক পৱিত্ৰ শৰীৰহে শালি পেলালে। সি যি কি নহওঁক, এতিয়া আপোনাৰ অন্ধ পিতা মাতা দুজনানো ক'ত আছে অনুগ্ৰহ কৰি মোক দেখুৱাই দিয়ক। মই আজীৱন সিবিলাকক ভৰণ-পোষণ দিম আৰু আপোনাৰ হৈ আজিৰ পৰা মযে সেৱা শুশ্ৰূষা

কৰিম। ৮২॥

ৰজাৰ বিনীত প্ৰাৰ্থনাৰ উত্তৰত মুনি কুমাৰে ক'লে-" হে মহাৰাজ। মই আপোনাক কেনেকৈ বাট দেখুৱাই দিম ? আপোনাৰ বিষ বাণৰ জ্বালাই মোৰ সৰ্ব্ব শৰীৰ দাহ নিব ধৰিছে। এনে অৱস্থাত আপোনাক মই কেনেকৈ বাট দেখুৱাম ? এতিয়া মোৰ প্ৰাণ বায়ু যাওঁ যাওঁ। সোনকালে মোক অলপ পানী আনি দিয়ক। ৮৩॥

ৰজাই নিজৰাৰ পানী আনি মুনি কুমাৰৰ মুখত দিলে। তেজেৰে ৰাঙলী হৈ থকা মুনি কুমাৰৰ দেহাটো ৰজাই পানীৰে ধুৱাই দিলে। পানী মুখত দিয়াৰ লগে লগে মুনি কুমাৰে কৈ উঠিল- "হে ৰাজন। আপুনি এতিয়া মোক মোৰ অন্ধ পিতা মাতাৰ ওচৰলৈ দাঙিলৈ ব'লক" ৮৪॥

ৰজাই মুনি কুমাৰক কোলাত তুলি অন্ধ পিতা মাতাৰ ওচৰ পোৱালেগৈ। বাটতে মুনি কুমাৰৰ প্ৰাণ বায়ু যাওঁ যাওঁ অৱস্থা। গৈ থাকোতে মুনি কুমাৰে অৰণ্যৰ প্ৰাণী সমূহক প্ৰাৰ্থনা কৰি গৈছিল। হে বনৰ দেৱতাসকল। মোৰ আৰাধ্য দেৱ মাতা পিতাৰ চৰণ স্পৰ্শ নকৰালৈকে যাতে মোৰ প্ৰাণ বায়ু উৰি নাযায়। ৮৫"

ৰজা যেতিয়া আশ্ৰমৰ পৰ্ণ-কুটীৰ পালেগৈ তেতিয়া মুনি কুমাৰে ক'লে- হে ৰাজন। এয়া আমাৰ আশ্ৰমৰ কুটীৰ। মোক এতিয়া আপুনি ইয়াত এৰি দিয়ক। কাৰণ বাণৰ বিষত মোৰ শৰীৰ একেবাৰে অৱশ হৈ পৰিছে। তাৰ পাছত মুনি কুমাৰে অন্ধ পিতা মাতাক লক্ষ্য ক'ৰ সকাতৰে ক'বলৈ ধৰিলে। ৮৬॥

হে মোৰ জন্মদাতা পিতা-মাতা। আজিৰ পৰা মই আপোনালোকক ভৰণ-পোষণ দিব নোৱাৰিম। আজি মই মানুহৰ বাণত পৰিলো। বাণৰ বিষত মোৰ প্ৰাণবায়ু যাওঁ যাওঁ। এই সংসাৰ ত্যাগ কৰিবলৈ আৰু মোৰ বেছি সময় নাই। এইদৰে সকৰুণ কাতৰ প্ৰাৰ্থনা জনাই সিন্ধু মুনিয়ে চিৰদিনৰ কাৰণে চকু মুদিলে। কিন্তু অন্ধ পিতা মাতাই সিন্ধু মুনিৰ মৃত্যুৰ ৰহস্য বুজিবই নোৱাৰিলে ৮৭॥

সিন্ধু মুনিৰ মৃত্যুৰ পিছত ৰজাই জুপুৰীটোত প্ৰৱেশ কৰিলেগৈ। অন্ধ মুনিয়ে কোনোবা মানুহ তেওঁলোকৰ ওচৰত থিয় দিছে বুলি অনুমান কৰিছিল। তেনেতে ৰজাই বিনীতভাৱে প্ৰাৰ্থনা কৰি মাত লগালে। ৮৮॥

হে মুনিবৰ। মই সামান্য ব্যক্তি নহওঁ। মই অযোধ্যাৰ ৰজা দশৰথ। মই মৃগয়া কৰিবৰ কাৰণে আহিছিলো। মই ভাবিলো কোনো বন্য দাঁতাল হাতীয়ে নিজৰাত জলক্ৰীড়া কৰি আছে। তাকে ভাবি শব্দ ভেদী বাণ প্ৰহাৰ কৰিলো। কিন্তু পৰিতাপৰ বিষয় যে মোৰ সেই শব্দ ভেদী বাণে আপোনালোকৰ আশ্ৰয় স্থল সিন্ধুমুনিৰ হৃদয় ভেদ কৰিলে অজ্ঞান বশত মই তেওঁক বধ কৰি

মহাপাপ কৰিলো। তেওঁ মোক ক'লে যে তেওঁ অন্ধ মাক-বাপেকৰ কাৰণে ফলমূল আৰু পানী নিবলৈ আহিছিল। এতিয়া আপোনালোকৰ পুত্ৰৰ হৈ মই আজীৱন কাল আপোনালোকৰ সেৱা-শুশ্ৰুষা কৰি থাকিম। মই ৰাজভৱনলৈ আৰু ঘূৰি নাযাওঁ। আপোনালোকৰ কাৰণেই মই মোৰ জীৱন দান দিম। ৮৯॥

এইদৰে ৰজাই দুই তিনিবাৰ নিবেদন কৰাৰ পাছত সেই অন্ধ মুনি আৰু মুনি পত্নীয়ে এনে মৰ্মান্তিক সংবাদটো পাই শোক সাগৰত মগ্ন হৈ হুৰাও-ৰাৱে কান্দিবলৈ ধৰিলে। ৯০॥

তেওঁলোকে হিয়া ভুকুৱাই ভুকুৱাই কান্দি কান্দি ৰজাক ক'লে-হে ৰাজন। এতিয়া আমাক আমাৰ মৃত পুত্ৰৰ ওচৰলৈ লৈ ব'লা। তুমি আমাক ভৰণ-পোষণ দিবা আৰু আজীৱন সেৱা-শুশ্ৰুষা কৰিবা, সেই আশা আমি নকৰো। ৯১॥

ৰজাই ক'লে যদি মোৰ সেৱা শুশ্ৰুষাত আপোনালোক সন্তুষ্ট নহয় তেতিয়া হ'লে মোৰ ৰাজ্যৰ অসংখ্য লিগিৰা-লিগিৰী আনি সেৱা কৰোৱাম। ৯২॥

অন্ধ মুনি আৰু মুনি পত্নী তাতো মান্তি নহল। ৰজাই বাৰম্বাৰ বিনীতভাৱে নিবেদন কৰাৰ সত্বেও তেওঁলোকে তাৰ বাবে মঞ্জুৰ নহল। এইদৰে কোনো ফালৰ পৰা মুনি আৰু মুনি পত্নীক সন্তুষ্ট কৰিব নোৱাৰি ৰজাই তেওঁলোকৰ হাতত ধৰি শৰবিদ্ধ হৈ নিহত হোৱা সিন্ধু মুনিৰ ওচৰ পোৱালেগৈ। ৯৩॥

মৃত পুতেকৰ গাত ধৰি অন্ধ মুনি আৰু মুনি পত্নীয়ে হুৰাও ৰাৱে কান্দিবলৈ ধৰিলে। আৰু ক'লে হে পুত্ৰ সিন্ধুমুনি! তোমাৰ অবিহনে আমি আৰু এই সংসাৰত জীয়াই নাথাকো। আমাৰ আৰু এই সংসাৰত জীয়াই থকাৰ কোনো লাভ নাই। তোমাৰ লগতে আমিও আজি মৃত্যুক আকোৱালি ল'ম। ৯৪॥

হে ৰাজন। মনত ৰাখিবা। আমি যিদৰে পুত্ৰৰ শোকত প্ৰাণ ত্যাগ কৰিম সেইদৰে তুমিও তোমাৰ পুত্ৰৰ শোকত প্ৰাণ ত্যাগ কৰিব লাগিব। এয়ে আমাৰ শেষ অভিশাপ। ৯৫॥

অন্ধ মুনিৰ অভিশাপ শুনি ৰজাই কৰযোৰে ক'লে- হে মুনিবৰ! আপোনাৰ এই অভিশাপে মোক মৃত্যুৰ মুখত পেলাব নোৱাৰে। কাৰণ আজি প্ৰায় ন হেজাৰ বছৰ হ'ল মোৰ কোনো পুত্ৰ সন্তান নাই। মইনো আকৌ কোন পুত্ৰৰ শোকত মৃত্যু মুখত পৰিম? দয়া কৰি মোৰ মনৰ শংকা দূৰ কৰি দিয়ক। ৯৬॥

অন্ধ মুনিয়ে কলে-হে ৰাজন তুমি পুনৰ আমাক কুটীৰলৈ লৈ যোৱা। আমাৰ চাঙৰ ওপৰত দুটা কল আঁৰি থোৱা আছে। সেই কল দুটা লৈ নিজ ৰাজ্যলৈ ঘূৰি যোৱা আৰু ৰাজ্যৰ পাত্ৰ-মিত্ৰ পৰিষদবৰ্গৰ লগত আলোচনা কৰি এটা যজ্ঞৰ আয়োজন কৰা। ৯৭॥

সেই যজ্ঞ উৎসৱলৈ দেশৰ ৰজা-প্ৰজা পুৰোহিত বৰ্গ, ধনী, দুখীয়া, ব্ৰাহ্মণ, ঋষি, মুনি সকলোকে নিমন্ত্ৰণ কৰিবা। দেশৰ দীন-দৰিদ্ৰ ব্ৰাহ্মণ আদিক দান দক্ষিণাৰে আপ্যায়িত কৰিবা। ৯৮।

## ॥ ঋষ্য শৃংগ বৃত্তান্ত॥

যজ্ঞোৎসৱ কৰিবৰ কাৰণে নৰ্মদাৰ তীৰত থকা বশিষ্ঠ(পুৰুচিঠা) ঋষিৰ আশ্ৰমলৈ যাবা। বশিষ্ঠ ঋষিক জনাৰ তিনিটা উপায় আছে। কাৰণ তেওঁৰ মুৰত তিনিটা জঁটা আছে। তিনিওটা জঁটাতে তিনিটা খোপা আছে। সেই তিনিটা জঁটা আৰু খোপা এই সংসাৰত তেওঁৰ বাহিৰে আন কোনো ঋষি মুনিৰে নাই। তেওঁৰ আশ্ৰমখন চাৰিওকালে জল ৰাশিৰে আবৃত এটা দ্বীপত অৱস্থিত। তেওঁৰ দৰে সাধক আৰু তপস্বী আন কোনো নোলাব। দেৱতাসকলে আহি তেওঁৰ ওচৰত শিক্ষা দীক্ষা লৈছিল। তেওঁৰ আশ্ৰমলৈ যি গৈছিল সেই সকলোকে ধৰ্মৰ সাৰ তত্ত্বৰ বাণীবিলাক শুনাই তেওঁ মুক্ত কৰিছিল। বনৰ পশু-পক্ষী বিলাকেও নিৰ্ভয় আৰু নিঃসঙ্কোচে আশ্ৰমত বিচৰণ কৰি ফুৰিছিল। তেওঁৰ আশ্ৰমত দেৱতাসকলে, আনহে নালাগে পশু - পক্ষীবোৰো কোনো অশান্তিৰ সন্মুখীন হ'ব লগীয়াত নপৰিছিল। তেওঁৰ মুখৰ পৰা ধৰ্মৰ বাণী বিলাক যৌ ৰৰখাদি অৰ্নগল প্ৰৱাহিত হৈ আছিল। ৯৯॥

তেওঁৰ আশ্ৰমত এজনী হৰিণীয়ে নিতৌ বিচৰণ কৰি ফুৰিছিল। বশিষ্ঠ মুনিয়ে সদায় এক নিৰ্দিষ্ট ঠাইত প্ৰস্ৰাৱ কৰিছিল। ১০০॥

হৰিণী জনীয়ে সেই ঠাইত গৈ বশিষ্ঠ ঋষিৰ প্ৰস্ৰাৱ খাইছিল। ফলত হৰিণীজনী গৰ্ভৱতী হ'ল। দহ মাহৰ পাছত হৰিণীজনীয়ে এটি মানৱ শিশু প্ৰসৱ কৰিলে। নৱজাত মানৱ শিশুটিয়ে ভূমিষ্ঠ হোৱাৰ লগে লগে কান্দিবলৈ ধৰিলে। হৰিণীজনীয়ে কি জন্ম দিলো বুলি আচৰিত হৈ দূৰৰ পৰা কেৱল ডিঙি মেলি চাইহে থাকিল। ১০১॥

অৰণ্যৰ মাজত মানৱ শিশুৰ কান্দোন শুনি বশিষ্ঠ ঋষিয়েও তত্ৰৰ মানিলে। আৰু তাৰ পাছত তেওঁ আখে বেখে সেই কান্দি থকা মানৱ শিশুটিৰ ওচৰ পালেগৈ। হঠাতে দেখিলে যে অলপ দূৰৈত হৰিণী এজনীয়ে অপলক দৃষ্টিৰে মানৱ শিশুটিৰ ফালে চাই আছে। তেতিয়া বিলম্ব নকৰি ঋষিয়ে সেই আটক ধুনীয়া মানৱ শিশুটি দাঙি আশ্ৰমলৈ লৈ আহিল। কিন্তু সমস্যা হ'ল শিশুটিক এতিয়া গাখীৰ কেনেকৈ দিয়া যায় ? ঋষিয়ে কোনো উপায় নাপাই ধ্যানস্থ হৈ মন্ত্ৰ উচ্চাৰণ কৰিলে আৰু ক'লে যে- মোৰ কনিষ্ঠ আঁঙুলিৰ পৰা গাখীৰ ব'বলৈ ধৰক। ঋষিৰ অভিষ্ট সিদ্ধি হ'ল। ১০২॥

লাহে লাহে তেওঁৰ কনিষ্ঠ আঁঙুলিৰ পৰা গাখীৰ নিগৰি নিগৰি ওলাবলৈ ধৰিলে। মুখত আঙুলিটো দিয়াৰ লগে লগে শিশুটিয়েও চুপিবলৈ ধৰিলে। এইদৰে মানৱ শিশুটি ক্ৰমান্বয়ে হৃষ্ট-

পুষ্ট সবল হৈ আহিবলৈ ধৰিলে। ১০৩॥

নৱজাত মানৱ শিশুটিৰ বয়স বাঢ়ি আহিল। ঋষিয়েও শিশুটিক বিভিন্ন শিক্ষা-দীক্ষা আৰু শাস্ত্ৰ জ্ঞান দিবলৈ ধৰিলে। ল'ৰাটিৰ নাম ৰাখিলে ঋষ্যশৃঙ্গ(চিলিঙ্গা)। তোলনীয়া ঋষ্যশৃঙ্গ গুৰুৰ আশীৰ্বাদ শিৰতলৈ সকলো বিদ্যাতে নিপুন হৈ আহিবলৈ ধৰিলে। বশিষ্ঠ ঋষিয়েও অনুমান কৰিছিল যে বিচাৰ বিবেকৰ ফালৰ পৰা হয়তো ঋষ্যশৃঙ্গ অদ্বিতীয় পুৰুষ হ'ব। ১০৪॥

ভগৱান বুদ্ধই ভিক্ষুসংঘক উদ্দেশ্য কৰি ক'লে যে যদি তোমালোকে জানিবলৈ ইচ্ছা কৰা তেন্তে তেওঁক সুধি লবাহঁক। যেতিয়া আৰ্য্যমৈত্ৰী বুদ্ধ এই পৃথিৱীত আৱিৰ্ভাৱ হ'ব তেতিয়া তেওঁ এই সকলো কথা কৈ দিব। ১০৫॥

অন্ধ মুনিয়ে দশৰথক ক'লে-হে ৰাজন। তুমি যেতিয়া ৰাজ্যত যজ্ঞৰ আয়োজন কৰিবা, তেতিয়া সেই নৰ্মদাৰ তীৰত থকা বশিষ্ঠ ঋষিৰ তোলনীয়া পুত্ৰ ঋষ্যশৃঙ্গ মুনিক তোমাৰ পৱিত্ৰ যজ্ঞ ভূমিত আহুতি দিবলৈ নিমন্ত্ৰণ কৰি আনিবা। সেই যজ্ঞত ঋষ্যশৃঙ্গই আহি তোমাক আগম নিগম সকলো কথা স্পষ্ট কৰি বুজাই দিব। তেৱেঁই তোমাক সন্তান হোৱাৰ উপায়ো দিব। গতিকে ঋষ্যশৃঙ্গ মুনিক যিকোনো উপায়েৰে আনি যজ্ঞত আহুতি দিয়াব লাগিব। এইদৰে অন্ধ মুনিয়ে ৰজা দশৰথক পুত্ৰ লাভৰ সকলো উপায় দিয়াৰ পিছত, পুত্ৰৰ শোকত অন্ধমুনিদ্বয়ে চিৰ দিনৰ কাৰণে এই সংসাৰ ত্যাগ কৰিলে। ১০৬॥

অন্ধ মুনিৰ উপদেশ বাণী শুনি থাকোতেই ৰজাৰ বহুত পলম হ'ল। সাৰথি সুমন্ত্ৰৰ চিন্তা হ'ল ৰজাৰ বা কি হ'ল? ৰজাই কোনো দিন ইমান পলম নকৰে। এইদৰে ভাবি-চিন্তি ৰজা যোৱা বাটেদি অনুসন্ধান কৰি কৰি সাৰথি যাবলৈ ধৰিলে। সাৰথিয়ে গৈ দেখিলে যে ৰজাই তিনিটা মৃতদেহ আগত লৈ চিন্তান্বিত হৈ বহি আছে। ৰজা একেবাৰে গহীন-গম্ভীৰ। সাৰথিয়ে ৰজাক অভিবাদন জনাই সবিশেষ সুধিলে। ১০৭॥

তেতিয়া দশৰথে ক'লে-পূৰ্বজন্মৰ কৰ্ম ফল অনুসৰি এনে এটা ঘটনা হঠাতে ঘটি গ'ল। মই অজানিতে অন্ধমুনিৰ পুত্ৰ সিন্ধুমুনিক আজি শৰবিদ্ধ কৰি হত্যা কৰিলো। সিন্ধুৰ মাক বাপেক অন্ধ। মোৰ শব্দভেদী বাণে কুমাৰৰ বুকু ভেদ কৰিলে। মাক বাপেকক সেৱা জনাই তেওঁৰ মৃত্যু হ'ল। পুত্ৰৰ শোকত অন্ধমুনি আৰু তেওঁৰ পত্নীয়েও নশ্বৰ দেহ ত্যাগ কৰিলে। ১০৮॥

সিন্ধুমুনিৰ অৱস্থাটোৰ বিষয়ে মই অন্ধমুনিক জনালো। অন্ধমুনিয়ে তেতিয়া নিজ পুত্ৰৰ গুণ গৰিমা বখানি শোকত ব্যাকুল হৈ পৰিল। সিবিলাকৰ ভৰণ পোষণৰ দায়িত্ব আৰু আজীৱন সেৱা-শুশ্ৰূষা কৰি থাকিম বুলি আশ্বাস দিলো। কিন্তু তেওঁ বিলাকে মোৰ সেই ত্যাগ আৰু সেৱাৰ প্ৰতি সহাৰি নজনালে। ১০৯॥

তেওঁলোকে কেৱল মোক নিজৰ ৰাজ্যলৈ ঘূৰি যাবৰ নিমিত্তেহে আদেশ দিলে। মোৰ ৰাজ্যৰ লিগিৰা-লিগিৰী আনি প্ৰতিপালনৰ ব্যৱস্থা কৰি দিয়াৰ কথাতো তেওঁলোকে সম্মতি প্ৰদান নকৰিলে। কোনো ফলৰ পৰাই মই মাষ্টি কৰাব নোৱাৰিলো অৱশেষত তেওঁলোকক মৃত পুত্ৰৰ ওঁচৰলৈ লৈ আহিলো। ১১০।

মৃত পুত্ৰ সিন্ধুমুনিৰ গাত অন্ধ পিতৃ মাতৃয়ে হাত বুলাই উচ্চস্বৰে বিলাপ কৰিবলৈ ধৰিলে। অৱশেষত সিঁবিলাকেও পুত্ৰৰ শোকতেই প্ৰাণ ত্যাগ কৰিলে অদৃষ্টৰ লিখন অখণ্ডনীয়। যাৰ ভাগ্যত যি লিখা থাকে তাক কোনেও খণ্ডন কৰিব নোৱাৰে। কৰ্মৰ ফল যাৰ যেনে ভাবে হয় ঠিক তেনেকৈ ভোগ কৰিব লাগিব। ১১১॥

এতিয়া আমাৰ কৰ্তব্য হ'ল এই তিনিওটা মৃত দেহৰ সৎকাৰ এই জুপুৰীতেই কৰিব লাগিব। যাতে তেওঁবিলাকৰ আত্মাই মুক্তিলাভ কৰে ১১২॥

ৰজাৰ কথাত সাৰথিয়ে মাত লগালে। হে ৰাজন এই জুপুৰীটোৰ আৰু কোনো কাম নাই। এওঁবিলাক তিনিওকে এই জুপুৰীৰ ভিতৰতে সৎকাৰ কৰা হওঁক। কাৰণ এই জুপুৰীত আৰু কোনো নাথাকে। ১১৩॥

সাৰথিৰ পৰামৰ্শমতেই সপত্নীক অন্ধমুনি আৰু সিন্ধুমুনি তিনিওকে সেই জুপুৰীৰ ভিতৰতে ৰজা আৰু সাৰথিয়ে অগ্নি সংস্কাৰ কৰিলে। ১১৪॥

দাহ সংস্কাৰ কৰাৰ পিছত ৰজা আৰু সাৰথিয়ে কল দুটালৈ অযোধ্যা নগৰৰ ফালে যাত্ৰা কৰিলে ৰথ চলি থাকোতে ৰজাই সাৰথিক অন্ধমুনিয়ে কৰা ভৱিষ্যত বাণীৰ কথাও জনালে। ১১৫।

হে সাৰথি সুমন্ত্ৰ। অন্ধমুনি আৰু তেওঁৰ পত্নীয়ে মোক অভিশাপ দিলে যে আমি যিদৰে পুত্ৰৰ শোকত প্ৰাণ ত্যাগ কৰিব লগীয়া হ'ল, তুমিও ঠিক সেইদৰেই পুত্ৰৰ শোকত প্ৰাণ ত্যাগ কৰিব লাগিব। তেওঁলোকৰ অভিশাপৰ প্ৰত্যুত্তৰত মই ক'লো-হে মুনিবৰ আপোনাৰ অভিশাপ মোৰ গাত কেনেকৈ লাগিব ? কাৰণ মই অপুত্ৰক ৰজা। মইনো কোন পুত্ৰৰ শোকত মৰিব লাগিব? তেতিয়া তেওঁলোকে মোক এই কল দুটা দিলে। ১১৬॥

ৰাজ্যত গৈ কল দুটাৰে এটা বিৰাট যজ্ঞোৎসৱ পাতিবা। সেই যজ্ঞত ৰাজ্যৰ ৰজা, প্ৰজা, ব্ৰাহ্মণ, ধনী, দুখীয়া সকলোকে নিমন্ত্ৰণ কৰি দান দক্ষিণা আদি দি আপ্যায়িত কৰিবৰ কাৰণেও বিধান দিছে। ১১৭॥

নৰ্মদা নদীৰ তীৰত বশিষ্ঠ ঋষিৰ আশ্ৰম আছে, তাতে ঋষিৰ এটি ডেকাৰীয়া পুত্ৰ আছে। তেওঁৰ নাম ঋষ্যশৃঙ্গ। তেওঁক যজ্ঞ ভূমিলৈ নিমন্ত্ৰণ কৰিবলৈ নিৰ্দেশ দিছে। কল দুটা ঋষ্যশৃঙ্গৰ

হাতত দি যজ্ঞত পুত্ৰ কামনা কৰিবলৈ কৈছে। কাৰণ কল দুটালৈ ঋষ্যশৃঙ্গ মুনিয়ে পুত্ৰ লাভৰ বিধান দিব। যেতিয়া যজ্ঞৰ কাম সমাধা হৈ যাব তেতিয়া সেই অঙ্কমুনি প্ৰদত্ত কলদুটা তিনিও ৰাণীক ভাগ কৰি খাবলৈ দিব। সেই কল খোৱাৰ পাছত বোলে মোৰ চাৰিটি সন্তান জন্ম হ'ব। ১১৮॥

ৰজাৰ কথাবিলাক শুনি সাৰথিয়ে মাত লগালে- হে ৰাজন! আপুনি এই বিষয়ে তিলমাত্ৰও চিন্তা নকৰিব। সকলো ব্যৱস্থা আমি কৰি দিম। ঋষ্যশৃঙ্গ মুনিক যিকোনো উপায়েৰে আমি যজ্ঞভূমিলৈ আনিম। ১১৯॥

পুত্ৰৰ শোকত যদিও আপোনাৰ মৃত্যু ঘটিব তথাপি আপোনাৰ ৰাজ্যৰ উত্তৰাধিকাৰীৰ কাৰণে পুত্ৰৰ আৱশ্যক। সাৰথিৰ পৰামৰ্শত ৰজাই সন্তোষ প্ৰকাশ কৰিলে। ১২০॥

ৰজাই সাৰথিক ক'লে- এটা কথা হ'ল, মুনিয়ে মাত্ৰ দুটা কলহে দিলে। মোৰ যে তিনিগৰাকী ৰাণী। তিনিটা কল হোৱাহ'লে কোনো আপত্তি নাছিল। বাৰু তুমিয়েই কোৱাচোন কল দুটা কোন ৰাণীক দিলে ভাল হ'ব ? ১২১ ॥

সাৰথিয়ে ৰজাৰ প্ৰশ্নৰ উত্তৰত ক'লে- হে মহাৰাজ। এটা কল আপোনাৰ ডাঙৰ গৰাকী পাটমাদৈক দিলে ভাল হ'ব। ইটো কল ভাগ কৰি মাজুৰাণী আৰু সৰুৰাণীক দিয়া ভাল হ'ব। সাৰথিৰ বিচাৰত ৰজাই মিচিকিয়াই হাঁহিলে। ১২২॥

সঁচাকৈয়ে সাৰথি তুমি বৰ উত্তম বিচাৰ কৰিছা। এটা এটা কল প্ৰত্যেককে দিব পৰা হ'লে বৰ ভাল আছিল। দুয়ো এইদৰে কথোপকথন কৰি আনন্দ মনেৰেই ৰাজপ্ৰাসাদ পালেহি। ৰাজপ্ৰাসাদ পাই ৰজাই তিনিও ৰাণীৰ লগত ভোগ বিলাসত দিন কটালে। ১২৩॥

## ॥ দশৰথৰ অসুৰ বিজয়॥

ইন্দ্ৰ (ইনতাচিকত্ৰা) দেৱতা সকলৰ বাসস্থান স্বৰ্গৰ ৰজা। এসময়ত অসুৰ বিলাকে ইন্দ্ৰৰ তুষিত ৰাজ্য আক্ৰমণ কৰিছিল। দেৱৰাজ ইন্দ্ৰই দেৱতাসকলক অসুৰ বিলাকক বধ কৰিবলৈ আদেশ দিছিল। দেৱতা আৰু অসুৰৰ মাজত ভয়ানক যুদ্ধ হ'ল। দুয়োপক্ষৰ তুমুল সংঘৰ্ষত কোনো পক্ষই হাৰ মনা নাছিল। এই ভীষণ যুদ্ধৰ বিভীষিকাই ব্ৰহ্মাৰ আসনো কঁপাই তুলিছিল। ১২৪॥

তেতিয়া চাহাম পাতি প্ৰাম্মাই (ব্ৰহ্মাই) সোঁ-শৰীৰে তুষিত ৰাজ্যলৈ আহি ক'লে-"হে দেৱেন্দ্ৰ! তুমি বোলে অসুৰৰ লগত ভীষণ যুদ্ধ কৰি আছা ? কিন্তু এটা কথা। অসুৰ বিলাকক পৰাজয় কৰাটো সম্ভৱপৰ নহয়। কাৰণ অসুৰৰ শক্তি অপাৰ। সেই অসুৰক দমন কৰিব পৰা ক্ষমতা কেৱল মৰ্ত্যলোকৰ দশৰথ(তাত্চাৰথা)ৰ হে আছে। ১২৫॥

তুমি বিলম্ব নকৰি মৰ্ত্যলোকৰ সেই দশৰথ ৰজাক নিমন্ত্ৰণ কৰি আনা। তেওঁৰ ওচৰত যুদ্ধৰ সাহায্য বিচাৰা। তেওঁৰ অবিহনে অসুৰক পৰাস্ত কৰা অসম্ভৱ। ১২৬॥

চাহাম পাতি প্ৰাজ্ঞা (ব্ৰহ্মা)ৰ আজ্ঞা মতে দেৱৰাজ ইন্দ্ৰই মৰ্ত্যলোকৰ অধিপতি দশৰথ ৰজাক অসুৰৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ আহ্বান জনাই আৰু ক'লে অসুৰৰ অন্যায় অত্যাচাৰত দেৱতা সকলৰ মনত শান্তি নোহোৱা হৈছে। ১২৭॥

দশৰথ ৰজাই ইন্দ্ৰক সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিলে - আপুনি এতিয়া নিশ্চিন্তমনে থাকক। কালিলৈকে মই আপোনাৰ সহায়ৰ উদ্দেশ্যে গৈছো। ১২৮॥

হে দেৱৰাজ! অসুৰ আৰু দেৱতাৰ মাজত যি সংঘৰ্ষ চলিছে, তাৰ কাৰণে আপুনি অকনো চিন্তা নকৰিব। মই অতপালি কৰা অসুৰক ভালদৰে মজা দিম। এই বুলি ৰজাই সাজি কাচি সু-সজ্জিত হৈ যুদ্ধ ক্ষেত্ৰত জপিয়াই পৰিল। সন্মুখ সমৰত গৈ ৰজাই সাৱধান বাণী শুনালে- যানৰইত তইঁতৰ যদি প্ৰাণলৈ মমতা আছে তেন্তে এই সমৰ ক্ষেত্ৰ পৰিত্যাগ কৰহঁক। অন্যথা ইয়াৰ পৰিণতি বেয়া হ'ব। এই বুলি কৈ ৰজাই ধনুত গুণ লগালে। ১২৯॥

এনে এপাট শৰ ৰজাই অসুৰৰ গালৈ নিক্ষেপ কৰিলে যে সেই শৰৰ প্ৰহাৰত অসুৰ বিলাক চেদেলি-ভেদেলি হৈ যেনি-তেনি চিটিকি পৰিল। অসুৰো কম নহয়। সিহঁতেও চোকা চোকা কাণ্ড ৰজালৈ নিক্ষেপ কৰিবলৈ ধৰিলে। আউৰিয়ে আউৰিয়ে মাৰিবলৈ ধৰা বাণে গোটেই সমৰ ভূমি অন্ধকাৰ কৰি তুলিছিল। এনেহেন লাগিল যেন ৰজা ঘোপমৰা আন্ধাৰত ডুবি প'ল। ১৩০॥

উপায় নাপাই ৰজাই বায়ুবাণ নিক্ষেপ কৰিলে। কিন্তু সেই বাণে কাম নকৰাত চণ্ডাচক্ৰী নামে এপাট বাণ প্ৰয়োগ কৰি ৰজাই অসংখ্য অসুৰ পলকতে নিধন কৰি পেলালে। ১৩১॥

অসুৰ বিলাকেও তীক্ষ্ণ বাণ নিক্ষেপ কৰিছিল। কোনো পক্ষই পলায়নৰ নাম লোৱা নাছিল, দুয়ো পক্ষই অবিৰাম গতিত যুদ্ধ কৰিবলৈ ধৰিলে। অসুৰৰ বাণত ৰজা ক্ষত বিক্ষত হৈ গৈছিল। ৰজাই তথাপি উদ্যম হেৰোৱা নাছিল। শেষত ৰজাই 'কণ-থামা' নামৰ এপাট বাণ নিক্ষেপ কৰিলে। সেই বাণৰ পৰাই তিনিকোটি বাণ বাহিৰ ওলাল। সেই বাণৰ আঘাতত অসংখ্য অসুৰ সেনাই পলায়ন কৰিলে। ১৩২॥

দেৱৰাজ ইন্দ্ৰই বুজিলে যে দশৰথ ৰজাৰ বাণৰ প্ৰকোপত অসুৰ বিলাক পলাই পত্ৰং দিছে। ৰজাৰ মহিমা মণ্ডিত পৰাক্ৰমত আৰু বীৰত্বত পৰম সুখী হৈ ৰজাক অশেষ ধন্যবাদ দিলে। ১৩৩॥

মহাৰাজ আপোনাৰ দুৰ্জয় প্ৰতিভাশালী বীৰত্বত মই বৰ সন্তোষ লাভ কৰিছো। এতিয়া আপোনাক কি বৰ লাগে ইচ্ছামতে বিচাৰিব পাৰে। ১৩৪॥

ৰজাই ক'লে- হে দেৱৰাজ! মই আপোনাৰ পৰা এটা কথা জানিব খুজিছো; অন্ধমুনিয়ে মোক এটা অভিশাপ দিলে। সেই মতে মই পুত্ৰৰ শোকত মৰিম। ১৩৫॥

ইন্দ্ৰই ক'লে- মহাৰাজ। কৰ্ম্মৰ ফল বিলাক কাৰো ইচ্ছাকৃত নহয়। অজ্ঞাত কৰ্ম্মৰ বিপাকে আপোনাৰ ওপৰত কোনো প্ৰভাৱ পেলাব নোৱাৰে। তাৰ কাৰণে আপুনি অকনো চিন্তান্বিত নহব। কিন্তু অন্ধমুনিৰ অভিশাপ আপুনি ভোগ কৰিব লাগিব। কাৰণ আপোনাৰ পুত্ৰ হ'ব। এইদৰে দুয়ো কথা বতৰা পাতি নিজ ৰাজ্যলৈ গ'ল। ১৩৬॥

যুদ্ধক্ষেত্ৰত ৰজাই আঘাত পাইছিল। ৰাজপ্ৰাসাদত গৈ ৰজাই মাজুৰাণীক বিৱৰি কৈছিল। য'ত জখম হৈছিল, সেই ঠাইবিলাক কৈকেয়ীক দেখুৱাইছিল। ৰাণীয়ে আগ্ৰহৰে সৈতে ৰজাক প্ৰতিপালন কৰিবলৈ ধৰিলে। জাৰি ফুকি দিয়াত ৰজাৰ ঘা ভালহৈ যাব ধৰিলে। ১৩৭॥

ৰজাই ৰাণীৰ পৰিচৰ্য্যাত বৰ সন্তোষ প্ৰকাশ কৰিলে। আৰু ৰাণীক ক'লে- এতিয়া তুমি ইচ্ছামতে মোৰ পৰা দুটা বৰ বিচাৰিব পাঁৰা। ১৩৮॥

ৰাণীয়ে ক'লে- মই এতিয়া কোনো অভাৱ অভিযোগৰ সম্মুখীন হোৱা নাই। এতিয়া মোক কোনো বৰ নালাগে। যেতিয়া আৱশ্যক হ'ব তেতিয়া মই খুজি ল'ম। ১৩৯॥

## ॥ দশৰথৰ যজ্ঞলৈ ঋষ্যশৃঙ্গ আনয়ন॥

ৰজায়ো ৰাণীৰ কথাত সন্তোষ প্ৰকাশ কৰি কোঠাৰ পৰা ওলাই ৰজাই সাৰথিক আদেশ দিলে। ১৪০॥

সাৰথি তুমি অনতিপলমে ৰাজ্যৰ ৰজা, প্ৰজা, ঋষি, মুনি, ব্ৰাহ্মণ, দীন, দুখী সকলোকে নিমন্ত্ৰণ কৰি আনা। ৰজাৰ আদেশানুসাৰে সুমন্ত্ৰ সাৰথিয়ে সকলোকে নিমন্ত্ৰণ কৰি আনিলে। ১৪১॥

ৰজায়ো প্ৰজাবৰ্গক সম্বোধন কৰি ক'লে- হে মোৰ আদৰৰ প্ৰজাবৰ্গ আৰু পাৰিষদ বৰ্গ। আপোনালোকক আজি সাদৰেৰে নিমন্ত্ৰণ কৰাৰ অভিপ্ৰায় কি জানেনে ? মোৰ ৰাজ্যত এটা ডাঙৰ যজ্ঞ উৎসৱ আয়োজন কৰিব লাগে। যজ্ঞোৎসৱত ঋষি, মুনি, ব্ৰাহ্মণ, দৰিদ্ৰ আদি যি কোনো লোক আহিব আৰু সেই সকলোকে দান দক্ষিণা আদি দি আপ্যায়িত কৰিব লাগিব। গতিকে দেশৰ ৰজা, প্ৰজা, পুৰোহিত আদি লোকক নিমন্ত্ৰণ কৰি আনিব লাগিব। দূৰ-দূৰণিৰ অতিথিসকল থাকিবৰ কাৰণে আৰু সিবিলাকৰ সু-ব্যৱস্থিত পৰিচৰ্য্যাৰ ব্যৱস্থা কৰিব লাগিব। ১৪২॥

এটা বিশেষ কথা। ঋষ্যশৃঙ্গ মুনিক যি কোনো উপায়েৰে এই যজ্ঞভূমিলৈ নিমন্ত্ৰণ কৰি আনিব লাগিব। তেওঁনো বাৰু ক'ত থাকে ? তেওঁ আহিলেহে মোৰ যজ্ঞৰ সাৰ্থকতা হ'ব। কাৰণ মোৰ পুত্ৰ সন্তান হোৱাৰ আশীৰ্বাদ ঋষ্যশৃঙ্গইহে প্ৰদান কৰিব পাৰিব। ১৪৩॥

ৰজাৰ আদেশ আৰু পৰামৰ্শ শুনি এজন বৃদ্ধ ব্ৰাহ্মণে ক'লে, মহাৰাজে ঠিকেই কৈছে। ঋষ্যশৃঙ্গ মুনিক যজ্ঞ উৎসৱলৈ নানিলে যজ্ঞৰ সাৰ্থকতা নহব।কাৰণ শাস্ত্ৰতো শৃঙ্গ মুনিক শ্ৰেষ্ঠ বুলি কৈছে। তেওঁৰ ভৱিষ্যত বাণী কেতিয়াও অথলে নাযায়। এতিয়া সমস্যা হ'ল তেওঁক নিমন্ত্ৰণ কৰি

অনাটো। কাৰণ তেওঁ বহুত দূৰত থাকে। তেওঁক নিমন্ত্ৰণ কৰিবৰ কাৰণে যাব কোন ? ৰজাই তেতিয়া প্ৰজাবৰ্গক উদ্দেশ্য কৰি ক'লে- কোনজন সাহসী লোকে গৈ আশ্ৰমৰ পৰা তেওঁক লৈ আনিব পাৰিব ? ১৪৪॥

যি জনে তেওঁক আনি দিয়াৰ সম্মতি প্ৰদান কৰিব তেওঁক উপযুক্ত পুৰস্কাৰ প্ৰদান কৰা হ'ব ৰজাৰ প্ৰশ্নত প্ৰজাবৰ্গৰ মাজৰ পৰা এজনী বুঢ়ীয়ে মাত লগালে। মহাৰাজৰ আদেশ শিৰোধাৰ্য্য কৰি এই বুঢ়ী বেটীয়েই ঋষ্যশৃঙ্গক আশ্ৰমৰ পৰা মাতি আনিব পাৰিম। ১৪৫॥

আপুনি মোক কিছুমান ব্যৱস্থা কৰি দিব লাগিব। মুনি শ্ৰেষ্ঠ ঋষ্যশৃঙ্গক আনিবৰ কাৰণে মোক এখন নাওঁ লাগিব। ৰজাৰ এটা প্ৰতিমূৰ্ত্তি লাগিব। কেইজনীমান পাট-গাভৰু ছোৱালী। লগতে কিছু খাদ্য-সামগ্ৰীও লাগিব। ১৪৬॥

বুদ্ধিমতী বুঢ়ীয়ে বিচৰামতেই ৰজাই তত্তালিকে মন্ত্ৰীৰ হতুৱাই সকলো ব্যৱস্থা কৰি দিয়ালে। সকলো বস্তু পোৱাৰ পিছত বুঢ়ীয়ে দিন বাৰ ক্ষণ চাই আশ্ৰমলৈ যাবলৈ সাজি কাচি ওলাল। ১৪৭॥

বহুত দিন বহুত ৰাতি অতিক্ৰম হোৱাৰ পিছত বুঢ়ীয়ে নাওঁ নি নৰ্মদাৰ তীৰত থকা আশ্ৰমত চপালে। ঋষিৰ আশ্ৰমৰ চাৰিওফালে পানী। এই জল ৰাশিৰ মাজত ঋষিৰ পৱিত্ৰ আশ্ৰম। বশিষ্ঠ ঋষিয়ে আনন্দ উল্লাসৰ মাজেদি ধৰ্ম্ম কৰ্ম্মত লিপ্ত আছিল। ১৪৮॥

বুঢ়ীয়ে নিজৰ সুবিধানুসাৰে আশ্ৰমৰ কিছু দূৰতে চাউন পাতিলে। সময় আৰু সুবিধা বুজি খাদ্য সম্ভাৰ, ফল-মূল আৰু পাট-গাভৰু কেইজনীলৈ বুঢ়ী ঋষিৰ আশ্ৰমৰ ফালে গ'ল। বুঢ়ীয়ে গৈ দেখিলে যে আশ্ৰমত ঋষি নাই। (চিলিঙ্গা) ঋষ্যশৃঙ্গ মুনিহে অকলে আছে। বুঢ়ীৰ মুঠতে গাখীৰতে ম'হৰ খুটি হোৱাদি হ'ল। ১৪৯॥

সুযোগ বুজি বুঢ়ীয়ে এচুঙা পানী জাৰি ল'লে। লগতে ফল-মূলৰ টোপোলাটি লৈ বুঢ়ী আশ্ৰমৰ ঋষ্যশৃঙ্গৰ ওচৰত উপস্থিত হ'ল। বুঢ়ীয়ে দেখিলে বশিষ্ঠ ঋষি আশ্ৰমত নাই। গতিকে তেওঁৰ অতি সুবিধা হ'ল। বিচিত্ৰ কথা হ'ল যে ঋষ্যশৃঙ্গৰ কোনো দিনে মানুহৰ লগত সাক্ষাৎ হোৱা নাছিল। (চিলিঙ্গা) মুনিয়ে আদব-কায়দা, মায়াজাল, তথা তন্ত্ৰ-মন্ত্ৰৰ কথা একোকে জনা নাছিল। ১৫০॥

বুঢ়ীয়ে সবিনয়ে ঋষ্যশৃঙ্গ মুনিক প্ৰণাম জনালে আৰু ক'লে- হে মুনিবৰ! আমি আপোনাক দিবলৈ কিছু খাদ্য-সামগ্ৰী লৈ আহিছো। আপুনি পেতুৰ্কৰ্ম্মত ব'সকৰা বোধিসত্ত্বৰ তুল্য। গতিকে আমাৰ উপহাৰৰ বস্তু আপুনি গ্ৰহণ কৰক। ১৫১॥

বুঢ়ীৰ প্ৰাৰ্থনা শুনি (চিলিঙ্গা) মুনিয়ে সুধিলে-আপোনালোক কোন দেশৰ পৰা আহিছে ? ইয়ালৈ অহাৰ অভিপ্ৰায় কি ? ১৫২॥

বুঢ়ীয়ে ক'লে- আমি আপোনাক দান দক্ষিণা আদি কৰি আপ্যায়িত কৰিবৰ নিমিত্তে আহিছোঁ। আমাৰ দেশৰ নাম অযোধ্যা। আপুনি আমাৰ উপহাৰৰ ফল-মূল গ্ৰহণ কৰি মনোবাঞ্ছা সিদ্ধি কৰক। ১৫৩॥

ঋষ্যশৃঙ্গ মুনিয়ে ক'লে- আপোনালোকৰ ব্যৱহাৰত মই বৰ সন্তোষ পাইছো। কিন্তু এতিয়া কথা হ'ল মোৰ পিতা বৰ্তমান আশ্ৰমত নাই। আজি কেইবাদিনো হ'ল, বাহিৰত ফল-মূল অন্বেষণৰ কাৰণে গ'ল। পিতাৰ অনুপস্থিতিত আৰু বিনা আদেশত মই আপোনালোকৰ উপহাৰৰ বস্তু গ্ৰহণ কৰিব নোৱাৰো। পিতা আহিলে গ্ৰহণ কৰিম। ১৫৪॥

বুঢ়ীয়ে ক'লে- আপুনি যদি ঋষিৰ অনুপস্থিতিত ফল-মূল গ্ৰহণ কৰিব নিবিচাৰে তেন্তে আমি অনা পানী চুঙাকে গ্ৰহণ কৰক। কাৰণ পানীয় বস্তুত কোনো দোষ নাই। বুঢ়ীৰ কাতৰ অনুৰোধত ঋষ্যশৃঙ্গই মন্ত্ৰ পূত কৰি অনা পানী চুঙা ঘট ঘট কৰি খালে। ১৫৫॥

যাদু মন্ত্ৰ কৰি দিয়া পানী চুঙা খোৱাৰ পাছতে ঋষ্যশৃঙ্গ মুনি বুঢ়ীৰ প্ৰতি আকৃষ্ট হৈ পৰিল। মন্ত্ৰৰ ভালত মুনিয়ে বুঢ়ীক তন্ন তন্ন কৰি সুধিলে -আপোনালোকৰ দেশৰ নাম কি? সবিশেষ জনাই মোক সুখী কৰক। ১৫৬॥

বুঢ়ীয়ে ক'লে - আপুনি যদি আমাৰ দেশৰ কথা জানিব বিচাৰিছে, তেতিয়াহ'লে আমাৰ লগত যাব লাগিব। আমাৰ দেশৰ নাম অযোধ্যা (অযুঠা) ই এখন বিশাল দেশ। ১৫৭॥

বুঢ়ীয়ে ক'লে- মুনিবৰ! আজি আশ্ৰমত আপোনাৰ পিতৃগুৰু নাই। গতিকে তেখেত আহক। কালিলৈ যোৱাৰ চিন্তা কৰিব লাগিব। এইদৰে বুঢ়ীয়ে ছল-চাতুৰি কৰি কূট-কৌশলেৰে মুনিক বাজি কৰাই সাউৎকৰে আশ্ৰমৰ পৰা শিবিৰলৈ গ'ল। ১৫৮ ॥

(পুকচিঠা) বশিষ্ঠ মুনি ভ্ৰমণৰ পৰা আশ্ৰমলৈ ঘূৰি আহিল। লগে লগে ঋষ্যশৃঙ্গই পিতাক বশিষ্ঠক অযোধ্যা নগৰৰ পৰা অহা বুঢ়ী আৰু পাট-গাভৰু কেইজনীৰ আগমনৰ অভিপ্ৰায় জনালে। অৱশেষত ঋষ্যশৃঙ্গ বুঢ়ীৰ লগত অযোধ্যা নগৰলৈ যোৱাৰ প্ৰস্তাৱ আগবঢ়ালে। ১৫৯॥

বশিষ্ঠ ঋষিয়ে অযোধ্যা নগৰলৈ যাবলৈ তেওঁক বাধা প্ৰদান কৰিলে। কিন্তু ঋষ্যশৃঙ্গই মানি নললে। ঋষ্যশৃঙ্গ বুঢ়ীৰ লগত যাবলৈ ওলাল। দ্বিগুণ উৎসাহেৰে ঋষ্যশৃঙ্গ, বুঢ়ী আৰু পাট-গাভৰু কেইজনীৰে সৈতে আনন্দেৰে নাওঁ বাই গৈ অযোধ্যা নগৰ পালেগৈ। সকলোৰে হৃদয়ত বিপুল আনন্দ। ১৬০॥

দেশ বিদেশৰ পৰা অহা ৰজা, প্ৰজা, পুৰোহিত সকলে আহি অযোধ্যা উৰাল যাবাল নগৰলৈ ধৰিলে। ১৬১॥

অযোধ্যা নগৰীত আয়োজিত যজ্ঞ উৎসৱত যোগদান কৰিবৰ কাৰণে দেশ বিদেশৰ পৰা

ৰজা, প্ৰজা, দুখী, সুখী, ব্ৰাহ্মণ আদিৰ অবিৰাম জন প্ৰৱাহ ব'বলৈ ধৰিলে। সেই অনুপাতে ৰজাই সকলো অতিথিৰ থকা মেলাৰ সুবন্দবস্ত কৰি দিলে। যোৱা বোৱাৰ যথোচিত সু-ব্যৱস্থা কৰি দিয়ালে। ৰজাই ইচ্ছামতে মুক্ত হস্তে দান দক্ষিণা কাৰিবলৈ ধৰিলে। তেওঁ অতি উলহ-মালহেৰে সকলো প্ৰজাকে সন্তোষ দিবৰ কাৰণে চেষ্টা কৰিছিল। ১৬২।

ৰজা দশৰথৰ যজ্ঞ উৎসৱ চাবৰ নিমিত্তে স্বৰ্গ-মৰ্ত্য, পাতাল পুৰীৰ পৰাও অসংখ্য লোক আহিছিল। মুঠৰ ওপৰত গঙ্গা নদী (পেঙলাই) পাৰত আয়োজিত যজ্ঞভূমি ও জন সমুদ্ৰৰ নিছিগা ধাৰ বৈছিল। আৰু সমবেত প্ৰজাৰ মাজত বিভিন্ন আলোচনা সমালোচনা আৰম্ভ হৈছিল। ১৬৩॥

## ॥ দেৱতাসকলৰ ৰাৱণ বধৰ মন্ত্ৰণা ॥

আলোচনাৰ প্ৰসঙ্গতে এজন কল্যাণকামী দেৱতাই কৈ উঠিল-আপোনালোক সকলোৱেই জানে আৰু অনুভৱ কৰিছে যে লঙ্কাত এজন দুৰ্দান্ত পাপিষ্ঠ ৰজাই ৰাজত্ব কৰি আছে। তেওঁ স্বৰ্গ, মৰ্ত্য, পাতাল পৰ্যন্ত বিজয় কৰি ফুৰিছে। তেওঁৰ অন্যায় অত্যাচাৰত চন্দ্ৰ, সূৰ্য্য, পিতৃ, বৰুণো পীড়িত হৈছে। আৰু দেৱ মনুষ্যৰ ওপৰত হোৱা ৰাৱণৰ অমানুষিক অত্যাচাৰ উৎপীড়নে হাহাকাৰৰ সৃষ্টি কৰিব ধৰিছে। একচ্ছত্ৰী ৰজা লঙ্কাধিপতিৰ প্ৰকোপত কাৰো হৃদয়ত শান্তি নোহোৱা হৈছে। ১৬৪॥

এতিয়া সেই পাপিষ্ঠক কি উপায়েৰে দমন কৰিব পাৰি তাৰহে এটা উপায় চিন্তা কৰি উলিয়াব লাগে। অন্যথা দেৱ মনুষ্যৰ মাজত শান্তি নহয়। গতিকে আমি এতিয়া একত্ৰিত হৈ সেই (চিপৰো লাক্ৰা) দশাননক বধ কৰাৰ এটা ব্যৱস্থা কৰিব লাগে। আৰু তেওঁক দমন কৰাৰ এটা উপায় বিচাৰি (চাতুমাহা) ব্ৰহ্মাৰ ওচৰলৈ গৈ সকলো দাবী জনাব লাগে। ১৬৫॥

দেৱ সমাজত কল্যাণৰ উপায়, ব্ৰহ্মাদেৱৰ বাহিৰে কোনেও দিব নোৱাৰে। কল্যাণকামী দেৱতাজনৰ এই সুন্দৰ প্ৰস্তাৱত সমৰ্থন জনাই সকলোৱে চাতুমাহাৰাজ প্ৰভুৰ ওচৰলৈ যাবৰ কাৰণে দিন স্থিৰ কৰিলে। ১৬৬॥

এইদৰে সমবেত প্ৰজাবৰ্গই চাতুমাহাৰ ওচৰত উপস্থিত হৈ প্ৰণাম জনালেগৈ। চাতুমাহায়ো প্ৰজাবৰ্গৰ আগমনৰ অভিপ্ৰায় সুধিলে। তেতিয়া সমবেত প্ৰজাবৰ্গই সমস্বৰে নিবেদন কৰিলে-হে সৃষ্টিকৰ্তা; পৃথিৱীত এজন মহাবলী দুৰ্দান্ত ৰাক্ষস ৰাজে ৰাজত্ব কৰিছে। যাৰ অন্যায় অত্যাচাৰত কোনো দেৱ মনুষ্যই শান্তিৰে জীৱন নিৰ্বাহ কৰিব পৰা নাই। ১৬৭॥

তেওঁৰ হৃদয়ত ধৰ্ম কৰ্ম লেশমাত্ৰও নাই। ত্ৰিভুৱনৰ একচ্ছত্ৰী ৰজা হৈ তেওঁ সকলোৰে ওপৰত অত্যাচাৰ কৰি ধৰ্ম কৰ্ম পৱিত্ৰতাক বিনাশ কৰি ফুৰিছে। তেওঁ যদি এনেদৰে অন্যায়, অত্যাচাৰ, উৎপীড়ন কৰি থাকে, তেন্তে ভৱিষ্যতে এই সংসাৰত কোনো ধৰ্ম কৰ্মৰ অস্তিত্ব নাথাকিব।

ধাৰ্মিষ্ঠ ব্যক্তিৰ সংখ্যা কমি আহিব। অত্যাচাৰী পাপীৰ সংখ্যা ক্ৰমে বাঢ়ি যাব। মৃত্যুৰ পিছত সকলোৰেই হয়তো নৰকগামী হ'ব লাগিব। দান-দক্ষিণা কৰি সৎকৰ্ম্ম কৰোতাৰ সংখ্যা সংসাৰত মুঠেই নোহোৱা হ'ব। গতিকে আপুনি পৃথিৱীত শান্তি আৰু ধৰ্ম্ম কৰ্ম্ম তথা পৱিত্ৰতা ৰক্ষা কৰাৰ ব্যৱস্থা কৰিব লাগে। ১৬৮।।

অন্যথা পৃথিৱীত সুখে-সন্তোষেৰে পৱিত্ৰ জীৱন-যাপন কৰা একেবাৰে সম্ভৱ নহব। আপোনাৰ ওচৰত আমাৰ এয়েই সৰল মিনতি। দেৱ সমাজৰ অনুৰোধত ব্ৰহ্মাই ক'লে-দশাননক নিধন কৰা সম্ভৱ নহয়। কাৰণ তেওঁক অমৰণ বৰ দিয়া আছে। গতিকে আমি এতিয়া স্বৰ্গাধিপতি ইন্দ্ৰ(ইনতাচিকত্ৰা)ৰ ওচৰলৈ যোৱাই মঙ্গল হ'ব। ১৬৯।।

সকলোটি গৈ ইন্দ্ৰৰ ওচৰত উপস্থিত হ'ল। তেওঁলোকে ইন্দ্ৰৰ ওচৰত নিবেদন কৰিলে-হে ব্ৰহ্মাধিপতি৷ অত্যাচাৰী দশাননে দেৱ সমাজত বৰ অন্যায় অত্যাচাৰ কৰি ত্ৰিভুৱন ত্ৰাসমান কৰিছে। পৰস্ত্ৰী পৰ্যন্ত হৰণ কৰি দেৱ সমাজত বিশৃংখলাৰ সৃষ্টি কৰিছে। ১৭০।।

(চিপহৌলাঙ্কা) ৰাৱণৰ উৎপাতত আৰু জঘন্য কৰ্ম্ম বিপাকত সংসাৰ বাসী এতিয়া পাপ কৰ্ম্মত লিপ্ত হ'ব। যাৰ হৃদয় অলপ পৱিত্ৰ আছিল, সিয়ো ভ্ৰষ্ট হৈ যোৱাৰ পথত। গতিকে ৰাৱণৰ ধ্বংস কি উপায়েৰে কৰিব পাৰি তাৰহে ব্যৱস্থা কৰিব লাগে। ১৭১।।

দেৱ সমাজৰ বিনয় প্ৰাৰ্থনাৰ প্ৰত্যুত্তৰত ইন্দ্ৰই ক'লে- এই বিষয়ে আলোচনা (চাংমুন) ব্ৰহ্মাৰ ওচৰতহে হ'ব। তেওঁহে ইয়াৰ উচিত ব্যৱস্থা কৰিব পাৰিব। কাৰণ ব্ৰহ্মাই তেওঁক অমৰণ বৰ দিয়া আছে। ১৭২।।

অমৰণ বৰ লাভ কৰা হেতুকে ৰাৱণে কালৈকো ভয় নকৰে। তেওঁক নিধন কৰা সম্ভৱ নহয়। এইদৰে আলোচনা কৰি ইন্দ্ৰ দেৱতা নিমাতহৈ ৰ'ল।১৭৩।।

মৰ্ত্যলোকত দেৱ সমাজৰ মাজত হোৱা আতঙ্ক আৰু অশান্তিৰ ধ্বনিয়ে গৈ ব্ৰহ্মাক কম্পিত কৰি তুলিলে। ব্ৰহ্মাইও কাল বিলম্ব নকৰি মৰ্ত্যলোকত আয়োজিত ৰজা দশৰথৰ যজ্ঞোৎসৱত যোগদানৰ অভিপ্ৰায়েৰে আহিল। ১৭৪।।

(চাহামপাতি) ব্ৰহ্মাক দেখাৰ লগে লগে ইন্দ্ৰই মাত লগালে- হে সৃষ্টিকৰ্তা! আপুনি ৰাৱণক কেনেধৰণৰ বৰ প্ৰদান কৰিলে, যাৰ প্ৰভাৱত ৰাৱণে বিনা সঙ্কোচে ত্ৰিভুৱনত একচ্ছত্ৰী ৰজাহৈ সকলোৰে মাজত অশান্তিৰ সৃষ্টি কৰিব লাগিছে ? ত্ৰিভুৱনবাসী তেওঁৰ ভয়ত 'ত্ৰাহি ত্ৰাহি' হ'ব ধৰিছে। তেওঁৰ ইচ্ছামতে লুটপাত অন্যায় অধৰ্ম্ম কৰি ফুৰিছে। ইয়াৰ প্ৰতিকাৰৰ এটা ব্যৱস্থা দিব লাগে। ১৭৫।।

ইন্দ্ৰৰ প্ৰশ্নৰ উত্তৰত ব্ৰহ্মাই ক'লে- মই ৰাৱণক সকলো প্ৰকাৰৰ বৰ প্ৰদান কৰিলো। তেওঁক

কিন্তু এই তিনি বিধৰ পৰা হাত সাৰি থাকিবৰ কাৰণে বৰ দিয়া নাই যেনে ১) মনুষ্য ২) বৃক্ষবাসী বান্দৰ আৰু ৩) অস্ত্ৰ-শস্ত্ৰ। অন্য বৰৰ প্ৰভাৱতহে ৰাৱণে ত্ৰিভুৱনত অমানুষিক অত্যাচাৰৰ পৰাক্ৰম দেখুৱাই ফুৰিছে। ১৭৬॥

এইদৰে ব্ৰহ্মা আৰু ইন্দ্ৰ দুয়ো বাৰ্ত্তালাপ কৰি থাকোঁতেই ব্ৰহ্মাৰ ঘপহকৰে মনত পৰিল আৰু সাধনাৰ বলত দেখিলে যে (তুষিত ৰাজ্য) স্বৰ্গত বোধিসত্ত্বই নানান অপেশ্বৰীৰ লগত আনন্দ উপভোগৰ মাজেদি কাল কটাই আছে। ১৭৭॥

বোধিসত্ত্বৰ বাহিৰে হয়তো কোনোৱে দুষ্ট ৰাৱণক নিধন কৰিব নোৱাৰিব। গতিকে তুষিত ৰাজ্যত ভোগ বিলাসত থকা বোধিসত্ত্বক মৰ্ত্যভূমিত আৱিৰ্ভাৱ হ'বৰ কাৰণে আমন্ত্ৰণ কৰিব লগা হ'ল। তোমালোক এতিয়া তুষিত ৰাজ্যত গৈ তেওঁক আমন্ত্ৰণ কৰাগৈ। ১৭৮॥

## ॥ বোধিসত্ত্বক মৰ্ত্যত আৱিৰ্ভাৱ হ'বলৈ ইন্দ্ৰৰ প্ৰাৰ্থনা ॥

ব্ৰহ্মাৰ নিৰ্দেশানুসাৰে দেৱৰাজ ইন্দ্ৰই এক পলো বিলম্ব নকৰি তুষিত ৰাজ্যৰ বোধিসত্ত্বৰ ওচৰত গৈ থিয় হ'ল। ইন্দ্ৰই বিনম্ৰতাৰে সৈতে বোধিসত্ত্বক আহ্বান কৰিলে। ১৭৯।

হে (মাৰিচ) প্ৰভু। মৰ্ত্যলোকত পাষণ্ড দুৰাচাৰী ৰাৱণে অন্যায় অত্যাচাৰ কৰি ধৰ্ম্ম কৰ্ম্ম বিনাশ কৰিছে আৰু দেৱলোকত অশান্তিৰ সৃষ্টি কৰিছে। তেওঁক দমন কৰিব পৰা ক্ষমতা কাৰো হোৱা নাই। ৰাৱণৰ কাৰ্য্য কলাপৰ ফলত সমাজৰ ধৰ্ম্ম কৰ্ম্মৰ অস্তিত্ব নোহোৱা হৈছে। এইদৰে চলি থাকিলে দেৱ সমাজত সাত্বিকতা আৰু পবিত্ৰতা একেবাৰে নোহোৱা হ'বগৈ। দেৱ সমাজে সৎপথ আৰু মুক্তিৰ সন্ধান বিচাৰি উলিয়াব নোৱাৰিব, কেৱল নৰকগামী হোৱাৰ বাহিৰে অন্য উপায় নাইকিয়া হ'ব। আমাৰ নিবেদন- আপুনি মৰ্ত্যলোকত আৱিৰ্ভাৱ হৈ দুষ্ট ৰাৱণক নিধন কৰি দেৱ সমাজত শান্তিৰ নিজৰা বোৱাই তোলক। আপোনাৰ বাহিৰে সেই কালৰূপী ৰাৱণক কোনেও নিধন কৰিব নোৱাৰে। ১৮০॥

ইন্দ্ৰৰ বিনীত প্ৰাৰ্থনাত বোধিসত্ত্বই মৰ্ত্যলোকৰ ফালে ধীৰ স্থিৰ ভাৱে দৃষ্টি নিক্ষেপ কৰিলে। ইন্দ্ৰই ক'লে- আপুনি ভালদৰে নিৰীক্ষণ কৰক, সৌৱা বিশাল (অযুতা) অযোধ্যা ৰাজ্য। সেই ৰাজ্যৰ ৰজা দশৰথ। ১৮১।

(তাততাৰাথা) দশৰথে পুত্ৰ লাভৰ অৰ্থে অনেক দান দক্ষিণা কৰি পুণ্য অৰ্জন কৰি আছে। ৰজাৰ তিনিগৰাকী ৰাণী। তেওঁবিলাকেও ৰজাৰ দান দক্ষিণাত অনুমোদন জনাই পুত্ৰৰ কামনা কৰি পবিত্ৰ হৃদয়েৰে শীল গ্ৰহণ কৰিব ধৰিছে। ১৮২।

আপুনি গৈ কৌশল্যা (কোচনল্যা)ৰ গৰ্ভত জন্ম লওক। আপোনাৰ গা ৰক্ষক তিনিজনে ক্ৰমে কৈকেয়ী(কেকে) আৰু সুমিত্ৰাৰ(সুমিকত্ৰালা)ৰ গৰ্ভত জন্ম লওঁক। ১৮৩॥

আপোনাৰ তিনিকোটি ন লাখ দেৱতাই কিষ্কিন্ধা(কিঙতা) ৰাজ্যৰ পৰ্বত অঞ্চলত জন্ম গ্ৰহণ কৰক। আপোনাৰ অভিযান যেতিয়া আৰম্ভ হ'ব, তেতিয়া আপোনাৰ বিভিন্ন কাৰ্য্যত তেওঁলোক সহায় স্বৰূপ হৈ পৰিব। ১৮৪॥

দেৱৰাজ ইন্দ্ৰই তুষিত ৰাজ্যৰ অধিপতি বোধিসত্ত্বক মৰ্ত্যলোকত কি ৰূপে কেনেকৈ জন্ম গ্ৰহণ কৰিব, সেই বিষয়ে আদ্যোপান্ত পৰামৰ্শ দি অভিবাদন জনাই নিজ ৰাজ্যলৈ গুচি গ'ল। ১৮৫॥

মৰ্ত্যলোকত দশৰথ ৰজাৰ যজ্ঞোৎসৱ উলহ-মালহেৰে উদযাপিত হ'ব ধৰিলে। ইন্দ্ৰয়ো সেই আনন্দ উৎসৱত যোগদান কৰিলেহি। ৰজা প্ৰজা সকলোৱেই দেৱৰাজ ইন্দ্ৰৰ শুভ আগমনত শুভেচ্ছা জ্ঞাপন কৰিলে। তেওঁলোক দেৱৰাজ ইন্দ্ৰৰ পৰা শুভ সংবাদ পোৱাৰ প্ৰতীক্ষাত ৰ'ল। ইন্দ্ৰই আহি দেৱ সমাজত জনালে যে তুষিত ৰাজ্যৰ অধীশ্বৰ বোধিসত্ত্বই মৰ্ত্যলোকত আৱিৰ্ভাৱ হৈ অত্যাচাৰী ৰাৱণক নিধন কৰিবহি। এই খবৰ শুনাৰ লগে লগে দেৱ সমাজত আনন্দৰ হিল্লোল উঠিল। লগে লগে দেৱ সমাজে ইন্দ্ৰক সাধুবাদ দিলে।

অযোধ্যা ৰাজ্যৰ যজ্ঞোৎসৱে স্বৰ্গ,মৰ্ত্য, পাতাল এই ত্ৰিভুৱনত আনন্দৰ জোৱাৰ তুলিলে। ৰজায়ো অভিষ্ট সিদ্ধিৰ অৰ্থে পাৰ্যমানে দুখী দৰিদ্ৰ ব্ৰাহ্মণ আদিক দান দক্ষিণা দি আপ্যায়িত কৰিলে। দেৱ সমাজ তথা পুৰোহিত বৰ্গই ৰজাৰ পবিত্ৰ আকাংখ্যাক সাধুবাদ দি আশীৰ্বাদ কৰিবলৈ ধৰিলে। ৰজাৰ প্ৰজাৰ প্ৰতি অচলা আৰু স্নেহ শ্ৰদ্ধাৰ নিমিত্তে প্ৰজায়ো ৰজাৰ আনুগত্য স্বীকাৰ কৰি দীৰ্ঘায়ু কামনা কৰিলে। ১৮৬॥

ৰজাই অজমুনি প্ৰদত্ত কল(কলবা)দুটা আনি যজ্ঞ ভূমিত সুৰক্ষিত কৰি ৰাখিছিল। কল দুটা আনি যজ্ঞাহুতি দিবৰ কাৰণে উপস্থাপন কৰিলে। ১৮৭॥

মাটিৰ কলহ স্থাপন কৰি তাত আমপাত আৰু নাৰিকল পাত ভৰালে। উপস্থিত সভাসদ বৰ্গক উদ্দেশ্য কৰি ক'ব ধৰিলে-হে মোৰ সমবেত প্ৰজাবৰ্গ! শ্ৰদ্ধা ভাজন ঋষি মুনি বৃন্দ আৰু পুৰোহিত বৰ্গ! আজি আপোনালোকক একত্ৰিত কৰি এই মহান যজ্ঞোৎসৱৰ আয়োজন কৰা হৈছে। মই এজন অপুত্ৰক ৰজা। মই পুত্ৰ সন্তান কামনা কৰি আয়োজন কৰা এই যজ্ঞত আপোনালোকক সমবেত কৰিছোঁ। এতিয়া আপোনালোকে মোক পুত্ৰ সন্তান জন্মৰ নিমিত্তে শুভ আশীৰ্বাদ প্ৰদান কৰিব লাগে। ১৮৮॥

সভাসদ বৰ্গৰ আগত ৰজা দশৰথে যজ্ঞৰ উদ্দেশ্য ব্যাখ্যা কৰাৰ পিছত কন্যাপুত্ৰ(চিনিজা)

মুনি মনে মনে ধ্যানস্থ হ'ল। তেওঁ অধিষ্ঠান কাৰালে যে মোৰ জন্ম অৰণ্যৰ মাজতে। শৈশৱকাল আৰু শিক্ষা-দীক্ষা সকলো অৰণ্য আশ্ৰমতে লাভ কৰিলোঁ ঋষ্যশৃঙ্গৰ জ্ঞান মন্দিৰৰ মহিমা অপাৰ ।১৮৯।।

ঋষ্যশৃঙ্গই অধিষ্ঠান মতে দেখিলে যে তুষিত ৰাজাৰ পৰা বোধিসত্ত্ব আহি ৰজাৰ পুত্ৰৰূপে জন্মগ্ৰহণ কৰিব। এই বুলি শৃঙ্গ মুনিয়ে ৰজাক নিৰ্ভয় দি ভৱিষ্যত বাণী কৰিলে। ১৯০।।

হে ৰাজন। আপুনি পুত্ৰৰ নিমিত্তে অকনো চিন্তা নকৰিব। কাৰণ আপোনাৰ তিনিগৰাকী ৰাণীৰ গৰ্ভত জন্ম ল'বৰ নিমিত্তে স্বৰ্গ ৰজাৰ পৰা চাৰিটা সন্তান আহি আছে। এতিয়া আপুনি মহামুনি প্ৰদত্ত ফল দুটা নি ৰাণী তিনিগৰাকীক খাবলৈ দিয়ক। ১৯১।

মুনি ঋষ্যশৃঙ্গৰ ভৱিষ্যত বাণী শুনি ৰজা আনন্দত আত্মহাৰা হ'ল। সেই সমাজেও মুনিৰ বাণী শুনি আনন্দিত হৈ সাধুবাদ কৰিবলৈ ধৰিলে। যজ্ঞৰ অন্তত প্ৰজাবৰ্গই ৰজাৰ মনোবাঞ্ছা পূৰণৰ শুভকামনা জনাই আৰু ৰজাৰ দীৰ্ঘায়ু কামনা কৰি নিজ নিজ ঘৰলৈ প্ৰস্থান কৰিলে। ১৯২।

## অধ্যায় -১

ৰজাই ফল দুটা নি তিনিও ৰাণীক ভাগ কৰি খাবলৈ দিলে। ৰজাই কৌশল্যাক এটা ফল কৈকেয়ী আৰু সুমিত্ৰাৰ মাজত এটা ফল ভাগ কৰি খাবলৈ দিলে ৰজাই তেওঁলোকক ক'লে এই দুটা ফল মহামুনিয়ে দিছিল তোমালোকে সাত্ত্বিকভাৱে সৈতে খাবাহঁক আৰু পবিত্ৰ হৈ শীল গ্ৰহণ কৰি পুত্ৰ কামনা কৰাহঁক। এইদৰে ৰজাই তিনিও গৰাকী ৰাণীক আদেশ পৰামৰ্শ দান কৰি পাত্ৰ-মন্ত্ৰী তথা পাৰিষদবৰ্গৰ সৈতে ৰাজসভালৈ গ'ল ।১৯৩

কৈকেয়ীয়ে ফল দুটা আনি কৌশল্যাক দিলে। সুমিত্ৰাক ফল দিয়া নাছিল। কিন্তু কৌশল্যা আৰু কৈকেয়ীয়ে আলোচনা কৰি ক'লে- সংসাৰত নাৰী মাত্ৰেই সন্তান কামনা কৰে সন্তানহীন নাৰীৰ সৌন্দৰ্য সংসাৰত অসাৰ এই বুলি এটা ফল কৈকেয়ী আৰু সুমিত্ৰাই ভাগ কৰি আনন্দ মনেৰে খালে। ১৯৪

সৰু ৰাণী সুমিত্ৰাকো আমাৰ ভাগৰ ফল খাবলৈ দিয়া হওঁক এইদৰে ডাঙৰ ৰাণী আৰু মাজুৰাণীয়ে সৎ আলোচনা কৰি আনন্দ আৰু পবিত্ৰ মনেৰে ফল ভাগ কৰি খাই সংযত আৰু শীল পালন কৰি পুত্ৰ কামনাৰ ব্ৰত পালন কৰিলে ১৯৫।

## অধ্যায়-২

## ।। কিণ্ডি দেৱীৰ বৃত্তান্ত।।

এতিয়া মই কিণ্ডি দেৱীৰ কথা আলোচনা কৰিম। বোধিসত্ত্বই যেতিয়া তুষিত ৰাজ্য ত্যাগ কৰি আহি মৰ্ত্যলোকৰ ফালে গতি কৰিলে তেতিয়াৰ পৰাই কিণ্ডি দেৱীয়ে দুখ বেজাৰে কান্দ

থাকিবলৈ ধৰিলে। ''হে মোৰ পৰম আৰাধ্য গুৰুদেৱ স্বামী ! আপোনাৰ আৰু মোৰ মিলন আজিৰ নহয়, আমাৰ এই মিলন কল্প কল্পান্তৰৰ। আপুনি মৰ্ত্যলোকলৈ দেৱ সমাজৰ মাজত শান্তিৰ নিজৰা বোৱাবলৈ ওলাইছে। কিন্তু আপোনাৰ অনুপস্থিতিত মই অকলে ইয়াত কেনেকৈ থাকিম ?'' বোধিসত্ত্বৰ মৰ্ত্যলোকলৈ গমনৰ লগে লগে কিংকি দেৱীয়ে স্বৰ্গীয় ভোগ বিলাস ত্যাগ কৰি মৰ্ত্যলোকৰ গন্ধমাৰ্দন পৰ্বত(কানথামা)ত নিবাস কৰিবলৈ ধৰিলে। পুনৰ বোধিসত্ত্বৰ লগত মিলনৰ আকাঙ্খ্যাৰে সৈতে তেওঁ মনে প্ৰাণে জপ তপস্যা কৰিবলৈ ধৰিলে। ১৯৬॥

গন্ধমাৰ্দন পৰ্বত সেউজীয়া প্ৰাকৃতিক দৃশ্যৰে ভৰা এক মনোৰম স্থান। এদিন লঙ্কাধিপতি(চিপহোলাক্কা) ৰাৱণে ভ্ৰমি ফুৰোতে আহি সেই পৰ্বত পালেহি। তাত এটি ৰূপে গুণে অনুপম কন্যা তেওঁৰ দৃষ্টিত পৰিল। ৰাৱণে সদায় কামভাৱ চৰিতাৰ্থৰ কাৰণে লালায়িত হৈ থাকে। সেইদিনা তেওঁ সন্মুখতে পোৱা এনেহেন স্বৰ্গীয় অপৰূপা কন্যা আনো লম্পট ৰাৱণৰ হাতৰ পৰা সাৰি যাব পাৰে ? ৰাৱণে ততালিকে সেই কন্যাৰ ওচৰত ৰথ ৰাখিলে আৰু সুধিলে-তুমি কোন ? কাৰ দুহিতা ? ইয়াত নিৰ্জন বনৰ মাজত তুমি কি অভিপ্ৰায়েৰে তপস্যা কৰি আছা ? কিংকি দেৱীয়ে মাত দিলে। ১৯৭॥

মই স্বৰ্গৰ এক দেৱকন্যা। প্ৰাকৃতিক সৌন্দৰ্য্য মোৰ বৰ প্ৰিয় বস্তু। মোৰ অভিলাষিত বৰ পাবৰ নিমিত্তে মই ইয়াত জপ তপস্যাত ৰত হৈ আছো। ১৯৮॥

ৰাৱণে সুধিলে তোমাৰ সাধনাৰ অভিপ্ৰায়নো কি ? কি উদ্দেশ্যে তুমি এই নিৰ্জন বনত তপস্বিনী হৈ আছা ? ১৯৯॥

কিংকি দেৱীয়ে ক'লে- মোৰ ইষ্ট দেৱতা স্বামী বোধিসত্ত্বৰ লগত মিলনৰ আকাঙ্খ্যাত ইয়াত মই তপস্যা কৰি আছো। তেওঁৰ আত্মাৰ লগত মিলিত হ'বৰ কাৰণে মই দিনে ৰাতিয়ে এই নিৰ্জন বনত তপস্যা কৰি আছো। ২০০॥

ৰাৱণে ক'লে- কোন সেইজন বোধিসত্ত্ব? ক'ত থাকে ? কিয় সকলোৱেই বোধিসত্ত্ব বুলি চিঞৰি থাকে ? ক'তো মই ইমান ঠাই ঘূৰিছো তথাপি তেওঁক লগ পোৱা নাই। কেনেবাকৈ যদি লগ পাওঁ, তেওঁক কাটি-কুটি মাৰি যমপুৰ দেখুৱাম। হেৰা! তুমি বোধিসত্ত্বৰ লগত মিলনৰ আকাঙ্খ্যা পৰিত্যাগ কৰা। মই তেওঁক পালেই বধ কৰিম। তুমি আৰু তেওঁৰ নাম নল'বা। তুমি মোৰ মুখ্য ৰাণী হ'বা। মোৰ বহুত ৰাণী আছে। সেই কিমানৰ ভিতৰত তোমাক প্ৰথম স্থান দি সুখ ভোগত ৰাখিম। মোৰ সমগ্ৰ ৰাজ্যৰ অধিকাৰিণী তোমাকেই পাতিম। ২০১॥

দুয়োৰো মাজত কথা চলি থাকোঁতেই ৰাৱণে সাউতকৈ কিংকি দেৱীৰ হাতত খাপ মাৰি ধৰিলে। দেৱকন্যাই নিৰুপায় হৈ অসহায় ভাৱে কান্দোনকৈ ক'লে- হে লঙ্কেশ্বৰ আপুনি কি কাম কৰিব

বুজিছে ? এই নিঃসহায় অবলা দেৱীক ক্ষত্ৰক অধিষ্ঠান কৰিবলৈ সময় দিছে। তাৰ পিছত কি হয় হ'ব। ২০২॥

ৰাৱণে চিন্তা কৰিলে - এই অবলা নাৰীনো মোৰ হাতৰ পৰা ক'ত পলাই সাৰিব ? সেই বুলি ভাবি দেৱকন্যাৰ হাতখন তেওঁ এৰি দিলে। ৰাৱণৰ বজ্ৰমুঠিৰ পৰা পৰিত্ৰাণ পাই দেৱকন্যাই অলপ দূৰ গৈ শুদ্ধচিত্তে একাগ্ৰমনে বোধিসত্ত্বক ধ্যান কৰিবলৈ ধৰিলে - হে প্ৰভু! যদি মই সত্যৰ প্ৰতীক, মোৰ চৰিত্ৰত কোনো দোষ নাই, আৰু যদি মোৰ হৃদয়ত মোৰ প্ৰিয়তমৰ প্ৰতি পতি ভক্তি, শীলতা পৰিপূৰ্ণ হৈ আছে তেন্তে মোৰ সন্মুখত একুৰা অগ্নি দপ্ দপ্ কৰি জ্বলি উঠক। ২০৩॥

সতীৰ কাতৰ প্ৰাৰ্থনা আৰু বিনয় শীলতাত একুৰা অগ্নি তৎমুহূৰ্তে প্ৰজ্বলিত হৈ উঠিল। লগে লগে সতীয়ে কাল বিলম্ব নকৰি দপ্ দপ্ কৰি জ্বলি উঠা অগ্নিৰ কুণ্ডত জাপিয়াই পৰিল। চকুৰ পচাৰতে সতী অন্তৰ্ধান হৈ গ'ল। ২০৪॥

পতিভক্তা সতীৰ এই আশ্চৰ্যকৰ কৰ্ম দেখি ৰাৱণ একেবাৰে থৰ আৰু কোঙত চিঙিবি তুলা হ'ল। চাৰিওফালে বিচাৰিও দেৱীৰ কোনো সন্ধান নাপালে। তেতিয়া ৰাৱণে গভীৰ ভাবে হৃদয়ঙ্গম কৰিলে যে সঁচাকৈয়ে এই নাৰী সতী। এওঁৰ চৰিত্ৰত কোনো কালিমাৰ চিন নাই। এওঁ ধৰ্ম আৰু পতি ভক্তিৰ শ্ৰেষ্ঠ আদৰ্শত থকা নাৰী। ৰাৱণে কোনো উপায় নাপাই [illegible] ৰাক্ষস কেইজনক ৰখীয়া দি ক'লে - যদি কোনো পুৰুষ এই অগ্নিকুণ্ডৰ পৰা ওলায় তেন্তে তাক ততালিকে হত্যা কৰিবি। যদি কোনো দেৱকন্যা ওলাই তেন্তে তুৰন্তে মোৰ ৰাজপ্ৰাসাদ লৈ যাবিহঁক। এইদৰে ৰাৱণে ৰাক্ষস কেইজনক নিৰ্দেশ দি নিজে নিজ ৰাজ্যৰ ফালে গুচি গ'ল। ২০৫॥

ৰাৱণৰ প্ৰত্যাৱৰ্তনৰ পিছত ৰাক্ষস প্ৰহৰী কেইজনে অগ্নি কুণ্ডৰ চাৰিওফালে পহৰা দি থাকিল। কিছু মুহূৰ্তৰ পিছত অগ্নিকুণ্ডৰ পৰা দেৱকন্যাই অনায়াসে ওলাই আহিল। ততালিকে দেৱকন্যাক ধৰি প্ৰহৰী কেইজনে ৰাৱণৰ ওচৰত দি সমৰ্পণ কৰিলেগৈ। ২০৬॥

ৰাৱণে ক্ৰোধ আৰু খঙেৰে দেৱ কন্যাক ক'লে - তই পুৰুষ ৰূপে ওলোৱা হ'লে আজি তোক কাটি কুটি তোৰ কেঁচা মঙহ মোৰ ৰাক্ষস বিলাকক খাবলৈ দিলোঁহেঁতেন। কিন্তু দুৰ্ভাগ্যৰ কথা যে তই নাৰীৰূপে মোৰ ওচৰত থিয় দিলি। নাৰী হত্যা মহাপাপ। সেইকাৰণে তই আজি বাচি গলি। যাওঁক, তোক আজি এনেয়ে এৰি দিয়া নহয়। ৰাৱণে প্ৰহৰী ৰাক্ষস কেইজনক মাতি দি ক'লে - এইক এটা লোহাৰ চন্দুকত ভৰাই তোমালোকে সাগৰত উটুৱাই দিয়াগৈ। ২০৭॥

ৰজাৰ আদেশমতে ৰাক্ষস কেইজনে দেৱকন্যাক লোহাৰ চন্দুকত ভৰাই তালা মাৰি দি সমুদ্ৰত উটুৱাই দিলে। ২০৮॥

লোহাৰ চন্দুকটো সমুদ্ৰত উটুৱাই দিয়াৰ লগে লগে সাগৰত প্ৰবল ধুমুহা বলিবলৈ ধৰিলে।

চন্দুকটোৱে লাহে লাহে সাগৰত ওপঙি টৌ খেলিবলৈ ধৰিলে। সাগৰৰ সোঁত আৰু টৌৱে লোহাৰ বাকচটো বহুত দূৰলৈ উটুৱাই লৈ গ'ল। লোহাৰ চন্দুকটোও ভাহি গৈ সাগৰৰ বালি চাপৰি এটাত থকা(মিকথিলা) মিথিলা ৰাজ্যত লাগি ধৰিলে। ২০৯॥

মিথিলা ৰাজ্যৰ ৰজা হ'ল (চানেক) জনক। যেতিয়া সেই লোহাৰ চন্দুক গৈ চাপৰিত লাগিল, সেই দিন ধৰি সেই চাপৰিটো উৰ্ব্বৰা হৈ আহিবলৈ ধৰিলে। ই খেতিৰ উপযোগী হ'ল।

জনক ৰজাৰ কোনো সতি সন্তান নাছিল। সেই কাৰণে তেওঁ প্ৰজাসকলক সদায় দান দক্ষিণা আদি দি পুত্ৰ সন্তান কামনা কৰি আছিল। তেওঁৰ তিনিজন ভায়েকৰ তিনিজনী গাভৰু ছোৱালী আছিল। জনকৰ সন্তান নথকাত মনত দুখ আছিল। ২১০॥

ৰজাৰ তপ সাধনাত(কোতামা) গৌতম ঋষিয়ে অধিষ্ঠান কৰি পালে যে ৰজাৰ ভাগ্যত কোনো সন্তান নাই। তেওঁ জনকক ক'লে- কিন্তু এটা সোণালী সুযোগ আপোনাৰ ভাগ্যত আহি আছে। সেই কাৰণে আপুনি চিন্তা ভাৱনা কৰিব নালাগে। ২১১॥

হে ৰজা ! আপুনি এটা কাম কৰক। আপোনাৰ কৃষক সকলক লগাই আপোনাৰ মিথিলা বালি চাপৰিটো হালকোৰ বোৱাই চহাই পেলাওক। তাত আপুনি এটি ৰূপে গুণে অতুলনীয় দেৱকন্যা লাভ কৰিব। ২১২॥

জনকে ঋষিৰ আদেশ শিৰোধাৰ্য্য কৰি প্ৰজা সকলক হাল বাবলৈ পঠালে। হাল বাই থাকোতে লোহাৰ বাকচ টো পাই ভাবিলে নিশ্চয় ইয়াত কিবা সু-খাদ্য আছে। তেওঁলোকে আটোম টোকাৰি কৈ নি ৰজাক দিলেগৈ। ২১৩॥

ৰজাই আনকূল কৰি বাকচটো খোলালে। তাত এটি অপৰূপা দেৱকন্যা দেখিবলৈ পালে। কন্যাটিক পাই ৰজাৰ আনন্দৰ পাৰাবাৰ নোহোৱা হ'ল। ৰাণীয়েও কন্যাটি পাই আনন্দ আৰু গৌৰৱ অনুভৱ কৰিলে। দেৱ দুৰ্লভ কন্যাটিৰ ভৰণপোষণ লালন পালনৰ দায়িত্ব ৰাণীৰ ওপৰত দিলে। আলাসৰ লাক ৰূপে ৰাণীয়ে কন্যাটি ডাঙৰ কৰিলে। নাম ৰাখিলে(নাংসীতা) সীতা। ২১৪॥

## অধ্যায়-৩

## ॥ ৰাম জন্ম ॥

বোধিসত্ত্ব কৌশল্যাৰ গৰ্ভত স্থিত হ'লহি। তেওঁ (লাযাণ্ড) ৰাম ৰূপে আৱিৰ্ভাৱ হ'ল। লগৰ এজনে কৈকেয়ীৰ গৰ্ভত আৰু দুজন ভায়েকে সুমিত্ৰাৰ গৰ্ভত জন্ম ল'লে। ২১৫॥

(অত্তসৱাণা) দশৰথ ৰজাৰ পুত্ৰ জন্ম হোৱাত আনন্দৰ পাৰাপাৰ নোহোৱা হ'ল। পুত্ৰৰ উজ্জ্বল মুখ দেখিবলৈ পাই ৰজা পৰমানন্দিত হ'ল। বৃদ্ধ দশৰথ ৰজাই পুত্ৰ সকলৰ নাম ক্ৰমান্বয়ে

পণ্ডিত দুজন গৈ সাগৰৰ পাৰত উপস্থিত হ'ল। লগে লগে সাগৰ দেৱতাই মাত লগালে। ভূমিকম্প হোৱাৰ মূল কাৰণ হ'ল অযোধ্যাৰাজ দশৰথ (তাতচাৰাথা)ৰ ঘৰত প্ৰতিভাশালী শক্তিযুক্ত মহাপুৰুষৰ জন্ম হৈছে। তেওঁৰ জন্মৰ কাৰণেই পৃথিৱীত ভূমিকম্প আৰু সকলোৰে হৃদয়ত আতঙ্কৰ সৃষ্টি হৈছে। ২২২॥

সেইজন মহাপুৰুষেই মহা প্ৰতাপী লংকেশ্বৰক নিধন কৰিব। সাগৰ ৰক্ষকৰ ভৱিষ্যত বাণী শুনি ৰাক্ষস পণ্ডিত দুজন ভয়ত কম্পমান হ'ল। লগে লগে অযোধ্যাৰ ফালে লৰা ধপৰাকৈ যাবলৈ ধৰিলে। ৰাক্ষস পণ্ডিত দুজনে মনুষ্যৰ বেশত গৈ ৰাজকাৰেঙত প্ৰৱেশ কৰিলে। ২২৩॥

ৰাণীয়ে মহাপুৰুষ শিশুটিক লৈ পালেঙত বহি আছে। মহাপুৰুষ শিশু জনাৰ গাৰ আকৃতি প্ৰকৃতি ৰঙ দেখিয়েই ৰাক্ষস পণ্ডিত দুজন কঁপিবলৈ ধৰিলে। স্থিৰেৰে থাকিব নোৱাৰি তাৰ পৰা তেওঁলোকে পলায়ন কৰিলে। ২২৪॥

ৰাক্ষস পণ্ডিত দুজন অযোধ্যাৰ পৰা গৈ লঙ্কাৰ ৰাৱণৰ ৰাজদৰবাৰত প্ৰৱেশ কৰিলে। আৰু ৰজাৰ ওচৰত আঠু লৈ আথে বেথে ৰজাক জনালে। হে ৰাজন ! আপোনাৰ সমকক্ষ বীৰ মহাপুৰুষ এই সংসাৰৰ কাৰো ঘৰত জন্ম হোৱা দেখা নাই। ২২৫॥

ৰাক্ষস পণ্ডিতে কোনো মহাপুৰুষ বীৰৰ জন্ম নাই হোৱা বুলি কোৱাত ৰাৱণে ভায়েক বিভীষণক পুনৰ মাতি আনি ক'লে-ভাই ! তোমাৰ জ্যোতিষৰ গণনা ঠিক হোৱা নাই। তুমি ভালদৰে আকৌ চোৱা। ২২৬॥

বিভীষণে ক'লে- হে ৰাজন ! আপুনি ৰাজপ্ৰাসাদ ত্যাগ কৰি যৰ্তমান মুক্তহস্তে দান দক্ষিণা কৰক। দেশৰ দুখী, দৰিদ্ৰক, বস্ত্ৰ,ধন,টকা,পইচা আদি দান কৰি পুণ্য অৰ্জন কৰক। আৰু সমুদ্ৰত স্নান কৰি পুণ্যাংশ লাভ কৰক। ২২৭॥

ভায়েক বিভীষণৰ মুখত এনে সান্ত্বনাপূৰ্ণ কথা শুনি ৰাৱণে হাঃ হাঃ কৰি অট্টহাস্য কৰিবলৈ ধৰিলে। এই সংসাৰত মোক কোনে নিধন কৰিব পাৰে ? কোন বীৰ আছে ? মৰণে মোক ব্ৰহ্মাই অমৰণ বৰ দি থোৱা আছে। অমৰণ আয়ু মই মৰণে লুকাই ৰাখিছো। মোক পৰাজয় কৰি হত্যা কৰিব পৰা বীৰ এই পৃথিৱীত [illegible] নোলাব। ২২৮॥

ৰাৱণে মনে মনে চিন্তা কৰিলে-ভাই বিভীষণে জ্যোতিষ গণনা মতে আগবঢ়োৱা পৰামৰ্শ কেইটা পালন কৰাই মঙ্গল [illegible] কি ? সমুদ্ৰত স্নান কৰি, নিয়ম মতে দুখী দৰিদ্ৰক দান দক্ষিণা কৰি পাপৰ পৰা মুক্ত হৈ [illegible] হ'ব। এই বুলি চিন্তা কৰি (চিন্তামগ্ন) ৰাৱণে সৰ্বত বুলি উঠি আগ বাঢ়ি সাগৰ পালেগৈ। তেওঁ সাগৰত স্নান কৰি ব্ৰাহ্মণসকল মাজত দান-দক্ষিণা কৰি পবিত্ৰ হ'ব খুজিলে। ২২৯॥

আবাসভূমি। ২৩৪॥

সেই প্ৰকাণ্ড গুহাটোত এটা প্ৰকাণ্ড শ্বেতকায় বান্দৰে বাস কৰিছিল। তেওঁৰ গাৰ নোম বিলাক মাণিকৰ দৰে উজ্জ্বল আছিল। তেওঁৰ পত্নীৰ সৌন্দৰ্য্যও মনোমোহা আছিল। গুহাৰ সৌন্দৰ্য্য চাৰিওফালে প্ৰকাশ পাই আছিল। ২৩৫॥

কিষ্কিন্ধ্যা পৰ্বতত বাস কৰা বান্দৰ বিলাকৰ ভিতৰত শ্বেত মাণিক, নীল মাণিক, বগা মাণিক বৰণৰ বান্দৰ বিলাক অতি মনোমোহা আছিল। (কিংতা) কিষ্কিন্ধ্যা পৰ্বতৰ উচ্চতা দহশ যোজন আৰু পথালিয়ে এক যোজন আছিল। কিষ্কিন্ধ্যা পৰ্বতটো মূঠতে ইন্দ্ৰৰ নন্দন কাননৰ দৰে সুন্দৰ আছিল। যি বিলাক দেৱতা (পিতচু) বোধিসত্ত্বৰ লগত মৰ্ত্যলোকলৈ নামি আহিছিল সেই সকলো দেৱতাই বান্দৰৰ যোনিত জন্ম গ্ৰহণ কৰি কিষ্কিন্ধ্যা ৰাজ্যত বাস কৰি আছিল। ২৩৬॥

ব্ৰহ্মাই ইন্দ্ৰ (চিক্ৰা) বৰুণ (চৌখুনমক) পৱন (আউবুনলৌম) আদি দেৱতাসকলক বান্দৰৰ যোনিত জন্মগ্ৰহণ কৰিবলৈ আদেশ দি কিষ্কিন্ধ্যা পৰ্বতলৈ পঠালে। বান্দৰ বান্দৰী ৰূপত নিজ শক্তিৰ পৰিচায়ক হিচাবে থাকিবলৈ ক'লে। আৰু ক'লে-তোমালোকে শৌৰ্য্য-বীৰ্য্য আৰু শক্তিৰ সহায়েৰে বোধিসত্ত্বৰ পালন কৰ্তব্যত সহায় কৰিব লাগিব। ব্ৰহ্মাৰ নিৰ্দ্দেশানুসাৰে দেৱতাসকলে সেইধৰণেৰে জন্ম ল'লে। ২৩৭॥

দেৱৰাজ ইন্দ্ৰ (ইন্তাচিকত্ৰা)ৰ পুত্ৰৰ নাম বালী (পালীযাণ্ড)। এওঁৰ মহিমামণ্ডিত প্ৰতিভা আৰু শক্তিৰ তুলনা সংসাৰৰ কাৰো লগত নহয়। ২৩৮॥

সূৰ্যদেৱতা(সুৰিবানু)ৰ পুত্ৰ হ'ল সুগ্ৰীৱ (সুখালিকা)। এওঁৰ বীৰত্ব আৰু মহত্ব মৰ্ত্যলোকত বিৰল। বালী হ'ল সেই ৰাজ্যৰ অধীশ্বৰ। তেওঁক সুগ্ৰীৱে পাৰ্শ্বমানে সহায় কৰিছিল। ২৩৯॥

বালীৰ (পালীযাণ্ড)পত্নীৰ নাম তাৰা (চিকন্ত্ৰা)। তাৰাৰ গৰ্ভৰ সন্তান হ'ল নাম অঙ্গদ (আউআক্কাতা)। তেওঁ আছিল পিতাকৰ দৰেই শৌৰ্য্য-বীৰ্য্য আৰু পৰাক্ৰমশালী বীৰ। ২৪০॥

সুগ্ৰীৱ আছিল বালীৰ ভায়েক। তেওঁৰ গাৰ বৰণ মাণিকৰ দৰে উজ্জ্বল। তেওঁৰ পত্নীৰ নাম সুভদ্ৰা (ছুকন্ত্ৰা)। ২৪১॥

বিশ্বকৰ্মাৰ (ফুলকি বিৰ মুকম্ভ) পুত্ৰ হ'ল নল (নালা)। তেওঁ হ'ল ৰাজ্যৰ মন্ত্ৰী। তেওঁ জ্ঞান বিজ্ঞানত সিদ্ধ হস্ত। তেওঁ ৰাজত্ব কৰিছিল [illegible] উত্তৰ দিশত। ২৪২॥

নীল বান্দৰ (নেৰা মাতেন)ৰ বৰণ [illegible] পাটৰ দৰে। বিভিন্ন যুদ্ধত তেওঁ পাৰ্গত। ৰাজত্ব কৰিছিল পূব দিশত। ২৪৩॥

মৈন্দ (চৌমুন কক মুন মুন) দেৱতা[illegible] সুষেণ ([illegible])। আৰু [illegible] ([illegible])। এই দুই মহাবীৰে দক্ষিণ পৰ্বতত থাকি [illegible] প্ৰকাৰে সহায় কৰিছিল। আন এজন দেৱতাৰ

পুত্ৰ হ'ল কামুকতো (কম্যুত্ৰ)। তেওঁৰ ভায়েক চুলাকোৰৰ লগত দক্ষিণ দিশত থাকি বহুত সংখ্যক বান্দৰ সেনাক পৰিচালনা কৰিছিল। তেওঁৰ শৰীৰৰ বৰণ আছিল সেউজীয়া। ২৪৪।।

ব্ৰহ্মাৰ পুত্ৰ জাম্বৱান (চাম্পুমাম)। জাম্বৱান বিদ্যা, বুদ্ধি, শাস্ত্ৰ, জ্যোতিষ আদিত পাৰদৰ্শী আছিল। তেওঁৰ শৰীৰৰ বৰণ উজ্জ্বল আছিল। তেওঁ ৰাজ্যৰ পশ্চিম কোণত থাকিছিল। কিষ্কিন্ধ্যা ৰাজ্যৰ জীৱজন্তু বিলাকে জাম্বৱানৰ বিদ্যা বুদ্ধি আৰু নিপুনতাৰ বিশেষ প্ৰশংসা কৰিছিল। ২৪৫ ॥

কিষ্কিন্ধ্যা ৰাজ্যৰ উত্তৰ পশ্চিম কোণত কেচালা পৰ্বতত কেচুলী নামেৰে এজনী বান্দৰী আছিল। এদিন স্বৰ্গৰ পৱন দেৱতাই কেচুলীৰ লগত সহবাস কৰিলে। কেচুলী ক্ৰমান্বয়ে গৰ্ভৱতী হ'ল। সময়ত কেচুলীয়ে এটা পুত্ৰ জন্ম দিলে। তাৰ নাম ৰাখিলে হনুমান (আনুমাম)। হনুমানৰ নিচিনা বল বিক্ৰম আৰু প্ৰতিভাশালী বান্দৰ সেই পৰ্বতত নাছিল। ২৪৬॥

মাতালী দেৱতাৰ এজন পুত্ৰ আছিল। তেওঁৰ নাম আছিল সুষেণ (সুষানা)। সুষেণৰ দুজন বাহুবলী বীৰপুত্ৰ আছিল। ডাঙৰ জনৰ নাম মহেন্দ্ৰ (মহেন তালো) আৰু সৰু জনৰ নাম দেৱেন্দ্ৰ (তেপিনতালো) আছিল। সুষেণৰ ৰাজ্য পূব দক্ষিণ পৰ্বতত। সুষেণৰ পুতেক দুজনৰ লগত আনন্দ মনেৰে বাস কৰিছিল। ২৪৭॥

দক্ষিণ পশ্চিম দিশত চন্দ্ৰবাহুৰ পুত্ৰ [illegible] ৰাজ্য আছিল। তেওঁ [illegible] আৰু [illegible] পাতি এই দুই সহোদৰ বান্দৰৰ সহিতে ৰাজ্য পৰিচালনা কৰিছিল। ২৪৮॥

সমস্ত কিষ্কিন্ধ্যা ৰাজ্য বান্দৰসকলেৰে পৰিপূৰ্ণ আছিল। অসংখ্য বীৰ বান্দৰে সেই পৰ্বতাঞ্চলত নিবাস কৰিছিল। সকলো ঋতুতে কিষ্কিন্ধ্যা ৰাজ্যৰ প্ৰাকৃতিক দৃশ্যই মনোমোহা ৰূপ ধাৰণ কৰিছিল। ফলমূল আদিৰে আৰু সুন্দৰ ফুলৰ সৌন্দৰ্য্যই কিষ্কিন্ধ্যা পৰ্বতৰ সৌন্দৰ্য্য বঢ়াইছিল। ২৪৯॥

## অধ্যায়-৬

(কিংস্ত) কিষ্কিন্ধ্যা ৰাজ্যত বালী (পালীমাঙ) ৰজাই ৰাজত্ব কৰিছিল। বালী ৰজাৰ উচ্চতা তিনি যোজন আছিল। তেওঁ ইচ্ছা কৰিলে পাৰ উচ্চতা আৰু আয়তন পৰ্বতৰ সমান কৰিব পাৰে। তেওঁৰ শৰীৰৰ আয়তন পঞ্চাশ যোজন আছিল। তেওঁৰ [illegible] সাত [illegible] সমান [illegible] আছিল। ২৫০॥

ভায়েক (সুৰামিদ) সুগ্ৰীৱে ইচ্ছা কৰিলে শৰীৰৰ উচ্চতা পাঁচ যোজন কৰিব পাৰে। কিন্তু হ'লে একযোজন উচ্চতা হয়। তেওঁ [illegible] লগত থাকি [illegible] কৰিছিল। ২৫১।।

[illegible] বালীৰ পুত্ৰ ([illegible]) [illegible] পিতৃৰ দৰে বাহুবলী আছিল। [illegible] তেওঁ শৰীৰ আয়তনে পিতৃৰ দৰেই [illegible] আছিল। ২৫২॥

# ॥ বালীৰ হাতত ৰাৱণৰ পৰাভৱ ॥

এদিনৰ কথা। মহাবীৰ বালী সমুদ্ৰত স্নান কৰিবলৈ গৈছিল। বান্দৰ বিলাকৰ এটা নিয়ম আছিল যে স্নান কৰাৰ সময়ত সূৰ্য্যদেৱতাক প্ৰণাম কৰিব লাগে। ২৫৩॥

যি সময়ত মহাবীৰ বালীয়ে সমুদ্ৰত স্নান কৰি আছিল, সেই সময়ত লঙ্কাধিপতি ৰাৱণে পুষ্পক ৰথত উঠি আকাশী মাৰ্গেৰে সেই পিনে গৈ আছিল। (চিপহৌলাঙ্কা)ৰাৱণৰ ছায়া সেই সময়ত বালীৰ ওপৰত পৰাত তেওঁ খঙত অধীৰ হৈ পৰিল। ২৫৪॥

(চিপহৌলাঙ্কা) ৰাৱণক বালীয়ে এশিকনি দিবলৈ মনস্থ কৰিলে। লগে লগে বালীয়ে আকাশৰ ফালে জাপ মাৰিলে। মহাবীৰ বালীয়ে নেজডাল দীঘল কৰিলে। ৰথেৰে সৈতে ৰাৱণক বালীয়ে এনেদৰে মেৰিয়াই ধৰিলে যে ৰাৱণৰ ভয়ত প্ৰাণ বায়ু উৰি যাওঁ উৰি যাওঁ অৱস্থা হ'ল। মূৰৰ মুকুটো খহি পৰিল। শেষত বালীয়ে নেজেৰে ৰথখনৰ সৈতে ৰাৱণক টানি আনি সাগৰত বৰশী বোৰাদি তিনিবাৰ জুবুৰিয়ালে। ২৫৫॥

এনে পৰিস্থিতিত ৰাৱণ থৰহৰি কম্পমান হ'ল। ৰাৱণ বালীৰ কাৰ্য্যত বিস্মিত হ'ল। নিৰুপায়ত পৰি ৰাৱণে মহাবীৰ বালীৰ হাতৰ পৰা কেনেকৈ সাৰি যাব পাৰে তাৰহে উপায় চিন্তা কৰিবলৈ ধৰিলে। ৰাৱণে চিন্তা কৰিলে এই জননো কোন বীৰ ? বোধহয় এওঁ মহা ব্ৰহ্মাৰেই প্ৰেৰিত। ব্ৰহ্মাই মোক মনুষ্য আৰু বান্দৰৰ ওপৰত প্ৰভুত্ব কৰিব দিয়া নাছিল। বহুত শুনা-পৰা কৰি ৰাৱণে বালীক সুধিলে। ২৫৬॥

হে মিত্ৰ ! আপোনাৰ মহিমামণ্ডিত পৰাক্ৰমত মই বৰ সন্তোষ পাইছো। সমস্ত ত্ৰিভুৱন পৰিভ্ৰমণ কৰিলো। কিন্তু আপোনাৰ দৰে বীৰ মই ত্ৰিভুৱনতে বিচাৰি নাপালো। ২৫৭॥

আজি পৰিমিত কোনেও মোৰ বিৰুদ্ধে থিয় দিবলৈ সাহস কৰা নাছিল। আপোনাৰ বীৰত্ব আৰু পৰাক্ৰমত মই সঁচাকৈয়ে বৰ সুখী হৈছো। আজিৰ পৰা মই আপোনাৰ লগত মিত্ৰতা কৰিব খুজিছো। ২৫৮॥

আপুনি মোক অনুগ্ৰহ কৰি আজি এৰি দিয়ক। বালীয়ে ক'লে- কোনো কথা নাই। কিন্তু আজিৰ পৰা এই ৰাজ্যত প্ৰৱেশ নকৰিবা বুলি তুমি প্ৰতিজ্ঞা কৰা। কাৰণ তোমাৰ মৃত্যুৰ মৰণাস্ত্ৰ মোৰ হাতত। তুমি মনত ৰাখিবা ব্ৰহ্মাই তোমাক সকলো প্ৰকাৰৰ বৰ দিছে; কিন্তু বান্দৰ, মনুষ্য আৰু অস্ত্ৰ-শস্ত্ৰৰ পৰা বাচি যাব পাৰিবা বুলি বৰ দিয়া নাই। ২৫৯॥

তুমি অহংকাৰত মদমত্ত হৈ ঘূৰিছা। মোৰ ওপৰেদি যাবলৈ ইমান সাহ ? তোমাক মই প্ৰথমবাৰৰ কাৰণে ক্ষমা কৰিলো। ধৰ্মৰ প্ৰতি মতি ৰাখিবা। ইমান অত্যাচাৰী হৈ পথত ওলাই ঘূৰিলে গতি কিবা হ'ব। মই তোমাক সাৱধান কৰি দিলো। পুনৰ বাহুত তোমাৰ এই ৰাজ্যত প্ৰৱেশ নহয়। যোৱা

তোমাক এতিয়া মুক্তি দিলো। বালীৰ হাতৰ পৰা কথমপি সাৰি গৈ ভয়ত পেপুৱা হৈ ৰাৱণ লৰালৰিকৈ নিজ দেশলৈ উলটিল। ২৬০।।

## অধ্যায়-৭

## ।। বিশ্বামিত্ৰৰ যজ্ঞ ৰক্ষাৰ উদ্দেশ্যে ৰাম লক্ষ্মণৰ যাত্ৰা ।।

কুমাৰ সকলে চাওঁতে চাওঁতে গোজৰ বয়সত ভৰি দিলেহি। বৃদ্ধ ৰজা দশৰথে পুত্ৰেকহঁতৰ ৰূপ লাৱণ্য দেখি আনন্দত নিমগ্ন হ'ল। পুত্ৰেকহঁতে অস্ত্ৰ-শস্ত্ৰৰ শিক্ষা দীক্ষাত আগবাঢ়ি যোৱাত ৰজাই মনে মনে উৎসাহ অনুভৱ কৰিলে। সন্তানৰ কৃতিত্ব আৰু সৰ্বতো প্ৰকাৰৰ মঙ্গলৰ কথা শুনি ৰজাই ৰংমনেৰে আৰু আনন্দ উৎসাহেৰে ৰাজ-কাজ কৰিবলৈ ধৰিলে। ২৬১ ।।

এসময়ত এখন বিশাল অৰণ্যত এটা বিৰাট আকাৰৰ কাউৰী পক্ষীয়ে বাসস্থান কৰি আছিল। কাউৰীটোৰ শৰীৰৰ আয়তন এটা ডাঙৰ হাতীৰ সমান আছিল। সেই বিৰাটকায় কাউৰীটোৱে অৰণ্য আশ্ৰমৰ বিশ্বামিত্ৰ(শিকচামিত্ৰ)ৰ পূজা স্থলীত মনে মনে চৰি ফুৰিছিল। মুনিৰ অনুপস্থিতিৰ সুযোগ লৈ কাউৰীটোৱে সদায় আশ্ৰমত আহি পূজাৰ সামগ্ৰী বিলাক নষ্ট কৰি, ফলমূল বিলাক খাই থৈ গুচি যায়। মুনিয়ে সদায় ফলমূল বিচাৰি বাহিৰলৈ যায়। সেই সুবিধাতে কাউৰীটোৱে আহি আশ্ৰমত অনিষ্ট সাধন কৰি গুচি যায়। ২৬২ ।।

আশ্ৰমৰ যজ্ঞ ভূমিত সোমাই কোনে এনে অন্যায় অত্যাচাৰ কৰি আছে, তেওঁ মনে মনে অধিধান কৰি চালে। সাধনাত সন্ধান পালে যে এটা বিৰাটকায় কাউৰীয়ে সদায় মুনিৰ অনুপস্থিতিত আশ্ৰমত সোমাই ফলমূল খাই পূজাৰ সামগ্ৰী বিলাক নষ্ট কৰি গুচি যায়। বিৰাটকায় কাউৰীটো আশ্ৰমৰ পৰা খেদিবৰ কাৰণে অনেক ব্যৱস্থা লৈও কোনো প্ৰতিকাৰৰ সন্ধান নাপাই মুনি চিন্তান্বিত হৈ পৰিল। ২৬৩।।

মুনিয়ে পুনৰ ধ্যান কৰি সন্ধান পালে যে অযোধ্যা ৰাজ্যৰ ৰজা দশৰথৰ পুত্ৰ ৰাম(লালাও) আৰু লক্ষ্মণেহে(লাখালা) সেই বিৰাটকায় কাউৰীটো সেই অৰণ্যৰ পৰা খেদাব পাৰিব। তেওঁ বিলাকৰ বাহিৰে সেই কাম কৰিবলৈ কোনো সমৰ্থ নহয়। তেওঁ বিলাক ৰাজকুমাৰকেইজনেহে সেই কাম কৰি অৰণ্যবাসী তথা ঋষি মুনি সকলৰ কল্যাণ সাধন কৰিব পাৰিব। অতিকৈ কুমাৰকেইজনক আনাই মঙ্গল হ'ব। ২৬৪ ।।

এইদৰে ভাবিচিন্তি বিশ্বামিত্ৰ মুনিয়ে ৰাজকুমাৰ দুজনক আশ্ৰমলৈ আমন্ত্ৰণ কৰি আনিব মনেৰে অযোধ্যা ৰাজ্যৰ ফালে যাত্ৰা কৰিলে। বিশ্বামিত্ৰ মুনি সেই ৰাজ্যৰ পুৰ ৰাজত উপস্থিত হ'ল। মুনিয়ে

গৈ দ্বাৰপালক ক'লে যে তেওঁ ৰজাক লগ পাব খুজিছে বুলি জনাবগৈ লাগে। দ্বাৰপালে গৈ ৰজাক জনালে। ৰজাই বিশ্বামিত্র মুনি(য়াচে)ৰ আগমনৰ কথা শুনি দ্বাৰপালক ক'লে তুমি অনতি পলমে মুনিক মোৰ ৰাজকাৰেঙলৈ আদৰেৰে লৈ আনা। ২৬৫॥

দূতে গৈ মুনিক সাষ্টাঙ্গে প্ৰণাম জনাই নিবেদন কৰিলে- ৰজাই আপোনাক আসন গ্ৰহণ কৰিবলৈ আহবান কৰি মাতিছে। মুনিয়েও বিলম্ব নকৰি ৰাজকাৰেঙত উপস্থিত হ'ল। মুনি উপস্থিত হোৱাত ৰজাই সিংহাসনৰ পৰা নামি আহি মুনিক আখেৰেখে সেৱা জনালে। আৰু আসন গ্ৰহণ কৰিবলৈ মুনিক অনুৰোধ কৰিলে। শীতল পানীৰে মুনিৰ চৰণ ধুৱাই দিলে, মুনিক বিচনীৰ বা দিলে। ৰজাই মুনিৰ ভোজনৰ অৰ্থে ফলমূল আগবঢ়ালে। আৰু মুনিক ফলমূল খাবলৈ অনুৰোধ জনালে। ২৬৬॥

ৰজা দশৰথে নিম্ন আসন গ্ৰহণ কৰি ধীৰে স্থিৰে মুনিক আগমনৰ অভিপ্ৰায় সুধিলে। মুনিয়ে ৰজাৰ এনে সাত্বিকতাপূৰ্ণ অভ্যৰ্থনা আৰু সাধু ব্যৱহাৰত অত্যন্ত সুখী হ'ল। ৰজাই মুনিৰ আগমনৰ অভিপ্ৰায় সোধাৰ লগে লগে মুনিয়ে নিজ অভিপ্ৰায় ব্যক্ত কৰিলে। ২৬৭॥

হে ৰাজন ! আপোনাৰ ওচৰলৈ মোৰ অহাৰ উদ্দেশ্য হ'ল- মোৰ অৰণ্য আশ্ৰমত এটা বিৰাটকায় কাউৰীয়ে উপদ্ৰৱ কৰি আছে। তাৰ অন্যায় অত্যাচাৰত কাৰো মনত শান্তি নোহোৱা হৈছে। মই ফলমূলৰ অম্বেষণত বাহিৰলৈ ওলাই গুচি যাওঁ, সেই সুযোগতে কাউৰীটো আহি মোৰ পূজাৰ দ্ৰব্যাদি নষ্ট কৰি পেলাই আৰু ফলমূল বিলাক খাই গুচি যায়। মই তাক খেদাৰ কোনো উপায় উদভাৱন কৰিব পৰা নাই' সাধনাৰ বলত ইয়াকে পালো যে আপোনাৰ মৰমৰ পুত্ৰদ্বয় ৰাম লক্ষ্মণৰ বাহিৰে সেই কাম কোনেও কৰিব নোৱাৰে। গতিকে আপুনি আপোনাৰ পুত্ৰদ্বয়ক মোৰ আশ্ৰমলৈ মোৰ লগতে পঠাওক। তেওঁ বিলাক গৈ দুষ্ট কাউৰীটো খেদি আশ্ৰমবাসীৰ মনলৈ শান্তি ঘুৰাই আনক। অন্যথা আমাৰ মনত শান্তি নহ'ব। ২৬৮॥

ৰজাই বিশ্বামিত্ৰ মুনিৰ কথালৈ আওকান কৰিলে। তেওঁ কথাৰ পাকে পাকে অন্যকথা উলিয়াই মুনিৰ অভিপ্ৰায় তল পেলাবলৈ ধৰিলে। মুনিয়েও বাৰম্বাৰ একেটা কথাকে কৈ থাকিল। অৱশেষত ৰজাই কোনো উপায় নাপাই কৈ উঠিল-এই শিশুদুটিয়ে সেই কাম কৰিবপাৰিব জানো? ২৬৯॥

সিহঁতৰ দ্বাৰা সেই কাম সম্ভৱ হ'ব জানো ? আপুনি কুমাৰহঁতৰ আশা পৰিত্যাগ কৰক। কুমাৰহঁতৰ পৰিৱৰ্তে মইহে গৈ সেই ৰাক্ষসৰূপী কাউৰীটো খেদি পঠাম। সেই বিষয়ে আপুনি তিলমানো চিন্তা নকৰিব। ২৭০॥

ৰজাৰ কথাত মুনি মান্তি নহ'ল। তেতিয়া ৰজাই ক'লে- তেন্তে মোৰ প্ৰজাবৰ্গকে পঠাই দিম।

মুনিয়ে কিন্তু কুমাৰদ্বয়ৰ বাহিৰে কাৰো সহায় সাৱধিত সম্মতি প্ৰদান নকৰিলে। মুনিয়ে কোনো যুক্তিৰেই ৰজাক পতিয়ন নিয়াব নোৱাৰি অৱশেষত ক্ৰোধমনেৰে ৰাজকাৰেঙ ত্যাগ কৰি আশ্ৰমৰ ফালে তীব্ৰ গতিত যাবলৈ ধৰিলে। ২৭১॥

মুনি গুচি যোৱাত ৰজাই চিন্তা কৰিলে- মুনিবৰ আক্ষেপৰ ভাৰত ওলাই গ'ল। অন্যহাতেদি মুনিয়ে মোৰ ৰাজ্যৰ আশ্ৰমতেই বাস কৰে। যদি আশ্ৰম এৰি মুনি কোনো ফালে গুচি যায় তেন্তে মোৰ কুমাৰইতৰ আৰু প্ৰজাবৰ্গৰ মাজত হয়তো অপায় অমঙ্গলৰ সৃষ্টি হ'ব পাৰে। ৰজাই বহুত ভাৱা গুনা কৰি শেষত ৰাম লক্ষ্মণক মুনিৰ লগত আশ্ৰমলৈ পঠোৱাটোকে উত্তম উপায় হ'ব বুলি ঠিৰাং কৰিলে। এই বুলি ৰজাই সাৰথি সুমন্ত্ৰক মুনিক পুনৰ ওভতাই আনিবি আনিবৰ কাৰণে সুমন্ত্ৰ নবাৰথিকে গৈ মুনিক বাটতে লগ ধৰি ৰজাই পুনৰ নিমন্ত্ৰণ কৰিছে বুলি ক'লে। ২৭২॥

ৰজাৰ পুনৰ নিমন্ত্ৰণত মুনিয়ে সম্মতি প্ৰদান কৰি ৰাজকাৰেঙলৈ ঘূৰি আহিল। ৰজাই মুনিৰ আগত আকৌ একেটা কথাকে দোহাৰিলে-মোৰ কুমাৰইঁতে জানো আপোনাৰ সেই দুৰ্জয় পালন কৰ্তব্যত সহায় কৰিব পাৰিব ? যাহওঁক, আপুনি কুমাৰইঁতৰ বাহিৰে আনৰ সহায় ভিক্ষা কৰা নাই যেতিয়া কুমাৰ ইঁতক আপুনি লৈ যাওঁক। ৰজাই তত্তালিকে কুমাৰদ্বয়ক সাৰথিৰ দ্বাৰাই মুনিৰ ওচৰত উপস্থিত কৰিবলৈ ক'লে। ২৭৩॥

ৰজাৰ আদেশমতে সাৰথিয়ে গৈ ৰাম লক্ষ্মণক ৰজাৰ ৰাজপ্ৰাসাদলৈ মাতিছে বুলি ক'লে। ৰাম লক্ষ্মণেও তুৰন্তে ধুনীয়া সাজ পোছাক কৰি বীৰ স্থিৰ ভাৱে আহি ৰজাক প্ৰণাম জনালেহি। ২৭৪॥

কুমাৰদ্বয়ে মাত লগালে-আমাক মাতি পঠোৱাৰ অভিপ্ৰায়নো কি ? তেতিয়া ৰজাই মাত লগালে-তোমালোকক মতাৰ উদ্দেশ্য হ'ল এইয়ে দেখিছাইকমুনিবৰ,তেখেতে আমাৰ আশ্ৰমতে বাস কৰে। তেখেতে তোমালোকক আশ্ৰমলৈ লৈ যাবৰ নিমিত্তে আহিছে।

মুনিয়ে তোমালোকক আশ্ৰমলৈ নিয়াৰ অভিপ্ৰায় হ'ল তেখেতৰ সুবিমল আশ্ৰমত এটা বিৰাটকায় কাউৰী(কালুণ্ড)য়ে উৎপাত আৰু অশান্তিৰ সৃষ্টি কৰি আছে। আশ্ৰমত বোলে কোনোৱে শান্তিৰে থাকিব পৰা নাই। সেই দুৰ্দান্ত কাউৰীটোক বোলে তোমালোকৰ বাহিৰে কোনেও বধিব নোৱাৰে। তোমালোকে সেই অসাধ্য সাধন কৰিব পাৰিবাহঁক জানো ? ২৭৫॥

ৰজাৰ কথাত (লামাণ্ড আৰু লাবালা) ৰাম আৰু লখনে একেলেগে উঠিলহে মহাৰাজা! এটাহে কাউৰী নালাগে আৰু বেছি হ'লেও আমি চিন্তা নকৰো। আপুনি এই বিষয়ে তিলমানো চিন্তা নকৰিব। আৰু ইয়া মেৰুটোলোকো মই ভয় নকৰো। পুত্ৰৰ মুখত শৌৰ্য বীৰ্য বীৰত্বপূৰ্ণ কথা শুনি ৰজাই বৰ আনন্দ পালে, আৰু লগে লগে কুমাৰদ্বয়ক মুনিৰ লগত যাবলৈ অনুমতি দিলে। ২৭৬॥

(লামাঙ)ৰামক ৰজাই আদেশ দিয়াৰ লগে লগে (লাখানা) লক্ষ্মণেও দাদাক ৰামক সৰ্বতোপ্ৰকাৰে সহায় সাৰথি কৰিবৰ নিমিত্তে লগত যাবলৈ আজ্ঞা বিচাৰিলে। ৰজাই ক'লে- কোনো উপায় নাপাইহে ৰামক মই যাবলৈ অনুমতি দিলো। তুমিও যদি তেওঁক সহায় কৰিবৰ কাৰণে যাবলৈ ওলাইছা তেন্তে তোমাকো আনন্দ মনেৰে পঠালো। ২৭৭॥

এইদৰে দুই কুমাৰে সেৱা সৎকাৰ কৰি মুনিৰ লগত যাবলৈ সাজু হ'ল। ৰাজপ্ৰসাদত গৈ মাকহঁতৰ ওচৰত বিদায় প্ৰাৰ্থনা কৰিলে। কুমাৰ দুজন যাবলৈ ওলোৱাত ৰাজকাৰেঙত এক প্ৰকাৰ হাহাকাৰৰ ৰোল উঠিল। তেওঁলোকৰ সৰ্বতো প্ৰকাৰৰ মঙ্গল কামনা কৰি আশীৰ্বাদ প্ৰদান কৰিলে। ৰামে লক্ষ্মণক ধনু কাঁড় আনিবলৈ ক'লে। লক্ষ্মণেও ধনুকাঁড় হাতত ল'লে। বিশ্বামিত্ৰ মুনিৰ লগত দুয়ো আশ্ৰম অভিমুখে যাত্ৰা কৰিলে। ২৭৮॥

অটব্য অৰণ্য ভেদ কৰি ৰাম লক্ষ্মণ বিশ্বামিত্ৰৰ লগত তীব্ৰ বেগে যাবলৈ ধৰিলে। গৈ গৈ তেওঁবিলাক আশ্ৰম পালেগৈ। মুনিয়ে কুমাৰ দ্বয়ক আশ্ৰমত ৰখীয়া থৈ ফলমূল অন্বেষণৰ নিমিত্তে ওলাল। মুনি যোৱাৰ আগমুহূৰ্ত্তত ৰাম লক্ষ্মণক সাৱধান বাণী কৰিলে যে তেওঁ ওলাই যোৱাৰ পিছতে কিৰাটকায় কাউৰীটোৱে আহি আশ্ৰমত সোমাই সকলো নষ্ট কৰি যায়হি। তোমালোকে বাণ মাৰি কাউৰীটো নামাৰিবাহঁক। এনেদৰে শৰ প্ৰহাৰ কৰিবাহঁক যাতে টোৰা কাউৰীয়ে আৰু এই আশ্ৰমত পুনৰ প্ৰৱেশ কৰাৰ সাহস নকৰে। ২৭৯॥

এই বুলি মুনি আশ্ৰমৰ পৰা বাহিৰ ওলাল। ৰাম লক্ষ্মণে মুনি যোৱাৰ পিছত এটা বুদ্ধি পাঙিলে। আমি এই জোপোহাটোৰ মাজতে লুকাই থাকো। কাউৰীটো কেনি কেনেকৈ আহে নিৰীক্ষণ কৰি থাকোহঁক। এই বুলি দুয়ো জোপোহাৰ আঁৰলৈ লুকাই থাকিল।

মুনি আশ্ৰমৰ পৰা বাহিৰ ওলাবৰ কাৰণে কাউৰীটোৱে বাট চাই থাকিল। মুনি যোৱাৰ পিছতে কাউৰীটোৱে আহি আশ্ৰমত প্ৰৱেশ কৰিলে। কাউৰীটো দেখাৰ লগে লগে(লামাঙ) ৰামে(চুচিমুকথা) মন্ত্ৰ মাতি চিৰা শৰ নিক্ষেপ কৰিলে। ২৮০॥

মন্ত্ৰপূত কৰা ৰামৰ শৰে কাউৰীৰ পিছে পিছে খেদিব ধৰিলে। ৰামৰ শৰে যেতিয়া কাউৰীৰ পিছ নেৰা হ'ল, তেতিয়া কাউৰীটোৱে কোনো উপায় নাপাই যেনি তেনি কেৱল উৰিয়েই থাকিবলৈ ধৰিলে।

অৱশেষত কোনো উপায় নাপাই কাউৰীটোৱে [illegible] ৰামৰ ওচৰত আশ্ৰয় ভিক্ষা কৰিলে। ২৮১॥

বিনয় আৰু প্ৰাৰ্থনা সহকাৰে ক'লে- এই বাৰৰ [illegible] মোক ক্ষমা কৰক। আপোনাৰ চৰণ স্পৰ্শ কৰি শপত খাই কৈছোঁ আজিৰ পৰা মই এই আশ্ৰমলৈ নাহোঁ। এই অৰণ্য এৰি আজিয়েই আন্য

অৰণ্যলৈ গুচি যায়। ২৮২॥

কাউৰীৰ কাতৰ প্ৰাৰ্থনা শুনি ৰামে ক'লে-হেৰ' দুষ্ট মতি অধম কাউৰী, কিয় সদায় আহি এই আশ্ৰমৰ পবিত্ৰতা আৰু সত্যনাশ কৰি আছহি। এইবাৰৰ নিমিত্তে তোক মই প্ৰাণ দান দিছো। কিন্তু প্ৰায়শ্চিত্ত স্বৰূপে তোক মই অভিশাপ দিছো যে আজিৰ পৰা এই শৰৰ প্ৰভাৱত তোৰ চকু দুটা ঘোলা পৰি থাকিব। বিশেষকৈ তোৰ এই বাওঁ চকুৰে একো নেদেখিবি। কাউঁচকুৰ দৃষ্টি শক্তি লোপ হৈ যাওঁক। সিমানতে কাউৰীটোৱে প্ৰাণদান পাই অন্য অৰণ্যলৈ গুচি গ'ল। ২৮৩॥

ঢোঁৰা কাউৰীটো অন্য অৰণ্যলৈ গুচি যোৱাৰ পিছত ৰাম লক্ষণ দুয়ো আশ্ৰম পালেহি। তেনেতে বিশ্বামিত্ৰ মুনিও আশ্ৰমত প্ৰৱেশ কৰিলেহি। কুমাৰদ্বয়ে ঢোঁৰাকাউৰীটোক কি উপায়েৰে দেশান্তৰ কৰি পঠালে আদ্যোপান্ত কৈ শুনালে। বিশ্বামিত্ৰ মুনিয়ে কুমাৰদুজনৰ বীৰত্বপূৰ্ণ আৰু প্ৰশংসনীয় সাহস আৰু কাৰ্য্য কুশলতাত সাধুবাদ দিলে। ২৮৪॥

এইদৰে মুনিয়ে বিচাৰি অনা বনমূল তিনিও বহি খাই আনন্দ উপভোগ কৰিলে। (লামাণ্ড) ৰাম আৰু (লাখান) লক্ষণ দুয়োৱে এইদৰে মুনি বিশ্বামিত্ৰ (শিকন্থ্যচালশা)ৰ সেৱা শুশ্ৰুষা কৰি দিন কটাব ধৰিলে। ২৮৫॥

## অধ্যায়-৮

## ॥ সীতা-স্বয়ম্বৰ ॥

ইফালে (মিকথিলা) মিথিলাধিপতি (চানেক) জনক ৰজাৰ তোলনীয়া ছোৱালীটি দিনক দিনে শশীকলা আৰু পদুম ফুলৰ দৰে ৰূপে গুণে লাৱণ্যময়ী হৈ আহিব ধৰিলে। ৰজাই কন্যাটিৰ নাম ৰাখিলে (নাংসীতা) সীতা। সীতা ক্ৰমান্বয়ে অপূৰ্ব সৌন্দৰ্যৰ কমনীয়তাৰে ভৰযৌৱনা হৈ আহিবলৈ ধৰিলে। ৰাণীও সীতাৰ ৰূপ লাৱণ্যত গৌৰৱ আৰু আনন্দত ফুলি উঠিল। ৰজাই সীতা থাকিবৰ নিমিত্তে এটা বেলেগ ৰাজপ্ৰাসাদ নিৰ্মাণ কৰি দিলে। সীতাৰ পৰিচৰ্য্যাৰ নিমিত্তে অনেক লিগিৰা লিগিৰীৰ প্ৰবন্ধ কৰি দিলে। ২৮৬॥

নাংসীতাৰ জেউতি আৰু শৰীৰ ক্ৰমে বাঢ়িবলৈ ধৰিলে। নাংসীতাৰ ৰূপ লাৱণ্যই এনে অতুল সৌন্দৰ্য্য ধাৰণ কৰিছিল এনে লাগিছিল যেন স্বৰ্গৰ পৰা অপ্সৰা নামি আহি মিথিলা ৰাজ্যত অধিষ্ঠিত হৈছেহি। নাংসীতাৰ ভৰ যৌৱনৰ কমনীয়তা আৰু সৌন্দৰ্য্যৰ কথা সংসাৰৰ চাৰিওফালে বিয়পিব ধৰিলে। ৰজা, মহাৰাজ, ৰাজকুমাৰ আদিয়ে নাংসীতাৰ ৰূপ লাৱণ্য দেখি সকলোৱে তেওঁক পত্নীৰূপে পাবলৈ কামনা কৰিলে। ২৮৭॥

দূৰ-দূৰণিৰ পৰা সমস্ত হাতী, ঘোঁৰা, ৰথলৈ মিথিলাধিপতিৰ ওচৰলৈ কটকী আহিবলৈ

ধৰিলে। জানকীক তেওঁ বিলাকে কন্যা দান কৰিবৰ কাৰণে প্ৰাৰ্থনা জনাবলৈ ধৰিলে। নাংসীতাৰ পাণি প্ৰাৰ্থীৰ সংখ্যা দেখি কাক দিব কি কৰিব ৰজা ভাবি চিন্তি নিৰুপায় হ'ল। ২৮৮॥

কোনো উপায় নাপাই ৰজাই সহায় আৰু পৰামৰ্শ বিচাৰি দেৱতাসকলৰ কাষ চাপিলে। কাৰণ কাৰ ভাগ্যত কি লিখা আছে কল্পনা কৰিব নোৱাৰি। এই বুলি ৰজা জনকে ইন্দ্ৰদেৱতাক অধিষ্ঠান কৰিবলৈ ধৰিলে। ৰজাৰ সাধনাত ইন্দ্ৰৰ আসন পৰ্যন্ত কঁপি উঠিল। ২৮৯॥

কাৰণ কি বুজিব নোৱাৰি ইন্দ্ৰই মৰ্ত্যলোকৰ ফালে নিৰীক্ষণ কৰিলে। অৱশেষত ইন্দ্ৰই বুজিব পাৰিলে যে নাংসীতাৰ ভাৱী জোঁৱাইৰ নিমিত্তে নিৰুপায়ত পৰিছে। কাল বিলম্ব নকৰি দেৱৰাজ ইন্দ্ৰ মহাদেৱ (চাওমাহে)ৰ ওচৰলৈ ঢাপলি মেলিলে। ২৯০॥

মহাদেৱৰ ওচৰ পাই ইন্দ্ৰই বিনয়ভাৱে ক'লে- হে কৈলাশাধিপতি। মৰ্ত্যলোকৰ মিথিলাৰাজ জনক। তেওঁৰ তোলনীয়া কন্যা নাংসীতাৰ ভাৱী জোঁৱাইৰ নিমিত্তে ৰৰ চিন্তাত পৰিছে। কন্যাটিৰ স্বয়ম্বৰৰ নিমিত্তে আপোনাৰ হৰধনুখন দিয়ক। আৰু ৰজাক বুজাই দিব-যিজন প্ৰাৰ্থীয়ে এই হৰধনু খন ভাঙিব পাৰিব তেঁৱেই নাংসীতাক পত্নীৰূপে পাব। এইদৰে মহেশ্বৰক পঠাই ইন্দ্ৰই নিজৰাজ্যলৈ গমন কৰিলে। মহেশ্বৰেও তুৰন্তে হৰধনুলৈ মিথিলাৰাজৰ ওচৰত উপস্থিত হ'ল। ২৯১॥

(চাওমাহে) মহাদেৱে তেওঁৰ হৰধনু খন লৈ সোঁ শৰীৰে আহি মিথিলাধিপতিক সুধিলে- হে ৰাজন! আপুনি কি নিমিত্তে ইন্দ্ৰদেৱতাকইমান কাতৰভাৱে সাধনা কৰিছিল ? ইন্দ্ৰই ততাতৈয়াকৈ হৰধনুৰ সৈতে মোক আপোনাৰ ওচৰত পঠাই দিছে। মোৰ এই হৰধনু খনলো আপোনাৰ কি উপকাৰত আহিব ? ২৯২॥

ৰজাই কৰযোৰে মহেশ্বৰক ক'লে- হে কৈলাশ অধিপতি! মোৰ এজনী ৰূপে গুণে অতুলনীয় সুন্দৰী কন্যা আছে। মোৰ কন্যাটিক লৈ সংসাৰত ৰাজকুমাৰ, ৰজা, প্ৰজাৰ মাজত বিৰাট আতঙ্কৰ সৃষ্টি হ'ব ধৰিছে। কাৰণ প্ৰত্যেকেই মোৰ কন্যাটিক পত্নীৰূপে পাবলৈ বিচাৰে। সেই কাৰণে মই নিৰুপায়ত পৰি ইন্দ্ৰদেৱতাক অধিষ্ঠান কৰিছিলো। ইন্দ্ৰদেৱতা মোৰ ওচৰলৈ আহিল। তেওঁ মোক মোৰ অভিপ্ৰায়ৰ কথা সুধিলে। ইন্দ্ৰই তেতিয়া আপোনাৰ হৰধনুখন দিয়াৰ কথা ক'লে। লগতে ইয়াকো কৈ গ'ল যে যিজন প্ৰাৰ্থীয়ে ৰজাৰ সভাত এই হৰধনুখন ভাঙিব পাৰিব, তেঁৱেই নাংসীতাক লাভ কৰিব পাৰিব। এইদৰে পৰামৰ্শ আগবঢ়াই ইন্দ্ৰ উঠি গ'ল। ২৯৩॥

মহেশে একান্ত মনে ধ্যান কৰি দেখিলে যে এই হৰধনুত কেৱল ৰামেহে গুণ লগাব পাৰিব। কাৰণ(লামাণ্ড) ৰামৰ অপৰাজেয় মহিমামণ্ডিত বীৰত্ব আৰু পৰাক্ৰমৰ তুলনা সংসাৰৰ কোনো বীৰৰ লগতে নহয়। কাৰণ বলবিক্ৰম আৰু প্ৰতিভা সংসাৰত অতুলনীয়। মহেশে ৰজা জনকক ক'লে- আপুনি এই বিষয়ে অকনো চিন্তা বা সন্দেহ কৰিবৰ প্ৰয়োজন নাই। আপোনাক এই ধনুখন

দিলো। আপুনি গ্ৰহণ কৰক। সাৱধান, যি জন পুৰুষে এই হৰধনু ভাঙিব সেই জনকহে কন্যাদান কৰিব। এইদৰে ৰজাৰ লগত আলোচনা আৰু পৰামৰ্শ কৰি মহেশ অন্তৰ্ধান হ'ল। ২৯৪॥

দেৱ প্ৰদত্ত হৰধনু পাই ৰজাই কটকীক ক'লে- এতিয়া আমি নিৰ্দিষ্ট এক শুভক্ষণত নাংসীতাৰ স্বয়ম্বৰ আয়োজন কৰিব লাগে। স্বয়ম্বৰ সভাত দেৱ প্ৰদত্ত হৰধনু খন যি জন পুৰুষে ভাঙিব, তেঁৱেই মোৰ কন্যাক লাভ কৰিব। এইদৰে ৰজাই পাৰিষদ বৰ্গৰ লগত ৰাজসভাত আলোচনা আৰু পৰামৰ্শ কৰাত নাংসীতাৰ পাণি প্ৰাৰ্থী সকলে সাজু হৈ যাত্ৰাৰ নিমিত্তে নিজদেশলৈ উভতিল। ২৯৫॥

এদিনৰ কথা। বিশ্বামিত্ৰ মুনিৰ সৈতে ৰাম লক্ষ্মণে বিভিন্ন আলোচনা বিলোচনা কৰি আছিল। কথাৰ প্ৰসঙ্গত ৰাজকুমাৰদ্বয়ে মুনিক সুধিলে- হে মুনিবৰ! আমি বহুত দিন ধৰি আপোনাৰ আশ্ৰমত থাকি শিক্ষা দীক্ষা লাভ কৰিলো ইক। আমি হ'লো ৰজাৰ সন্তান। আমাৰ ভৱিষ্যত জীৱন কেনেকৈ উজ্জ্বল হ'ব তাৰহে এটা উপায় দিব লাগে। আপুনি আমাৰ ভৱিষ্যত জীৱনৰ সৰ্বাঙ্গীন উন্নতিৰ এটা পথ দিয়ক। ২৯৬॥

(লামাণ্ড) ৰাম (লাখানা) লক্ষ্মণৰ গাম্ভীৰ্যপূৰ্ণ প্ৰশ্ন শুনি (শিকতামিত্ৰা) বিশ্বামিত্ৰ মুনিয়ে মনে মনে কথাটো হৃদয়ঙ্গম কৰিলে আৰু চিন্তা কৰি চাই দেখিলে যে ব্ৰহ্মাই যেতিয়া এই সুন্দৰ সৃষ্টি খন নিৰ্মাণ কৰিছিল, তেতিয়া সংসাৰৰ শেষ সীমাত এখন সুন্দৰ অনুপম মন্ত্ৰপুথি সুৰক্ষিত কৰি থৈ গৈছে। অন্যহাতে ৰাজকুমাৰ দুজনৰ ভৱিষ্যত যে উজ্জ্বল মুনিয়ে তাকো উপলব্ধি কৰিছে। ৰাম পৃথিৱীৰ ধৰ্ম প্ৰাণ ৰজা হ'ব। তেওঁৰ পুৰুষোত্তম পালন চৰিত্ৰৰ আদৰ্শই সংসাৰ খনক গৌৰৱময় কৰি তুলিব। তেওঁৰ প্ৰজা বৰ্গই নিৰাপদে সুখে সন্তোষে আনন্দ মনেৰে জীৱন যাপন কৰিব পাৰিব। তেওঁ হ'ব মানৱ আদৰ্শৰ আধাৰস্বৰূপ। গতিকে এই মন্ত্ৰপুথিখন আনি দিয়াই উত্তম হ'ব। এই বুলি মুনিয়ে কুমাৰদ্বয়ক ক্ষন্তেক প্ৰতীক্ষা কৰিবলৈ কৈ নিজে আকাশমাৰ্গেৰে গৈ সেই মন্ত্ৰ পুথিৰ ওচৰ পালেগৈ। মুনিয়ে সংসাৰৰ শেষ সীমাত সুৰক্ষিত সকলো পুথি পাঢ়ি চাই চিঁতি সকলো মন্ত্ৰ কণ্ঠস্থ কৰি পুনৰ আশ্ৰমলৈ ঘূৰি আহিল। ২৯৭॥

মুনিয়ে যেতিয়া আকাশমাৰ্গেৰে নিজ আশ্ৰমৰ ফালে আহি আছিল, তেতিয়া মিথিলা ৰাজ্যৰ জনক নন্দিনীৰ স্বয়ম্বৰৰ কথা জানিবলৈ পাইছিল। মুনিয়ে আহি আশ্ৰমত ৰাম লক্ষ্মণক সকলো মন্ত্ৰ শিকাবলৈ আৰু মিথিলাত অনুষ্ঠিত স্বয়ম্বৰৰ কথা ক'লে। ২৯৮॥

মুনিৰ বিভিন্ন জ্ঞান দানত ৰাজকুমাৰদ্বয় অত্যন্ত সুখী হ'ল। মুনিয়ে কুমাৰদ্বয়ক সুধিলে- এটা কথা হ'ল, মিথিলাধিপতি জনক ৰজাই তেওঁৰ সুন্দৰী কন্যা নাংসীতাৰ স্বয়ম্বৰৰ আয়োজন কৰিছে। সেই উপলক্ষে ৰাজ্যৰ ৰজা, প্ৰজা, ৰাজকুমাৰ সকলোকে মাতিছে সেই সভাৰ [illegible]

নিমন্ত্ৰণ কৰিছে। তোমালোকৰ যদি সেই স্বয়ম্বৰ সভাত প্ৰতিযোগিতা কৰাৰ অভিলাস আছে, তেন্তে মই তোমালোকক স্বয়ম্বৰলৈ লৈ যাব পাৰো। ২৯৯॥

কুমাৰসকলে ক'লে- হে গুৰুদেৱ! যদি আপুনি অনুগ্ৰহ কৰি যাবলৈসম্মতি প্ৰদান কৰে, তেন্তে আমি প্ৰতিযোগী বেশেৰে গৈ সেই স্বয়ম্বৰ সভাত যোগদান কৰিব পাৰোহঁক। কুমাৰদ্বয়ৰ এনে সৎ সাহস আৰু বীৰত্বপূৰ্ণ কথাত মুনি অত্যন্ত সুখী হ'ল। তেওঁলোকক লগত লৈ মুনিয়ে মিথিলা ৰাজ্যৰ স্বয়ম্বৰ সভাত যোগদানৰ অৰ্থে যাত্ৰা কৰিলে। ৩০০॥

মিথিলাধিপতি জনক ৰাজে বিশ্বামিত্ৰৰ স্বয়ম্বৰ সভালৈ আগমনত নথৈ আনন্দ পালে। মুনিক ৰজাই আদৰেৰে বহুৱালে। ৰাম লক্ষ্মণ আৰু মুনিয়ে আসন গ্ৰহণ কৰাৰ পাছত ৰজাই ধৰ্ম্মদেশনাৰ আলোচনা কৰিলে। ৩০১॥

স্বয়ম্বৰ সভাখন জাকজমককৈ সজাই তুলিছিল। ৰজাই ভাৰতবৰ্ষৰ যিমান বিলাক ঠাইৰ পৰা প্ৰাৰ্থী নিমন্ত্ৰণ কৰিছিল, সেই সকলোৰে থকা মেলাৰ, খোৱা-বোৱাৰ সু-ব্যৱস্থা কৰি দিছিল। সকলো প্ৰাৰ্থীয়ে প্ৰতিযোগীৰ বেশেৰে আনন্দ মনেৰে স্বয়ম্বৰ সভাত যোগদান কৰিবলৈ সমবেত হৈছিল। স্বয়ম্বৰ সভাত নাংসীতাৰ প্ৰাৰ্থীৰ সংখ্যা তিনি কোটি হৈছিল। সকলো প্ৰাৰ্থীয়েই আনন্দ মধুৰতাৰে স্বয়ম্বৰত নিৰ্দিষ্ট পৰীক্ষাৰ সময়লৈ প্ৰতীক্ষাৰত হৈ আছিল। ৩০২॥

ৰজা জনকে নগৰৰ মাজ মজিয়াত স্বয়ম্বৰৰ মণ্ডপৰ ব্যৱস্থা কৰাই দিছিল। সেই কাৰণে ৰজাই দূতৰ দ্বাৰাই ঢোল, পেপা, কাঁহ বজোৱাই পাণি প্ৰাৰ্থী সকলক স্বয়ম্বৰ সভাত উপস্থিত হ'বৰ নিমিত্তে জাননী দিয়াই দিছিলে। ৰজাই এনে সু-ব্যৱস্থা কৰাই দিছিলে যে প্ৰাৰ্থী বিলাকে কেতিয়া কি হ'ব চিন্তা কৰিব নালাগে। এইবুলি প্ৰস্তাৱ আগবঢ়ালে-যি জন প্ৰাৰ্থীয়ে এই স্বয়ম্বৰ সভাত সুৰক্ষিত হৰধনু খন ভাঙিব পাৰিব তেওঁকেই মোৰ সুন্দৰী কন্যা নাংসীতাক অৰ্পণ কৰিম। ৩০৩॥

এইদৰে ৰজাই প্ৰাৰ্থীবিলাকৰ থকা মেলাৰ সকলো সু-ব্যৱস্থা কৰি দিয়াৰ অন্তত ৰজাই দেৱ প্ৰদত্ত হৰধনুখন আনি স্বয়ম্বৰ সভাৰ সোঁমাজত উপস্থাপন কৰালে। হৰধনুখন দীঘলে ষাঠি যোজন। সভা মণ্ডপৰ উচ্চতা আছিল আশীযোজন আৰু পথালিয়ে এঘাৰ যোজন আছিল। ৩০৪॥

স্বয়ম্বৰৰ নিৰ্দিষ্ট দিন আৰু সময়ত ৰজাই প্ৰতিযোগী প্ৰাৰ্থীসকলক সভামণ্ডপত নিজ নিজ আসনত বহিবলৈ আহ্বান জনালে। ৩০৫॥

ৰজাৰ আহ্বান ক্ৰমে প্ৰতিযোগী [illegible] আহি স্বয়ম্বৰ সভামণ্ডপৰ নিজ নিজ আসনত অটল আশা আৰু আত্মবিশ্বাসেৰে [illegible] সভামণ্ডপলৈ প্ৰতিযোগীৰ [illegible] ৰ'বলৈ ধৰিলে। সভা মণ্ডপৰ উচ্চতা [illegible] আশী যোজন আৰু প্ৰস্থ এঘাৰ যোজন আছিল। মুহূৰ্ততে প্ৰজাসকলেই স্বয়ম্বৰ সভামণ্ডপ [illegible] ভৰাই আনিছিল। ৩০৬॥

ছিঙি ধূলিসাৎ কৰি দিছো। কিন্তু এই সাধাৰণ হৰধনু মোৰ কাৰণে একেবাৰে নগণ্য। ৩১১॥

জনকৰাজে তেতিয়া ৰাৱণক ক'লে-বৰ্তমান মই যি নিয়ম বান্ধি দিছো তাৰ ব্যতিক্ৰম হ'বলৈ নিদিওঁ। যি জন পুৰুষেই হৰধনু ভাঙিব পাৰিব, তেওঁকেই মোৰ কন্যাক দান কৰিম। ৩১২॥

জনক ৰজাৰ পণ শুনি ৰাৱণে মিচিকিয়া হাঁহি মাৰি হৰধনুৰ কাষ চাপিল। তেওঁ শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰিলে। বিশখন হাতেৰে বল প্ৰয়োগ কৰিও কোনো সফলতা লাভ কৰিব নোৱাৰিলে। লাজ অপমানত স্থিৰেৰে থাকিব নোৱাৰি তেওঁ ক' বলৈ ধৰিলে। ৩১৩॥

প্ৰকাণ্ড পাহাৰ দঙা আৰু অন্য অসম্ভৱ কামো মোৰ শক্তিৰে কৰি পেলাওঁ। কিন্তু আজি এই সামান্য ধনুখন দঙাৰ শক্তি মোৰ হোৱা নাই। গতিকে নাংসীতা মোৰ ৰাজৰাণী হোৱাৰ ভাগ্যত নাই। সেই গতিকে এই হৰধনুত গুণ লগাব পৰা নাই। ৩১৪॥

ৰাৱণ ঘামি জামি পৰা দেখি পোহোত্ৰ মন্ত্ৰীয়ে ক'ব ধৰিলে। আমাৰ ৰজাই পৰ্বত সমান কামো চকুৰ প্ৰচাৰতে সমাধা কৰে। আজি অতি উদ্যমেৰে হৰধনু ভাঙিম বুলি আহিছিল। কিন্তু তেওঁ সকলোৰে ওচৰত হাঁহিয়াতৰ পাত্ৰ হ'ব লাগিব যেনহে পাইছো। মন্ত্ৰীৰ উচটনিত ৰাৱণে পুনৰ চেষ্টা কৰিলে। সিমানে ৰাৱণে শক্তি প্ৰয়োগ কৰিবলৈ ধৰিলে, সিমানে হৰধনুৰ ওজন ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে। মন্ত্ৰীয়ে পুনৰ গৌৰৱৰ সুৰত ক'ব ধৰিলে। আমাৰ ৰজাই ত্ৰিভুৱন জয় কৰি যশ গৌৰৱ লাভ কৰিছে। পৃথিৱীৰ চাৰিওফালে ৰজাৰ মহা পৰাক্ৰম শক্তিৰ খ্যাতি বিয়পি পৰিছে। তেওঁৰ সমান বীৰ ক'তো ওলোৱা নাই। কিন্তু কথা হ'ল নাংসীতা আমাৰ ৰজাৰ ভাগ্যত নাই। গতিকে আমি এতিয়া নিজ দেশলৈ ঘূৰি যোৱাই উত্তম কথা হ'ব। ৩১৫॥

মন্ত্ৰীয়ে পুনৰ মাত লগালে-হে ৰাজন! কিবা আৰু উপায় আছে জানো ? মন্ত্ৰীৰ কথাত ৰাৱণে অপমানবোধ কৰি আকৌ হৰধনুৰ কাষ চাপিল। কিন্তু কোনো কামত নাহিল। ভাবিলে এই কাম কৰাৰ কাৰো সাধ্য নহয়। শেষত চৰম অপমানত তেওঁ চোৰৰ দৰে গৈ ৰথত উঠিল। ৩১৬॥

ৰাৱণ নিজ ৰাজ্যলৈ গুচি গ'ল। তেতিয়া ৰাম লক্ষ্মণে বিশ্বামিত্ৰ মুনিক নিবেদন কৰিলে- আমি এই বাৰ চেষ্টা কৰি চাওঁ। আমাৰ পৰিচয় আমাৰ গুৰুৱে সভাত দাঙি ধৰক। ৩১৭॥

(লামাণ্ড) ৰামৰ নিবেদন শুনি (পিকচ্যুমিন্) বিশ্বামিত্ৰ মুনিয়ে ৰামক ক'লে-(চিপক্ৰেলাভা) ৰাৱণৰ পৰাক্ৰম আৰু বীৰত্ব ত্ৰিভুৱনত অতুলনীয়। তেওঁৰ সমকক্ষ বীৰ আজি পৰিমিত সংসাৰত কোনো ওলোৱা নাই। কিন্তু তুমি সেই অসাধ্য সাধন কৰিব পাৰিবা জানো ? তুমিতো হৰধনুখন কিমান গুৰু বা লঘু সেই কথা অনুমান কৰিব পাৰিছাই। বৰং শক্তিশালী ৰাৱণে যেতিয়া পৰাজয় স্বীকাৰ কৰিলে, তেনেস্থলত তোমাৰ দৰে আমাৰফালৈ কিজানি লঘু লাজলাহে হ'ব লগীয়াত পৰে। ৩১৮॥

বিশ্বামিত্রব কথা শুনি বামে ক'লে-ৰয়ৰৰ সভালৈ অহা হ'ল যেতিয়া হৰা ভিতৰতো আছেই। অকস্মাৎ মই শক্তি প্ৰয়োগ কৰি চাব খুজিছো। আপুনি কেৱল প্ৰস্তাৱ আগবঢ়াই দিয়ক। মুনিয়ে উপায় নাপাই জনক বজাক ক'লে- হে বাজন । যদি আপুনি অনুমতি দিয়ে মোৰ লগত অহা বাজকুমাৰ জনেও কিঞ্চিতমান যত্ন কৰি চাব খুজিছে। বজাই তেতিয়া মুনিব প্ৰস্তাৱ শুনি ক'লে। ৩১৯॥

মই আগবঢ়োৱা চৰ্তমতে আজি এই স্বয়ংবৰ সভাত বিজন পুৰুষেই হৰধনু ভাঙিব পাৰিব তেওঁকেই মই মোৰ কন্যাক অৰ্পণ কৰিম। ইয়াত মোৰ কোনো আপত্তি নাই। কিন্তু মোৰ প্ৰতিজ্ঞা লঙ্ঘন হ'বলৈ নিদিওঁ। ৩২০॥

মুনিব প্ৰস্তাৱ আৰু বজাৰ আজ্ঞামতে বামে প্ৰথমে নিজ পিতৃ মাতৃ আৰু গুৰুজনাক সেৱা জনাই আত্মবিশ্বাসেৰে সৈতে হৰধনুৰ ওচৰত গৈ থিয় হ'ল। (লামাগু) বামে যেতিয়া হৰধনুৰ ওচৰত থিয় দিলে, তেতিয়া বামক পূৰ্ণিমাৰ জোনৰ দৰে শুভ্ৰ স্নিগ্ধ অতুলনীয় আভা (নাংগীতা) সীতাৰ দৃষ্টিত পৰিল। নাংগীতাই বামৰ ৰূপ লাৱণ্য আৰু মহিমা মণ্ডিত সৌন্দৰ্য্য দেখি তবধ মানিলে। ৩২১॥

নাংগীতাই বামৰ প্ৰতি অনুৰক্ত হৈ মনে প্ৰাণে তেওঁতে যেন আত্মা বিলীন কৰি দিলে। সীতাই সমবেত সভাসদ বৰ্গক সাক্ষী কৰি ক'বলৈ ধৰিলে- জনক জয়াজৰ ধৰি ধাৰণ কৰি অহা সত্যৰ প্ৰতিষ্ঠা যদি হ'বলগীয়া আছে তেন্তে মই সতীত্ব আৰু সাধনাৰ বল হাতে হাতে পাওঁ তাৰ কাৰণে সকিনয়ে প্ৰাৰ্থনা কৰিছো। নাংগীতাই দেৱতাসকলক সাক্ষী কৰি ক'লে-বামে আজি হৰধনু ভাঙি সকলোকে যেন চমৎকাৰ লগাই দিয়ে। নাংগীতাৰ গোপন সাধনা আৰু প্ৰাৰ্থনাত দেৱতাসকলেও সন্তুষ্ট হৈ আশীৰ্বাদ দিলে। বামে হৰত হাত দিয়াৰ লগে লগে হৰধনুৰ কণাহৰ দৰে সুকোমল আৰু লঘু হৈ পৰিবলৈকো তেওঁলোকে আশীৰ্বাদ দিলে। ৩২২॥

বাম হৰধনুৰ ওচৰত উপস্থিত হোৱাৰ লগে লগে সভাসদ প্ৰাৰ্থী বিলাকে অট্টহাস্য কৰিবলৈ ধৰিলে। মুনি কুমাৰেনো এই হৰধনুৰ লবাব পাৰিবনে ? তেওঁতো কণত থাকি কলব টেকা, পিঠা কলব জুতি লওঁতেই গৈছে। যদিওবা মুনিকুমাৰে হৰধনু ভাঙিব কিন্তু তেওঁকনো কোনে ছোৱালী দৈ যাবলৈ দিব ? এই বুলি সভাসদ কলই হাঁহি উপহাস কৰি মুনি কুমাৰক অহিলাম মুখত উঠাই দিব খুজিলে। তেতিয়া বামে সকল সভাৰ সভাসদ বৰ্গক লক্ষ্য কৰি ক'লে। ৩২৩॥

মই কোনো সামান্য পুৰুষ নহওঁ। তোমালোকে মোক ইমান বিদ্ৰূপ কৰি কিয় উবাই দিব খুজিছা ? ইয়াত মোৰ সমকক্ষ কোন ওলাই চাওঁ বাক। ৩২৪॥

এইবুলি কৈয়েই বামে হৰধনুৰ শুৰত ধৰি ভাঙি দিলে। আকাশত অন্তৰীক্ষত দেৱতা সকলো হৈ পুলকিত

কঁপিবলৈ ধৰিলে। এনে আশ্চৰ্য্যজনক সাহ আৰু বীৰত্বত সভাসদবৰ্গ একেবাৰে স্তম্ভিত হৈ গ'ল। চকুৰ পচাৰতে ৰামে হৰধনুখন হৰ হৰ কৰি ভাঙি পেলালে। হৰধনুখন ভগাত এটা প্ৰকাণ্ড শব্দ হ'ল। সেই শব্দই সকলোৰে কাণ তাল মাৰিলে। শুনি সকলো ভয়ভীত হ'ল। ৩২৫॥

হৰধনু ভঙ্গৰ শব্দই ৰাৱণকো স্তম্ভিত কৰিলে। ৰাৱণে ততালিকে স্বয়ম্বৰ সভা ত্যাগ কৰিলে। ৰাৱণে মনে মনে ভাবিলে হয়তো এইজনা মহাপুৰুষেই মোক বধ কৰিব। কোনো শত্ৰুতা আচৰণ নকৰো বুলি মনে মনে নিজ দেশৰ ফালে ঢাপলি মেলিলে। তেওঁ মনতে গুণা গথা কৰি গ'ল যে ৰাম কম পুৰুষ নহয়। ৩২৬॥

## অধ্যায়-৯

হৰধনু ভঙাৰ পিছত ৰজা জনকে মনে মনে চিন্তা কৰিলে আজিৰ স্বয়ম্বৰ সভাত ত্ৰিভুবনৰ ৰজা প্ৰজা আদি প্ৰাৰ্থী উপস্থিত আছিল। আনহে নাৰাগে লঙ্কাধিপতি ত্ৰিভুবন বিজয়ী ৰাৱণেও আহি এই স্বয়ম্বৰ সভাত উপস্থিত হৈ নিজ শক্তিত হাৰ মানি গুচি যায়। এজন মুনিকুমাৰেহে এই কাৰ্য্য সাধন কৰিলে। কিন্তু এওঁলৈ মোৰ কন্যা দান দিলে কি লাভ হ'ব? ৩২৭॥

ৰজাৰ মানসিক পৰিস্থিতি মুনিয়ে ভালদৰে উপলব্ধি কৰিলে। হে ৰাজন! আপুনি যি চিন্তা কৰিছে, প্ৰকৃততে সেইটো নহয়। এওঁ হ'ল অযোধ্যাৰাজ দশৰথৰ পুত্ৰ ৰাজকুমাৰ ৰাম। মোৰ আশ্ৰমত এটা বিৰাটকায় ৰাক্ষসীয়ে অশান্তিৰ সৃষ্টি কৰা হেতুকে তাক খেদাবৰ নিমিত্তেহে মই তেওঁ বিলাকক আশ্ৰমত ৰাখিছিলো। ৩২৮॥

মুনিয়ে ৰজাৰ ভুল ভাঙি দিয়াত ৰজাই বৰ সন্তোষ প্ৰকাশ কৰিলে। লগে লগে ৰজা জনকে ক'লে- তেন্তে মোৰ ৰাজ্যৰ অৰ্দ্ধেক ৰাজ্য তেওঁক এৰি দি ৰাম আৰু সীতা দুয়োকে মোৰ ৰাজ্যতে প্ৰতিষ্ঠা কৰিম। ৩২৯॥

## ॥ ৰাম আদি চাৰি ভ্ৰাতৃৰ বিবাহ॥

ৰামে ক'লে- হে ৰাজন! এই স্বয়ম্বৰলৈ মই হৰধনু ভঙাৰ অভিপ্ৰায়েৰে অহা নাছিলো। মই কেৱল সভাসদ বৰ্গ আৰু স্বয়ম্বৰ আগ গুৰি চাবলৈহে আহিছিলো। সকলো সভাসদে নিজ শক্তি পৰীক্ষা কৰি চোৱাত মইয়ো তাকে কৰি চাব খুজিছিলো। কিন্তু সভাসদ বৰ্গৰ মাজৰ পৰা যেতিয়া মই হৰধনুৰ কাষত থিয় দিওঁ, তেতিয়া সভাসদবৰ্গ আৰু মোৰ বন্ধুবৰ্গই মোক বিদ্ৰূপ কৰি উৰাই দিব খুজিছিল। এনে পৰিস্থিতিত মই নিজকে সংযত কৰি ৰখাটো বৰ টান হৈ পৰিছিল। মোক সামান্য পুৰুষ বুলি ভবা হেতুকে মই মোৰ শক্তি আৰু বীৰত্ব সম্বন্ধে সভাসদ বৰ্গক দেখুৱালো। ইয়াত যদি মোৰ বাক্য বচনে কিবা ত্ৰুটি বিচ্যুতি ঘটিছে সেইখিনি যেন নিজ গুণে ক্ষমা কৰে। ৩৩০॥

ৰজাই ৰামৰ বিনয় দেখি ক'লে- এই বিষয়ত মোৰ কোনো আপত্তি নাই। ৰজাই ৰবং ৰামৰ বীৰত্ব, অপ্ৰতিহত পৰাক্ৰম আৰু প্ৰতিভাত নথৈ আনন্দ অনুভৱ কৰিলে। ৰজাই জোঁৱাইক (লামাণ্ড) ৰামক ক'লে- মই এতিয়া সৰ্বতো প্ৰকাৰে সুখী। তুমি এতিয়া মোৰ মৰমৰ দুহিতা (নাংসীতা) সীতাক পাণি গ্ৰহণ কৰি সোণৰ সংসাৰ যাপন কৰা। ৩৩১ ॥

ৰজাৰ প্ৰস্তাৱ শুনি ৰামে তপৰাই মাত দিলে-হে ৰাজন ! কেৱল আপোনাৰ কন্যা সীতাক মোক অৰ্পণ কৰিলেই নহব। আমাৰ ভাই ককাই চাৰিজন। মোৰ ভাই তিনিজনকো একোটিকে কন্যাদান কৰিব লাগে। ৩৩২ ॥

ৰামৰ কথাত জনক ৰজাই ক'লে- মোৰ কন্যা মাত্ৰ এটিহে। গতিকে সেই ব্যৱস্থা এতিয়া কি উপায়েৰে কৰা হয় ? ৩৩৩॥

তেনেতে মুনিয়ে মাত লগালে- হে ৰাজন ! আপুনি ইমান চিন্তা কৰিবৰ কি প্ৰয়োজন আছে? আপোনাৰ তিনি ভায়েকৰ তিনিটি নিখুঁত ৰূপে গুণে অতুলনীয় কন্যা আছে। সেই তিনি কন্যাক এওঁ বিলাক তিনি জনলৈ বিয়া দিয়ক। ৩৩৪ ॥

ৰজাৰ তেতিয়া যথেষ্ট মনত পৰিল। মুনিৰৰ আপোনাৰ কথাষাৰ ঠিক। তেওঁ তৎক্ষণাৎ কাগজত একোখন পত্ৰ লিখি তিনি ভায়েকলৈ প্ৰেৰণ কৰিলে। ৩৩৫ ॥

চিঠি পাই তিনিওজন ভায়েকৰ হাতত পৰিল। চিঠি পোৱাৰ লগে লগে তিনিও ভায়েকে ৰামৰ তিনি ভাইৰ লগত বিবাহৰ সু-বন্দোবস্ত কৰি দিলে। এইদৰে চাৰিওজন ভায়েকৰ বিধি বিধান মতে বিবাহকাৰ্য্য সমাধান হৈ গ'ল। ৩৩৬॥

এইদৰে (লামাণ্ড)ৰাম, (লাবানা) লক্ষণ, (আউকবাতা) ভৰত, (হাতাক) শত্ৰুঘ্ন এই চাৰি ভাইৰ বিবাহ কাৰ্য্য বিধানমতে আৰু উলহ মালহেৰে সৈতে সম্পাদন হৈ যোৱাৰ খবৰে অযোধ্যা নগৰত আনন্দৰ জোৱাৰ তুলিলে। অযোধ্যাৰাজ (আতচাবাবা) দশৰথ তেওঁৰ তিনিজনী ৰাণীক লৈ মিথিলা অভিমুখে বং ৰহইচেৰে যাত্ৰা কৰিলে। তেওঁৰ লগত সৈন্যবল আৰু হাতী, ঘোঁৰা, ঢোল, পেপা, বন্দুক, খিলে, বাঁহী ৰজাই বিপুল হৰ্ষধ্বনি কৰি সকলোবিলাক প্ৰজাই যাত্ৰা কৰিলে। ৩৩৭ ॥

চাৰিও ভাই ককাইৰ বিবাহকাৰ্য্য সম্পাদন কৰোঁতেই ৰজা জনকে অযোধ্যা পতি দশৰথক নিমন্ত্ৰণ কৰিছিল। অনন্যতেদি নাংসীতাক পত্নীৰূপে পাবৰ কাৰণে যি বিলাক প্ৰাৰ্থী আহি মিথিলাৰ ৰজাৰ সভাত সমবেত হৈছিল, সেই সকলো বিলাকেই পৰাজয় স্বীকাৰ কৰি নিজ নিজ ৰাজ্যলৈ প্ৰত্যাৱৰ্তন কৰিলে। দশৰথ ৰজাৰ আগত মিথিলাধিপতিয়ে ৰামৰ কথা সুন্দৰ ভাৱে বৰ্ণনা কৰিলে। ৰজা দশৰথ মিথিলা ৰাজ্যত উপস্থিত হোৱাত জনক ৰজাই অতি আনন্দ পালে। তেওঁ

বিশেষ আড়ম্বৰ তথা প্ৰশংসাৰে ৰজা দশৰথক আদৰ অভ্যৰ্থনাৰে আপ্যায়িত কৰিলে। ৰজা দশৰথে পুতেক আৰু বোৱাৰীয়েক হঁতক দেখাৰ প্ৰবল ইচ্ছা প্ৰকাশ কৰিলে। ৩৩৮॥

দশৰথ ৰজাৰ আগমনত জনক ৰজা বিশেষভাৱে সুখী হ'ল। জনকে দশৰথক কুশল বাৰ্তা সোধ পোচ কৰিলে। আৰু ক'লে- দিন, বাৰ, নক্ষত্ৰ আদি চাই কুমাৰহঁতৰ বিবাহকাৰ্য্য সমাপন কৰা হ'ল। কুমাৰ চাৰিজনক আমাৰ চাৰিটি কন্যা সম্প্ৰদান কৰা হ'ল। ৩৩৯॥

এই উৎসৱ পূৰ্ব পুৰুষ সকলৰ পৰম্পৰাগত প্ৰথা অনুসাৰে আয়োজন কৰা হৈছিল। দেশৰ অন্যান্য ৰজা প্ৰজা সকলে বিশেষ উপহাৰ আগবঢ়াইছিল, আনকি হাতী, ঘোঁৰা পৰ্য্যন্ত উপঢৌকন দিছিল। দূতে ভাল ভাল পোচাক আনি দিছিল। সকলো কাৰ্য্যতে মই সমৰ্থন আগবঢ়াই সুখী হৈছিলো। কুমাৰ সকলক আশীৰ্বাদ কৰিছিলো। ৩৪০॥

ৰজা দশৰথেও পুতেক বোৱাৰীয়েক হঁতৰ কাৰণে বাচকবনীয়া উপঢৌকন আনি দিলে। এইদৰে দুয়ো ৰজাই অতি আনন্দেৰে ভোগ বিলাসৰ মাজেদি কথা বাৰ্ত্তা পাতিলে। মাহ দিন অতিক্ৰম হোৱাৰ পাচত দশৰথ ৰজাই পুনৰ ৰজাৰ পৰা এই বুলি বিদায় মাগিলে। আমি অহা দিন হ'ল। আমাৰ কাৰণে প্ৰজাবৰ্গই চিন্তা কৰি আছে চাগৈ। ৩৪১॥

আপুনি এতিয়া আমাৰ যোৱাৰ ব্যৱস্থা কৰি দিব লাগে। লগে লগে কুমাৰহঁত আৰু বোৱাৰীকেইজনীক যাবৰ কাৰণে অনুমতি প্ৰদান কৰক। বাট বহুত দূৰ। ৩৪২॥

দশৰথে প্ৰত্যাবৰ্তনৰ অনুমতি বিচৰাত জনক ৰজাই কুমাৰহঁতক হাতী, ঘোঁৰা, লিগিৰা-লিগিৰী, বিভিন্ন পোচাক আদি উপহাৰ দি ৰথেৰে অযোধ্যা নগৰত যোৱাৰ ব্যৱস্থা কৰিলে। ৩৪৩॥

লগে লগে বৰ আৰু কন্যাক লগুণ গাঁঠি দি সিবিলাকৰ দীৰ্ঘ জীৱন আৰু কল্যাণ কামনা কৰি বুজাবলৈ ধৰিলে। তোমালোকে প্ৰজাবৰ্গৰ প্ৰতি সমদৃষ্টি আৰু সমভাৱ ৰাখিবাইক। সকলোৰে প্ৰতি দয়া, মমতা , স্নেহ, শ্ৰদ্ধা ৰাখি দান দক্ষিণা কৰিবাইক। ৩৪৪॥

মিথিলা আৰু অযোধ্যা এই দুই ৰাজ্যৰ মাজত চিৰ শান্তি আৰু চিৰ উন্নতিৰ মঙ্গল কামনা কৰি থাকিবাইক। যদি দেশৰ শাসন ব্যৱস্থা ঢিলা হয় তেতিয়া দেশ অৰাজকতাত পৰিণত হয় আৰু প্ৰজাৰ মাজত অভাৱ অভিযোগ, অশান্তিয়ে বাহ লয়। গতিকে এই বিলাক কথাৰ ওপৰত বিশেষ গুৰুত্ব দিবাইক। ৩৪৫॥

কুমাৰ আৰু বোৱাৰীয়েকহঁতে ৰজা ৰাণীক আন্তৰিক স্নেহ শ্ৰদ্ধা আৰু প্ৰণাম জনাই আহি ৰথত বিৰাজমান হ'ল। ইফালে মিথিলা ৰাজ্যৰ ৰজা প্ৰজাই বিভিন্ন বাদ্যযন্ত্ৰ সহযোগত উলহ মালহেৰে অযোধ্যাবাসীক আগবঢ়াই থ'বলৈ ওলাল। ৩৪৬॥

বিশেষ এক বিবাত লোভা বাজাৰ উলহ মালহৰ সৃষ্টি হ'ল। নাংগীতাই পিতৃ মাতৃক সেৱা

জনাই আনন্দ মনেৰে বীৰ স্বামী ৰামৰ সৈতে আহি ৰথত বহিল। দূৰ-দূৰণিৰ অতিথি সকলো ঘৰাঘৰি গুচি গ'ল। ৩৪৭॥

যি সকল প্ৰাৰ্থী অতিথি হৈ ৰজাৰ গৃহত থাকিল সেই সকলৰ মাজত বিভিন্ন আলোচনা সমালোচনা হ'বলৈ ধৰিলে। যি বিলাকে পেণটোৰ দৰে আহি নাংসীতাক পত্নীৰূপে পাবৰ নিমিত্তে বিৰাজমান হৈছিল, সেই সকল নাংসীতাৰ পতি গৃহলৈ যাত্ৰা কৰাৰ লগে লগে লাজে অপমানে জৰ্জৰিত হৈ কেঁচাটোৰ দৰে ঘৰমুৱা হ'ল। ৩৪৮॥

কিছুমানে আলোচনা কৰিলে যে লাজে অপমানে নিজ দেশলৈ ঘূৰি যোৱাতকৈ ৰামৰ লগত যুদ্ধ কৰি নাংসীতাক কাঢ়ি লৈ যোৱাই উত্তম হ'ব। কিছুমানে আকৌ ক'লে- ৰামক পৰাস্ত কৰা অসম্ভৱ। ৩৪৯॥

ইমানেই যদি শক্তি সামৰ্থ্য থাকিলেহেঁতেন, আমি হৰধনু ভাঙি নাংসীতাক লাভ কৰিব পাৰিলোহঁক হেতেন। এতিয়া আবেগত আহি অযথাই ৰামৰ লগত যুদ্ধ কৰি প্ৰাণটো বিসৰ্জন দিয়াতকৈ শান্তিৰে নিজ দেশলৈ নীৰৱে গমন কৰাহি ভাল হ'ব। ৩৫০॥

এইদৰে আলোচনা কৰি থাকোতেই পৰশুৰামে (পোহলা) তৰ্জন গৰ্জন কৰি ক'বলৈ ধৰিলে-এইদৰে আমি পলায়ন কৰিলে নহ'ব। শৰীৰত একবিন্দু তেজ থকালৈকে আমি ৰামৰ লগত যুদ্ধ কৰিব লাগিব। যিকোনো উপায়েৰে হ'লেও (লামাভ) ৰামক পৰাস্ত কৰিব লাগিব। ৩৫১॥

মোৰ এই দুৰ্জয় পৰশুৰে তাক নিধন কৰিম। এতিয়া আমি একগোটহৈ ৰামক আক্ৰমণ কৰিব লাগে। এইদৰে আলোচনা কৰি লাজে অপমানে জৰ্জৰিত সেই প্ৰাৰ্থীসকলে ৰামৰ পিছ ল'লে। ৩৫২॥

এই আক্ৰমণকাৰী বিলাকে সৈ একল হাবিৰ আঁৰত ৰাম সীতা যোৱা ৰথ কলৈ প্ৰতীক্ষা কৰি থাকিল। যেতিয়া ৰথখন ওচৰ চাপিল, তেতিয়া আক্ৰমণকাৰী বিলাকে মাত লগালে-হে ৰাম! তুমি নাংসীতাক লৈ ক'লৈ যোৱা? তুমি হৰধনু ভাঙি অনায়াসে সীতাক লাভ কৰিছো বুলি মনত গৰ্ব কৰিছা নেকি? এতিয়া তুমি তোমাৰ সেই গৰ্ব আৰু আশা পৰিত্যাগ কৰা। তুমি এতিয়া আমাৰ লগত যুদ্ধ কৰিব লাগিব। পৰশুৰামে যেতিয়া সিংহনাদ কৰি গৰ্জনাই উঠিল তেতিয়া ৰামৰ বুকু কঁপি উঠিল। ৩৫৩॥

ৰামে ৰথ ৰাখি পিছলৈ ঘূৰি চালে। পৰশুৰামে অসংখ্য সৈন্য সামন্তৰে যুদ্ধৰ বেশেৰে ৰথৰ চাৰিওফালে আগুৰি ধৰিলে। তেনে পৰিস্থিতিত ৰামে পিতাকক ক'লে- আপুনি ৰথতে বহি থাকক। সীতাকো ৰামে একেলগিয়াকৈ সুৰক্ষিত কৰি ৰাখিলে। তেওঁ লক্ষ্মণক ক'লে- তোমা ভাই লক্ষণ, পৰশুৰামেহি আমাক আক্ৰমণ কৰি যুদ্ধ কৰিব খুজিছে। আমি এতিয়া নিৰ্ভীক-এশিকলি দি ৰজাৰ

দৰ্শন কৰোৱাৰ লাগিব। ৩৫৪॥

ৰথ ঘূৰাই নি শত্ৰুসেনাৰ ওচৰত ৰাখি ৰামে ক'বলৈ ধৰিলে- হেৰ' ! পাষণ্ডইঁত, সন্মুখ ৰণলৈ ওলাই আহ। তহঁতক এটা এটা কৰি যমনগৰলৈ বেদি পঠাম। ৩৫৫॥

ৰামৰ তেজোদীপ্ত আৰু বীৰত্বপূৰ্ণ কথা শুনি পৰশুৰামে ততালিকে অগ্নিবাণ (আকিমুখা) নিক্ষেপ কৰি ওচৰৰ বনখণ্ড জ্বলাই বীৰত্বৰ পৰিচয় দিলে। ৰামেও কাল বিলম্ব নকৰি পুষ্কৰিনী বাণ (পুকখালা) অৰ্থাৎ শীতল বাণ প্ৰহাৰ কৰি জ্বলন্ত অগ্নিখণ্ড মুহূৰ্ত্তৰ ভিতৰতে নিৰ্বাপিত কৰি পেলালে। ৩৫৬॥

এইবাৰ পৰশুৰামে অগ্নিৰূপী বায়ুবাণ নিক্ষেপ কৰিলে। যাৰ প্ৰভাৱত আশে পাশে পৰ্বত খণ্ড ভস্মীভূত হৈ গ'ল। এনে পৰিস্থিতিত দেৱতাসকলে প্ৰমাদ গণিবলৈ ধৰিলে। উপায় নাপাই ৰামৰ সেনাবিলাকে বৃক্ষৰ আশ্ৰয় ল'বলৈ ধৰিলে। যেনেকৈ হৰিণীয়ে বাঘৰ ভয়ত বননিৰ জোপোহাৰ তলত, কাউৰীৰ ভয়ত কুকুৰাৰ পোৱালীয়ে যেনেকৈ বনত লুকাই প্ৰাণ ৰক্ষা কৰে, ঠিক সেইদৰে ৰামৰ সৈন্যবিলাকে বিভিন্ন ঠাইলৈ দৌৰি গৈ প্ৰাণ ৰক্ষা কৰিব লগাত পৰিছিল। পৰশুৰামে ৰামৰ সৈন্যৰ বিলাই বিপত্তি দেখি চিঞৰি উঠিল- হে ৰাম ! এতিয়া তুমি মোৰ অগ্নিৰূপী বায়ুবাণ কি উপায়েৰে কাটা চাওঁ। আজি তোমাৰ তথা সৈন্যৰ কোনো নিস্তাৰ নহব। ৩৫৭॥

পৰশুৰামৰ এনে অবিনীত কথা শুনি ৰাম আৰু নীৰৱ দৰ্শক হৈ থাকিব নোৱাৰিলে। ইফালে বহুত চেষ্টা কৰিও ৰামে পৰশুৰামৰ বায়ুৰূপী অগ্নিবাণ কাটিব পৰা নাই। উপায় নাপাই ৰামে দেৱতাক স্তুতি কৰি ক'লে- যদি মোৰ সত্য সাধনাৰ অস্তিত্ব আছে তেন্তে এই অগ্নিবায়ুবাণ এপাট মোৰ মুখত সোমাই নিৰ্বাপিত হৈ যাওঁক। মই যেন তাক পকা কল খোৱাদি খাই গিলি পেলাব পাৰো। ৰামৰ প্ৰাৰ্থনা মতে অগ্নিৰূপী বায়ুবাণ আহি ৰামৰ মুখত সোমাবলৈ ধৰিলে। ৩৫৮॥

ৰামৰ অপ্ৰতিহত শক্তিৰ মহিমা দেখি পৰশুৰামে মনে মনে ভাবিলে। এওঁ সঁচাকৈয়ে কম পুৰুষ নহয়। কেৱল শাৰিৰীক শক্তিয়েই এওঁৰ গাত নাই, ঐশ্বৰিক মাহাত্ম্যও বিৰাজমান। যদি কিবা প্ৰসঙ্গত মোৰ প্ৰতি বিতুষ্ট হয় তেন্তে মোৰ আৰু কোনো পথ্যে ৰক্ষা নহব। তেওঁৰ ওচৰত ক্ষমা ভিক্ষা চৰণ স্পৰ্শ কৰাই উচিত হ'ব। এইদৰে পৰশুৰামে সাগৰীয় শঙ্খত পানী ভৰাই স্নান পৱিত্ৰ কৰি বিনম্ৰ ভাৱে ৰামৰ প্ৰতি ক'লে। ৩৫৯॥

হে ৰঘুনন্দন বীৰ পুৰুষ ৰাম। আজি মই মোৰ একজন সমকক্ষ বীৰ পাই আন্তঃকৰণৰ সৈতে আনন্দিত হৈছো। এতিয়া মই তোমাৰ লগত যুদ্ধ কৰিব নিচাবিছো। আজিৰ পৰা আমি দুয়ো পিতা পুত্ৰৰ দৰে স্নেহ পাশত আবদ্ধ হওঁ। মোৰ এই অগ্নিৰূপী বায়ুবাণ কোনো দেৱতাই কাটিব পৰা নাই। তুমি আজি তাক বিনা সংকোচে গিলি খাই পেলালা। আজিৰ পৰাই মই নিজকে বেপাৰতহে

নিপুণ বুলি ভাবিম। অস্ত্ৰ- শস্ত্ৰত নহয়। আজি মই তোমাৰ ওচৰত পৰাজয় স্বীকাৰ কৰিছোঁ। এতিয়া তুমি সীতাক লৈ নিজ ৰাজ্যলৈ গমন কৰা। এই বুলি পৰস্পৰে মিলনৰ স্বৰি কটকটীয়া কৰি পৰশুৰাম নিজ ৰাজ্যলৈ গুচি গ'ল তাৰ ৰামেও পত্নীসহ অযোধ্যা নগৰৰ অভিমুখে যাত্ৰা কৰিলে। ৩৬০॥

ৰামৰ শুভ আগমনৰ সংবাদ পাই অযোধ্যা বাসীয়ে নানা বাদ্য বজাই আগবাঢ়ি আহি ৰাম সীতা আৰু আটাইকেইজন কুমাৰক আদৰ অভ্যৰ্থনা জনালে। তাৰ পাছত অযোধ্যা নগৰত মুনিহঁত তিৰোতা সকলো সমবেত হৈ উলহ মালহেৰে সাতদিন উৎসৱ পালন কৰিলে। দেশ বিদেশৰ লোক আহি কুমাৰহঁতক আনন্দতে হাতী, ঘোঁৰা, বস্ত্ৰ আদি উপহাৰ দিলে। ৩৬১॥

কোশল ৰাজ্যৰ ৰজাৰ মৃত্যু হোৱাত পুতেকে ৰাজ্য চলাবলৈ ধৰিলে। এই খবৰ পুতে আনি কোশল ৰাজৰ কন্যা কৈকেয়ী(কেকে)ক জনালেহি। পিতাকৰ মৃত্যুৰ সংবাদ পাই নিজে যাব নোৱাৰি পুতেক (আউকবাতা) ভৰত আৰু (ছাতাক) শত্ৰুঘ্নক মোমায়েকৰ ঘৰলৈ পঠাই দিলে। ৩৬২॥

মাক কৈকেয়ীৰ অনুমতি পাই ভৰতে পিতাক দশৰথৰ ওচৰত বিদায় ল'বলৈ গ'ল। ৰজা দশৰথে ভৰতক মোমায়েকৰ ঘৰলৈ যাবলৈ ওলোৱা দেখি ক'লে-বাছা ! তুমি মোমায়েৰাৰ ঘৰত বেছিদিন নকৰিবা। অতি সোনকালে খা-খবৰ লৈ গুচি আহিবা। এই বুলি ৰজা দশৰথে বুজাই ভৰতক বিদায় দিলে। ৩৬৩॥

ভৰতে পুনৰ মাক আৰু দাদাক ৰামৰ ওচৰত সেৱা জনাই বিদায় ল'লে। ৰামেও ভৰতক বেছি দিন মোমায়েকৰ ঘৰত থাকিবলৈ মানা কৰিলে। ৩৬৪॥

কাৰণ পিতাক দিনক দিনে বৃদ্ধ হৈ আহিছে। ভৰতেও সকলোৰে পৰা বিদায় সম্ভাষণ লৈ অস্ত্ৰ শস্ত্ৰেৰে সজ্জিত হৈ সুন্দৰ পোচাক পৰিধান কৰি ভায়েক শত্ৰুঘ্নক লগতলৈ যাবলৈ ওলাল। তেওঁৰ লগত সৈন্য সামন্ত লগতলৈ আৰু বাদ্য যন্ত্ৰ বজাই অৰণ্য ভেদ কৰি ভৰত কোশল ৰাজ্যৰ ফালে যাবলৈ ধৰিলে। ইফালে কোশল পোৱাৰ লগে লগে ভাগিনীয়েকে সুমধুৰ ধ্বনি কৰি সৈন্য সামন্ত পঠাই মোমায়েকে ৰাজপ্ৰসাদলৈ আগবঢ়াই নিলে। ৩৬৫॥

ভৰতে লৈ মোমায়েকৰ চৰণ স্পৰ্শ কৰি সেৱা জনালে। মোমায়েকেও ভাগিনীয়েকক আসনত বহুৱাই ৰজা, প্ৰজা তথা চাৰি ভাইৰ কুশল বাতৰি সুধিলে। ভৰতেও মোমায়েকৰ প্ৰতিটো প্ৰশ্নৰ উত্তৰ দি মোমায়েকক পাৰ্শ্বমানে সুখী কৰিলে। ৩৬৬॥

কোশল ৰাজে ভাগিনীয়েকৰ পৰা অযোধ্যা বাসীৰ মঙ্গল বাতৰি পাই পৰম আনন্দিত হ'ল। আৰু ভাগিনীয়েকহঁতৰ লগত বহাই নানা অন্য আলাপ আলোচনা কৰিবলৈ ধৰিলে। ৩৬৭॥

(লামাঙ) ৰাম (বোদ্ধিসত্ত্ব)ৰ অপৰাজেয় শক্তি আৰু বীৰত্বত অযোধ্যাবাসীয়ে গৌৰৱ অনুভৱ কৰিলে। সকলোৱেই অনুভৱ কৰিবলৈ ধৰিলে যে এই জনা মহাপুৰুষৰ বল বীৰ্য্য সংসাৰত অতুলনীয় আৰু অবৰ্ণনীয়। অযোধ্যাবাসীৰ মুখত খাওঁতে শোওঁতে কেৱল বোধিসত্ত্ব ৰামৰে গুণানুকীৰ্ত্তন। অযোধ্যা বাসীয়ে অশান্তি কি, অভাৱ অভিযোগ কাক বোলে চিনি নাপায়। কেৱল চাৰিওকালে চিৰ শান্তি চিৰ আনন্দ। সকলোৰে অন্তৰত আনন্দৰ বিপুল জোৱাৰ। অন্যহাতেদি ৰজা দশৰথৰ দৈহিক আৰু মানসিক অৱস্থা ক্ৰমাম্বয়ে শোচনীয় হৈ আহিব ধৰিছে। বৃদ্ধ অৱস্থাৰ কাৰণে ৰজাৰ শাসন ব্যৱস্থাও ভাবিব নোৱাৰা হৈ পৰিছে। কাৰণ ৰজাৰ বয়স ক্ৰমাম্বয়ে দুই অযুতত (ছংমুন) ভৰি দিলে। অন্যহাতেদি কুমাৰ ৰামৰো বয়স পৰিপক্ক হৈছে। সকলো বিদ্যাতে ৰাম নিপুণ হৈ উঠিছে। তেওঁৰ বল বিক্ৰম তথা মহিমামণ্ডিত শক্তিৰতো তুলনা কাৰো লগত কৰিব নোৱাৰি। ৩৬৮ ॥

কাৰণ পৰ্বত সম হৰধনুখন চকুৰ পচাৰতে হৰহৰ কৰি ভাঙি সকলোৰে হৃদয় চমৎকৃত কৰি দিলে। আৰু লগে লগে সাধবী সতী সীতাক লাভ কৰিলে। আন নালাগে মহাপৰাক্ৰমী পৰশুৰামকো পৰাস্ত কৰিলে। মুঠতে সংসাৰত যিমানবিলাক বীৰ শক্তিশালী পুৰুষ আছিল সকলোকে চেৰপেলাই সংসাৰত তেওঁৰ মহত্ত্বৰ এক অভিলেখ স্থাপন কৰিলে। তেওঁৰ মহিমামণ্ডিত পৰাক্ৰমত সংসাৰ বাসীয়ে তবধ মানিলে। ৩৬৯ ॥

## অধ্যায়-১০

কেৱল ৰামৰহে এনে বিশ্বমোহন ৰূপ আছে এনে নহয়, সাধবী সীতাৰো ৰূপ লাৱণ্য কম নহয়। তেওঁৰ অনুপম সৌন্দৰ্য্যই সংসাৰবাসীক পুলকিত আৰু বিমুগ্ধ কৰি তুলিছিল। দেৱ কন্যাৰ ভিতৰত সীতাৰ স্থান অন্যতম। সীতাৰ অঙ্গী-ভঙ্গী, স্বভাৱ, চৰিত্ৰ, চালচলন বিলাক মনোমোহা আৰু সুলক্ষণ যুক্ত। সেয়েহে তেওঁ ৰাজ মহিষীৰ যোগ্য হ'ল। কুমাৰ ৰামৰ হৃদয় অতি আকাশলৰা উদাৰ। প্ৰজাৰ প্ৰতি তেওঁৰ মৰম স্নেহ অসীম। ৩৭০ ॥

এই মহাবীৰৰ ওচৰত কোনেও শত্ৰুতা আচৰণ কৰি সাৰি যাব নোৱাৰে। শত্ৰুকে আমাৰ দেশ আক্ৰমণ কৰিবলৈ কোনেও সাহস নকৰিব। ৰাজকুমাৰৰ গুণ গৰিমা কীৰ্ত্তি কলাপ বিলাকলৈ চালে এনেহেন লাগে যেন ৰাজকুমাৰক ৰজাই ৰাজসিংহাসনত বহুৱালে। প্ৰজাবৰ্গই দুগুণে শান্তি অনুভৱ কৰিব, লগতে অযোধ্যা ৰাজ্যই সৰ্বতোপ্ৰকাৰে উন্নতি লাভ কৰিব। ৩৭১ ॥

এইদৰে প্ৰজাবৰ্গই আলোচনা তথা পৰামৰ্শ কৰি এদিন পাত্ৰ-মিত্ৰ পাৰিষদবৰ্গৰ সৈতে একত্ৰিতহৈ সকলোটি ৰাজদৰবাৰত ৰজাৰ ওচৰত উপস্থিত হ'ল। প্ৰজাবৰ্গৰ আগমনৰ খবৰ সুমন্ত্ৰই (সুমাঙ্গা) ৰজাক জনালে। ৰজাইও ততালিকে প্ৰজাবৰ্গক ৰাজপ্ৰাসাদলৈ মাতিলৈ আদেশ দিলে।

৩৭২॥

প্ৰজাবৰ্গই প্ৰৱেশৰ অনুমতি পালে। পূৰ দ্বাৰেদি তোমাই প্ৰজাবৰ্গই ৰজাৰ ওচৰত আঁঠু ল'লেগে। পুনৰ নিজ নিজ আসনত সকলো বহিল। ৰজাই প্ৰজাৰ আগমনৰ অভিপ্ৰায় সুধিলে- আৰু তেওঁৰ মনৰ সন্দেহ দূৰ কৰিবলৈ অনুৰোধ কৰিলে। ৰজাৰ মনত কৌতুহল পূৰ্ণ আগ্ৰহ দেখি প্ৰজাবৰ্গই ধীৰে স্থিৰে ক'বলৈ ধৰিলে। ৩৭৩॥

হে মহাৰাজ ! আপুনি এতিয়া ক্ৰমাগত বুঢ়া হৈ আহিছে। শৰীৰ দুৰ্বল আৰু শিথিল হৈ আহিছে। আপোনাৰ বয়সো বহুত হ'ল। এতিয়া ৰাজ্যৰ শাসন ব্যৱস্থা আপোনাৰ জ্যেষ্ঠ পুত্ৰ ৰামৰ ওপৰত অৰ্পণ কৰিব লাগে। আপুনি এতিয়া ধৰ্মাচৰণ কৰি সুখেৰে জীৱন যাপন কৰিব লাগে। কুমাৰ ৰামৰ জ্ঞান বুদ্ধি অসীম। পিতৃ মাতৃৰ প্ৰতিও তেওঁৰ অপাৰ স্নেহ, শ্ৰদ্ধা ভক্তি আছে। আপুনি এতিয়া নিশ্চিন্ত মনে লীলাদি গ্ৰহণ কৰিব লাগে। কুমাৰৰ ৰাজত্বত কোনো শত্ৰুৱে এই দেশ আক্ৰমণ কৰিব নোৱাৰিব। ৩৭৪॥

প্ৰজাৰ প্ৰস্তাৱ শুনি ৰজাই ক'লে- হে মোৰ প্ৰিয় প্ৰজাবৰ্গ! মোৰ হৃদয়ৰ একোণত পুহি ৰখা কথাটো আজি তোমালোকে মুক্তকণ্ঠে ব্যক্ত কৰিলা। শুনি বৰ সন্তোষ পালো। মই মোৰ জ্যেষ্ঠ পুত্ৰৰ হাতত ৰাজ্যভাৰ অৰ্পণ কৰি একান্তমনে ধৰ্মাচৰণ কৰি জীৱন কটাওঁ বুলি ভাবিছো। কিন্তু মই মোৰ এনে কথা ক'লে, প্ৰজাৰ মনত সন্দেহ হ'ব পাৰে বুলি সংকোচ হ'ব পাৰে বুলি সংকোচ কৰি আছিলো। সেই নিমিত্তে মোৰ গুপ্ত মনোভাৱ প্ৰকাশ কৰা নাছিলো। এতিয়া তোমালোকে নিজৰ মত প্ৰকাশ কৰি আগবাঢ়িব বিচাৰিছা যেতিয়া মোৰ কোনো আপত্তি নাই। মই মোৰ কুমাৰক এতিয়াই মাতি আনি ইয়াৰ ব্যৱস্থা কৰিম। ৩৭৫॥

ৰজাই সুমন্তক ৰামক মাতি আনিবৰ কাৰণে প্ৰেৰণ কৰিলে। সুমন্তয়ো বিলম্ব নকৰি ৰামক সবিশেষ জনালেগে। তোমাক মহাৰাজে এতিয়াই মাতি পঠাইছে। সুমন্তৰ কথামতে ৰাম লক্ষ্মণে সাজপাৰ কৰি তুৰন্তে আহি ৰাজকাৰেঙ পালেহি। ৩৭৬॥

ৰজাৰ কথামতে কুমাৰসকল আহি উপস্থিত হোৱাত ৰজাই বৰ সন্তোষ পালে। ৰজাই পুতেকক ক'লে- প্ৰজাবৰ্গই তোমাৰ ওপৰত ৰাজ্যভাৰ অৰ্পণ কৰিব খুজিছে। মইয়ো পৰম আনন্দ উৎসাহেৰে তোমাৰ ওপৰত আজিৰ পৰা ৰাজ্যভাৰ অৰ্পণ কৰিলো। তুমি মোৰ প্ৰজাবৰ্গৰ মনৰ অভিলাষ পূৰ্ণ কৰা। এইদৰে ৰজাই ৰাজকুমাৰ ৰামক পূৰ্বকৃত পৰম্পৰা, ৰাজনীতি, ৰাজ্যৰ শাসন প্ৰণালী আৰু নীতি নিয়ম বুজালে। ৩৭৭ ॥

১) ৰজাৰ মন আৰু হৃদয় সদায় উদাৰ হ'ব লাগে।

২) প্ৰজাৰ সৰ্বাংগীন উন্নতি আৰু মঙ্গল কামনাৰ ভাৱ থাকিব লাগে।

৩) যাৰ মৃত্যুদণ্ড হয়, তেওঁক বন্দীহে কৰিব লাগে।

৪) বন্দী ব্যক্তিক দেশান্তৰ কৰিব লাগে।

৫) দেশান্তৰিত ব্যক্তিক সজ উপদেশেৰে সৎপথলৈ আনিব লাগে।

৬) পিতৃ মাতৃৰ প্ৰতি অচলা শ্ৰদ্ধা ভক্তি আৰু স্নেহ থাকিব লাগে।

৭) ভাতৃ সকলক নিজ পুত্ৰ সম দেখিব লাগে। ৩৭৮॥

ৰাজ্য পৰিচালনাৰ ক্ষেত্ৰত ভৰতক সদায় আগস্থান দিবা। প্ৰজাৰ মাজত হোৱা বিশৃংখলতা আৰু দোষ ত্ৰুটি বিলাক সদায় শুদ্ধ চিত্তে বিচাৰ কৰি সংস্কাৰ কৰিবৰ কাৰণে চেষ্টা কৰিব লাগে। পূৰ্ণিমা আৰু অমাৱস্যা তিথিত শুদ্ধ চিত্তেৰে ধৰ্ম্ম শ্ৰৱণ আৰু শীল পালন কৰি প্ৰজাবৰ্গ আৰু যাচক সকলৰ মাজত দান দক্ষিণা আদি কৰিব লাগে। ৩৭৯॥

কোনো ব্যক্তিৰ প্ৰতি কপট কুৎসিত ভাৱ মনত পোষণ নকৰিবা। হৃদয়ত আসুৰিক ভাৱ বিলাকৰ সঞ্চাৰ হ'লে ৰজাৰ পদমৰ্য্যাদা আৰু মান মৰ্যদা হেৰাই যাব। এই বিলাক নিয়ম আজিৰ নহয়। ই যুগ যুগান্তৰ ধৰি নদী বোৱাদি বৈ আহিছে। এই বিলাক নীতি নিয়ম হৃদয়ঙ্গম কৰিবৰ কাৰণে পাৰ্য্যমানে চেষ্টা কৰিবা আৰু এইদৰে ৰাজ্য পৰিচালনা কৰি যাবা। ৩৮০॥

ৰজাই ৰাজকুমাৰ ৰামক বিভিন্ন ৰাজনীতি, ধৰ্ম্মনীতি আৰু অৰ্থনীতি বিষয়ক তথা সামাজিক, সাংস্কৃতিক আৰু নৈতিক জ্ঞানৰ জ্ঞান প্ৰদান কৰিবলৈ ধৰিলে। ৰজাই পাৰিষদবৰ্গক মতাই আনি ৰামৰ ৰাজ অভিষেকৰ দিন এটা ধাৰ্য্য কৰিবৰ উদ্দেশ্যে এজন সুবিজ্ঞ পণ্ডিতৰ ওচৰলৈ পঠালে। ৩৮১॥

পুৰোহিতে দিনবাৰ নক্ষত্ৰ চাই চ'ত মাহৰ(নৌনহ্য) পূৰ্ণিমা তিথিৰ দিনাই ৰাজকুমাৰৰ ৰাজ অভিষেক পাতিবলৈ দিন ধাৰ্য্য কৰিলে উত্তম হ'ব বুলি ক'লে। ৰজাই তেতিয়া ৰামৰ ৰাজ অভিষেকৰ পূণ্য তিথিৰ আলোচনা ৰাণী সকলৰ লগত কৰাৰ অভিপ্ৰায়েৰে সেই দিনাৰ কাৰণে সভা ভঙ্গ কৰিলে। ৩৮২॥

(লামাণ্ড) ৰামৰ ৰাজ অভিষেকৰ খবৰ পৃথিৱীৰ চাৰিওফালে বিয়পি পৰিল। দেশৰ ডেকা, বুঢ়া, নৰ-নাৰীৰ হৃদয়ত এই খবৰে আনন্দৰ হিল্লোল তুলিলে। ৰাজকুমাৰ ৰামে এই খবৰ জননী সকলকো দিলে। তিনিও ৰাণীয়ে মাঙ্গলিক উৎসৱৰ কতবা পাই আনন্দিত হ'ল। সকলোৰে মনত এটাই মাথো চিন্তা হ'ল- সেই উৎসৱৰ দিনটো কেতিয়া পাইহি। ইফালে দেশৰ প্ৰত্যেকজন সচেতন নাগৰিকে নিজ নিজ কৰ্ত্তব্য সমাধাত ব্যস্ত হৈ পৰিল। কোনেও কাহানি কোনো কামৰ কাৰণে পাচিব লগীয়া নহৈছিল। ৰাজঅট্টালিকাৰ চৌহদ সকলোৱে সজাই পৰাই চকে চকুৰোৱা কৰি তুলিবলৈ ধৰিলে। ৩৮৩॥

চ'ত মাহ। পূৰ্ণিমাৰ জোনে চতুৰ্দিশে সোণত সুৰগা চৰোৱাৰ দৰে সুবিমল স্নিগ্ধ কিৰণ বিকিৰণ কৰিবলৈ ধৰিলে। যুৱক যুৱতীসকলে বাদ্য যন্ত্ৰ বজাই নাচ গান কৰি আনন্দত মতলীয়া। পুৰোহিত সকলে সভামণ্ডপৰ কেন্দ্ৰ স্থলত কলহ প্ৰতিষ্ঠা কৰিলে। পানীৰ কলহত আমপাত, নাৰিকলৰ পাত, জামুৰ পাত আদি ভৰাই ফুল, গছ পুলি কৰি সভামণ্ডপৰ জেউতি চৰালে। পথৰ দুয়োকাষে কলপুলি কৰি সৌন্দৰ্য্য বঢ়ালে। ৩৮৪॥

বাটৰ দাঁতিত কুঁহিয়াৰ কৰি তাত ফুলৰ মালা গাঁঠি সৌন্দৰ্য্য বৰ্দ্ধন কৰিলে। শোভাযাত্ৰাৰ দৰে বাটৰ দুই দাঁতিত হাতী, ঘোঁৰা, ৰথ আদি সজাই পথৰ শোভাবৰ্দ্ধন কৰিলে। ৩৮৫॥

অদৃষ্টৰ লিখন জানো কোনোবাই ঘচি পেলাব পাৰে? ৰজা দশৰথৰ কাৰণে যেন মৃত্যু চৰণ ভাগি পৰা দিন আহি আছে। অন্ধমুনিৰ অভিশাপৰ আঘাতে ক্ৰমান্বয়ে ৰজাৰ মৰ্ম ছেদ কৰাৰ পথত। মাজুৰাণী কৈকেয়ী আৰু বেটী মন্থৰা (কুপচী)ৰ হৃদয়ত যেন ঘচিব নোৱাৰা বেজাৰৰ ৰেঙনি তিৰবিৰাই উঠিছে। এনে স্থিতিত কুপচী বুঢ়ীয়ে দুজনমান যুৱকক সুধিলে- ৰাজ্যত ইমান ৰং ৰহইচ আৰু উৎসাহৰ পাবাৰাৰ নোহোৱা হৈছে। ইয়াৰনো কাৰণ কি? অসময়তনো ৰজাই কিহৰ উৎসৱৰ আয়োজন কৰিছে ? ৩৮৬॥

বুঢ়ীৰ প্ৰশ্নৰ উত্তৰত ডেকা গাভৰু বিলাকে ঠাট্টা উপহাসৰ সুৰত ক'ব ধৰিলে- হেৰ' বুঢ়ী, ৰাজ্যত প্ৰজাৰ মাজত ইমান উৎসাহ উদ্দীপনা হ'ব ধৰিছে, তই হ'বলা এইবোৰৰ গমকে পোৱা নাই ? কালিলৈ ৰজাৰ বৰ পুত্ৰ (লামাণ্ড) ৰামৰ ৰাজ অভিষেক হ'ব। সেই উপলক্ষে ৰাজ্যত ইমান উলহ মালহ আৰু ৰজাৰ আনন্দৰ সীমা নোহোৱা হৈছে। ৩৮৭॥

## অধ্যায়-১১

## ॥ কুঁজীৰ মন্ত্ৰণা ॥

কুঁজী (কুপচী) বুঢ়ীয়ে উৎসৱৰ প্ৰকৃত ৰহস্য উপলব্ধি কৰি ৰাণী কৈকেয়ীৰ ওচৰ পালেগৈ। তাই (কেকে) কৈকেয়ীক ক'লে- তুমি কি মন মাৰি উদাস মনেৰে বহি আছা ? গম পোৱা নাই হ'বলা ? আনে কি বুদ্ধি পাতিছে? তোমাৰ দেখিছো দুনিয়াৰ কোনো খবৰেই নাই। মই ভাবো তুমি এনে ৰং ৰহইচ চাই খকাতকৈ চিন্তিত কলহ বান্ধি ডুবাত পৰি মৰি যোৱাই ভাল। ৩৮৮॥

ৰাণীয়ে ক'লে- বুঢ়ী তোমাৰ কথাৰ পাক কি মই একো বুজিব পৰা নাই। কালিলৈ ৰাজ্যত ডাঙৰ উৎসৱ হ'ব। ৰজাৰ ডাঙৰ পুত্ৰক ৰামৰ ৰাজ অভিষেক পাতিব। সেই উপলক্ষে ৰাজ্যত বিৰাট উলহ মালহ লাগিছে আৰু আনন্দই নধৰা হৈছে। ৰাম ৰেতিয়া ৰাজপাটত বহিব তেতিয়া তোমাৰ দুখ ফুলাই পাচিবে লাগিব হ'ব। সতিকে তাৰ আগতে তুমি মৰি যোৱাই ভাল হ'বলে কি?

তুমি যদি ডিঙিত চুৰি দি মৰি যোৱা তেতিয়াও তোমাৰ নাম পৃথিৱীত বৈ বৈ থাকিব। ৩৮৯॥

কুঁজীৰ এনে কুবুদ্ধিলৈ কৈকেয়ীয়ে কান নিদিলে। বৰং ক'লে- ই কেতিয়াও সম্ভৱ নহয়। কাৰণ ৰামে মোক যিমান শ্ৰদ্ধা ভক্তি কৰে হয়তো নিজৰ মাককো সিমান শ্ৰদ্ধা নকৰে। ৰাম ৰজা হ'লে সকলোৰে আদৰৰ হ'ব। কাৰণ তেওঁৰ হৃদয় পবিত্ৰ, প্ৰজাৰ প্ৰতি তেওঁৰ অশেষ শ্ৰদ্ধা, মৰম। ভায়েকহঁতে তেওঁক ৰাজসিংহাসনত বহুৱাই সৰ্বতো প্ৰকাৰে ৰাজকাৰ্য্য পৰিচালনাত সহায় কৰিব। ইয়াত মোৰ ক্ষোভ বা কোনো আপত্তি থাকিব নোৱাৰে।তেওঁ ৰাজসিংহাসনত বহিলে মোৰ বহুত লাভ হ'ব। ৩৯০॥

কুঁজীয়ে ক'লে- ৰাণী, সংসাৰত ক'ত দেখিছা যে নিজ পুত্ৰই নিজ মাতৃৰ কাৰণে চিন্তা নকৰি অন্য মাতৃৰ কাৰণে চিন্তা কৰে ? তুমি গমকে নাপালা। তেওঁবিলাকে কোনোবা কাহানিবাই ৰামক যুবৰাজ পাতিবৰ নিমিত্তে সকলো গুপ্ত মেল কৰি থৈছে। এই বিলাক পাকচক্ৰ তুমি কেনেকৈ জানিবা ? এতিয়াও এই বিষয়ে চিন্তা কৰিবলৈ যথেষ্ট সময় আছে। ৩৯১॥

চোঁৱা, কোশল ৰজাই মনে মনে কেনে কাণ্ড কৰি পেলালে। তুমিতো তোমাৰ দেউতাৰাৰ অতি স্নেহৰ কন্যা আছিলা। কিন্তু তোমাৰ দেউতাৰাৰ মৃত্যুৰ খবৰো তোমাক আগেয়ে দিয়া নাই। প্ৰথমতে ভায়েৰাক ৰাজপাটত বহুৱাইহে তোমালৈ মৃত্যু সংবাদ পঠাইছে। এইদৰে বিভিন্ন চল চাতুৰি আৰু কৌশলেৰে কুঁজীয়ে কৈকেয়ীৰ মন গলাবলৈ ধৰিলে। ৰাণী কৈকেয়ীৰ মনতো কুঁজীৰ চালাকী কূটনীতি বিলাকে ক্ৰমান্বয়ে শিপাবলৈ ধৰিলে। ৩৯২॥

ৰাণীয়ে মৌনভাৱে চিন্তা কৰিলে যে কুঁজীয়ে কোৱা প্ৰতিটো কথাই সত্য। কথাবিলাক প্ৰকৃততে পাখীলগা কাড়ৰ দৰে পোন। তাত কোনো কৃত্ৰিমতা নাই। ৰাণীয়ে আকৌ মনে মনে ভাৱিলে-এতিয়াতো এইবিলাক কথা চিন্তা কৰি লাভ নাই। কুঁজীয়ে পুনৰ ৰাণীক ক'বলৈ ধৰিলে- মাজুৰাণী ! তোমাৰ মনত নাইনে কি ? যেতিয়া দেৱৰাজ ইন্দ্ৰৰ সেনা আৰু অসুৰৰ মাজত হোৱা যুদ্ধ দমন কৰিবৰ কাৰণে গৈছিল তেতিয়া তেওঁ ঘাইল হৈছিল। ৰজাৰ চিকিৎসা তুমি কৰা নাছিলা জানো ? ৰজায়ো অত্যন্ত সুখী হৈ তোমাক দুটা বৰ দিম বুলি প্ৰতিশ্ৰুতি দিয়া নাছিলে জানো ? যেতিয়াই তোমাৰ দৰ্কাৰ হ'ব তেতিয়াই তোমাক দিম বুলি কোৱা নাছিল জানো? ৩৯৩॥

এইয়া তোমাৰ সোণালী সুযোগ। এই শুভক্ষণতে গৈ ৰজাৰ পৰা তোমাৰ কাম্য বৰ দুটা খুজি লোৱা। এনে বৰ ল'বা যাতে ভৰতে বাৰ (১২) বছৰ ৰাজপাট খাব পাৰে। আনটো বৰৰ মতে ৰামে যাতে বাৰ(১২) বছৰ বনবাস খাটে। এনে চৰ্ত ৰাখিবা যাতে ৰামে বনৰ পৰা ঘূৰি আহিহে ৰাজপাটত বহিব পাৰিব। ৩৯৪॥

বৰ্ত্তমান তুমি ছলেবলে কৌশলে এই দুটা বৰ প্ৰাপ্ত কৰি লোৱা। মোৰ বুদ্ধি শিলৰ খুঁটি ;

মোৰ নিৰ্দ্দেশ আৰু পৰামৰ্শ মতে কাম কৰি গ'লে তোমাৰ ভবিষ্যত স্বৰ্ণময় হ'ব। ৰাম যদিও বনৰ পৰা ঘূৰি আহি ৰাজপাটত বহিব তথাপি তোমাৰ ল'ৰাই আজীৱন ৰাজপাট খাই থাকিব পাৰিব। ৩৯৫ ॥

এতিয়া তোমাৰ কাম হ'ল ৰোহঘৰত সোমাই বোদল কৰি থকা। ৰজাই যেতিয়া তোমাক বিচাৰি নাপাব তেতিয়া তোমাক ৰোহঘৰত বিচাৰি যাব। তেতিয়া সকলো কথা ভাঙি পাতি ক'বা। এইদৰে কুঁজী বুঢ়ীয়ে বিভিন্ন ধৰণৰ বাক চাতুৰীৰে কৈকেয়ীক ৰোহঘৰত সোমাবলৈ পৰামৰ্শ দিলে। ৩৯৬ ॥

কুঁজী বুঢ়ীৰ কুট কৌশলত কৈকেয়ীয়ে বিশ্বাস স্থাপন কৰিলে। লগে লগে মনৰ পৰিবৰ্ত্তন কৰি কৈকেয়ী ৰোহঘৰত সোমালেগৈ। ৰজাৰ যেতিয়া বিষাদ লাগে তেতিয়া ৰোহঘৰত সোমাই থাকে। কিন্তু এইবাৰ মাজুৰাণীয়ে কোনেও গম নোপোৱাকৈ ৰোহঘৰত সোমাই কান্দি কাটি বহি থাকিল। ৰাতি ৰজাই নিৰ্দিষ্ট সময়ত শোৱা কোঠাত সোমাই শুলেগৈ। ৰাতি প্ৰায় পুৱাল। ৰজাই সাৰ পালে। ৰাণীক বিচাৰ কৰিলে। কিন্তু ৰাণী বিচনাত নাই। ৰজাই ৰাণীক বিচাৰি ফুৰিবলৈ ধৰিলে। ৩৯৭ ॥

ৰজাই কোনো উৱাদিহ নাপাই লগুৱাজনকে সুধিলে- মাজুৰাণী ক'লৈ গ'ল ? লগুৱাজনে ক্ষযোৰে বিনম্ৰভাৱে ক'লে- মাজুৰাণী ৰোহঘৰত(হেনমানইং) সোমাই আছে। ৰজাই অনুভৱ কৰিলে যে মাজুৰাণীয়ে নিশ্চয় কিবা এটা আঘাত অনুভৱ কৰিছে। অন্যথা মাজুৰাণীয়ে ৰোহঘৰত সোমাই মন মাৰি থকাৰ কাৰণ কি হ'ব পাৰে ? ৩৯৮ ॥

ৰজা ৰোহঘৰলৈ গ'ল। তাত মাজুৰাণীয়ে মন মাৰি বহি থকা দেখিলে। ৰজাক দেখা পোৱাৰ লগে লগে মাজুৰাণীয়ে মুখ ঘূৰালে। কিন্তু ৰজাই আথেবেথে গাত হাত বুলাই আলফুলকৈ ৰাণীক সুধিলে- প্ৰিয়ে, তুমি মন মাৰি আছা কিয় ? অসন্তোষ কৰি আছা কিয়? তুমিনো কিহৰ নিমিত্তে, কি অভাৱত এনেদৰে ৰোহঘৰত সোমাই মন মাৰি থাকিব লগাত পৰিলা। কাৰণ কি ? ৩৯৯ ॥

মোৰ তিনি জনী ৰাণীৰ ভিতৰত তুমি মোৰ অতি মৰমৰ। তোমাৰ হৃদয়ত কি বিষাদ হৈছে। তুমি কিহৰ অভাৱ অনুভৱ কৰিছা, মোক খুলি কোৱা। তোমাৰ গুপ্ত বেদনা কি মোক ভাঙি পাতি কোৱা। কালিলৈ জেষ্ঠ পুত্ৰ ৰামৰ ৰাজঅভিষেকৰ আয়োজন কৰিছো। প্ৰজাৰ মনত অপাৰ আনন্দ। এনে পৰিবেশত তোমাৰো আনন্দৰ পাৰাপাৰ নোহোৱা হ'ব লাগিছিল। ৪০০ ॥

কথাবাৰ্ত্তাৰ মাজতে ৰাণীয়ে ৰজাক ক'লে- হে মোৰ স্বামী প্ৰভু ৰাজন। কালিলৈ আপুনি ৰামৰ ৰাজঅভিষেক আয়োজন কৰিছে। ৰামে আজীৱন ৰাজ্য শাসন কৰি বিলাসময় জীৱন

যাপন কৰিব। আপুনি জীয়াই থাকোতেই ভৰতক বাৰ(১২) বছৰ ৰাজভোগ কৰিবলৈ দিব লাগে। ৰামে পিছত গোটেই জীৱন যুৰি ৰাজভোগ কৰিব। এই মহান কাম কৰিলে ৰাম আৰু আপোনাৰ যশ গান পৃথিৱীত বৈ বৈ থাকিব। ৪০১॥

অন্যথাই আপোনালোক গ্লানিৰ পাত্ৰ হ'ব লাগিব। আপোনাৰ পূৰ্বৰ প্ৰতিশ্ৰুতি পালন কৰক। মই প্ৰথমে এইবিলাক একো জনা নাছিলো। কিন্তু কুঁজী বুঢ়ীয়ে মোক সকলো কথাই স্মৰণ কৰাই দিছে। এতিয়া মোৰ কাম্য বৰ দি মোক সন্তুষ্ট কৰিব লাগে। ৪০২॥

ৰজাৰ মূৰত যেন আকাশী সৰগ ভাঙি পৰিল। এতিয়া চন্দ্ৰবংশী ৰজাৰ আৰু মান সন্মান একো নাথাকিব। চন্দ্ৰবংশীয় চুখাতি ৰজাই দেশৰঅন্ধ ব্ৰাহ্মণক চক্ষুদান দি নিজে মৃত্যুৰ মুখলৈ গতি কৰিছিল। ৰজাৰ মৃত্যুৰ পিছত সুখী দেৱীৰ কোলাত এটি নাবালক পুত্ৰ আছিল। ৰজাইও বয়সৰ লগে লগে পুত্ৰক ৰাজ্যভাৰ অৰ্পণ কৰি ধৰ্মাচৰণ কৰিছিল। গতিকে আমাৰ বংশত,পূৰ্বপুৰুষৰ পৰা এনে নীতি নিয়ম চলি আহিছে। ৪০৩॥

ময়ে এতিয়া পূৰ্বৰ চলি অহা নিয়ম লঙ্ঘন নকৰি ভৰতক ৰাজসিংহাসনত বহুৱাম। আৰু জেষ্ঠ পুত্ৰ ৰামক বনবাস দিম। কিন্তু ইয়াৰ পৰিণাম স্বৰূপে পুত্ৰৰ বিৰহত মোৰ মৃত্যু সন্নিকট আৰু অৱশ্যম্ভাৱী। ৰজাই এইদৰে চিন্তা কৰি কৰি অচেতন হৈ পৰিল। ৰাতি কেতিয়া পুৱাল ৰজাই ততেই ধৰিব নোৱাৰিলে। ৪০৪॥

সূৰ্য্য উদয় হ'ল। ৰাজ্যৰ ৰজা প্ৰজাই আনন্দ উল্লাসেৰে ঢেকা, গাভৰু, বিলাকে বিভিন্ন বাদ্য যন্ত্ৰৰে ৰাজদৰবাৰৰ সম্মুখত আনন্দ উৎসৱত আত্মহাৰা হৈ পৰিল। ৰজাৰ পাৰিষদ বৰ্গই ৰজাক আন্তৰিক অভিনন্দন জনোৱাৰ উদ্দেশ্যে ৰাজদৰবাৰৰ দ্বাৰত প্ৰতিক্ষাৰত হৈ ৰ'ল। ৪০৫॥

ৰজাৰ কোনো সঁহাৰি নাপাই পাৰিষদ বৰ্গ আৰু প্ৰজাবৰ্গই আশ্চৰ্য্য প্ৰকাশ কৰিলে। লগে লগে সাৰথি সুমন্ত্ৰক প্ৰজাই সুধিলে- ৰজাৰ কি হৈছে খবৰ লৈ আহিব লাগে। সুমন্ত্ৰ ৰজাৰ ওচৰলৈ গ'ল। তেওঁ গৈ দেখে যে ৰাজুৰাণীৰ ওচৰত নীৰৱ নিস্তব্ধ হৈ আছে। সুমন্ত্ৰই ধীৰে স্থিৰে ৰজাক ক'লে। ৪০৬॥

হে ৰাজন ! আপোনাক অভিনন্দন জনোৱাৰ কাৰণে বাহিৰত পাৰিষদবৰ্গই প্ৰতীক্ষা কৰি আছে। সুমন্ত্ৰৰ আগ্ৰহত ৰজাই লাহে লাহে ক'বলৈ ধৰিলে। ৪০৭॥

হে মোৰ সাৰথি সুমন্ত্ৰ ! আজি মোৰ যি অৱস্থা হৈছে প্ৰাণবায়ু ওলাই যোৱাৰ নিচিনা লাগিছে। আজি মই যি অমৃতৰ ঘট প্ৰতিষ্ঠা কৰিব বিচাৰিছিলো, তাত ৰাজুৰাণীয়ে বিহ ঢালি দিলে। ৰজাৰ প্ৰত্যুৎপন্নমতি ভাবাৰ আঁত বুজিবলৈ আৰু সুমন্ত্ৰৰ বাকী নাথাকিল। নিশ্চয় কিবা এটা অঘটন ঘটিছে বুলি ধাৰণা কৰি ল'লে। ৪০৮॥

সাৰথি সুমন্ত্ৰ ৰজাৰ ওচৰৰ পৰা আহি সমবেত পাৰিষদবৰ্গক প্ৰতি ক'লে-ৰজাৰ হৃদয়ত দাৰুণ আঘাত। সেইকাৰণে তেখেত মৌন হৈ জয় পৰি গ'ল। তেওঁলোকে ভাবিলে এনে পৰিস্থিতিত কি কৰা যায় ? পাৰিষদবৰ্গই ভাবি পালে যে ৰজাৰ হৃদয়ৰ কথা ৰামেহে জানিব পাৰিব। গতিকে সুমন্ত্ৰই গৈ ৰামক জনাব লাগে। কাৰণ ৰজাৰ গুপ্ত বেদনাৰ কথা ৰামৰ বাহিৰে আনে অনুভৱ কৰিব নোৱাৰে। মন্ত্ৰীৰ পৰামৰ্শমতে সুমন্ত্ৰই ৰথ লৈ ৰামৰ ওচৰত উপস্থিত হ'ল। যুৱৰাজ ৰামৰ ওচৰত সুমন্ত্ৰই সকলো কথা বৰ্ণনা কৰিলে। ৪০৯॥

ৰামেও পৰিস্থিতি বিষম বুলি অনুভৱ কৰি সাৰথি সুমন্ত্ৰক লগত লৈ দৰবাৰত উপস্থিত হ'ল। ৰাজদৰবাৰত ৰজাক নাপাই তেওঁ কোহঘৰৰ ফালে গ'ল। কোহঘৰত ৰজা আৰু মাতৃৰাণী দুয়ো দুকাষে মৌন হৈ শোকাকুল অৱস্থাত থকা তেওঁ দেখিবলৈ পালে। ৰামেগৈ ৰজাক প্ৰণাম জনালে। আৰু বিনম্ৰভাৱেসুধিলে- হে পিতা ৰাজন ! আপোনাৰ মৌনতাৰ কাৰণ কি সেই কথা জানিবৰ নিমিত্তে মই আহিছো। ৪১০॥

আপোনাৰ মনৰ অভিপ্ৰায় কি ? আপুনি কি বস্তু বিচাৰিছে, অনুগ্ৰহ কৰি প্ৰকাশ কৰক। যদি আপুনি দেৱৰাজ ইন্দ্ৰক দেখা পোৱাৰ ইচ্ছা কৰিছে তেন্তে এতিয়াই মই তেওঁক মাতি আনিম। যদি আপুনি (কুবেলা) কুবেৰ কন্দৰ্প কুমাৰক দেখা পাব বিচাৰিছে, তেন্তে এতিয়াই মই মাতি আনিম। আৰু যদি আপুনি গৰুড়(কুলুগু), (নাক) নাগ, যক্ষ দেৱতাক চোৱাৰ অভিলাষ কৰিছে তেন্তে সিবিলাককো মই মাতি আনি আপোনাৰ ওচৰত উপস্থিত কৰাম। যদি আপুনি কৈলাশ (বেপুলা) পাহাৰত থকা মাণিক বিচাৰিছে (হেংএপাতামা) তাকো আনি মই আপোনাক দিব পাৰো। আৰু যদি আপুনি নৰকলোকত গৈ যন্ত্ৰনা (ঙালাই) পোৱাৰ সন্দেহ মনত জন্মিছে তেন্তে আপোনাৰ হৈ মই (ঙালাই) নৰকলোকত যন্ত্ৰনা ভোগ কৰিমগৈ। আপুনি কেৱল আজ্ঞা প্ৰদান কৰক। যি কৰিবলৈ আজ্ঞা প্ৰদান কৰে তাকে কৰিবলৈ মই নতশিৰে আগবাঢ়ি যাম। ৪১১॥

পুত্ৰৰ বিনম্ৰ প্ৰাৰ্থনাত আৰু শ্ৰদ্ধা ভক্তিত আপ্লুতহৈ ৰজাৰ হৃদয় একেবাৰে ভূমিকম্প হোৱাদি কঁপিবলৈ ধৰিলে। ৰজাই তন্ময় হৈ আত্মবিশ্বাসেৰে ক'বলৈ ধৰিলে- এই সংসাৰ যেতিয়া ব্ৰহ্মাই সৃষ্টি কৰিছিল তেতিয়াৰ পৰাই আমাৰ চন্দ্ৰবংশীয় ৰজা সকলে ৰাজত্ব কৰি আহিছে। আমাৰ পৰিচয় চন্দ্ৰবংশীয় বুলি জনাজাত। এই সকল ৰজাৰ কথা মাত্ৰ এটা। তেওঁ বিলাকে নিজ প্ৰতিজ্ঞা ৰক্ষাৰ নিমিত্তে নিজ জীৱন পৰ্যন্ত বলিদান দিছিল। ৰাজত্বৰ মোৰ পাৰিষদবৰ্গ আৰু মনৰ প্ৰজাবৰ্গই অন্তঃকৰণৰে সৈতে তোমাৰ ওপৰত ৰাজত্বৰ গুৰুভাৰ অৰ্পণ কৰাৰ কথা মনস্থ কৰিছিল। আৰু মই তাকে কৰিবলৈ প্ৰতিশ্ৰুতিবদ্ধ হৈছিলো। ৪১২॥

বহুত দিনৰ আগতেই মোৰ এটা ঘটনা ঘটিছিল। এবাৰ দেৱৰাজ ইন্দ্ৰই মোক নিমন্ত্ৰণ

কৰিছিল দেৱতা আৰু অসুৰৰ যুদ্ধ খনৰ অৱসান ঘটাবৰ কাৰণে। ইন্দ্ৰক মই সেই কামত পাৰ্য্যমানে সহায় কৰি দেৱতাৰ মঙ্গল ৰচনা কৰিছিলো। সেই দেৱাসুৰ যুদ্ধতে মোৰ অলপ আঘাত হৈছিল। সেই আঘাত পোৱা ঠাই টুকুৰা তোমাৰ মাজুৰাণী মাৰাই চিকিৎসা কৰি মোক সুস্থ সবল কৰি তুলিছিল। নিদান স্বৰূপে মই তেওঁক দুটা বৰ দিব খুজিছিলো। কিন্তু মাজুৰাণীয়ে সেই বৰ সেই সময়ত নালাগে বুলি ক'লে।

তেওঁ ক'লে- যেতিয়া মোৰ প্ৰয়োজন হ'ব তেতিয়াই মই মোৰ কাম্য বৰ দুটা খুজি ল'ম। কিন্তু এতিয়া তেওঁক সেই দুটা বৰ লাগে। তেওঁকনো কোন দুটা বৰ লাগে সেই বিষয়ে মাজু মায়েৰাক সুধি লোৱা। ৪১৩॥

মহাৰাজ দশৰথৰ মুখৰ পৰা কথাটো শুনি (লামাঙ) বোধিসত্ত্ব ৰামে মাজুৰাণী মাহীমাকৰ প্ৰতি নমস্কাৰ জনাই ক'লে- আপোনাৰ হৃদয়ত জাগ্ৰত হোৱা বৰ দুটাৰ কথা মোক ভাঙি পাতি কওঁক। তেতিয়া মাজুৰাণীয়ে স্পষ্ট ভাষাৰে কৈ উঠিল যে মহাৰাজে মোক পূৰ্বে প্ৰতিশ্ৰুতি দিয়া আছিল। সেই কাৰণে মই মোৰ প্ৰাপ্য বিচাৰিছো। এতিয়া ইয়াৰ নিৰ্ণয় পিতা পুত্ৰৰ ওপৰতহে নিৰ্ভৰ কৰিছে। ৪১৪॥

বোধিসত্ত্ব ৰামে ক'লে- যদি তোমাৰ হৃদয়ৰ কথাই সেয়ে আছিল আমাৰ চাৰি ভাইৰ মাজত আলোচনা কিয় নকৰিলা ? এতিয়া পিতাৰ হৃদয়ত এই জলন্ত জুই বুৰা দিয়াৰ কি অৰ্থ আছিল। এই বিষয়ে তুমি পিতাৰ আগত ন'কৈ মোৰ আগত তোমাৰ মনোভাব প্ৰকাশ কৰাহেঁতেন সকলো সমস্যা সমাধান হৈ যায়। তুমি অনতিপলমে ভাই ভৰতক মাতি আনা। তেওঁক মই এতিয়াই ৰাজপাটত বহৱাই যুৱৰাজ পাতিম। ৪১৫॥

ৰামৰ এনে সুবিমল বিচাৰত কুঁজীবুঢ়ীয়ে মধুৰ বচনেৰে ক'বলৈ ধৰিলে- হে ৰাম ! যদি তোমাৰ ভায়েৰাৰ প্ৰতি মৰম চেনেহ আছে তেন্তে তুমি ভৰতক ৰাজপাটত বহৱাই বনলৈ গুচি যোৱা। ইয়াত তুমি থাকিলে হয়তো তোমাৰ মাৰাই মনত বৰ বেজাৰ কৰি থাকিব। আৰু মনোমালিন্যৰ সৃষ্টি হৈ থাকিব। ৰাজ্যৰ পাৰিষদবৰ্গ আৰু প্ৰজাৰ মাজত চলি থকা কটুতাপূৰ্ণ সমালোচনাই হয়তো ভৰতৰ হৃদয়ত আঘাত হানিব। ৪১৬॥

কুঁজীৰ কথামতেই ৰামে বনবাসী হোৱাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে। ৰজা আৰু ৰাণীক সেৱা জনাই ক'লে- ভাই ভৰতক আপোনালোকে যুৱৰাজৰ পদত অধিষ্ঠিত কৰক। মই বনলৈ ওলালো। এই বুলি কৈয়েই বোধিসত্ত্ব ৰামে নিজ প্ৰাসাদলৈ বুলি যাত্ৰা কৰিলে। ৪১৭॥

ৰাজপ্ৰাসাদত ৰামে প্ৰৱেশ কৰিলে। তাৰ পিছত নিজৰ শোৱনি কোঠাত গৈ পত্নী (নাংসীতা) সীতাক ক'লে- পিতাৰ আজ্ঞা, মই এতিয়া বনলৈ যাম। তুমি ভাবি ল'বা যে মই সদায় তোমাৰ

লগতে আছো। অসংখ্য লিগিৰা লিগিৰী আছে। সিবিলাকৰ লগতে উমলি আনন্দ উৎসৱ কৰি থাকিবা। যদি তোমাৰ ইয়াত মন নবহে তেন্তে শাহুৱেৰাৰ ওচৰত গৈ থাকিবা। মোৰ মাতৃক ভালদৰে প্ৰতিপালন আৰু পৰিচৰ্য্যা কৰি থাকিবা। সকলোকে সমভাৱে সহোদৰা ভাৱে ব্যৱহাৰ কৰিবা। মই এতিয়া বনলৈ ওলালো। ৪১৮॥

বোধিসত্ত্বৰ কথা নাংসীতাই বুজিব নোৱাৰিলে। তেওঁ বোধিসত্ত্ব ৰামৰ চৰণ স্পৰ্শ কৰি ইনাই বিনাই বিলাপ কৰি ক'বলৈ ধৰিলে- হে মোৰ প্ৰাণ নাথ! আপোনাৰ অভিপ্ৰায় কি মই একো বুজিব পৰা নাই। আপুনি মোক ভালদৰে বুজাই দিয়ক। আপুনি মোক হৰধনু ভাঙি পত্নীৰূপে গ্ৰহণ কৰিছে। এতিয়া মোক এৰি থৈ আপুনি বনলৈ কিয় যাব লগাত পৰিল? মইনো আপোনাৰ ওচৰত কি অপৰাধ লগালো ভাবি পোৱা নাই। তথাপি আপুনি মোৰ পৰা বিদায় মাগিছে। যেতিয়াহে মই কওঁ-যদি মৰিব লগা আছে তেন্তে একেলগে মৰিম। যদি পানীত বুৰিব লগা আছে তেন্তে একেলগে বুৰিম। অগ্নিত প্ৰবেশ কৰি মৰিবলগীয়া হলেও একেলগে মৰিম। মোক অনুগ্ৰহ কৰক। মোক ইয়াত অকলে এৰি থৈ আপুনি যেন কদাপি নাযায়। ৪১৯॥

এই অৱস্থাত পৰি সুন্দৰী সাধ্বী সীতাক ৰামে ক'বলৈ ধৰিলে- হে প্ৰিয়ে, তোমাৰ গাত কোনো দোষ নাই। তুমি কোনো অপৰাধ কৰা নাই। তোমাক মোৰ লগত লৈ নোযোৱাৰ মূল উদ্দেশ্য এয়ে যে মই অগাধ অৰণ্যৰ মাজত থাকিম। তাত অনেক হিংস্ৰ জন্তু আছে। বাঘ, হাতী, ভালুক, সিংহ, ভূত-প্ৰেত, পিশাচ, ৰাক্ষস আদিৰে অৰণ্যাঞ্চল পৰিপূৰ্ণ। সেই বিলাকত থাকি বহুত কষ্ট ভোগ কৰিবা। আমাৰ ইয়াৰ দৰে কোমল শয্যা নাই। ৰাতি গছপাত পাৰি মাটিত শয়ন কৰিব লাগিব। মহ, দাহ, পোক, জোক আদিয়ে সুকোমল শৰীৰ কামুৰি থকাসৰকা কৰিব। তাত গাত ল'বলৈ কাপোৰৰ পৰিবৰ্ত্তে গছৰ ছাল আদি একত্ৰাই ল'ব লাগিব। ৪২০॥

বতাহ, বৰষুণ মূৰৰ ওপৰেদিয়েই পাৰ কৰিব লাগিব। গৰম, ঠাণ্ডা সকলো ধৰণৰ বিকাৰ ভোগ কৰি গছৰ তলতেই অতিবাহিত কৰিব লাগিব। সূৰ্য্যৰ প্ৰখৰ তাপৰ জ্বালা গছৰ তলতেই বহি শাঁত পেলাব লাগিব। অৰণ্যত বাস কৰা বৰ কষ্টকৰ। সেই নিমিত্তে মই তোমাক এই প্ৰাসাদতে থাকিবলৈ কৈছো। তোমাৰ প্ৰতি মোৰ কিঞ্চিত মানো বেয়াভাব নাই। তোমাক ত্যাগ কৰি তোমাৰ মধুময় জীৱনটোক কষ্ট দিয়াৰ মোৰ অভিলাষ নাই। তোমাৰ আৰু মোৰ মাজত যি সাত্ত্বিক প্ৰেমৰ নিজৰা প্ৰবাহিত হৈ আছে, ই সংসাৰ ধ্বংস হৈ গ'লেও সজীৱ হৈ থাকিব। ৪২১॥

আমাৰ গাভভৰা মিলন কোনোকালেই বিচ্ছিন্ন নহয়। তোমাৰ কষ্টবিলাক মই সহ্য কৰিব নোৱাৰিম। কাৰণ তোমাৰ এই সুকোমল শৰীৰ যেতিয়া অৰণ্যৰ কাঁইটৰ মাজেদি খোজ কাঢ়িব লাগিব তেতিয়া তোমাৰ ভৰি হ'লে বিন্ধি থকা সৰকা কৰিব। ভোজনৰ আদিও পেট পুৰাই খাবলৈ

নাপাবা। গোটেই জীৱনটো কষ্টৰ মাজেদিয়েই অতিবাহিত কৰিব লাগিব। মই হৈছো বীৰ পুৰুষ। কোনো শত্ৰু বা হিংস্ৰ জন্তুৰ কাৰণে মোৰ তিলমাত্ৰও ভয় নাই। সকলোৰে লগত যুদ্ধ কৰি মই বাচি আহিম। সকলো কষ্ট জ্বালা যন্ত্ৰনা নিৰৱে সহিবৰ কাৰণে মই চেষ্টা কৰিম। ৪২২ ॥

এইদৰে বোধিসত্ত্ব ৰামে ধৰ্ম পত্নী নাংসীতাক অনেক উদাহৰণৰ মাজেদি সাকৰা উপদেশ প্ৰদান কৰিব ধৰিলে। কিন্তু অনেক বুজনি দিয়াৰ সত্ত্বেও ৰামে সীতাৰ মন পৰিবৰ্ত্তন কৰিব নোৱাৰিলে। সীতাই কেৱল বিলাপ কৰি কৰি করুণ সুৰত ক'ব ধৰিলে যে- হে মোৰ বীৰ স্বামী প্ৰাণ নাথ ! আপুনি মোক কোনো পথ্যে বাধা প্ৰদান নকৰিব। মোৰ হৃদয়ৰ আবেগখিনি আপুনি শুনি লওঁক। ৪২৩ ॥

নাংসীতাৰ অন্তৰ্নিহিত গুপ্ত বেদনাৰাশি বীৰ স্বামী ৰামৰ সম্মুখত এইদৰে ব্যক্ত কৰিলে যে-

ধ্বজ বিহীন ৰথৰ সৌন্দৰ্য্য আছে জানো ? সেইদৰে স্বামী অবিহনে নাৰীৰ হৃদয়ত আনন্দৰ জোৱাৰ ক'ত ?

অগ্নিৰ সৌন্দৰ্য্য ক'ত ? ৰঙা-নীলা-বগা ধোঁৱাৰ মাজত নহয়জানো? অন্যথা প্ৰজ্বলিত অগ্নিৰ মহত্ত্ব ক'ত ?

অৰাজক ৰাজ্যৰ মহত্ত্ব আৰু সৌন্দৰ্য্য আছে জানো? কোনোবা দেশে সেই দেশক প্ৰশংসা কৰিব জানো ? সেই দেশত কেৱল শত্ৰুতা,অন্যায়, উৎপীড়নৰ মাত্ৰাহে বেছি হয়।

আৰু যি নাৰীক স্বামীয়ে এৰি দিয়ে সেই নাৰীক অন্য লোকে কি ক'ব ? সেই নাৰীৰ সৌন্দৰ্যই বা ক'ত ?

মানুহে নিজৰ বাৰীত ফলমূলৰ বাগান কি নিমিত্তে পাতে? কি কাৰণে আপদাল কৰে? যি জোপা গছত ফল লাগে, সেই ফল যদি তল সৰি ভৰি থাকে, মানুহে যদি বুটলি নাখায় তেন্তে সেই ফল বা বৃক্ষ ৰোপন কৰি লাভ আছেনে ? ৪২৪ ॥

গতিকে হে মোৰ স্বামী আপুনি ভাল দৰে মোৰ বক্তব্যখিনি হৃদয়ঙ্গম কৰি লওঁক। কাৰণ আপোনাৰ আৰু মোৰ মাজৰ প্ৰেমৰ এনাজৰিডাল নিছিগা থাকৰ দৰে অটুট হৈ আছে। তেনেস্থলত সেই যুগ্ম এনাজৰি ডাল চিঙি আপুনি কিয় যাব ? আপুনি মোৰ লগত আৰু মই আপোনাৰ লগত থকাত যি সৌন্দৰ্য্য আৰু মাদকতা তাক সংসাৰৰ কোনো বস্তুৱেই দিব নোৱাৰে। হাজাৰ লাখ লিগিৰা লিগিৰীয়ে মোৰ সেৱা শুশ্ৰুষা কৰিলেও মোৰ আত্মাই শান্তি লাভ কৰিব নোৱাৰিব। আপুনি যদি বনলৈ যায় মযো আপোনাৰ পিছে পিছে বনমুখী হ'ম। বনবাসত গৈ আমি দুয়ো টেঙা মিঠাৰ সোৱাদ ল'ম। নিজৰাৰ কটিক ধাৰাৰ পানী আনি আপোনাক পান কৰাম। স্বামীৰ সৰ্বতো প্ৰকাৰৰ সেৱা শুশ্ৰুষা কৰা আৰু প্ৰত্যেক কৰ্মতে সহায় কৰাটোৱেই হৈছে নাৰীৰ ধৰ্ম। যি পত্নী বা নাৰীৰ সেই গুণৰ অভাৱ সেই নাৰীৰ জগতত কোনো কাম নাই। সীতাই এইদৰে বিভিন্ন যুক্তি দাঙি ধৰি বীৰ

স্বামী ৰামক অনুনয় বিনয় কৰিলে। ৰামে সেই যুক্তি খণ্ডন কৰাৰ উপায় বিচাৰি নাপালে। অৱশেষত ৰামে তেওঁৰ লগতে বনবাসলৈ যাবলৈ নাংসীতাক অনুমতি প্ৰদান কৰিলে। ৪২৫।।

তেনেতে লাখানা (লক্ষ্মণ) আহি বোধিসত্ত্ব ৰামৰ ওচৰত উপস্থিত হ'ল। ৰামক প্ৰণাম জনাই তেওঁ ক'লে- দাদা ! আপোনালোকৰ লগত ময়ো বনলৈ যাম। বনতগৈ মই আপোনাক প্ৰত্যেক ক্ষেত্ৰতে সহায় কৰিম। মোকো আপোনাৰ লগত যাবৰ নিমিত্তে অনুমতি প্ৰদান কৰক। বনত গৈ মই আপোনালোকক ফলমূলৰ যোগান ধৰিম। সকলো ক্ষেত্ৰতে ৰচাই ৰাখিম। আপোনালোকক মই কোনো বিপদৰ সন্মুখীন হ'বলৈ নিদিওঁ। ৪২৬।।

ৰামে ভায়েকৰ এনে আন্তৰিকতা পূৰ্ণ আগ্ৰহত বৰ গৌৰৱ অনুভৱ কৰিলে। আৰু তেওঁৰ প্ৰশংসা কৰি কোৱাৰ পূৰ্বেই তোমাক লগত লৈ যোৱাৰ কথা চিন্তা কৰিছিলো। কিন্তু তুমি নিজেই সেই ইচ্ছা প্ৰকাশ কৰাত মই নথৈ সুখী হৈছো। এতিয়া তুমি তোমাৰ মাতৃৰ ওচৰত গৈ বিদায় সম্ভাষণ জনাই আহাগৈ। ৪২৭।।

লক্ষ্মণে তুৰন্তে গৈ মাকক প্ৰণাম জনালে। তেওঁ মাকক নিবেদন কৰিলে যে দাদা ৰামৰ লগত মই বনলৈ যাওঁ। মোক আপুনি মুক্তকণ্ঠে আশীৰ্বাদ দি যাবৰ কাৰণে অনুমতি প্ৰদান কৰিব লাগে। মোকো জেষ্ঠ ভাতৃ ৰামৰ লগত বনবাসত ধৰ্ম কৰিবৰ কাৰণে অনুমতি দিব লাগে। ৪২৮।।

পুত্ৰৰ এনে সৎ আৰু পবিত্ৰ মনোকামনা হোৱা দেখি হৃদয় গদ্‌গদ্ হোৱা মাক (সুমিক্তালা) সুমিত্ৰাই ক'ব ধৰিলে- মোৰ আদৰৰ বাচা ! ধন্য তুমি মোৰ পুত্ৰ। তোমাৰ দাদাৰা ৰামৰ প্ৰতি থকা অচলা ভক্তিত মই অত্যন্ত সুখী হৈছো। মই তোমাক আন্তৰিক শুভেচ্ছাৰে বিদায় দিছো। বনত গৈ তোমাৰ দাদাৰাৰ পবিত্ৰ কৰ্ত্তব্যত সহায় কৰাগৈ।পৰাহ'লে ময়ো তেওঁৰ লগত গলোহেঁতেন। তুমি মোৰ উপযুক্ত সন্তান। যোৱা, তোমাৰ সাহস আৰু গৌৰৱৰ মহত্ত্ব পৃথিবীত বৈ বৈ থাকিব। ৪২৯।।

লক্ষ্মণে সকলো শক্তি আৰু সাহস বুকুত বান্ধিলৈ আৰু মাকৰ আশীৰ্বাদ লাভ কৰি ৰামৰ ওচৰত পুনৰ উপস্থিত হ'লহি। লক্ষ্মণৰ আনন্দ আৰু উৎসাহৰ পাৰাপাৰ নাই।

ৰামে লক্ষ্মণক আদেশ দিলে- এতিয়া তুমি ভাল ভাল ধনু শৰ লৈ বনলৈ যাবলৈ প্ৰস্তুত হোৱা। ৪৩০।।

এইদৰে ৰাম, সীতা আৰু লক্ষ্মণে গৈ মাতৃ কৌশল্যাৰ ওচৰত আহি লৈ বনলৈ যাবলৈ শুভাশিস বিচাৰিলে। হে মাতৃ! মহাৰাজৰ পূৰ্ব প্ৰতিশ্ৰুতি মতে মাজু মাহী আই কৈকেয়ীয়ে বৰ ভিক্ষা কৰিলে। কৈকেয়ী মাহী আইৰ বৰ দুটা এনেধৰণৰ- প্ৰথম বৰৰ মতে ভৰতক ১২ (বাৰ) বছৰ ৰাজপাটত বহিবলৈ দিব লাগে। দ্বিতীয় বৰৰ মতে মোক ১২(বাৰ)বছৰ বনবাস দিব লাগে। এইদৰে মহাৰাজৰ পৰা বৰ মাগি ল'লে। ৪৩১।।

মাক কৌশল্যায়ো কোনো বেজাৰ নকৰি বৰং হাঁহি আৰু আনন্দ মনেৰে পুতেক ৰামৰ দুয়ো গালে চুমা খালে আৰু ক'লে- তুমি মোৰ যোগ্য ধন্য সন্তান। তোমাৰ দৰে এজন সাহসী বীৰ পুৰুষক দহমাহ গৰ্ভধাৰণ কৰি নিজকে মই গৌৰৱান্বিত আৰু ধন্য মানিছো। পিতৃ সত্য পালনৰ কাৰণে বনবাসলৈ যাবলৈ ওলাইছা। বৰ আনন্দৰ কথা। বংশৰ মান মৰ্য্যাদা ৰক্ষা কৰি বনলৈ ওলাইছা। ইয়াতকৈ আৰু চন্দ্ৰবংশত গৌৰৱ আৰু মান মৰ্য্যাদা কি লাগে ? যোৱা, তোমালোক তিনিওকে মোৰ আন্তৰিক শুভ আশীৰ্বাদ প্ৰদান কৰিছো, যাতে তোমালোকে সুখ্যাতিৰে বনত ধৰ্ম্ম আচৰণ কৰিব পাৰা। তোমালোকক কোনো শত্ৰুৱে আক্ৰমণ কৰিব নোৱাৰিব আৰু বিপদ বিঘিনিয়ে অভিভূত কৰিব নোৱাৰিব। তোমালোকৰ ধৰ্ম্মৰ প্ৰভাৱ চাৰিওফালে বিয়পিব ধৰিব। মোৰ এয়ে শুভেচ্ছা যেন তোমালোকৰ বনবাসী জীৱন মধুময় হয়। এইদৰে মাতৃ কৌশল্যাৰ পৰা বিদায়লৈ তিনিও গৈ ৰথত বহিল। ৪৩২॥

## ॥ ৰামৰ বন যাত্ৰা ॥

ৰাম, সীতা আৰু লক্ষ্মণ তিনিও বনলৈ যাবলৈ ওলাল। বনবাসী ৰামৰ বেজাৰত বৃদ্ধ ৰজা-ৰাণী, পাৰিষদবৰ্গৰ মাজত শোকৰ ছাঁ পৰিল। হিয়ালি জিয়ালি কৰি কান্দি কাটি ৰামৰ লগত এওঁ বিলাকো বৰ দুখী হ'ল। ৰাজ্যত ৰামৰ বন গমনত হাহাকাৰৰ সৃষ্টি হল। প্ৰকৃতি দেৱীয়েও চকুলো টুকিলে, চিৰ সেউজীয়া প্ৰকৃতি ৰাজ্যতো ৰামৰ শোকত দাবানল জ্বলি উঠিল। অযোধ্যাবাসী সকলো ৰামৰ লগে লগে বনলৈ যাবলৈ ধৰিলে। ৰাম, সীতা আৰু লক্ষ্মণ ক্ৰমান্বয়ে আগুৱাব ধৰিলে। তেনেতে ৰামে পিছলৈ মুৰ কৰি ঘূৰি চালে। আৰু দয়াৰ আকৰ ৰামে ক' বলৈ ধৰিলে- হে পিতা ৰাজন ! মই পিতাৰ পৰম্পৰাগত নীতি নিয়ম আৰু সত্য পালনৰ অৰ্থে বনলৈ আহিছো। যদিও মোৰ ১২ বছৰ বনবাস হ'ব তথাপি আপোনালোক সকলোৱেই ধৰি ল'ব যে মই সূৰ্য্য উদয়ৰ পৰা অস্ত যোৱা লৈকেহে বনবাসত থাকিম। ৪৩৩॥

পিতাকৰ কৰুণ সুৰত অনুনয় বিনয় কৰি ৰামে ক'লে- আপুনি প্ৰজাবৰ্গক লগতলৈ ৰাজ্যলৈ ঘূৰি যাওঁক। ভাই ভৰতক ৰাজসিংহাসনত বহুৱাই ৰাজকাৰ্য্য চলাবলৈ দিয়ক। ৰাজকুমাৰ ৰামৰ আদেশপূৰ্ণ কথাত পাৰিষদবৰ্গই সমৰ্থন জনাই ৰজাক পুনৰ ৰাজ্যলৈ ঘূৰি যাবৰ নিমিত্তে অনুৰোধ জনালে। ৪৩৪॥

ৰজায়ো কুমাৰৰ অনুৰোধ শুনি আৰু প্ৰজাবৰ্গৰ আগ্ৰহ দেখি ক'লে- হে মোৰ সাৰথি সুমন্ত্ৰ! আমি বাৰু ৰাজ্যলৈ ঘূৰি যাওঁ কিন্তু মোৰ কুমাৰইতক বনত নি সুকলমে থৈ আহাগৈ। সাৰথি সুমন্ত্ৰয়ো ৰজাৰ আদেশ ক্ৰমে অৰণ্য ভেদ কৰি বায়ুবেগেৰে ৰথ চলাবলৈ ধৰিলে। ৰজাই কিন্তু কুমাৰইঁত দৃষ্টিৰ আঁতৰ নোহোৱা পৰ্যন্ত ৰ' লাগি চাই থাকিল। এইদৰে ৰজাৰ দৃষ্টি পথৰ পৰা কুমাৰ

সকল আঁতৰ হৈ গ'ল। ৪৩৫ ।।

কুমাৰসকল ৰজাৰ দৃষ্টিৰ পৰা যেতিয়াই আঁতৰি গ'ল, তেতিয়াৰ পৰাই ৰজাৰ হৃদয় শোকত উত্ৰাৱল হৈ পৰিল। তেওঁ অশেষ বেদনা ভৰা হৃদয়েৰে পুনৰ ৰাজ্যলৈ ঘূৰি আহিল। ৰথৰ মাত্ৰ শুনিবলৈ পাই ৰাজ্যৰ প্ৰজাবৰ্গই ভাবিলে যে কুমাৰসকল পুনৰ ৰাজ্যলৈ ঘূৰি আহিছে।

ৰজাই কুমাৰক ৰথত নেদেখি শোকত বিহ্বল হৈ পৰি গ'ল। ৰজাৰ এনে স্থিতিত ৰাণী কৌশল্যাই দৌৰি গৈ পানী আনি ৰজাৰ মূৰত ঢালিব ধৰিলে। ৰজাক অচেতন দেখি কাণে নাকে পানী ছটিয়াবলৈ ধৰিলে আৰু ৰজাক ক্ৰমান্বয়ে সান্ত্বনা দিব ধৰিলে। ৪৩৬।।

হে ৰাজন ! আপুনি শোকত ইমান বিহ্বল কিয় হৈছে ? কুমাৰ পুনৰ বনৰ পৰা ঘূৰি আহিছে নহয় ? ৰাণীৰ সান্ত্বনাত ৰজাই অকণমান মূৰ তুলি চালে। কিন্তু কুমাৰক নেদেখি আকৌ অচেতন হৈ পৰি গ'ল। ৰজাৰ মুখত কেৱল 'ৰাম', 'ৰাম', শব্দহে একাদিক্ৰমে উচ্চাৰিত হৈ থাকিবলৈ ধৰিলে। ৰাণীয়ে তেনে পৰিস্থিতিত ক'বলৈ ধৰিলে- হে ৰাজন! কুমাৰ বনবাসত(বাৰ) ১২ বছৰ পূৰা নোহোৱা পৰ্যন্ত ৰাজ্যলৈ ঘূৰি নাহে। আপোনাৰ অৱস্থাৰ সাপেক্ষেহে মই মিছাতে আপোনাক সান্ত্বনা দিব ধৰিছিলোঁ। পুত্ৰৰ শোকত আপোনাৰ মৃত্যু আসন্ন হেতুকে মই এনেকৈ কৈছিলো। ৰথ তীব্ৰ গতিত ৰাজ্যৰ অভিমুখে দৌৰিব ধৰিলে।

ৰজাই ৰাজভৱনত থাকিলেও শান্তি অনুভৱ কৰিব নোৱাৰা হ'ল। একেবাৰে কেৱল কুমাৰহঁতৰ কথা স্মৰণ কৰি কৰি দুখে বেজাৰে থাকিবলৈ ধৰিলে। ৪৩৭।।

ইফালে বনবাসী কুমাৰসকলে অটব্য অৰণ্য ভেদ কৰি গৈ 'লম্বু' নদীৰ পাৰ পালে। সেই নদীৰ পাৰতেই এটি পৰ্ণকুটীৰ সাজি ৰাতিটো তাতে কটালে। ক্ৰমান্বয়ে ৰাতিটো গহীন গম্ভীৰ হৈ আহিব ধৰিলে। চাৰিওফালে নীৰৱ নিস্তব্ধতাই আগুৰি ধৰিলে। লাখানা আৰু সুমন্ত্ৰই জাগ্ৰত প্ৰহৰী হৈ লামাণ্ড আৰু নাংসীতাক সুৰক্ষা কৰি জাগি থাকিল। সেই নিৰ্জন গম্ভীৰ ৰাতিৰ সুযোগতে সুমন্ত্ৰ (সুমাত্ৰা)ই (লাখানা) লক্ষ্মণক ক'লে- । ৪৩৮।।

হে কুমাৰ লাখানা ! মোৰ মনত ৰজাকলৈ ডাঙৰ সন্দেহৰ উদয় হৈছে। ৰজাই তোমালোকৰ বেজাৰতেই প্ৰাণ ত্যাগ কৰিব পাৰে। লাখানাই তেতিয়া ক'লে- হে সুমন্ত্ৰ ! এই সন্দেহ তোমাৰ হৃদয়ত উদয় হোৱাৰ কাৰণ কি? তেতিয়া সুমন্ত্ৰই ক'লে- মোৰ ভয় আৰু শংকা কি কাৰণে আহিছে মই তোমাক পৰিপাটিকৈ কওঁ শুনা। ৪৩৯।।

বহুত দিনৰ আগৰ কথা। ৰজা আৰু মই দুয়ো চিকাৰৰ অভিপ্ৰায়েৰে গৈছিলো। গৈ গৈ আমি এখন অগাধ অৰণ্য পালো। সেই অৰণ্যভূমিৰ মাজেদি এটা নিজৰা কুলু কুলু ধ্বনি কৰি অবিৰাম প্ৰৱাহিত হৈ আছিল। নিজৰাৰ সৌন্দৰ্যই বনাঞ্চল একপ্ৰকাৰ সজীৱ আৰু মনোমুগ্ধকৰ

কৰি তুলিছিল। সেই নিজৰাত হাতীয়ে জলক্ৰীড়া কৰা বুলি ৰজাই সন্দেহ কৰিলে। ৰজা নীৰৱ দৰ্শক হৈ শব্দভেদী বাণ নিক্ষেপ কৰিলে। কিন্তু দৈব্য বিপাক, সেই বাণ আহি এক মুনিকুমাৰৰ বুকু ভেদ কৰিলে। ৪৪০॥

কিছু সময়ৰ পিছত মুনি কুমাৰে চেতনা পাই মাত লগালে। কোনে এই নিৰ্জনতাৰ সুযোগলৈ এই বিশাল অৰণ্যৰ মাজত আহি মোক শৰবিদ্ধ কৰিলেহি। মইনো তোমাৰ কি অপৰাধ কৰিছিলো। সি যি কি নহওঁক, মোৰ পিতা মাতা একেবাৰে অন্ধ। তেওঁ বিলাকৰ ভৰণ পোষণৰ দায়িত্ব মোৰ ওপৰতহে। এতিয়া যিকোনো উপায় কৰি মোক মোৰ অন্ধ পিতা মাতাৰ ওচৰলৈ লৈ যোঁৱা। একেবাৰে সাংঘাটিক আৰু মৰ্মান্তিক কৰুণ ঘটনা। ৰজাই দেখি আশ্চৰ্য্য প্ৰকাশ কৰিলে। কুমাৰৰ প্ৰাণ বায়ু যাওঁ যাওঁ অৱস্থা। তেনে অৱস্থাত ৰজাই শৰবিদ্ধ কুমাৰক দাঙি নি অন্ধমুনিদ্বয়ৰ ওচৰত চমজাই দিলেগৈ। ৰজাই বিনম্ৰভাৱে কুমাৰৰ অন্ধ পিতা মাতাৰ ওচৰত শতবাৰ এই মহাপাপৰ নিমিত্তে ক্ষমা ভিক্ষা মাগিলে। অন্ধ মুনি দ্বয়ৰ ভৰণ পোষণৰ দায়িত্ব লোৱা সত্ত্বেও অন্ধমুনি একোতে মান্তি নহল। অন্ধদ্বয়ে মৃত পুতেকৰ গাত হাত বুলাই কেৱল ৰজাক অভিশাপ দিলে -আমি যিদৰে আজি পুত্ৰৰ শোকত মৃত্যুৰ শয্যাত উঠিলো সেইদৰে তুমিও পুত্ৰৰ শোকত তোমাৰ প্ৰাণ বিৰ্সজন দিব লাগিব। ৪৪১॥

এইদৰে সাৰথি সুমন্ত্ৰই ৰজাৰ পূৰ্বঘটিত ঘটনাৰ কথা লক্ষ্মণক কৈ শুনালে। সিবিলাকৰ বাৰ্ত্তালাপ ৰামেও শুনি আছিল। কিন্তু ৰামে কেৱল ভায়েক লক্ষ্মণক সুধিলে- এতিয়া ৰাতি পুৱাবলৈ কিমান সময় বাকী আছে ? ৪৪২॥

লক্ষ্মণে উত্তৰ দিলে- দাদা! এইমাত্ৰ বনৰীয়া কুকুৰাই ডাক দি গৈছে। সূৰ্য্য উদয় হ'বলৈ আৰু বহুত বাকী আছে। লক্ষ্মণৰ কথাত ৰামে শয্যা ত্যাগ কৰি বাহিৰলৈ ওলাই গ'ল। মুখহাত ধুলে। পিচমুহূৰ্ত্ততে ৰামে সাৰথিক ক'লে। ৪৪৩॥

সুমন্ত্ৰ ! তুমি এতিয়া নগৰৰ অভিমুখে যাত্ৰা কৰা। তেতিয়া ৰামৰ প্ৰতি বিনম্ৰ সুৰত সাৰথিয়ে ক'লে- মই আপোনালোকক এৰি নগৰলৈ ঘূৰি নাযাওঁ। মই যিমান দূৰ পাৰো আপোনালোকৰ সেৱা শুশ্ৰূষাতে নিমগ্ন থাকিম বুলি ভাবিছো। মোক আপোনাৰ অনুগত দাসৰূপে স্বীকাৰ কৰি লওঁক। ৪৪৪॥

সাৰথিৰ আনুগত্য সূচক সেৱা ভাৱৰ পৰিচয় পাই ৰামে কৈ উঠিল। হেৰা সাৰথি তুমি মোৰ কথা একান্তমনে শুনা। আজি মই তোমাক চাৰিপ্ৰকাৰৰ সেৱকৰ নাম কৈ শুনাম। তুমি কেৱল একান্ত মনেৰে মোৰ বক্তব্য খিনি শুনি লোৱা।

১) সংসাৰত এনে কিছুমান সেৱক আছে, তেওঁলোকে আন্তৰিকতাৰেসৈতে প্ৰবাকীক

সর্বতো প্রকাৰে চেনেহ শ্ৰদ্ধা কৰে। গৰাকীৰ প্ৰতি ভয়ভাৱ থকা হেতুকে সেৱা শুশ্ৰূষা কৰি থাকে।

২) এনে কিছুমান সেৱক আছে যি গৰাকীক উপদেশ দিব খোজে। সেইজন সেৱকৰ হৃদয়ত ভয়ভাৱ নাথাকে। তেওঁ সকলো ধৰণৰ কথা ক'ব খোজে আৰু কিঞ্চিত মানো ভয় ভাৱ নাৰাখে।

৩)এনে কিছুমান সেৱক আছে, তেওঁলোকে ভয়ৰ বশৱৰ্তী হৈ গৃহস্থক সন্মান বা ভজনা কৰি থাকে। ভয়তহে কেৱল গৃহস্থক সেৱা শুশ্ৰূষা কৰি থাকে।

৪) কিন্তু তুমি হ'লা ৰজাৰ একান্ত আদৰৰ আৰু বিশ্বাসৰ সেৱক। ৰজাৰ সেৱক হিচাবে তোমাৰ চেনেহ, শ্ৰদ্ধা, ভয় সেৱাৰ মনোভাৱ দুয়োটাই অটুট হৈ আছে। মান-মৰ্য্যাদা ৰাখি কাম কৰি যাব পাৰা।

গতিকে তোমাৰ নিচিনা সেৱকক ৰজাই অজস্ৰ মৰম আৰু বিশ্বাস কৰে। সেইকাৰণে তুমি ৰজাক যি কোৱা সেই কথা অন্তঃকৰণৰ সৈতে মানি ল'ব আৰু বিশ্বাস কৰিব। গতিকে তুমি নগৰলৈ ঘূৰি যোৱা। ৪৪৫ ॥

(লামাণ্ড) ৰামৰ অমোঘ যুক্তিক খণ্ডন কৰিব নোৱাৰি সাৰথিয়ে বেজাৰ মনেৰে (অযুঠা) অযোধ্যা নগৰৰ ফালে যাত্ৰা কৰিলে। সাৰথিৰ নগৰলৈ প্ৰত্যাগমনৰ পিছত (লামাণ্ড) ৰাম (নাংসীতা)সীতা আৰু (লাখানা) লক্ষ্মণে সেই অঞ্চল ত্যাগ কৰি অন্য বনৰ ফালে যাত্ৰা কৰিলে। ৪৪৬॥

পাৱন চৰিত্ৰ পুৰোষোত্তম ৰামৰ যে বনবাস হ'ল এই কথা পৃথিৱীৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰচাৰ হৈ গ'ল। এই কথা দেৱতাসকলৰ কাণতো পৰিলগৈ। দেৱৰাজ ইন্দ্ৰই বনবাসী ৰাম কি দৰে থাকিব সেই বিষয়ে ব্যৱস্থা কৰিবৰ কাৰণে বিশ্বকৰ্মাক মাতি আনি সবিশেষ জনালে। তেওঁলোক বংশ মৰ্য্যাদা আৰু পিতৃ সত্য বাক্য পালনৰ অৰ্থে বনলৈ গৈছে। গতিকে তেওঁলোকক অৰণ্যত সা-সুবিধাৰে সৈতে থকা মেলা কৰিবলৈ সু-ব্যৱস্থা কৰি দিব লাগে। ৪৪৭ ॥

ইন্দ্ৰ(ইনতাচিকত্ৰা)ই বিশ্বকৰ্মাক বুজাই দিলে যে (লামাণ্ড)ৰাম সাধাৰণ মনুষ্য নহয়। তেওঁ হ'ল এজন মহাপৰাক্ৰমী প্ৰতিভাশালী আদৰ্শবান পুৰুষ। তেওঁ এই সংসাৰ চক্ৰৰ প্ৰৱীণ ধৰ্মৰ অধিষ্ঠাতা মহাপুৰুষ। গতিকে আপুনি সিকিলাকৰ বনত থকাৰ এটা সু-ব্যৱস্থা তথা খোৱা-বোৱাৰ প্ৰবন্ধ কৰি দিব লাগে। ৪৪৮ ॥

ইন্দ্ৰৰ আদেশানুক্ৰমে বিশ্বকৰ্মাই কাল বিলম্ব নকৰি ৰাম লক্ষণ আৰু সীতাৰ সকলো অসুবিধা দূৰ কৰিবৰ কাৰণে যাত্ৰা কৰিলে। তেওঁলোকৰ খোৱা-বোৱাৰ কাৰণে ফলমূলৰ সকলো ব্যৱস্থা কৰি দিলে। ৰাম থকা বনৰ পৰা অন্য জীৱ-জন্তু বিলাক যেনেদৰে অৰণ্যলৈ খেদি পঠাই তেওঁলোকৰ

নিৰাপত্তাৰ ব্যৱস্থাকৰি দিলে। তাৰ পাছত তেওঁ নিজ ৰাজ্য স্বৰ্গলৈ গুচি গ'ল। (লামাঙ) ৰাম আগত তেওঁৰ পিছত (নাংসীতা)সীতা আৰু লক্ষ্মণ বনৰ পাছত বন অতিক্ৰম কৰিবলৈ ধৰিলে। অৰণ্যৰ ওপৰত অৰণ্য পাৰ কৰি থাকোতেই সীতাই মাত লগালে-। ৪৪৯।।

হে নাথ ! আপুনি ইমান তীব্ৰ বেগত খোজ দিব ধৰিছে যে মই খোজ কাঢ়িবই পৰা নাই। মোৰ ভৰিত বিষ উঠিব ধৰিছে। অনুগ্ৰহ কৰি লাহে ধীৰে খোজ দিয়ক। কাৰণ মই বৰ কষ্ট অনুভৱ কৰিছো। তেতিয়া ৰামে ক'লে- এই কষ্টৰ উপৰিও আৰু ভয়ানক কষ্ট পাবা বুলিতো মই তোমাক আহিবলৈ মানা কৰিছিলো। কাৰণ বনত অনেক বাধা বিঘিনি আৰু কষ্টৰ সন্মুখীন হ'ব লগাত পৰে। এতিয়া আৰু কষ্ট পাই বিলাপ জুৰিলে কি লাভ হ'ব ? আমাৰতো আৰু বহুত বছৰ আগত পৰি আছে। এতিয়া কেৱল হৃদয়ত সাহস আৰু ধৈৰ্য্য বন্ধাই কাম হ'ব। এইদৰে কথা পাতি গৈ গৈ তেওঁ বিলাকে অত্ৰি ঋষিৰ(মিত্ৰায়াচে)ৰ আশ্ৰম পালেগৈ। ৪৫০।।

## অধ্যায়-১২

## ।। অত্ৰিমুনিৰ লগত সাক্ষাৎ।।

আশ্ৰমৰ কিছুদূৰত তেওঁবিলাক ৰ'ল। ৰামে ভায়েক লক্ষ্মণক আদেশ দিলে। আমি কিছুসময় ইয়াতে বিশ্ৰাম লওঁহক। তুমি অত্ৰিঋষিৰ ওচৰলৈ যোৱা। তেওঁক সুধিবা যে আমি এতিয়া ক'ত থাকিম ? ৰামৰ আদেশ পাই লক্ষ্মণ ঋষিৰ আশ্ৰমৰ ফালে গ'ল। ৪৫১।।

লক্ষ্মণে ঋষিক প্ৰণাম জনাই ক'লে- হে ঋষিবৰ! আমি এতিয়া কোন ঠাইত নিবাস কৰিব লাগিব ? লক্ষ্মণৰ প্ৰশ্নত ঋষিয়ে আশ্চৰ্য্য প্ৰকাশ কৰিলে। সুধিলে কোন তোমালোক ? ক'ৰ পৰা আহিছাহঁক ? তোমালোকৰ দেশৰ নাম কি ? লক্ষ্মণে ক্ৰমান্বয়ে সকলো পৰিচয় বিতংভাৱে দিবলৈ ধৰিলে। আমাৰ .দেশৰ নাম (অযুঠা) অযোধ্যা। আমি (অযুঠা) ৰাজ (তাতছাৰাথা)দশৰথৰ পুত্ৰ। ৰজাৰ পুত্ৰ চাৰিজন।তাৰ ভিতৰত জেঠজনৰ নাম (লামাঙ) ৰাম। ৪৫২।।

তেওঁ পত্নী সহিত আশ্ৰমৰ কিছদূৰতে আছে। মই ৰজাৰ তৃতীয় পুত্ৰ। মোৰ নাম (লাখানা) লক্ষ্মণ। মই মোৰ জেঠ ভাতৃ ৰামক সৰ্বতো প্ৰকাৰে সহায় কৰিবৰ নিমিত্তে তেওঁলোকৰ লগত বনলৈ আহিছোঁ। ঋষিয়ে মাত লগালে- অ' তেন্তে তোমালোক মোৰ সম্বন্ধত নাতিনী হোৱাঁহক। বাৰু তোমালোক বনলৈ কি উদেশ্যে আহিলাহঁক। ৪৫৩।।

ঋষিৰ কথাত লক্ষ্মণে ৰাজ্যত ঘটিত সকলো ঘটনা পুঙ্খানুপুঙ্খ [illegible] ক'লে। আমাৰ মাজুৰাণী মাহীআইৰ পুত্ৰ ভৰত (জাউকাৰাত)। ভৰতক ৰাজ্যৰ যুৱৰাজ পাতিব লাগে। আৰু ৰামক ১২ (বাৰ)বছৰ বনবাস দিব লাগে। ৰাজ্যৰ পূৰ্ব ঘটিত ঘটনাৰ মৰ্মে ৰজাই মাজুৰাণীক

প্ৰতিশ্ৰুতি দিয়া আছিল নিমিত্তেই এই সমস্যা হ'বলৈ পালে। গতিকে পিতৃ বাক্য পালন আৰু কুল মৰ্য্যাদা ৰক্ষাৰ অৰ্থে আহি আমি অৰণ্যত উপস্থিত হৈছোঁহক। ৪৫৪ ॥

লক্ষ্মণৰ কথা শুনি বল্কল ধাৰী অত্ৰি ঋষি আশ্ৰমৰ সীমাত প্ৰতীক্ষাৰত ৰামৰ ওচৰ পালেগৈ। ৰামেও ঋষিক দেখা পাই শ্ৰীচৰণত প্ৰণিপাত জনালে। ঋষিয়েও তাৰ বিনিময়ত শুভ আশীৰ্বাদ প্ৰদান কৰিলে। ঋষিয়ে ক'লে- হে কুমাৰদ্বয়! তোমালোকে পিতৃ আজ্ঞা পালনৰ নিমিত্তে বনলৈ আহি ডাঙৰ ধৰ্ম্মৰ কাম কৰিলাহঁক। তোমালোকৰ মান মৰ্য্যাদা আৰু পাৱন চৰিত্ৰৰ আদৰ্শ পৃথিৱীত বৈ বৈ থাকিব আৰু তোমালোকে ভৱিষ্যত সংসাৰত বুদ্ধত্ব লাভ কৰি দেৱ মনুষ্যক উদ্ধাৰ কৰিবলৈ সক্ষম হ'বাহঁক। সেই আদৰ্শ আৰু গৌৰৱ গাথা পৃথিৱীত চিৰকাল বিৰাজ কৰি থাকিব। ঋষিৰ আদেশ আৰু আজ্ঞামতে তেওঁবিলাকে আশ্ৰমৰ মাজতে এটা পৰ্ণ কুটীৰ নিৰ্ম্মাণ কৰি ঋষিৰ লগে লগে নিবাস কৰিবলৈ ধৰিলে। ৪৫৫ ॥

ইফালে অযুধ্যা ৰাজ্যত ৰামৰ অনুপস্থিতিত প্ৰজাৰ হৃদয়ত তিলমাত্ৰও শান্তি নোহোৱা হ'ল। তেওঁক অনুসৰণ কৰি ঘূৰাই আনিবৰ কাৰণে প্ৰজাবৰ্গই বিশেষ চেষ্টা কৰি থাকিবলৈ ধৰিলে। তেওঁবিলাকে গৈ বনত দেখে যে এওঁবিলাক সঁচায় বনাঞ্চলৰ পৰা ঘূৰি অহাৰ পদচিহ্ন দেখিবলৈ পালে। তেওঁবিলাকৰ মনত ধাৰণা হ'ল যে ৰাম নিশ্চয় বনাঞ্চলৰ পৰা ৰথত উঠি ৰাজ্যলৈ ঘূৰি আহিল।

## ॥ দশৰথৰ মৃত্যু ॥

সাৰথি সুমন্ত্ৰই আহি ৰজাক প্ৰণাম জনালে। ৰজাই সাৰথিক দেখি আচৰিতভাৱে সুধিলে- সাৰথি সুমন্ত্ৰ! তোমাক মই তেওঁলোকৰ লগত থাকিবলৈ কৈছিলো। কিন্তু তুমি কুমাৰহঁতক এৰি কিয় ৰাজ্যলৈ ঘূৰি আহিলা ? তোমাক মই ইমান মৰম কৰো আৰু বিশ্বাস কৰো।তেতিয়া সাৰথিয়ে নম্ৰভাৱে ক'লে- হে ৰাজন ! ময়ো কুমাৰসকলৰ লগত থকাটোৱেই কামনা কৰিছিলো। কিন্তু আপোনাৰ জ্যেষ্ঠ পুত্ৰই ক'লে যে আমাৰ চিন্তাত ৰজাৰ শৰীৰ একেবাৰে দুৰ্বল হৈ যাব। গতিকে তুমি ৰাজ্যলৈ ঘূৰি যোৱা। এই বুলি মোক পঠাই দিলে। আপোনাক সান্ত্বনা দিবৰ কাৰণে মোক পঠাই দিছে। আৰু ক'লে যে ভাই ভৰতক মাতি আনি ৰাজপাটত বহুৱালে ৰজাৰ মনলৈ কিছু শান্তি আহিব। ৪৫৬ ॥

সাৰথিয়ে সকলো খা খবৰ দিয়াৰ পিছত ৰজাই ক'লে- ৰামৰ যদি সেয়ে অভিপ্ৰায় আছিল তেন্তে মোক তেওঁ আগতে কিয় নকলে ? তেওঁ মুক্তকণ্ঠে কোৱা হ'লেতো এনে পৰিস্থিতি বা সমস্যাৰ সন্মুখীন হ'ব লগীয়াত নপৰিলহেঁতেন। দিনে ৰাতিয়ে কেৱল সিহঁতৰ সপোনকে দেখি থাকোঁ। সিহঁতৰ বিনে মোৰ অন্য গতি নাই। ৰজাই এইদৰে দুখে বেজাৰে কুমাৰহঁতৰ পৰিস্থিতিৰ কথা চিন্তা কৰি থাকোঁতেই প্ৰাণ বায়ুৱে মেলানি মাগিলে। ৪৫৭ ॥

এইদৰে কৰুণাৰ সাগৰ জিনবৰ (বুদ্ধ)ই তেওঁৰ প্ৰিয়শিষ্য আৰু আদৰৰ ভিক্ষুসংঘৰ আগত

কাহিনী বৰ্ণাই ক'বলৈ ধৰিলে- হে মোৰ প্ৰিয় শিষ্যবৰ্গ! দশৰথ (তাতচাৰাথা) ৰ মৃত্যুৰ মূল কাৰণ হ'ল পূৰ্বে অন্ধমুনিয়ে দি যোৱা অভিশাপ। কাৰণ অন্ধমুনি আছিল পৰম ধাৰ্ম্মিক মুনি। তেওঁৰ সততা, শীল আছিল পাখীলগা কাঁড়ৰ দৰে। দশৰথে যি দৰে শব্দভেদী বাণ প্ৰহাৰ কৰি সিন্ধু (সিণ্ঠা) মুনিৰ প্ৰাণবায়ু শেষ কৰি দিছিল, ঠিক সেইদৰে অন্ধমুনিৰ প্ৰাণো পুত্ৰৰ শোকতেই বিৰ্সজন দিব লগা হৈছিল। ঠিক সেইদৰে আজি পূৰ্বকৃত কৰ্ম্মৰ বিপাক আৰু অভিশপ্ত হোৱা হেতুকে দশৰথে পুত্ৰৰ শোকত দহি পুৰি মৃত্যুক সাৱতি ল'ব লগাত পৰিল। ৪৫৮॥

## ॥ ভৰতক অযোধ্যালৈ আনয়ন॥

ৰজাৰ মৃত্যু হ'ল। পাৰিষদবৰ্গই আৰু প্ৰজাবৰ্গই আলোচনা কৰিলে যে ৰজাৰ মৃত দেহটো সংস্কাৰ কৰি পোলোৱাইঁক। কিন্তু বিজ্ঞ মন্ত্ৰীসকলে চিন্তা কৰি চাই স্থিৰ কৰিলে যে কুমাৰইঁতৰ অনুপস্থিতিত ৰজাৰ দেহ সংস্কাৰ কৰিলে অন্য দেশৰ শত্ৰুৱে লাই পাব পাৰে। কোশল ৰাজ্যৰ মোমায়েকৰ ঘৰত ভৰত (জাউফাৰাতা) আৰু শত্ৰুঘ্ন (ছাতাৰু) আছে। দূতৰ হতুৱাই তেওঁলোকক মাতি অনা হওঁক। এই সিদ্ধান্তত উপনীত হৈ সাৰথি সুমন্তক কুমাৰইঁতক মাতি আনিবৰ কাৰণে কোশললৈ পঠাই দিলে। ৪৫৯॥

সাৰথি সুমন্ত বৰ তীক্ষ্ণ বুদ্ধিসম্পন্ন আছিল। তেওঁ ৰথত উঠি তৎক্ষণাত কোশল পালেগৈ। কোশলত গৈ কুমাৰসকলক কলে- তোমালোক দুয়োকে ৰজাই অতি সোনকালে মাতি পঠাইছে। গতিকে তোমালোক যাবৰ নিমিত্তে অতি সোনকালে প্ৰস্তুত হোৱা। সাৰথিৰ কথা শুনি দুয়ো মোমায়েকৰ পৰা বিদায় ল'লে। মোমায়েকেও ফলমূল আৰু বিভিন্ন উপহাৰ দি তেওঁবিলাকক বিদায় দিলে। ৪৬০॥

বিদায় লৈ দুয়ো কুমাৰ ৰথত উঠিল। ৰথ বায়ুবেগে অযোধ্যা মুখে আহিবলৈ ধৰিলে। বাটত এটা শিয়াল বাওঁ ফালৰ পৰা সোঁফাললৈ পাৰ হোৱা দেখিলে। আকৌ গৈ থকা অৱস্থাত সোঁফালৰ পৰা এটা ফেঁচা আহি ৰথৰ ধৰজাত পৰিল। ৰথৰ ওপৰত শগুনেও ব'নাব ধৰিলে। এনে আশ্চৰ্য্যজনক অমঙ্গলৰ আগজাননী দেখি ভৰতে সুমন্ত্ৰক সুধিলে- তুমি আহোঁতে ৰজাৰ অৱস্থা কেনে আছিল ? ৪৬১॥

## অধ্যায় -১৩

মাতৃ তিনিগৰাকীৰ মঙ্গলনে ? দাদা ৰাম আৰু লক্ষ্মণৰ কুশলনে ? ৰাজ্যৰ পাৰিষদবৰ্গ পুৰোহিত বৰ্গ আৰু প্ৰজাবৰ্গৰ মঙ্গল বাতৰি সন্তোষজনকনে-? ৪৬২॥

ভৰতৰ বিভিন্ন প্ৰশ্নৰ উত্তৰত সাৰথিয়ে ক'লে- কুমাৰ ভৰত এইবিলাক প্ৰশ্ন সুধি কোনো

লাভ নাই। ৰাজ্যত গৈ সকলো পৰিস্থিতি ভালকৈ বুজিব পাৰিবা। কিন্তু কুমাৰৰ হৃদয়ৰ সন্দেহ দূৰ নোহোৱা হ'ল। মনত বিভিন্ন সন্দেহ বাহ বান্ধিবলৈ ধৰিলে। এইদৰে চিন্তা আৰু সন্দেহৰ মাজেদি তেওঁ আহি ৰাজ্যত প্ৰৱেশ কৰিলেহি। ৪৬৩॥

বাটত আহি থাকোতে ভৰতে ইকাণ সিকাণৰ পৰা বহুত কিবাকিবি কথা শুনিবলৈ ধৰিলে। ভৰতে মাকক কেতিয়াও কোৱা নাছিল যে ৰামক বনবাস দি নিজক যুৱৰাজ পাতিব লাগে। ৰজায়ো ৰামৰ বিৰহ বেদনাতেই প্ৰাণ ত্যাগ কৰিলে। এতিয়া ভৰত ৰাজ্যৰ ৰজা হ'ব। কিন্তু তেওঁৰ হৈ প্ৰজাবৰ্গই অশান্তিৰ বোজা কিয় ল'ব ? চলন্ত ৰথত আহি থাকোতে ভৰতে এনে বিলাক অপ্ৰাসঙ্গিক কথা শুনিবলৈ পোৱাত তেওঁৰ মনত গম্ভীৰ সন্দেহ জন্মিল। ৪৬৪॥

ভৰতে সাৰথিক ক'লে- হে সুমন্ত্ৰ! প্ৰজাবৰ্গই দেখোন মোৰ ফালে আঙুলি ঠাঁৰ দি ঘৃণা কৰাৰ সুৰত কিবাকিবি ক'ব ধৰিছে। এই আহুকলীয়া প্ৰসংগ বিলাক শুনি মই বৰ অস্বতি বোধ কৰিছো। তুমি মোক আচল ৰহস্য কি কিয় কোৱা নাই ? আমাৰ দেশত কিবা অঘটন ঘটিছে নেকি? ৪৬৫॥

ভৰতৰ বিশেষ অনুৰোধত সুমন্ত্ৰই আদ্যোপান্ত সকলো ঘটনা বিৱৰি ক'লে - শুনা কুমাৰ, তুমি যেতিয়া মোমায়েৰাৰ ঘৰলৈ গ'লা তেতিয়া ৰাজ্যৰ পাৰিষদবৰ্গ, পুৰোহিত বৰ্গ আৰু পাত্ৰ মন্ত্ৰীসকলে আলোচনা কৰিলে যে তোমাৰ দাদা ৰামক যুৱৰাজ পাতিব লাগে। কিন্তু এই বিষয়ে তোমাৰ মাতৃয়ে প্ৰতিবাদ কৰিলে। ৰামক ১২(বাৰ)বছৰ বনবাস দিব লাগে আৰু ভৰতক ৰাজ্যভাৰ দিব লাগে বুলি তেওঁ দাবী তুলিলে। ইফালে ৰজায়ো পূৰ্বতে তোমাৰ মাৰাক দুটা বৰ দিয়াৰ প্ৰতিশ্ৰুতি দিয়া আছিল। ৪৬৬॥

মাজুৰাণীৰ ইচ্ছামতেই ৰাম, সীতা আৰু লক্ষ্মণ তিনিও ১২(বাৰ) বছৰ বনবাস খাটিবৰ কাৰণে বনলৈ গ'ল। ইফালে ৰজাই জেষ্ঠ পুত্ৰ ৰামৰ বিৰহ বেদনা আৰু বেজাৰত ইহ সংসাৰৰ পৰা বিদায় ল'লে। এতিয়া তুমি ৰাজপাটত বহি ৰাজকাজ চলাব লাগে। ৪৬৭॥

সাৰথিৰ কথাত ভৰত একেবাৰে মৰ্মাহত হ'ল। তেওঁ মনে মনে চিন্তা কৰিলে -এইটো কেনেকৈ সম্ভৱ হ'ব পাৰে ? কাৰণ আইয়ে মোতকৈও দাদা ৰামক বেছি স্নেহ শ্ৰদ্ধা কৰে। আইৰ হৃদয়ত এই বিলাক খল বুদ্ধি কেতিয়াও খেলা নাই। মোৰ এই কথা বিশ্বাস নহয়। নিশ্চয় ইয়াত কোনো কূটনীতি বিদৰ কুচক্ৰান্ত আৰু অসৎ উদ্দেশ্য সোমাই আছে। এইদৰে ৰথলৈ ৰাজপ্ৰাসাদ পালেগৈ। ৰথৰ পৰা নামিয়েই ভৰতে মাকক সেৱা জনালে। ৪৬৮॥

## ॥ ভৰত শত্ৰুঘ্নৰ দ্বাৰা কুঁজী নিগ্ৰহ ॥

ইফালে কুবুধীয়া কুঁজীয়ে ভৰতৰ আগমনৰ সোনালী সুযোগলৈ বাট চাই আছিল। মনে মনে বুঢ়ীয়ে জল্পনা কল্পনা কৰি আছিল যে এতিয়া তেওঁৰ পদমৰ্য্যাদা বহুত ওখ হ'ব। এতিয়া বহুমূল্য পুৰস্কাৰ লাভ কৰিব। এইদৰে কুঁজী বুঢ়ীয়ে অসীম অলীক কল্পনা কৰি চ'ত মাহৰ কমোৱা তুলাৰ দৰে উলাহতে নাচি থাকিবলৈ ধৰিলে। ৪৬৯॥

ভৰতে মাকক ক'লে- আই আমাৰ জেষ্ঠ ভাতৃ দাদা ৰামনো কি নিমিত্তে বনলৈ যাবলগীয়া হ'ল ? মহাৰাজেনো কি কাৰণে মৃত্যুক আকোৱালি ল'ব লগাত পৰিল ? ভৰতৰ প্ৰশ্নৰ উত্তৰ কুঁজীবুঢ়ীয়ে আগতেই সাজি কাচি ৰাখিছিল ? বুঢ়ীয়ে তপৰাই মাত লগালে- মোৰ এতিয়া পদমৰ্য্যাদা বাঢ়িল। তুমি এতিয়া ৰজা হ'বা। এইখিনি বুদ্ধি তোমাৰ মাৰাই নাজানে। মোৰ বুদ্ধি পৰামৰ্শমতেই এইখিনি কাম কৰা হ'ল। তুমি মোমাযেৰাৰ ঘৰলৈ যোৱাৰ পিছতে ৰজা প্ৰজাই ৰামৰ ৰাজঅভিষেক পতাৰ সিদ্ধান্ত কৰি পেলালে। ৪৭০॥

তোমাৰ মাৰাই এই বিলাক কথাৰ কোনো শুংসূত্ৰকে নাপালে। ময়ো আনৰ পৰাহে শুনিলো যে অহা চ'ত মাহৰ পূৰ্ণিমা তিথিত ৰামৰ ৰাজঅভিষেকৰ দিন ধাৰ্য্য কৰিছে। গতিকে ৰজাই যে পূৰ্বে দুটা বৰ ৰাণীক দিম বুলি প্ৰতিশ্ৰুতি দি থৈছিল সেই কথাটো মই মনত পেলাই দিলো। মোৰ বুদ্ধিমতেই তোমাৰ মাৰাই ৰজাৰ ওচৰত বৰ বিচাৰিলে। এটা বৰৰ মতে ৰামক ১২ (বাৰ)বছৰ বনবাস দিব লাগে আৰু আনটো বৰৰ মতে ভৰতক ৰাজপাটত বহুৱাব লাগে। ৪৭১॥

ধাই মাকৰ মুখত এনে কুচক্ৰান্ত আৰু অসৎ বুদ্ধিৰ কথা শুনি কুমাৰ ভৰত আৰু শত্ৰুঘ্নৰ হৃদয়ত ক্ৰোধাগ্নি দপ্ দপ্ কৰি জ্বলি উঠিল। খং সংযত কৰিব নোৱাৰি দুই ভায়েকে ধাই মাকক ইচ্ছামতে প্ৰহাৰ কৰিবলৈ ধৰিলে। চুলিত ধৰি গতিয়াই ভুকুৱাই দলি মাৰি পঠিয়াই দূতক ক'লে- এই কাল সৰ্পিনী জনীক এতিয়াই আমাৰ দৃষ্টিৰ পৰা বাহিৰ কৰি দিয়া। নাৰীহত্যা মহাপাপ; অন্যথা টুকুৰা টুকুৰ কৰিলোহেঁতেন। ৪৭২॥

এইজনী মোৰ জন্মদাত্ৰী নোহোৱা হ'লে এওঁকো হত্যা কৰিলোহেঁতেন। জেষ্ঠজন থাকোতে কোন সাহসত ৰাজপাট গ্ৰহণ কৰিম, দেৱতায়ো মোক সমৰ্থন নকৰিব। ৪৭৩॥

মই এতিয়াই মোৰ দাদাৰ অনুসন্ধানত যাম। তোমালোকৰ চক্ৰান্তত মই ৰাজপাটত নবহো। এয়ে হ'বলৈ হ'লে সংসাৰত পিতা-পুত্ৰ, ভাই ককাইৰ মাজত কোনো মিলা-প্ৰীতি নাথাকিব। জেষ্ঠজনক আসন এৰি কোনেও সন্মান নকৰিব। কাৰো মৰ্য্যাদা নোহোৱা-হ'ব। যাৰে বল তাৰে চল হ'ব। ৪৭৪॥

কুমাৰ ভৰত ক্ৰোধ আৰু আবেগত গৈ ৰাজপ্ৰাসাদ পালেগৈ। তাতগৈ তেওঁ দেউতাকৰ

মৰাশ ঢাকি খোৱা দেখিবলৈ পালে। ভৰতে প্ৰজাবৰ্গৰ লগত মহাৰাজৰ মৰাশটো সংস্কাৰ কৰিব লাগে বুলি শোভাযাত্ৰা কৰি শৱদেহ নি দাহ সংস্কাৰ কৰা হ'ল। তাৰ পিছত পাৰিষদবৰ্গই কুমাৰৰ লগত আলোচনা কৰিলে- ৰজাৰ মৃত্যুৰ পিছৰ পৰাই ৰাজ্যত অচলা অৱস্থাৰ সৃষ্টি হৈছে। গতিকে তুমি এতিয়া ৰাজসিংহাসন আৰোহণ কৰি ৰাজ্যশাসন কৰিব লাগে। ৪৭৫॥

## ॥ ভৰতৰ বন যাত্ৰা আৰু ৰামৰ লগত সাক্ষাৎ॥

ৰাজ্যৰ পাৰিষদ বৰ্গৰ অনুৰোধ শুনি ভৰতে ক'লে-জেঠ ভাতৃৰ প্ৰতি কপট ভাব ৰাখি আৰু মাৰ কথামতেই সিংহাসনত বহিলে কল্প কল্পান্তৰলৈকে মই নৰকগামী হৈ থাকিব লাগিব। মই কোনো কালেই নৰক যন্ত্ৰণাৰ পৰা মুক্তি নাপাম। মোৰ জেঠ ভাতৃ থাকোতে ৰাজপাটত বহা মোৰ পক্ষে অসম্ভৱ। এই বদনাম আৰু কলঙ্ক কেৱল সংসাৰবাসীৰ কাৰণেই নহয় ধৰ্মৰাজ্যৰ নিমিত্তে ই অনুচিত কাম হ'ব। মোৰ কাম হ'ল এতিয়া দাদা ৰামক বিচাৰি আনি সিংহাসনত বহুৱাতো। এতিয়া মই দাদা ৰামৰ অনুসন্ধানত বনলৈ যাত্ৰা কৰিম। ৪৭৬॥

জেঠ ভাতৃ ৰামৰ প্ৰতি থকা শ্ৰদ্ধা ভক্তি আৰু আনুগত্য দেখি পাৰিষদবৰ্গই ভৰতক প্ৰশংসা কৰিলে আৰু তেওঁলোকে বৰ আনন্দ পালে। ভৰতৰ লগতে পাৰিষদবৰ্গ ও ৰামৰ অন্বেষণত যাবলৈ প্ৰস্তুত হ'ল। ৰামৰ অন্বেষণ, এইলৈ ৰাজ্যত বিৰাট উৎসাহ মালহৰ সৃষ্টি হ'ল। পাৰিষদবৰ্গই (ছাকৰা) ছালাত্ৰা নামৰ ৰথখন ধুনীয়াকৈ সজাই তুলিলে। সোণালী ৰঙৰ চৰাইয়ে ৰথৰ সৌন্দৰ্য্য বঢ়াই তুলিলে। ৪৭৭॥

ছাকৰা নামৰ দঁতাল হাতীটো বঢ়িয়াকৈ দামী কাপোৰৰ গাদী বনাই সজাই তুলিলে। দঁতাল হাতীটোৱে ও কুমাৰৰ সৎ অভিযানত মূৰ জোকাৰি অভিনন্দন জনাই শলাগৰ সঙ্কেত দিলে। ইফালে ইন্দ্ৰচন (ইংতাদানা) ঘোঁৰাটোও সোণৰ জিনেৰে সজাই পৰাই সুসজ্জিত কৰি তো লা হ'ল। ঘোঁৰাটোৱেও ভৰতৰ কাৰ্য্যত অনুমোদন জনাই কদমত থাবলৈ ধৰিলে। ৰাণী তিনিগৰাকীয়ে ৰথত আৰোহণ কৰি আগে আগে যাব ধৰিলে। মাজত দুই কুমাৰৰ ৰথ। পিছে পিছে প্ৰজাবৰ্গই শোভাযাত্ৰা কৰি আকাশ পাতাল নিনাদিত কৰি অৰণ্য ভেদ কৰি যাবলৈ ধৰিলে। নানা বাদ্য যন্ত্ৰৰ শব্দই সমস্ত অৰণ্য ভূমি মুখৰিত কৰি তুলিছিল। এনেহেন লাগিছিল যেন অৰণ্য ভূমিয়েই নগৰত পৰিণত হ'ল। ৪৭৮॥

নীৰৱ নিস্তব্ধ অৰণ্যৰ মাজত ভীষণ কোলাহলৰ শব্দ লক্ষ্মণে শুনিবলৈ পালে। লক্ষ্মণে ফলমূল অন্বেষণ কৰি আছিল। প্ৰথমতে লক্ষ্মণে সেয়া ধুমুহা বতাহ বুলি ভাবিছিল। কোলাহলৰ ধ্বনি যেতিয়া বেছি হ'ল তেতিয়া লক্ষ্মণে ৰামৰ ওচৰলৈ দৌৰিলে আৰু সবিশেষ জনালে। ৰামে তেতিয়া ক'লে ৰাজকুমাৰবিলাকৰ সীতাৰ প্ৰতি মোহ হয়তো মনৰ পৰা দূৰ হোৱা নাই। ৪৭৯॥

ইতিমধ্যে ৰাজকুমাৰ বিলাকে আমি বনবাসত অহা বুলি গম পাইছে। যি হয় হ'ব। তুমি এজোপা ডাঙৰ গছৰ ওপৰত উঠি ভালদৰে নিৰীক্ষণ কৰা। লক্ষ্মণে গছত উঠি দেখিলে ৰাজ্যৰ ছাকথা আৰু ইংতাদানা (হাতী আৰু ঘোঁৰা) দুটা লৈ আহিছে। লক্ষ্মণ নিচিন্ত হ'ল আৰু দৌৰি আহি ৰামক জনালে যে ভয়ৰ কোনো কাৰণ নাই। ৪৮০॥

বোধকৰো দাদা ভৰতে অযোধ্যাৰ পৰা সৈন্য সামন্ত লৈ আমাক বিচাৰি আহিছে। আপুনি দাদা নিশ্চিন্ত থাকক। মই তেওঁৰ ৰথ ৰোধ কৰিম। এই বুলি ৰামক কৈয়েই লক্ষ্মণে ধনু শৰ তুলি ল'লে। লক্ষ্মণৰ কাৰ্য্য দেখি ৰামে ক'লে- ক্ষান্ত হোৱা লক্ষ্মণ। ভৰতে সৈন্য সামন্ত লৈ আমাৰ লগত যুদ্ধ কৰিবলৈ অহা নাই। কেৱল আমাক ঘূৰাই নিবৰ কাৰণেহে আহিছে। ৪৮১॥

ৰাম লক্ষ্মণৰ বাৰ্তালাপ চলি থকা অৱস্থাতে ৰথত তিনিও গৰাকী ৰাণীয়ে আহি পৰ্ণকুটীৰত প্ৰৱেশ কৰিলে। ভৰত শত্ৰুঘ্নৰ ৰথো আহি ঠিক একেঠাইতে ৰ'লহি। ভৰত আৰু তিনিও গৰাকী ৰাণীক দেখি লক্ষ্মণে ক'লে- দাদা আপোনাৰ ধাৰণাই ঠিক। মই আচলতে বিপৰীত কথাহে ভাবিছিলো। ৪৮২॥

আগত কৌশল্যা, মাজত কৈকেয়ী আৰু সুমিত্ৰা তথা প্ৰজাবৰ্গই শোভাযাত্ৰা কৰি পৰ্ণকুটীৰৰ ভিতৰলৈ সোমাই গ'ল। ৰাণী সকলে বুজিলে যে কুমাৰসকলে গছৰ ডাল আৰু পাতেৰে পৰ্ণকুটীৰ সাজি জীৱন নিৰ্বাহ কৰি আছে। কুমাৰ সকলৰ অৱস্থা দেখি ৰাণীৰ হৃদয় একেবাৰে চূৰমাৰ হ'ল। ৪৮৩॥

কৌশল্যা ৰাণীয়ে বোৱাৰীয়েকৰ অৱস্থা দেখি হুৰাবৰাকৈ কান্দি কান্দি সীতাক সাৱতি ধৰিলে। তেওঁ ক'লে- তোমালোক যেতিয়া ৰাজ্যৰ ৰাজপ্ৰাসাদত আছিলা তেতিয়া কিমান আনন্দ ভোগ কৰিছিলা, সেয়া কল্পনাৰো অতীত আছিল। কিন্তু ভাগ্যৰ যে কি বিড়ম্বনা ? এতিয়া মাটিয়েই হ'ল তোমালোকৰ সুকোমল শয্যা। গছ বিৰিখৰ পাতেই হ'ল তোমালোকৰ পোচাক। ৪৮৪॥

ৰাজ্যত থাকোতে কত যে সু খাদ্য তোমালোকে ভোজন কৰিছিলা। কিন্তু বনত আজি কি খাইছা ? বিভিন্ন গছৰ ফলমূল আৰু কাঠফুলা, কাঠআলু আদি পেটৰ আহাৰ হৈ পৰিছে। এনে পৰিস্থিতি আৰু বিলাই বিপত্তিত ৰাণী সকলৰ হৃদয় ফাটি যোৱা যেন হ'ল। তিনিও হুৰাব বাৰে চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। ৪৮৫॥

ভৰতে গৈ ৰামক সেৱা জনাই নিবেদন কৰিলে- দাদা! আপোনাৰ বিৰহত আৰু বেজাৰত ৰাজ্যৰ প্ৰজাৰ মাজত কোনো শান্তি নোহোৱা হৈছে। আপুনি সকলোৰে হৃদয়ৰ দাপোন স্বৰূপ। আপুনি এতিয়া বনবাস ত্যাগ কৰি ৰাজ্যলৈ ঘূৰি যাব লাগে। ৰাজসিংহাসন গ্ৰহণ কৰিব লাগে। এই বুলি ভৰতে বিনম্ৰ প্ৰাৰ্থনা জনালে। ৪৮৬॥

ৰামে ক'লে- তুমি প্ৰজাবৰ্গৰ সৈতে মোক বিচাৰি আহি বন পালাহি। কিন্তু তোমাৰ আগমনৰ সময়ত শ্ৰদ্ধেয় পিতৃ গুৰু মহাৰাজৰ স্বাস্থ্য কেনে আছিল? নে মহাৰাজৰ স্বৰ্গবাস হোৱাত তুমি মোক বিচাৰি আহিছা? ভৰতে ক'লে- দাদা এই বিষয়ে আপুনি অকনো চিন্তা নকৰিব। শ্ৰদ্ধেয় পিতাৰ সৰ্বতো প্ৰকাৰে মঙ্গল। পিতাই সদায় আপোনাৰ গুণগানকে কৰি থাকে। আপুনি ঘূৰি যোৱাৰ কথাকে খাওঁতে শোওঁতে কামনা কৰি আছে। ৪৮৭ ॥

ৰামে তেতিয়া ক'লে- মোৰ অলপ সন্দেহ হৈছে। কাৰণ মহাৰাজৰ বয়স বহুত হ'ল। গতিকে তেখেত যে জীৱিত আছে মোৰ শঙ্কা হৈছে। ইমান বিলাক বেদনা আৰু কালিমা লৈ তেখেত কেতিয়াও জীয়াই থকা নাই। অত এব তুমি স্পষ্টভাৱে সকলো কথা মোক খুলি কোৱা। ৪৮৮ ॥

ৰামে যেতিয়া পাকে প্ৰকাৰে ভৰতক প্ৰশ্ন কৰি থাকিবলৈ ধৰিলে তেতিয়া ভৰতে কোনো উপায় নাপাই সত্যক লুকাই ৰাখিব নোৱাৰি ক'ব ধৰিলে- আপোনাৰ বনগমনত মহাৰাজ তিনিবাৰ অচেতন হৈ পৰিছিল। তেখেতে ইমান বিলাক অসহ্য বেদনা আৰু জ্বালা যন্ত্ৰণালৈ সংসাৰত জীয়াই থাকিবলৈ নিবিচাৰিলে। গতিকে শ্ৰদ্ধেয় পিতাই এই সংসাৰৰ পৰা বিদায় ল'লে। ৪৮৯ ॥

ভৰতৰ মুখৰ পৰা যেতিয়া ৰামে শুনিলে যে তেওঁলোকৰ বনগমনৰ নিমিত্তেই মহাৰাজে প্ৰাণত্যাগ কৰিলে। তিনিও কুমাৰে হিয়া ধাকুৰিয়াই কান্দিবলৈ ধৰিলে। তেওঁলোকৰ বিলাপত যেন বনৰ পশু পক্ষী তথা প্ৰকৃতি ৰাজ্যতো শোকৰ ছাঁ পৰিল। কুমাৰ সকলৰ কান্দোন শুনি ঋষি নীৰৱ হৈ থাকিব নোৱাৰি তেওঁ বিলাকৰ ওচৰলৈ দৌৰি আহিল। ৪৯০ ॥

ঋষিয়ে কুমাৰসকলক সান্ত্বনা দি ক'লে- তোমালোকে যে ইমান উচ্চস্বৰে ৰোদন কৰিছাহঁক, ইয়াৰ পৰা জানো তোমালোকৰ কিবা লাভ হ'ব? সংসাৰ চক্ৰত জন্মিলে এদিন মৃত্যুক আকোৱালি লোৱাটো চিৰন্তন সত্য। জীৱন হ'ল অনিত্য। গতিকে কন্দা কটা কৰি কোনো লাভ নাই। এই সংসাৰৰ কোনো স্থিৰতা নাই। শাস্ত্ৰৰ নীতি নিয়মানুসাৰে ধৈৰ্য্য সহকাৰে সকলো ভাৱনা ত্যাগ কৰি ধৰ্মাচৰণ কৰি তেওঁৰ আত্মাৰ সদগতি কামনা কৰাই শ্ৰেয়ঃ। ৪৯১ ॥

ঋষিৰ সাৰগৰ্ভিত কথাত কুমাৰসকলে মন সংযত কৰি সাত্ত্বিকতাপূৰ্ণ কৰ্ম ৰাজীৰ সাৰোগত কৰি ফলমূল আদি বিচাৰি আনি ঋষিক দান দক্ষিণা কৰিলে। পিতাকৰ চিৰশান্তি আৰু আত্মাৰ সদগতিৰ প্ৰাৰ্থনা জনালে। তেতিয়া মৃত আত্মাই স্বৰ্গৰ পৰা নামি আহি ক'লে- তোমালোকে সাত্ত্বিকতাপূৰ্ণ যি ফলমূল দান দক্ষিণা কৰিছাহঁক, পুণ্যাংশ লাভ কৰিছাহঁক সেইসকলো দ্ৰব্য মই গ্ৰহণ কৰিলোঁ। তোমালোকৰ দানত মই বৰ পৰমানন্দিত হ'লো। তোমালোকৰ ধৰ্মাচৰণত ভগৱান সহায় হওঁক। এই বুলি মধুৰ বাণী শুনাই কন্দাৰ মৃত আত্মা অন্তৰ্ধান হ'ল। ৪৯২ ॥

এনে পৰিস্থিতিত সকলোৱেই আশ্চৰ্য্য প্ৰকাশ কৰিলে। তেতিয়া ভৰতেযাকক ক'লে-

চোঁৱা দাদাৰ প্ৰতি সংভাৱ থকা হেতুকে দাদাই সাত্বিকতাভাৱত ফলমূল দান কৰাত মৃত আত্মাই সোঁ শৰীৰে স্বৰ্গৰ পৰা আহি ফলমূল গ্ৰহণ কৰিলে। লগে লগে আশীৰ্বাদ কৰি গুচি গ'ল। আমাৰ প্ৰতিযে সংভাৱ নাই সেইকাৰণে আমাক দেখাকে নিদিলে। আনহে নালাগে সপোনতো দেখা নিদিয়ে। কোনো ফালৰ পৰাই আমাক অনুমোদন নজনালে। ৪৯৩ ||

তেনেতে কৈকেয়ী দেৱীয়ে কৰযোৰে ৰামক বিনয় প্ৰাৰ্থনা জনাই ক'লে-হে দয়াৰ আকৰ ৰাম! তুমি মোৰ সৰ্বদোষ ক্ষমা কৰা। তুমি ঘূৰি গ'লেহে ৰাজ্যত প্ৰজাৰ হৃদয়ত শান্তিয়ে বিৰাজ কৰিব। প্ৰকৃতি ৰাজ্যলৈ ও সজীৱতা আহিব। কিন্তু তোমাৰ অবিহনে ৰাজ্যৰ শ্ৰীবৃদ্ধি আৰু সৌন্দৰ্য্য ক্ৰমান্বয়ে নিস্পভ হৈ গৈছে। তুমি এতিয়া ঘটিত ঘটনা বিলাকৰ নিমিত্তে দুখ সুখ পৰিহাৰ কৰি ৰাজ্যলৈ ঘূৰি যাবলৈ প্ৰাৰ্থনা কৰিছো। মোৰ উদ্দেশ্য আচলতে সং নাছিল। সেইকাৰণে সংসাৰ বাসীৰ আগত লাজে অপমানে মুখ উলিয়াব নোৱাৰা হ'লো। গতিকে তুমি মোৰ সৰ্বঅপৰাধ মাৰ্জনা কৰি ৰাজ্যত গৈ ৰাজসিংহাসনত বহিলেহে প্ৰজাৰ তাপিত হৃদয় শীতল হ'ব। ৪৯৪ ||

মাহীমাক কৈকেয়ীৰ অনুৰোধ শুনি (লামাঙ) বোধিসত্ত্ব ৰামে ক'বলৈ ধৰিলে- ই এতিয়া একেবাৰে অসম্ভৱ। কাৰণ সত্যৰ অপলাপ হ'বলৈ কদাপিও মই দিব নোৱাৰো। যদিও মহাৰাজৰ মৃত্যু হ'ল তথাপিও মই যি প্ৰতিজ্ঞা কৰি আহিলো, সেই পিতাৰ সত্য বচন ৰাখি বংশ মৰ্য্যদা ৰক্ষাৰ নিমিত্তে মই ১২ (বাৰ)বছৰ বনবাস খাটিছো। মোৰ প্ৰাণ গ'লেও প্ৰতিজ্ঞা লৰচৰ ন'হ'ব। ৪৯৫ ||

পিতা জীৱিত থকা অৱস্থাত ঘূৰি গৈ যুৱৰাজ হোৱাটোও বেলেগ কথা আছিল। কিন্তু পিতাৰ এতিয়া মৃত্যু হ'ল যেতিয়া পিতাৰ বাক্য কোনোপধ্যে লঙ্ঘন কৰিব নোৱাৰো। অন্যথা সংসাৰত কোনো কথাৰে গুৰুত্ব নাথাকিব। এতিয়া আপোনালোকে মোৰ আশা পৰিত্যাগ কৰি অযোধ্যালৈ ঘূৰি যাওঁক। ভাই ভৰতক ৰাজ্যভাৰ দি ৰাজ্য শাসন কৰিবলৈ দিয়ক। ৪৯৬ ||

(লামাঙ) ৰামৰ অমোঘ যুক্তি খণ্ডন কৰিব কোনেও নোৱাৰিলে। ভৰতে তেতিয়া ক'লে-যদি আপুনি ৰাজ্যলৈ ঘূৰি নাযায়, তেন্তে মযো ঘূৰি নাযাওঁ। মযো এই বনতে থাকি আপোনাৰ পাৱন কৰ্ত্তব্যত সৰ্বতো প্ৰকাৰে সেৱা শুশ্ৰুষা কৰি [illegible] আৰম্ভ কৰিম। ৰাতিপুৱাতে উঠি ফলমূল বিচাৰি আনিম। আপোনাৰ হাত ভৰি ধুৱাই থাকিবৰ [illegible] সেৱক ৰূপে আপুনি থাকিবলৈ অনুমতি দিয়ক। মই আৰু কোনোলৈ ঘূৰি নাযাওঁ। ৪৯৭ ||

## || ভৰতক [illegible] পদচিহ্ন প্ৰদান ||

ভৰতৰ এনে ভাতৃস্নেহ সূচক কৰুণ কথা শুনি ৰামে ক'লে- ভাই ভৰত! তুমি বেয়া নাপাবা।

আমি তিনিজন পুনৰ ৰাজ্যলৈ ঘূৰি নাযাওঁ। এই বিষয়ে তুমি তিলমাত্ৰও সন্দেহভাৱ মনলৈ নানিবা। তুমি ৰাজপ্ৰাসাদৰ ওচৰৰ বনাঞ্চলত বাস কৰি থাকিবা। মই ৰি বনখণ্ডত ভৰি দিছো এই বনভূমিখণ্ড খান্দিলৈ যোৱা। এই ভৰি দিয়া বনভূমিখণ্ড ৰাজসিংহাসনৰ ওপৰত প্ৰতিষ্ঠা কৰিবা। ইয়াত 'শ্বেত ছত্ৰ' এখন আঁৰি দিবা আৰু ৰাজ্যভাৰ এইদৰে গ্ৰহণ কৰি ৰাজ্য পৰিচালনা কৰিবা। তুমি ভাবি ল'বা যেন মইয়ে ৰাজ্য চলাই আছো বুলি। মোৰ পোচাক আদিও সযত্নে লগত ৰাখিবা। ৪৯৮॥

এটা কথা তুমি সদায় মনত ৰাখিবা, যদি ৰাজ্যৰ মন্ত্ৰী পাৰিষদবৰ্গই কিবা স্বৰূপত অন্যায় অধৰ্ম কৰ্মত লিপ্ত হয় তেন্তে প্ৰমাণ স্বৰূপে মোৰ বনভূমিখণ্ডও ক্ৰমান্বয়ে শুটি লাগিবলৈ ধৰিব। আৰু মৰহি যাব। যদি তেওঁবিলাকে নীতি নিয়ম তথা পবিত্ৰতাৰে সৈতে ৰাজ্যৰ কামত লাগি থাকে তেন্তে মোৰ বনভূমি খণ্ড সজীৱ হৈ থাকিব। তুমি কেৱল নগৰৰ সমীপত থাকিলেই হ'ব। ৪৯৯॥

পাৰিষদ বৰ্গই আয়োজন কৰা সভা সমিতি বিলাকত গৈ তুমি সহযোগ কৰিবা। ৰাজ্যৰ সকলো কথাৰ প্ৰতি সজাগ দৃষ্টি ৰাখিবা। তেওঁবিলাকৰ ওপৰত কোনো বিচাৰেই এৰি নিদিবা।

বোধিসত্ত্বৰ এনে সাৰগৰ্ভিত উপদেশ আৰু আদেশ শুনি ভৰতে কোনোপধ্যে ৰামক লৰাব নোৱাৰি শেষত বনৰীয়া ফুলৰ মালা গাঁথি প্ৰজাসকলৰ সৈতে লামাণ্ডৰ গ্ৰীৱণত অৰ্পণ কৰিলে আৰু বিদায় মাগিলে। প্ৰজাবৰ্গই দলিওৱা ফুলৰ দ'ম একাঠু হ'ল। প্ৰজাসকলৰ সৈতে (লামাণ্ড) বোধিসত্ত্বই আগবঢ়োৱা বনভূমিখণ্ড প্ৰজাবৰ্গই খান্দিলৈ আহি ৰথত তুলিলৈ বিৰাজমান হ'ল। ৫০০॥

## ॥ ভৰতৰ অযোধ্যালৈ প্ৰত্যাগমন ॥

এইদৰে ৰামৰ বিৰহ বেদনাত ম্ৰিয়মান হৈ প্ৰজাবৰ্গ অসন্তোষ মনেৰে অযোধ্যালৈ ঘূৰি আহিল। তিনিগৰাকী ৰাণীয়েও কুমাৰসকলৰ বেজাৰত কান্দি কান্দি নগৰ মুখী হ'ল। ভৰতে ৰামে দিয়া বনভূমিখণ্ড আনি ৰাজ্যৰ ৰাজসিংহাসনত আখে বেখে প্ৰতিষ্ঠা কৰিলে। আৰু বনভূমিখণ্ডৰ ওপৰত শ্বেত ছত্ৰ চন্দ্ৰতাপ আঁৰি দিলে। ৰাজ্যৰ পাৰিষদবৰ্গ আৰু মন্ত্ৰী তথা প্ৰজাবৰ্গই শ্বেত শঙ্খ বজাই বনভূমিখণ্ডকে ৰজা ৰূপে মানি ল'লে। প্ৰজাবৰ্গই বাদ্য যন্ত্ৰ বজাই ৰামৰ কল্যাণ কামনা কৰিলে। ৫০১॥

ৰামৰ পদ থোৱা বনভূমিখণ্ডৰ অভিষেকৰ পিছত (আউকাৰাত্ৰা) ভৰত আৰু (ছাত্ৰাক) শত্ৰুঘ্নই নগৰৰ দক্ষিণ দিশত থকা পৰ্বত মালাৰ অৰণ্য অঞ্চলত পবিত্ৰ হৃদয়েৰে ধৰ্মাচৰণ কৰিবলৈ ধৰিলে। ৫০২॥

ভগৱান বুদ্ধই এইদৰে ভিক্ষু সংঘৰ আগত বোধিসত্ত্ব ৰামৰ অতীত কাহিনী পুঙ্খানুপুঙ্খ ভাৱে বৰ্ণনা কৰি শুনালে। আৰু ভৱিষ্যত বাণী কৰি ক'লে- অদূৰ ভৱিষ্যতে এই পৃথিৱীত ধৰ্ম

চক্র (থাম্মাচাক্রাতা) নামেৰে এজন বুদ্ধৰ আবিৰ্ভাৱ হ'ব। তেঁৱেই দেৱ মনুষ্যৰ মাজত ধৰ্ম্মদেশনা কৰি মুক্তি আৰু ধৰ্ম্মৰ পথ সুগম কৰি তুলিব। ৫০৩॥

হে মোৰ প্ৰিয় সহোদৰ ভিক্ষু আনন্দ, আৰু প্ৰিয় শিষ্যবৃন্দ! তোমালোকে সেই বুদ্ধৰ অমৃত বাণী বিলাক সুন্দৰৰূপে হৃদয়ঙ্গম কৰি ল'বা। তেওঁৰ বাণী শুনি ভিক্ষু সংঘই সাধুবাদ কৰিলে। ভিক্ষু আনন্দই পুনৰ কৰযোৰে বুদ্ধক নমস্কাৰ জনাই প্ৰশ্ন কৰিলে- বোধিসত্ত্বই নো কোন বনৰ মাজত থাকি জীৱন কটাইছিল ? ৫০৪॥

আপুনি অনুগ্ৰহ কৰি সেই বোধিসত্ত্বৰ অতীত জীৱনৰ কাহিনী কৈ আমাক সুখী কৰক। আনন্দৰ এনে কাতৰ প্ৰাৰ্থনাত ভগৱান বুদ্ধই ক'বলৈ ধৰিলে। ৫০৫॥

## ॥ ৰাৱণ আদিৰ জন্ম কথা॥

প্ৰাচীন কালত লঙ্কা (লাঙ্কা) নামেৰে এখন সুকীয়া ৰাজ্য আছিল। সেই নগৰত মালাৱান নামেৰে এজন ৰজাই ৰাজত্ব কৰিছিল। তেওঁৰ পত্নীৰ নাম আতিকী আছিল। তেওঁ বিলাকে সেই বিশাল ৰাজ্যত ৰাজকাজ কৰি আছিল। কিন্তু তেওঁ বিলাকৰ কোনো সতি সন্ততি নাছিল। ৫০৬॥

## অধ্যায়-১৪

সেই ঠাইতে এখন অৰণ্য আশ্ৰমত গৌতম (কোতমা) নামেৰে এজন ঋষিয়ে বাস কৰিছিল। সেই তপস্বী ঋষিলৈ ৰজা ৰাণীয়ে পুত্ৰ লাভৰ নিমিত্তে দান দক্ষিণা আগবঢ়াইছিল। তেওঁবিলাকৰ প্ৰাৰ্থনাত ব্ৰহ্মাই আহি আতিকীৰ গৰ্ভত কন্যাৰূপে জন্ম ল'লে। কন্যাটি বিশেষ সুন্দৰী আছিল। ৫০৭॥

কন্যাটি লাহে লাহে ডাঙৰ হ'ল। বিয়াদিবৰ উপযুক্ত সময় হ'ল। মাক বাপেকে চিন্তা কৰিলে - তাইৰ গৃহবাসৰ কথা। তেওঁলোকে ক'লে- তোমাৰ স্বামীকে এই ৰাজ্য গতাব লাগিব। ৫০৮॥

এই বিষয়ে তুমি তিলমাত্ৰও চিন্তা কৰিব নালাগে। কাৰণ তোমাৰ মনোগ্ৰাহী এজন ৰূপে গুণে অতুলনীয় পুৰুষ তোমাৰ কাৰণে যোগাৰ কৰিম। তুমি সেই জনক নিজ স্বামীৰূপে গ্ৰহণ কৰিবা। মোৰ এই বিশাল ৰাজ্যৰ ৰজা ৰাণী হৈ তোমালোকে সুখেৰে জীৱন যাপন কৰিবাইক। ৫০৯॥

ৰজা ৰাণীৰ বিবাহ সম্পৰ্কীয় প্ৰস্তাৱৰ উত্তৰত কন্যাটিয়ে প্ৰস্তাৱ আগবঢ়ালে- মোৰ কাৰণে কোনো দৰা চাব নালাগে। কাৰণ মই বিবাহ পাশত আবদ্ধ হ'ব নোখোজো। বিশাল ৰাজ্যৰ সুখ ভোগৰ কামনা মোৰ হৃদয়ত নাই। এই বিষয়ে যেন আপোনালোকে পুনৰ কোনো প্ৰশ্ন নোতোলে। ৫১০॥

কিন্তু ৰজাই ৰাজকুমাৰীক একেটা কথাকে বাৰম্বাৰ বিভিন্ন প্ৰকাৰে বুজাবলৈ ধৰিলে। কন্যাটিয়ে

হ'লে মাক বাপেকৰ এই প্ৰস্তাৱ বাৰে বাৰে প্ৰত্যাখান কৰিলে। কন্যাটিৰ আকোৰগোজ মনোভাৱত ৰজা ৰাণীৰ ভীষণ খঙ উঠিল। ক্ৰোধ আৰু আবেগত ৰজাই কৈ উঠিল- এই মোৰ বিশাল ৰাজ্যৰ উত্তৰাধিকাৰী কোন হ'ব ? কোনে মোৰ ৰাজ্য পৰিচালনা কৰিব ? তুমি মোৰ কথা মানিবই লাগিব। অন্যথা তুমি পিকচ্ছাচালপা মুনিৰ ওচৰলৈ গুচি যোৱা। তাত পৱিত্ৰ হৃদয়েৰে ধৰ্ম কৰ্ম কৰি পুত্ৰ সন্তান কামনা কঁৰাগৈ। ৫১১॥

অন্যথাই আমাৰ এই ৰাজ্যৰ যি মহিমামণ্ডিত ঐতিহ্য আৰু গৌৰৱ সকলো কালৰ বুকুত জাহ যাব। আমাৰ ৰাক্ষস আৰু পেতুদেৱতা বিলাকৰ মাজত অবিৰাম যুদ্ধ চলিছিল। সেই যুদ্ধত আমি বৰ বেয়াধৰণে পৰাজয় স্বীকাৰ কৰিব লগাত পৰিল। শেষত উপায় নাপাই পাতাল পুৰীলৈ পলাই আহি আমি ৰাজত্ব কৰি আছোহঁক। ৫১২॥

স্বৰ্ণময় লঙ্কাত পিকচ্ছাচালপা ঋষিৰ পুত্ৰ চাতুমাহাই ৰাজত্ব কৰি আছে। গতিকে তুমি ঋষিৰ ওচৰত গৈ বীৰ পুত্ৰৰ কামনা কৰা। তোমাৰ বীৰ পুত্ৰ জন্ম হ'লেহে তেওঁৰ দ্বাৰাই আমাৰ হেৰোৱা ৰাজ্য উদ্ধাৰ হ'ব। ৫১৩॥

বাপেকৰ মুখত এনে বিলাক কথা শুনি কন্যা কুন্তী (কুংতী)ৰ মনত অপাৰ আনন্দৰ জোৱাৰ উঠিল। কাৰণ কন্যাটিৰ হৃদয়খন একেবাৰে পৱিত্ৰ। তেওঁ ব্ৰহ্মপুৰীৰ পৰা আহি জন্মগ্ৰহণ কৰিছিলহি। তেওঁৰ হৃদয়ত সাংসাৰিক মায়া মোহ আৰু আশা আকাঙ্খা অকণো নাছিল। মাক বাপেকক নমস্কাৰ জনাই কুন্তী কুমাৰী পুত্ৰ কামনাৰ্থে ঋষিৰ আশ্ৰমত গুচি গ'ল। ৫১৪॥

কন্যাটিয়ে গৈ ঋষিৰ আশ্ৰম পালে। আশ্ৰমখন অৰণ্যৰ মাজত। নাম দসাগিৰি (তাসাকিলি)। কন্যাটিয়ে বাটৰ কাষৰ পৰাই এজোপা আমগছৰ পৰা কেইটামান আম ঋষিক উপহাৰ দিয়াৰ উদ্দেশ্যে লৈ গ'ল। আশ্ৰমত প্ৰৱেশ কৰি কন্যাটিয়ে নতশিৰে ঋষিক প্ৰণাম জনালে। তাৰ পাছত লগতলৈ যোৱা আম কেইটা ঋষিলৈ আগবঢ়ালে। তেওঁৰ মনত যি অভিলাষ কৰিছে তাৰ সিদ্ধিৰ বাবেও প্ৰাৰ্থনা জনালে। ৫১৫॥

হে ঋষিবৰ! মই মোৰ পিতৃ মাতৃৰ একমাত্ৰ কন্যা। তেওঁলোকে মোৰ ওপৰত ৰাজ্য শাসনৰ গুৰু দায়িত্ব অৰ্পণ কৰিছে। মইনো সেই গুৰুভাৰ কি প্ৰকাৰে চলাম ? সেই নিমিত্তে মই আপোনাৰ ওচৰলৈ ঢাপলিয়াই আহিলো। মোক এতিয়া আপুনি আপোনাৰ আশ্ৰমত থাকিবলৈ অনুমতি প্ৰদান কৰিব লাগে আৰু পুত্ৰ সন্তান হ'বৰ কাৰণে মোক তপজপ সাধনাৰ প্ৰণালী শিকাই দিব লাগে। যাতে মোৰ পুত্ৰ জন্ম হৈ ভৱিষ্যতে ৰাজ্য শাসন কৰিব পাৰে। ৫১৬॥

ৰাক্ষস ৰাজকন্যাৰ আন্তৰিকতাপূৰ্ণ প্ৰাৰ্থনা শুনি ঋষিয়ে সাধনা কৰি দেখিলে যে কন্যাটিৰ চাৰিটি বলবান বীৰ্যবান পুত্ৰ হ'ব। তাৰ ভিতৰত তিনিজন বাহুবলী বীৰ সন্তান আৰু একজনী হ'ব

কন্যাসন্তান। ঋষিয়েও কালবিলম্ব নকৰি তৎক্ষণাত পুত্ৰ হ'বৰ নিমিত্তে আশীবাদ দি ক'লে- তোমাৰ সমস্ত অভিলাষ সিদ্ধি হ'ব। ঋষিয়ে ৰাজকন্যাক লগতে জপমন্ত্ৰ আদিও শিকাই দিলে। ৫১৭॥

তোমাৰ প্ৰথম পুত্ৰৰ দহোটা মূৰ হ'ব। তেওঁ অতি ক্ষমতাবান আৰু শক্তিশালী হ'ব। দ্বিতীয় পুত্ৰৰ আকাৰ একেবাৰে ভয়ঙ্কৰ পৰ্বত সম হ'ব। তৃতীয়জন পুত্ৰ হ'ব অতি ধাৰ্ম্মিক। তোমাৰ চতুৰ্থ সন্তান এটি কন্যা হ'ব। তাইৰ নখবিলাক বৰ দীঘল দীঘল হ'ব। তেওঁ বিলাকৰ ভিতৰত তৃতীয়জন হ'ব ধৰ্ম্মৰ অধিষ্ঠাতা। তেওঁ সৰ্বশাস্ত্ৰত পাৰঙ্গত আৰু নীতি শাস্ত্ৰত অগাধ পণ্ডিত হ'ব। ভৱিষ্যতে তেওঁ হ'ব এখন ৰাজ্যৰ সুদক্ষ শাসক। ঋষিৰ এনে অমোঘ আশীবাদত কুন্তীৰ দুয়ো চকুৰেদি লোতক বাগৰিব ধৰিলে। ৫১৮॥

কুন্তীয়ে ঋষিক ক'লে- হে ঋষিবৰ! আপুনি মোক এনে বৰ আৰু আশীৰ্বাদ কিয় দিলে? তেতিয়া ঋষিয়ে ক'লে- এইয়া হ'ল তোমাৰ কৃত কৰ্ম্ম ফলৰ নিদান। কাৰণ তুমিয়ে মোক চাৰিটা আম দান কৰিলা তাৰেই ফল। এটা আম তোমাৰ হাতৰ পৰা সৰি পৰিছিল। সেইটো আম বুটলি পৰিষ্কাৰ পানীৰে ধুই তুমি মোক দান কৰিছিলা, অতি সযত্নে চাফ্ চিকুণ কৰি মোক দান কৰা হেতুকে সেই পুত্ৰ সৰ্ব শাস্ত্ৰত নিপণ তথা বিশাৰদ হ'ব। ৫১৯॥

চাৰিটা আমৰ প্ৰথমটো আমত দহোটা গুটি আছিল। দ্বিতীয় আমটো দান কৰাৰ পিছত তৃতীয় আমটো তুমি চাফচিকুণ কৰি দান কৰিছিলা। আমটো ধুই পখালি দিয়াৰ বাবে তুমি পুণ্য অৰ্জন কৰিলা। তুমি মোক যি দান কৰিলা তাৰ ফলস্বৰূপে তুমি প্ৰথমৰ পৰা চতুৰ্থ আমলৈকে এনে ফলৰ ভাগী হ'লা। ঋষিয়ে এইদৰে বৰ প্ৰদান কৰাৰ পিছত কুন্তী কুমাৰীয়ে কাল বিলম্ব নকৰি একান্ত নিৰ্জন ঠাইত গৈ দিনে ৰাতিয়ে তপ সাধনা কৰিবলৈ ধৰিলে। ৫২০॥

এইদৰে বহুতদিন সাধনাত ৰতহৈ থকা কুন্তী ৰাজকুমাৰীয়ে এটি পুত্ৰ প্ৰসৱ কৰিলে। ঋষিয়ে ভৱিষ্যত বাণী কৰাৰ দৰেই ল'ৰাটিৰ দহোটা মূৰ হ'ল। সেই পুত্ৰৰ নাম দশগিৰি (তাচাকিলি) ৰ নাম অনুসৰি দশগিৰি ৰাখিলে। পুত্ৰটি লৈ কুন্তীয়ে এখন বেলেগ অৰণ্যত সাধনা কৰিবলৈ ল'লে। ৫২১॥

তিনিবছৰ অতিক্ৰম কৰাৰ পিছত কুন্তীয়ে দ্বিতীয় টো পুত্ৰ সন্তান প্ৰসৱ কৰিলে। সেই পুত্ৰৰ নামো সেই অৰণ্যৰ নাম অনুসাৰে (কুমকানখালা) কুম্ভকৰ্ণ ৰাখিলে। দুয়োটা পুত্ৰ বুকুত বান্ধি কুন্তীয়ে বাস কৰিবলৈ ধৰিলে। ৫২২॥

কেই বছৰমান বিৰতিৰ পিছত কুন্তীয়ে তৃতীয়টি সন্তান জন্ম দিলে। তৃতীয় পুত্ৰৰ চেহেৰা পাতি সুলক্ষণযুক্ত আৰু দেখনিয়াৰ আছিল। কণে গুণে সকলো ফালৰ পৰাই সুন্দৰ আছিল কাৰণে তেওঁৰ নাম ৰাখিলে বিভীষণ (পিপিক্ষালা)॥৫২৩॥

সেই অগাধ অৰণ্যৰ মাজত তিনিটি পুত্ৰক লৈ কুন্তীয়ে বহুতদিন অতিবাহিত কৰিলে। পুত্ৰকেইটি ক্ৰমে ডাঙৰ হৈ আহিল। এদিন তিনিও পুত্ৰই মাকক সুধিলে আই! তুমি অৰণ্যৰ মাজত কিয় বাস কৰি আছা ? আমাৰ নো পিতা কোন দেশত আছে ? ৫২৪॥

পুতেকহঁতৰ আগ্ৰহপূৰ্ণ কথা শুনি মাকে বুজাই ক'লে- মোৰ বাচাহঁত ! তোমালোকৰ ককাদেউতাৰাহঁত সমুদ্ৰৰ মাজৰ লঙ্কা দ্বীপত বাস কৰি আছে। সেই ৰাজ্য সকলো ফালৰ পৰাই নন্দন বদন আৰু বিশাল মনোমোহা ৰাজ্য। ৫২৫॥

তোমাৰ ককাদেউতাৰাৰ কোনো সন্তান নাছিল। সেই কাৰণে সদায় ঋষিৰ ওচৰত দান দক্ষিণা কৰি পুত্ৰ কামনা কৰি আছিল। সেই হেতুকে মই ব্ৰহ্মপুৰীৰ পৰা আহি ৰাণীৰ গৰ্ভত জন্ম ল'লোহি। মোৰ যেতিয়া বিবাহযোগী সময় হ'ল মোৰ কাৰণে উপযুক্ত বৰ বিচাৰিলে। সেই প্ৰস্তাৱ মই মানি নল'লো। মোৰ ওপৰতেই ৰাজ্যৰ সমস্ত ভাৰ অৰ্পণ কৰিব খুজিলে। ৫২৬॥

মোৰ বিবাহ পাশত সোমোৱাৰ সমূলি ইচ্ছা নাছিল। বাৰম্বাৰ বুজাইও মোক মান্তি কৰাব নোৱাৰিছিল। কিন্তু তাৰ আগতে ভূমিত ৰাজ্যৰ দেৱতা আৰু ৰাক্ষসৰ মাজত তুমুল সংঘৰ্ষ হৈছিল। সেই যুদ্ধত দেৱতা বিলাকে ৰাক্ষসবিলাকৰ সৈতে ককাদেউতাৰাহঁতক পাতাল পুৰীলৈ খেদি পঠালে। তেওঁ বিলাকে পাতাল পুৰীত বহুবছৰ থাকি বাস কৰিছিল। ৫২৭॥

লঙ্কাত চাতুমাহাই ৰাজত্ব কৰি আছিল। ককাদেউতাৰৰ কোনো সতি সন্ততি নোহোৱা হেতুকে দেৱতাৰ বিৰুদ্ধে যুদ্ধ কৰিব পৰা নাছিল। ৫২৮॥

ককাদেউতাৰাৰ কথাত মই মান্তি নোহোৱাত মোৰ ওপৰত তেওঁৰ ভীষণ ক্ৰোধ উপজিল। আবেগত মোক ঋষি পিকচাছালপাৰ আশ্ৰমত পুত্ৰ কামনাৰ্থে পঠাই তেওঁ ক'লে-যদি মোৰ আশানুৰূপ সন্তান হয়, তেন্তে সিহঁতে নিশ্চয় মোৰ লঙ্কা উদ্ধাৰ কৰিব পাৰিব। তাৰ পিছত পিতাৰ অনুমতিক্ৰমে মই পাতাল পুৰীৰ পৰা আহি ঋষিৰ আশ্ৰমত আম দান কৰিলোহি। ৫২৯॥

ঋষিয়েও দান দক্ষিণা গ্ৰহণ কৰাৰ পিছত মোৰ মনোবাঞ্ছা সিদ্ধি হ'বৰ কাৰণে বাঞ্ছিত বৰ প্ৰদান কৰিলে আৰু মোক সাধনাৰ জপ মন্ত্ৰও শিকাই দিলে। সেই মতেই মই তোমালোকক জন্ম দিলো। ৫৩০॥

তিনিও পুতেকে মাকক ক'লে- আই! আমাকো তুমি সকলো প্ৰকাৰৰ জপ মন্ত্ৰ শিকাই দিব লাগে। যাতে তাৰ প্ৰভাৱত আমি ব্ৰহ্মাদেৱতাক তুষ্ট কৰি অভিলাষিত বৰ পাব পাৰো। সকলো শক্তি আয়ত্ব কৰি আমি আমাৰ হেৰোৱা ৰাজ্য ঘূৰাই আনিবৰ নিমিত্তে যত্ন কৰিমহঁক। মাকেও পুতেকহঁতৰ ইচ্ছানুকূলে জপমন্ত্ৰ শিকাই দিলে। এইদৰে দশগ্ৰীৱ, কুম্ভকৰ্ণ আৰু বিভীষণলৈ সকলো প্ৰকাৰৰ মন্ত্ৰ লাভ কৰি জপ আৰম্ভ কৰিবলৈ ধৰিলে। ৫৩১॥

ইফালে কুম্ভীয়ে এটি কন্যা প্ৰসৱ কৰিলে। কন্যাটিৰ হাত ভৰিৰ নখ বিলাক জোঙা জোঙা আছিল। সেই কাৰণে তাইৰ নাম ৰাখিলে(ছুপানাখা) শূৰ্পণখা। ৫৩২ ||

## || ৰাৱণ আদিৰ তপস্যা ||

পুতেকহঁতে সমস্ত তপ মন্ত্ৰ শিকি ল'লে আৰু নিজ ইচ্ছামতে কঠোৰ সাধনাত লাগিল। তেওঁ বিলাকে এক অযুত কাল ব্ৰহ্মাক তপস্যা কৰিবলৈ ধৰিলে। তেওঁবিলাকৰ তপ সাধনা আৰু স্তুতি মিনতিত ব্ৰহ্মাও স্থিৰেৰে থাকিব নোৱাৰিলে। স্বয়ং ব্ৰহ্মা (প্ৰাম্ভা) সোঁ শৰীৰে নামি আহি সাধক সকলক সুধিলে- তোমালোকক কি লাগে ? ৫৩৩ ||

কি নিমিত্তে তোমালোকে ইমান কঠোৰ সাধনাত ৰত হৈছা ? ব্ৰহ্মাৰ প্ৰশ্নৰ উত্তৰত দশমুণ্ডই (তাছাকিলি) কৰযোৰে ক'বলৈ ধৰিলে। ৫৩৪ ||

হে বিশ্বপিতা মোক এনে বৰ প্ৰদান কৰক যাতে ত্ৰিভুবনৰ কোনো দেৱ মনুষ্য, গন্ধৰ্ব, নাগ, বৰুণ অসুৰ আদিয়ে আক্ৰমণ কৰিব নোৱাৰে। সিহঁতে যাতে সদায় মোৰ বশ হৈ থাকে। কোনো অস্ত্ৰ শস্ত্ৰই যাতে মোক আঘাত কৰিব নোৱাৰে। অগ্নি ,পানী আদিত পৰি গ'লেও যাতে মোৰ কোনো হানি নহয়। ৫৩৫ ||

দশমুণ্ডৰ প্ৰাৰ্থনাত ব্ৰহ্মাই কৈ উঠিল- পৃথিবীৰ মনুষ্য, অৰণ্য বান্দৰ আৰু বোধিসত্ত্বৰ অস্ত্ৰ (আথাচাস্তা) ৰ বাহিৰে অন্য সকলোৰে ক্ষেত্ৰত তোমাক এই বৰ প্ৰদান কৰিম। ৫৩৬ ||

চাহাম পাতি প্ৰাম্ভা (ব্ৰহ্মা) ই চিন্তা কৰিলে যদি মই এওঁবিলাকক অমৰ হ'বলৈ বৰ প্ৰদান কৰো তেন্তে এওঁবিলাকে সংসাৰ চক্ৰত অশান্তি কৰি থাকিব। এওঁলোকৰ প্ৰকোপত দেৱতাসকলৰ দুখ কুলাই পাচিয়ে নধৰা হ'ব। ব্ৰহ্মাই এটা বুদ্ধি পাঙিলে-যদি এওঁলোকৰ কণ্ঠত সৰস্বতীক বহুৱাই দিয়া যায়, তেন্তে এওঁলোকে নিজে নিজে বৰ বিচাৰিব আৰু তেতিয়া ব্যক্তিগত বৰ প্ৰদান কৰিম। ৫৩৭ ||

কুম্ভকৰ্ণ (কুম্ভকানখান) ই তেতিয়া মাত লগালে হে বিশ্বপিতা, মই ভালদৰে খাবলৈ পোৱা নাই, আৰু নিজ ইচ্ছামতে শুবলৈ পোৱা নাই। আপুনি মোক মঙলে থকাৰ বৰ প্ৰদান কৰিলে। এতিয়া মোৰ ইচ্ছামতে এবছৰ টোপনিৰ ব্যৱস্থা কৰি দিব লাগে। মই যাতে এবছৰৰ মূৰতহে সাৰ পাওঁ। ব্ৰহ্মাই তথাস্তু বুলি ক'লে। ৫৩৮ ||

ইয়াকে শুনি (চিপহোলাকা) ৰাৱণে মাত লগালে-আপুনি কি বৰ প্ৰদান কৰিলে ? যদি কুম্ভকৰ্ণ এবছৰ শুইয়েই থাকে তেন্তে আমাৰ অৱস্থা কি হ'ব ? আপুনি সৰস্বতীক কণ্ঠনত বহুৱাইহে এনে ব্যৱস্থা কৰিলে। কিন্তু আপোনাৰ এই বৰত মোৰ ঘোৰ আপত্তি আছে। মোৰ বিপদত কুম্ভইতো সহায় কৰিব নোৱাৰিব। গতিকে আপুনি ইয়াৰ ব্যতিক্ৰম কৰিবই লাগিব। ৫৩৯ ||

ব্ৰহ্মাই তেতিয়া কুম্ভকৰ্ণক ছমাহ শুবলৈ সময় দিলে। ছমাহ শুলে তেওঁক কোনেও পৰাস্ত কৰিব নোৱাৰিব। এটা কথা যদি ছমাহ পূৰা হ'বলৈ এদিনো বাকী থাকোতে তেওঁক জগোৱা হয়, তেতিয়া কুম্ভকৰ্ণলৈ কোনেও ভয় নকৰিব আৰু হঠাতে তেওঁৰ বিপদ হ'ব পাৰে। তেতিয়া তেওঁ আনৰ হাতত পৰাস্তহৈ মৃত্যুক আকোৱালি ল'ব লাগিব। ৫৪০॥

(পিকিচ্ছানা) বিভীষণে ব্ৰহ্মাক ক'লে- হে বিশ্বপিতা মোক এনে এটা বৰ প্ৰদান কৰক যাতে মই দুৰ্জ্জনৰ সঙ্গৰ পৰা বিৰত হৈ থাকিব পাৰো। ত্ৰিভুৱনৰ ৰোগ ব্যাধি আৰু অন্যায় অত্যাচাৰৰ পৰা যাতে বাচি থাকিব পাৰো। সৎ পুৰুষ আৰু ধাৰ্মিক লোক সকলৰ লগত যাতে বাস কৰিব পাৰো। ঋষি মুনি সকলৰ লগত যেন মোৰ সঙ্গতি হয়। সমস্ত ধৰ্ম্ম শাস্ত্ৰত মোৰ মতি হ'ব লাগে। 'ত্ৰিপিটকৰ' শাস্ত্ৰ সমূহ যাতে পঢ়ি হৃদয়ঙ্গম কৰি তাৰ সাৰ অংশ বিলাব পাৰো। ব্ৰহ্মাই তেওঁ বিচৰা বৰৰ কথা শুনি তথাস্তু বুলি ক'লে। ৫৪১॥

ৰাৱণে (চিপহৌলঙ্কা) পুনৰ মাত লগালে। ক'তা ব্ৰহ্মাই দেখোন মোক অমৰ হ'বলৈ বৰ নিদিলে। ৰাৱণে পুনৰ প্ৰাৰ্থনা কৰি ব্ৰহ্মাক ক'লে। ৫৪২॥

হে সৃষ্টিকৰ্ত্তা! আপুনি সংসাৰ চক্ৰৰ মূল কাৰণ। বান্দৰ আৰু মনুষ্যকো আপুনিয়েই সৃজন কৰিছে। অন্যহাতে বান্দৰ আৰু মনুষ্য আমাৰ পৰম খাদ্য। এই সকলক বাদ দি মোক এটা বৰ দিয়ক। সেইটো হৈছে অমৰ হ'বলৈ দিয়া বৰ। অস্ত্ৰ শস্ত্ৰ বিলাক যাতে মোৰ ইচ্ছামতে প্ৰয়োগ কৰিব পাৰো, এই বৰ মোক প্ৰদান কৰক। মোৰ এই দুৰ্দ্ধৰ্ষ শক্তিৰ আগত যাতে কোনো টিকিব নোৱাৰে তাৰ এটা ব্যৱস্থা দিয়ক। ৫৪৩॥

ব্ৰহ্মাই বহুত চিন্তা কৰি চাই ক'লে- মই তোমাক সকলো বৰ প্ৰদান কৰিব পাৰো কিন্তু অমৰ হ'বলৈ বৰ প্ৰদান কৰিব নোৱাৰো। ইয়াৰ বাহিৰে যি লাগে তুমি খোজা। ব্ৰহ্মাৰ প্ৰস্তাৱত ৰাৱণ ৰাজি নহ'ল। ৫৪৪॥

ৰাৱণে বাৰম্বাৰ একেটা বৰকে খুজি থাকিবলৈ ধৰিলে। ব্ৰহ্মায়ো অমৰ হ'বলৈ বৰ নিদিয়াৰ কাৰণে দৃঢ়তা অৱলম্বন কৰিলে। কাৰণ সেই বৰ দিলে ত্ৰিভুৱনৰ কাৰো কপালত শান্তি নহয়। বাৰু এটা বৰ দিলো যুদ্ধত তোমাৰ হাত ভৰি মূৰ চিপি গ'লেও পুনৰ জোৰা লাগিব। তোমাৰ আয়ুস হ'ব তিনিহাজাৰ বছৰ। ৫৪৫॥

তথাপি ৰাৱণে সন্তোষ প্ৰকাশ নকৰিলে। কেৱল বাৰম্বাৰ এটাই কথা অমৰ হ'বলৈ বৰ খোজা। কোনো উপায় নাপাই ব্ৰহ্মাই অমৰ অস্ত্ৰ এপাট নিৰ্মাণ কৰি ৰাৱণক দি ক'লে- এইপাট অস্ত্ৰ লোৱা। কিন্তু সাৱধান এই অস্ত্ৰ যদি কিবা প্ৰকাৰে আনৰ হাতত পৰে তেন্তে তোমাৰ কিতাতে মৃত্যু হ'ব। ৫৪৬॥

সেই অস্ত্ৰপাট পাই ৰাৱণ ভীষণ সুখী হ'ল। তেওঁ ব্ৰহ্মাক ক'লে-হে সৃষ্টিকৰ্তা! আপুনি এই বিষয়ে অকনো চিন্তা নকৰিব। মই এই অমৰ অস্ত্ৰপাট খুব সযত্নে ৰাখিম। ইয়াক কোনেও অপহৰণ কৰিব নোৱাৰে। অমৰ অস্ত্ৰ প্ৰদান কৰি ব্ৰহ্মা অন্তৰ্ধান হ'ল। ৫৪৭॥

এইদৰে চিপহৌলাক্কা, কুমফানখান, আৰু পিফিচানাই নিজ নিজ বাঞ্ছিত বৰ লাভ কৰি মাকৰ ওচৰলৈ গ'ল। মাকৰ ওচৰত গৈ কেনেকৈ মনোবাঞ্ছিত বৰ লাভ কৰিলে সেই বিষয়ে আদ্যোপান্ত কৈ শুনালে। ৫৪৮॥

এইদৰে কথোপকথন কৰি থাকোতেই আকাশৰ পৰা এখন আকাশীযান আহি তেওঁলোকৰ সম্মুখত পৰিলহি। তাত বিভিন্ন প্ৰকাৰৰ ধুনীয়া ধুনীয়া সাজ পোচাক, বিভিন্ন প্ৰকাৰৰ খাদ্য সামগ্ৰী আদিৰে ভৰি আছিল। ৰথখন আহি পোৱাত আটায়ে মনত আনন্দ পালে। তিনিও মাকক প্ৰণাম জনাই ক'লে- মা, এতিয়া আমি ককাদেউতাৰ ওচৰলৈ যাওঁহঁক। তাতগৈ পাতালপুৰী অধিকাৰ কৰি আমি ৰাজ্য ভোগ কৰিম। ৫৪৯॥

পুতেকহঁতৰ অভিযানৰ কথা শুনি মাকে ক'লে- তোমালোকে যদি তালৈ যাব খুজিছা তেন্তে পূৰ্বঘটিত কাহিনী ককাদেউতাৰাৰ আগত ক'ব লাগিব। তেতিয়াহে তেওঁ বিশ্বাসেৰে সৈতে সকলো কথা মানি ল'ব।

তোমালোকে এইদৰে ক'বাগৈ-'ৰজাৰ কোনো পুত্ৰ সন্তান নাছিল। অনেক ধৰ্ম্ম কৰ্ম্ম, দান দক্ষিণা কৰাৰ পিছত আৰু ৰজাৰ পূণ্যৰ ফলত এটি কন্যাৰ জন্ম হ'ল। শিশু কন্যাটি লাহে লাহে গাভৰু হ'ল। বিবাহৰ যোগ্য হ'ল। ৰজাই কন্যাটিক কোনো সৎ পাত্ৰক বিয়া দিবৰ মানস কৰিলে। কিন্তু কন্যাটিৰ মনত কামনা বাসনা নাছিল। ৰজাৰ খণ্ড উঠি জীয়েকক পুত্ৰকামনাৰ্থে শিকছাচালপা মুনিৰ আশ্ৰমলৈ পঠাই দিলে। মুনিৰ আশীৰ্বাদত তিনিটি পুত্ৰ আৰু এটি কন্যা জন্ম দিলে বুলি ককাদেউতাৰাক বুজাই ক'বাগৈ। ৫৫০॥

মাকৰ বুদ্ধি পৰামৰ্শ অনুসৰি ৰাৱণে বিভীষণক ককাকৰ ওচৰলৈ যাবলৈ আদেশ দিলে। তেওঁ ক'লে- ককাক ক'বা যে মাৰে সৈতে আমি চাৰিজন আছো। ব্ৰহ্মাৰ পৰা আমি কেনেদৰে বৰ লাভ কৰিলোঁহঁক সেই সকলো কথা ভাঙি পাতি ক'বা। ৰাৱণৰ নিৰ্দ্দেশমতে বিভীষণে মাকক প্ৰণাম জনাই পাতাল পুৰীত থকা ককাকৰ ওচৰলৈ গ'ল। ৫৫১॥

নগৰৰ দুৱাৰত ঠিয় হৈ বিভীষণে দুৱৰীক ক'লে- মই দশাননৰ ভায়েক। তেওঁৰ আদেশানুক্ৰমে মই ইয়ালৈ আহিছো। তুমি মোক দুৱাৰ খুলি দিয়া। মই ৰজাৰ ওচৰত গৈ কথা পাতিব লাগে। দুৱৰীয়ে গৈ ৰজাক জনালে যে দুৱাৰত এজন অতিথি থিয় হৈ আছে। তেওঁ বৰ ডাঙৰ ডাঙৰ কথা কৈছে। ৰজাই তেতিয়া ক'লে- কোন সেইজন ইমান অহঙ্কাৰ কৰি মোৰ ৰাজ্যত কথা ক'বলৈ

আহিছে। যোৱা অতি সোনকালে তেওঁক মোৰ ওচৰলৈ লৈ আঁহা। দুৰবীয়ে তেওঁক নি ৰজাৰ ওচৰত হাজিৰ কৰালে। ৫৫২ ||

## অধ্যায়-১৫

ৰজাই সুধিলে- তুমি কোন দেশৰ পৰা আহিছা ? তোমাক আদেশ দিয়াজন মোতকৈও ডাঙৰনে ? মোৰ দেশতকৈও তেওঁৰ দেশ বিশেষ সমৃদ্ধিশালীনে ? তুমি যি দশাননৰ কথা কৈছা, ক'তা তেওঁৰ নাম আজি পৰিমিত মই ক'তো শুনা নাই। আজি তোমাৰ মুখতহে শুনিছো।বিভীষণে ৰজাক নমস্কাৰ জনাই ক'ব ধৰিলে - মোক আদেশ দিয়া জন হ'ল কুন্তীৰ পুত্ৰ। সবিশেষ মই কওঁ শুনক। ৫৫৩ ||

আপোনাৰ প্ৰথমে কোনো সন্তান নাছিল। আপুনি সেইকাৰণে ঋষিৰ ওচৰত সদায় ফলমূল দান কৰি সন্তান কামনা কৰি আছিল। আপোনাৰ দানৰ ফলস্বৰূপে এটি কন্যাৰ জন্ম হ'ল। কন্যাটি গাভৰু হ'ল। বিবাহৰ যোগ্য হোৱাত আপুনি বিবাহ দিয়াৰ মানসেৰে তেওঁৰ কাৰণে উপযুক্ত পাত্ৰ বিচাৰিলে। ৫৫৪ ||

কিন্তু কন্যাটিয়ে আপোনাৰ কথা মানি ন'ল'লে। সেই কাৰণে আপুনি খং ৰাগ কৰি আবেগত তেওঁক পুত্ৰ কামনা কৰিবৰ কাৰণে ঋষিৰ ওচৰলৈ পঠাই দিলে। মা দশাগিৰি পৰ্বতৰ অৰণ্যভূমিৰ আশ্ৰমত থকা পিকছাচালপা ঋষিৰ ওচৰত চাৰিটা আম দান কৰিলে। দানৰ ফলস্বৰূপে তেওঁৰ তিনিটি পুত্ৰ আৰু এটি কন্যা হ'ল। আপোনাক ৰাজ্য পৰিচালনা কৰিবৰ নিমিত্তে উপযুক্ত সন্তান লগা হেতুকে ঋষিয়ে মাক চাৰিটি সন্তান হ'বলৈ বৰ দিলে। ঋষিয়ে সকলো জপমন্ত্ৰ শিকাই দিয়াৰ পিছত তেওঁৰ মন্ত্ৰ জপ কৰি মাই আমাৰ চাৰিজনক জন্ম দিলে। ৫৫৫ ||

আমাৰ তিনিজনৰ ভিতৰত ডাঙৰ জনৰ নাম দশগিৰি(চিপহৌলাক্কা)। মাজু জনৰ নাম কুম্ভকৰ্ণ (কুমকানখান)। তৃতীয়জনৰ নাম বিভীষণ (পিকিশ্বানা)। কন্যাটিৰ নাম হ'ল শূৰ্পণখা (ছুপানাখা)। ডাঙৰজন আৰু মাজুজন তথা কন্যাটিক লৈ মা আছে। ডাঙৰ দাদাই মোক আপোনাৰ ওচৰলৈ পঠালে। এতিয়া আমি অন্য কোনো নহওঁ। আপোনাৰ জীয়েক কুন্তী দেৱীৰহে পুত্ৰ। আমি আপোনাৰ তেজ মঙহৰ সম্বন্ধত নাতি। ৫৫৬ ||

ৰজাই নিজ নাতি বুলি জানিব পাৰি বিভীষণক কোলাত বহুৱাই ল'লে। আৰু গালে মুখে চুমা খালে। মুঠতে ৰজাৰ আনন্দ অন্ত বাগৰি আহিল। ৰজাই সুধিলে- বাৰু তুমি অহাৰ সময়ত মায়েৰা আৰু নাতিহঁতৰ মঙ্গলনে ? তোমালোক বাস কৰা অৰণ্যত প্ৰচুৰ পৰিমাণে ফলমূল পোৱা যায়নে ? আলু কচু আদি ফলমূল বিচৰাত কোনো অসুবিধা হোৱা নাইতো ? বিভীষণে ক্ৰমান্বয়ে সকলো পৰিস্থিতি ক'বলৈ ধৰিলে। ৫৫৭ ||

হে ৰাজন। ৰাজসিংহাসনত থাকি আপুনি বিচাৰ কৰি চাওঁকচোন, যি বিলাক ধনী মানুহ তেওঁ বিলাকৰ ধন সোণ খিনি আদায় হৈ গ'লে সিবিলাকৰ কেনে অৱস্থা হ'ব ? আমি বনত থকা ৰাক্ষস। তাত নিজৰ ইচ্ছামতে সকলো সামগ্ৰী পোৱা নাযায়। কিন্তু আপোনাৰ ওচৰত বঢ়াই কৈ কিবা লাভ হ'ব জানো ? আমি আটাইকেইজন জনা বুজা ডাঙৰ হৈ আহিলোহঁক। মায়ে আমাক জপমন্ত্ৰ শিকাই দিলে। সেইমতে আমি অন্য অৰণ্যত গৈ কঠোৰ সাধনা কৰিবলৈ ল'লো। ৫৫৮॥

বহুত বছৰ কাল আমি কঠোৰ সাধনা কৰিলো। সেই সাধনাৰ বলত স্বয়ং ব্ৰহ্মা স্বৰ্গৰ পৰা নামি আহি আমাৰ প্ৰত্যেককে অভিলাষিত বৰ প্ৰদান কৰিলে। ব্ৰহ্মাৰ পৰা বৰ লাভ কৰি আমি পুনৰ মাৰ ওচৰলৈ গ'লোহঁক। মাক সবিশেষ জনোৱাৰ পিছত স্বৰ্গৰ পৰা আকাশীযানত সুন্দৰ সাজপোচাক আৰু খাদ্য বস্তু লাভ কৰিলো। শেষত মায়ে আপোনাৰ ওচৰত এই খবৰ দিবৰ কাৰণে মোক পঠাই দিলে। ৫৫৯॥

বিভীষণৰ কথাত ৰজা ৰাণীয়ে বৰ আনন্দ পালে। তেতিয়া ৰজাই ক'লে-মোৰ ৰাজ্য ভোগ কৰিবলৈ কোনো পুত্ৰ সন্তান নাছিল। ভাগ্যক্ৰমে তোমালোকক পাই মই বৰ সুখ অনুভৱ কৰিছো। তুমি এতিয়া তোমাৰ মাৰা আৰু বাকীকেইজনক লগত লৈ আহাগৈ। ৰজাই তত্তালিকে মন্ত্ৰী পৰিষদক আদেশ দিলে- তোমালোকে বিভীষণৰ লগত গৈ তেওঁলোকক মোৰ ৰাজ্যলৈ আগবঢ়াই আনাগৈ। ৫৬০॥

মালাৱান ৰজাৰ পাৰিষদবৰ্গ আৰু প্ৰজাবৰ্গই হাতী, ঘোঁৰা, ৰথ আদিলৈ বিভীষণৰ লগত যাত্ৰা কৰিলে। বিভীষণে মনে মনে চিন্তা কৰিলে-ইমান বিলাক সৈন্য সামন্ত লৈ যদি আমি থকা অৰণ্যলৈ যোৱা হয় তেন্তে আমাৰ ফলমূলৰ বাগিচাবিলাক একেবাৰে সৰ্বনাশ হ'ব। ৫৬১॥

অন্যথাতেদি হেন্দোলদোপ কৰি সমদল যাত্ৰা কৰিলে দাদা চিপহৌলাক্ষাই ভাবিব যে কোনো শত্ৰুপক্ষই আক্ৰমণ কৰিবলৈ আহিছে। এতেকে বিভীষণে আগতে গৈ দাদাক দশাননক খবৰ দিলে ভাল হ'ব বুলি ভাবি তেওঁ অকলে গৈ মাকক প্ৰথমে নমস্কাৰ জনালে। ইকালে দশাননে বিভীষণক দেখি মাত লগালে- যি উদ্দেশ্যে তোমাক পঠোৱা হৈছিল, সেই কাম হ'লনে, বিভীষণ ? ৫৬২॥

আপোনালোকৰ আদেশমতে গৈ ৰজা আৰু ৰাণীক সকলো বৃত্তান্ত কৈ শুনালো। ৰজা ৰাণীয়ে তেজ মঙহৰ সম্পৰ্কৰ কথা জানি মনত অপাৰ আনন্দ অনুভৱ কৰিলে। এতিয়া আমাক তালৈ মাতি পঠাইছে। আমাক ইয়াৰ পৰা লৈ যোৱাৰ উদ্দেশ্যে ৰজাই অসংখ্য সেনা বাহিনী আৰু হাতী ঘোঁৰা ৰথ মোৰ লগত পঠাই দিয়ে। ৫৬৩॥

দশাননে বিভীষণক সুধিলে- তেওঁবিলাক আহি ক'ত আছে ? বিভীষণে ক'লে- তেওঁবিলাকক আমি বাসকৰা অৰণ্যৰ সীমাতে এৰি আহিছো। কাৰণ গোটেইবিলাক সৈন্য ইয়াত

প্ৰৱেশ কৰিলে আমাৰ মূল্যবান ফলমূলৰ বাগিচাবিলাক গচকি খাই খাওঁ খাংং কৰিব। এই কথা চিন্তা কৰি তেওঁলোকক তাতে মই বিশ্ৰাম ল'বলৈ কৈ আহিলো। বিভীষণৰ জ্ঞান বিবেক আৰু দূৰদৰ্শিতাত দশাননে বৰ সন্তোষ প্ৰকাশ কৰিলে। ৫৬৪॥

দশাননে তেতিয়া ক'লে- তেন্তে সৈন্য সামন্তৰ লগত মা আৰু ভনীজনীয়েই প্ৰথমে যাওঁক। আমি কিছুদিন এই অৰণ্যৰ মাজত থাকি আমোদ প্ৰমোদ কৰি লাহে লাহে যাত্ৰা কৰিম। ৫৬৫॥

দশাননৰ আজ্ঞামতে মাক কুম্ভী আৰু ভনীয়েক শূৰ্পণখা অৰণ্য আশ্ৰমত থকা শিকল্যচালণা ঋষিৰ ওচৰলৈ গ'ল। ঋষিৰ ওচৰত প্ৰণাম জনাই বিদায় লৈ আহি তেওঁলোকে ৰথত আৰোহণ কৰিলে। সৈন্য সামন্তৰ সৈতে দলে বলে তেওঁলোকে পাতালপুৰী অভিমুখে যাত্ৰা কৰিলে। ৫৬৬॥

যথা সময়ত তেওঁলোকে পাতালপুৰী পালেগৈ। আদৰ অভ্যৰ্থনাৰে তেওঁবিলাকক ৰাজপ্ৰাসাদলৈ লৈ গ'ল। ৰাজমহলত গৈ কুম্ভীয়ে মাক আৰু পিতাকৰ চৰণত প্ৰণিপাত জনালে। জীয়েকক বহুত বছৰৰ মুৰত লগ পাই ৰজা ৰাণীয়ে বিশেষ আনন্দ অনুভৱ কৰিলে। ৰজাই জীয়েকক ক'লে- তোমাক মই বহুত ভাগ্যৰ বলতহে পালো। লগতে মোৰ নাতিহঁতক পাই মই বৰ আনন্দিত হ'লো। মোৰ এতিয়া কোনো ভয় আৰু চিন্তা নাই। কাৰণ আজিৰ পৰা মোৰ সমস্ত ৰাজ্যৰ ধন দৌলত আৰু ৰাজ্যভাৰ মোৰ নাতিহঁতৰ ওপৰত অৰ্পণ কৰিলো। ৫৬৭॥

ৰজাই ক'লে মোৰ নাতিকেইজনক তোমাৰ লগতে কিয় লৈ নানিলা ? কুম্ভীয়ে তেতিয়া ক'লে- তেওঁবিলাকক মই এতিয়া অনা নাই। তেতিয়া ৰজাই দুজনমান ৰাক্ষসক তেওঁবিলাকক আনিবৰ কাৰণে পঠাই দিলে। অৰণ্যত প্ৰৱেশ কৰি ৰাক্ষস কেইজনে দশাননক ক'লে- আপোনালোকক ৰজাই এতিয়াই মাতিছে। ৰাজ্যৰ ধন দৌলত আৰু ৰাজ্যভাৰ জেঠজনৰ ওপৰত অৰ্পণ কৰিছে। আপোনালোক যাবৰ নিমিত্তে হাঁতী, ঘোঁৰা ৰথ পঠাই দিছে। ৫৬৮॥

ৰজাৰ দূতসকলক দশাননে ক'লে- তোমালোক এতিয়া ৰাজ্যলৈ ঘূৰি যোঁৱা। আমাৰ ককাদেউতা মহাৰাজক ক'বাগৈ আমি আমাৰ কাৰণে ভাল সুনিপুণ গৃহিনী বিচাৰিছো। আমাৰ ইচ্ছানুসাৰে যদি উপযুক্ত পাত্ৰী পাওঁহঁক তেন্তে খুব কম সময়ৰ ভিতৰতে গৈ ৰাজ্যভাৰ গ্ৰহণ কৰিম। দূত কেইজনে দশাননৰ পৰা এই সংবাদ লৈ বিদায় মাগিলে। তেওঁলোকে গৈ পাতালপুৰীত গৈ সকলো কথা বিতংভাৱে জনালে। ৫৬৯॥

## ॥ ৰাৱণ, কুম্ভকৰ্ণ আৰু বিভীষণৰ বিবাহ॥

মাক আৰু ভনীয়েকক পাতালপুৰীলৈ পঠোৱাৰ পিছত দশাননে ভায়েক দুজনৰ সৈতে

আলোচনা কৰিলে। স্বৰ্গ আৰু মৰ্ত্যলোকত আমাৰ কাৰণে উপযুক্ত পাত্ৰী নাই। গতিকে আমি অসুৰৰ ৰাজ্যৰ ফালে অভিযান চলাব লাগিব। অসুৰৰ ৰাজ্যলৈ যাবলৈ আমাক এখন আকাশীযান লাগিব। এইদৰে তিনিও ভায়েকে আলোচনা কৰি ৰথত আৰোহণ কৰি অসুৰৰ ৰাজ্যৰ ফালে যাত্ৰা কৰিলে। ৫৭০॥

তিনিও ভাই ককাইয়ে গৈ অসুৰৰ ৰাজ্যত প্ৰৱেশ কৰিলে। তেওঁলোকেঅসুৰৰ ৰাজ্যত তোলপাৰ লগাই দিলেগৈ। সমস্ত অসুৰ ৰাজবিলাকৰ আক্ৰমণত থৰহৰি কম্পমান হ'ল। কাৰণ দশাননে ব্ৰহ্মাৰ পৰা সমস্ত শক্তি আৰু অমৰত্ব লাভ কৰি লৈছে। অসুৰ ৰাজে নিৰুপায়ত পৰি সুধিলে-তোমালোক ক'ৰ পৰা আহিছা ? কি অভিপ্ৰায়েৰে আমাৰ ৰাজ্যত তোমালোকে প্ৰৱেশ কৰিলা ? ৫৭১॥

তেতিয়া দশাননে মাত লগালে- আমি তিনিও পিকছাচালপা ঋষিৰ পুত্ৰ। আমি লঙ্কাৰ বংশধৰ। শুনিবলৈ পাইছো আপোনাৰ এজনী সুন্দৰী কন্যা আছে। আপোনাৰ কন্যাটি পত্নীৰূপে পাবৰ নিমিত্তে আমি আহিলো। আপুনি অনুগ্ৰহ কৰি আপোনাৰ কন্যাটিক পত্নীৰূপে দান দিয়ক। ৫৭২॥

অসুৰ ৰাজে ক'লে- মই পিকছাচালপা ঋষিক ভালদৰে চিনি পাওঁ। তোমালোক যদি সেই ঋষিৰে পুত্ৰ তেন্তে মোৰ কন্যা দান দিয়াত কোনো আপত্তি নাই। কাল বিলম্ব নকৰি অসুৰ ৰাজে জীয়েক মন্দোদৰী (মুক্তাতাম্ভালী)ৰ হতুৱাই আনন্দ উৎসাহ তথা অসুৰ ৰীতি নিয়ম অনুসাৰে দশাননৰ কণ্ঠত মাল্যদান কৰালে। বিধিমতে মন্দোদৰীৰ লগত দশাননৰ বিবাহ কাৰ্য্য সম্পন্ন হৈ গ'ল। ৰজাই জীয়েকৰ লগত অনেক ধন সোণ আৰু লিগিৰা লিগিৰী যৌতুকত দিলে। দশাননৰ দহোটা মূৰ কাৰণে দহোটা ৰাজমুকুট উপহাৰ দিলে। ৫৭৩॥

মন্দোদৰীক দশাননে পত্নীৰূপে গ্ৰহণ কৰাৰ পাছত গন্ধৰ্ব দেৱতা (ফি) ৰ ৰাজ্যত প্ৰৱেশ কৰিলে। গন্ধৰ্ব দেৱতাৰ চালামানী(চুড়ামণি)নামে এটি সুন্দৰ কন্যা আছিল। গন্ধৰ্ব দেৱতায়ো বিনা সংকোচে বিভীষণলৈ (পিৰিক্ষানা) নিজ কন্যা(চালামানীক) চুড়ামণিক বিধি বিধান মতে দান কৰিলে। ৫৭৪॥

ইয়াৰ পিছত তেওঁবিলাকে গন্ধৰ্ব ৰাজ্যৰ পৰা চন্দ্ৰদেৱতা (নুউনকি) ৰওচৰ পালেগৈ। চন্দ্ৰদেৱতাৰ চান্তালা (চন্দ্ৰা) নামৰ জীয়েকক কুম্ভকৰ্ণ (কুম্ভকানখানা) লৈ বিধি মতে দান কৰিলে। ৫৭৫॥

## অধ্যায়-১৬

এইদৰে তিনিও ভাই ককাইয়ে তিনি ঠাইৰ পৰা তিনিটি ৰূপে-গুণে অতুলনীয়া কন্যাক

পত্নীৰূপে গ্ৰহণ কৰিলে। আকাশীযানেৰে তিনিও আনন্দমনেৰে পাতালপুৰীৰ ককাকৰ ৰাজ্যলৈ যাত্ৰা কৰিলে। পাতালপুৰীত গৈ ককাদেউতাক মহাৰাজক প্ৰণাম জনালে। আৰু সকলো কথা ভাঙি পাতি ক'লে। পাতালৰ ৰজা ৰাণীয়েও তেওঁবিলাকৰ সাহস আৰু বীৰত্ব প্ৰশংসা কৰিলে। সকলোটি আনন্দত অধীৰ হ'ল। ৫৭৬॥

## ॥ ৰাৱণৰ দ্বাৰা লঙ্কা অধিকাৰ॥

পাতালপুৰীৰ ৰজাই তিনিওজন নাতিনীয়েকক বহুৱাই লৈ ক'লে- তোমালোকৰ মাতৃয়ে যিখিনি কথা কৈছে সেয়া সত্য। তোমালোকৰ মাৰাক মই পুত্ৰ লাভৰ অৰ্থে পিকছাচালপা ঋষিৰ আশ্ৰমলৈ পঠাইছিলো। আজি মই বৰ সুখী যে মোৰ জীয়াৰী আৰু নাতিহঁতক ঘুৰাই পাইছো। মোৰ হেৰোৱা ৰাজ্য এতিয়া উদ্ধাৰ কৰিব পাৰিম আৰু সেই ৰাজ্যৰ অধীশ্বৰ তোমালোকক পাতিম। মোৰ মনোবাঞ্ছা এতিয়া সিদ্ধি হৈছে। তুমি এতিয়া লঙ্কালৈ দূত প্ৰেৰণ কৰা। চাতুমাহাই এতিয়া লঙ্কা ত্যাগ কৰি বেলেগ ঠাইলৈ যাওঁক। ৫৭৭॥

দশাননে তেতিয়া ক'লে- আপুনি এই বিষয়ে তিলমাত্ৰও চিন্তা নকৰিব। কাৰণ চাতুমাহা সমন্ধত মোৰ দাদা হয়। তেওঁক কোনো শক্তিয়ে স্পৰ্শ কৰিব নোৱাৰে। তেতিয়া মন্ত্ৰী পোলোহন্তই ক'লে-চাতুমাহাক যদি লঙ্কাৰ পৰা খেদি পঠাব পৰা নাযায় তেন্তে আমাৰ ৰাক্ষসবিলাকৰ শান্তি নহ্বব। ৫৭৮॥

গন্ধৰ্ব দেৱতাবিলাকেও ককায়েকক খেদি পঠাইছে। ইন্দ্ৰদেৱতাইও ককায়েকক খেদি ৰাজ্যভোগ কৰিছে ,গৰুড় পক্ষী আৰু নাগ ৰজা এসময়ত ককাই ভাই আছিল। কিন্তু ৰাজ্যৰ পৰিস্থিতি লৈ তেওঁলোকৰ মাজতো যুদ্ধ বিগ্ৰহৰ সৃষ্টি হৈছে। গতিকে যি কোনো উপায়েৰে হ'লেও চাতুমাহাক লঙ্কা ৰাজ্যৰ পৰা খেদি পঠাব লাগে। তেহে আমাৰ শান্তি হ'ব। ৫৭৯॥

লঙ্কা ৰাজ্যক লৈ ৰাক্ষসবিলাকৰ মাজত নানা ধৰণৰ আলোচনা চলিবলৈ ধৰিলে। তেওঁলোকে দশাননক উদ্দেশ্য কৰি কথা ক'বলৈ ধৰিলে। দশাননে এনে বিলাক কথা শুনি নীৰৱ হৈ বহি নাথাকি লঙ্কালৈ দূত পঠাই দিলে। দূতে গৈ লঙ্কাত প্ৰৱেশ কৰি চাতুমাহাক সবিশেষ জনালে। দূতে জনালে - আপোনাৰ ভাই দশগিৰি (আচাৰিক্ষিল) যে মোক কৈ পঠাইছে যে আপুনি এই ৰাজ্য অনতি পলমে ত্যাগ কৰি অন্য ৰাজ্যলৈ যাব লাগে। ৫৮০॥

এনে পৰিস্থিতিত চাতুমাহা বিমোৰত পৰিল। কোনো উপায় নেদেখি কাষতে ৰক্ষা কৰিব ওচৰত এই বিষয়ে পৰামৰ্শ বিচাৰিলে। ঋষিয়েও পুত্ৰৰ কথা শুনি আৰু দুখকষ্ট দেখি ক'লে- তুমি ৰাক্ষসৰ লগত কোনো প্ৰতিবাদ কৰিব নালাগে। তেওঁবিলাকৰ লগত সংঘৰ্ষ কৰি কোনো লাভ নাই। কাৰণ ৰাক্ষস কুলক যুদ্ধত হৰুওৱা অসম্ভৱ। গতিকে তুমি সিহঁতৰ লগত শত্ৰুতা আচৰণ কৰি

কোনো লাভ নাই। তুমি এতিয়া লঙ্কা ৰাজ্য বিনা প্ৰতিবাদে এৰি দিয়া। তুমি গৈ বিকাণ্ঠো (সুমেৰু) পৰ্বতত উপনিবেশ স্থাপন কৰা। তাতেই শান্তিৰে বাস কৰি থাকা। ৫৮১ ||

*ঋষিৰ আদেশ আৰু পৰামৰ্শমতে চাতুমাহাই লঙ্কা ৰাজ্য ত্যাগ কৰি বিকাণ্ঠো পৰ্বতত নিবাস কৰিলেগৈ। ৫৮২ ||*

চাতুমাহাই বিশাল লঙ্কা ৰাজ্য ত্যাগ কৰিলে। এই কথা চাৰিওফালে বিয়পি পৰিল। ৰাক্ষসবিলাকে দলে বলে আহি লঙ্কা অধিকাৰ কৰি ল'লে। দশাননক লঙ্কাৰ ৰজা পাতিলে। লঙ্কা ৰাজ্যই চাৰিওফালে সৰ্বাঙ্গীন উন্নতি কৰি আহিবলৈ ধৰিলে। ৰাৱণ (চিপহৌলাঙ্কা) ৰজা হোৱাৰ লগে লগে সকলোৱে সসম্মানে বিভিন্ন বহুমূল্য উপঢৌকন দি তেওঁক আপ্যায়িত কৰিবলৈ ধৰিলে। প্ৰায় বিলাক ৰজাই ৰাৱণৰ বশ্যতা স্বীকাৰ কৰিলে। ৰাৱণৰ পত্নী মন্দোদৰী (মুক্তাতাম্ভালী) ক প্ৰজাবৰ্গই মঙ্গল উৰুলিৰে ৰাণীৰ আসনত অধিষ্ঠাতা কৰিলে। ৫৮৩ ||

গন্ধৰ্ব, কিন্নৰ, কুবেৰ, বৰুণ, নাগ আদি ৰজা ৰাণী বিলাকে বিভিন্ন উপহাৰেৰে ৰজা ৰাণীক বিভুষিত কৰিবলৈ ধৰিলে। আৰু ৰাৱণক একচ্ছত্ৰী ৰজা ৰূপে স্বীকাৰ কৰি ল'লে। এইদৰে ৰজা ৰাণীয়ে প্ৰজাৰ পৰা সৰ্বতো প্ৰকাৰৰ অনুমোদন আৰু সম্মান লাভ কৰি মহাসুখেৰে জীৱন কটালে। ৫৮৪ ||

ৰজা ৰাণীয়ে মনৰ উদ্যম আৰু উৎসাহেৰে ভোগ বিলাসত জীৱন কটাবলৈ ধৰিলে। বহুত দিন অতিক্ৰম হোৱাৰ পিছত ৰাণীয়ে এটি পুত্ৰ জন্ম দিলে। পুত্ৰটিৰ জন্মৰ লগে লগে আকাশত মেঘৰ ভীষণ গৰ্জন আৰু বিজুলি ঢেৰেকনিৰে আকাশ মণ্ডল মুখৰিত কৰি তোলাৰ কাৰণে ৰজাই পুতেকৰ নাম ৰাখিলে (মেখনাত) মেঘনাদ। ৰজাৰ পুত্ৰ জন্ম হোৱাত প্ৰজাবৰ্গই আনন্দ উৎসৱ কৰিলে আৰু মূল্যৱান ৰত্ন সম্ভাৰ উপহাৰ দি আপ্যায়িত কৰিলে। লঙ্কাৰ গৌৰৱ গাথা আৰু সৌন্দৰ্য্যৰ কথা ত্ৰিভুৱনত প্ৰচাৰ হ'ল। ৫৮৫ ||

লঙ্কাৰ মহিমামণ্ডিত সৌন্দৰ্য্য ৰাশি, গৌৰৱ গাথা দেৱ মনুষ্য সমাজতো বিয়পি পৰিল। ৰাজমহলৰ ৰাজকাজৰ প্ৰতি সকলোৱেই আদৰ সাদৰ কৰিব ধৰিলে। লঙ্কা নগৰী সপ্ত প্ৰাচীৰে পৰিবেষ্টিত। নগৰৰ চতুৰ্দিশে সপ্ত সৰোবৰে শোভা পাই আছে। সেই সৰোবৰ বিলাকত পদ্ম ফুল উৎপন্ন হৈ সেই সৰোবৰৰ জেউতি মনোৰম কৰি তুলিছিল। ৫৮৬ ||

ৰাজহংস আদি বিভিন্ন প্ৰকাৰৰ চৰাই চিৰিকতিয়ে নৃত্য কৰি সৰোবৰৰ সৌন্দৰ্য্য মনোমোহা কৰি তুলিছিল। নগৰৰ দক্ষিণ দিশত নানা ৰঙৰ ফুলৰ বাগিচাই সুশোভিত কৰি তুলিছিল। ফুলৰ সুবাসে লঙ্কাবাসীৰ মন আমোলমোলাই তুলিছিল। ফুলৰ বাগিচাবিলাক ইটাৰে বেৰা আছিল। সেই জেউতি এইদৰে সুশোভিত হৈছিল যেন মাণিকহে জকমকাই আছে। লঙ্কাত ৰোপন কৰা পদ্মফুল

বিলাকৰ বীজ ইন্দ্ৰপুৰীৰ পৰা অনা হৈছিল। ৫৮৭ ॥

ঔ'চা নামে সুস্বাদু ফল এবিধো ইন্দ্ৰ পুৰীৰ পৰাই আনি ৰোপন কৰিছিল। লঙ্কা নগৰ খন সোণেৰে নিৰ্মিত আছিল। লঙ্কা নগৰখন এনেদৰে সজাইছিল যে তাৰ বৰ্ণনা কৰা কঠিন। ৫৮৮॥

লঙ্কা নগৰৰ সৌন্দৰ্য্য আৰু সাজসজ্জা ইমান বিতোপন কৰি সজোৱা হৈছিল যে স্বৰ্গৰাজ্য ইন্দ্ৰপুৰীয়েও লঙ্কাৰ লগত ফেৰ মাৰিব নোৱাৰিছিল। ৰাৱণে স্বয়ং ব্ৰহ্মাৰ পৰা সকলো প্ৰকাৰৰ অমোঘ বৰ লাভ কৰাৰ নিমিত্তেই লঙ্কাক স্বৰ্ণ লঙ্কাত পৰিণত কৰিব পাৰিছিল। দক্ষিণ সাগৰৰ উপকূল অঞ্চলত দেৱকন্যা বিলাকে বহুমূলীয়া ৰত্ন সম্ভাৰ সুৰক্ষিত কৰি ৰাখিছিল। দেৱৰাজ ইন্দ্ৰইও শ্বেত ছত্ৰ সিংহাসনৰ ওপৰত তৰি দিছিল। মহাৰজাসকলে ছত্ৰ ধাৰণ কৰি সিংহাসনৰ সৌন্দৰ্য্য আৰু জেউতি বঢ়াইছিল। ৫৮৯॥

বহুত দেৱ দেৱতাই ৰাজ্য ৰক্ষক ৰূপে লঙ্কা নগৰক সুৰক্ষিত কৰি ৰাখিছিল। গন্ধৰ্ব দেৱতাবিলাকে বীণ বাদ্য বজাইছিল। কিন্নৰ আৰু আটকধুনীয়া পক্ষী বিলাকে লয়লাসত গান গাই নৃত্য কৰি আছিল। অৰণ্যৰ হাতী, সিংহ, গড়বিলাকেও আহি লঙ্কাত বাস কৰিছিল। ৫৯০॥

ৰজাৰ বাগিচাত মাদক দ্ৰব্যৰ বৃক্ষ ৰোপন কৰিছিল। সেই বৃক্ষৰ গুটি আৰু ফল খাই ৰজাই উত্তেজনা শক্তি বঢ়াই তুলিছিল। সেই বৃক্ষৰ ফল কাণত লগালে আৰু তাৰ ঘ্ৰাণ নাকত লগালে ৰজাৰ মন একেবাৰে উন্মুক্ত হৈ উঠে। যাৰ উত্তেজনাত ৰজাই ধৰ্ম্ম কৰ্ম্ম আৰু শক্তশীলৰ নীতিও পাহৰি যায়। ৫৯১॥

ৰজাই উত্তেজনাৰ বশবৰ্তী হৈ ঋষি মুনি সকলৰ আশ্ৰমত সোমাই গছ-গছনি, ফলমূল তথা তপস্যাৰ সামগ্ৰী বিলাক লণ্ড ভণ্ড কৰি পেলাইছিল। ৰাৱণৰ এনে অন্যায় দুষ্কাৰ্য্য বিলাকত ঋষি মুনি বিলাকৰ হৃদয়ত শান্তি নোহোৱা হ'ল। এইদৰে স্বৰ্ণ লঙ্কাৰ ধৰ্ম্ম কৰ্ম্ম গৌৰৱ গাথা ৰাৱণে অন্যায় অধৰ্ম্ম কৰি বিনাশ কৰিব ধৰিলে। অৱশেষত ঋষি মুনি বিলাকৰ আপত্তি হ'বলৈ ধৰিলে। তেওঁ বিলাকে সিদ্ধান্ত কৰিলে যে এই দেশৰ ৰজাৰ দম্ভ অত্যাচাৰত ইয়াত সৎ চিন্তা কৰিব নোৱাৰি। গতিকে এই দেশ ত্যাগ কৰি জম্বুদ্বীপলৈ যোৱাই শ্ৰেয় হ'ব। ৫৯২॥

এইদৰে গৌতম (কোতামা) ঋষি আহি মিথিলাৰ সাগৰ তীৰৰ অৰণ্য অঞ্চলত বাস কৰিবলৈ ল'লে। সেই অঞ্চলত ফলমূল আৰু ফলে ফুলে সুশোভিত আছিল। ৫৯৩॥

ৰাৱণৰ অত্যাচাৰ পাপাচাৰ দিনক দিনে বাঢ়ি যাবলৈ ধৰিলে। ৰাৱণে তিলমাত্ৰও ভয় নকৰিছিল। পাপ পুণ্যৰ কথা তেওঁ নাভাবিছিল। দেৱতাবিলাকক অতিষ্ঠ কৰি তুলিছিল। ইচ্ছানুসাৰি পত্নী হৰণ কৰিছিল। তেওঁ হৰণ কৰা পত্নীৰ সংখ্যা আছিল দহ হেজাৰ। তেওঁৰ সমতুল্য কোনো সমকক্ষ বীৰ তেওঁ পোৱা নাছিল। মনলৈ যি আহে সেই মতে ৰাৱণে কাম কৰি যায়। কাৰণ ৰাৱণ

ত্ৰিভুৱনৰ ৰজা। সেই কাৰণে অন্য বীৰে তেওঁৰ ওচৰ চাপিবলৈ হয়তো ভয় কৰিছিল। ৫৯৪॥

## ॥ শূৰ্পণখা বৃত্তান্ত॥

ৰাৱণে অযোধ্যা নগৰৰ সীমাত, সাগৰীয় তীৰস্থ অৰণ্য অঞ্চলত ৰাক্ষসবিলাকৰ হতুৱাই এক ৰম্য নগৰ নিৰ্ম্মাণ কৰালে। তাত এক হেজাৰ ঘৰ নিৰ্ম্মাণ কৰালে। সেই নগৰত ভনীয়েক শূপৰ্ণখা (ছুপানাখা) ৰাক্ষসীক থাকিবলৈ দিলে। শূপৰ্ণখাৰ লগত এহেজাৰ ৰাক্ষস আছিল। শূপৰ্ণখাই এক হাজাৰ ৰাক্ষস লৈ সেই উপনিবেশত আনন্দৰে জীৱন যাপন কৰিবলৈ ধৰিলে । ৫৯৫॥

বোধিসত্ত্ব ৰাম, লক্ষ্মণ (লাখানা) আৰু সীতা (নাংসীতাই) পূৰ্বৰ স্থান ত্যাগ কৰি দক্ষিণৰ সাগৰৰ পাৰত থকা এক ৰম্য অৰণ্য ভূমিত বাস কৰিবলৈ ল'লে। ৫৯৬॥

সেই অৰণ্য ভূমি খণ্ড শূপৰ্ণখাৰ অধীনত আছিল। তেওঁ বিলাক সেই অঞ্চলত সোমোৱা সময়ত ৰামৰ বনবাসৰ কাল ১২ (বাৰ)বছৰত সোমাইছিল। ৫৯৭॥

এদিন লক্ষ্মণে ফলমূল বিচাৰি অৰণ্য অঞ্চললৈ গ'ল। লক্ষ্মণক ঘূৰি ফুৰা শূপৰ্ণখাই দেখা পালে। শূপৰ্ণখা লাহে লাহে লক্ষ্মণৰ কাষ চাপিল। লক্ষ্মণক সুধিলে- তুমি কাৰ আদেশত এই অৰণ্যত ফলমূল চিঙি ফুৰিছা ? ৰাৱণে মোক এই অৰণ্যৰ অধিকাৰিণী পাতি দিছে। ৫৯৮॥

ৰাৱণৰ প্ৰতাপ আৰু বীৰত্ব অসীম। তেওঁৰ অতুল শক্তি আৰু মহিমামণ্ডিত প্ৰতিভাৰ নিমিত্তে অসুৰ ৰাজে ভয়তে নিজ কন্যা ৰাৱণলৈ দান দি বশ্যতা স্বীকাৰ কৰিছে। ৰাৱণলৈ ত্ৰিভুৱন বাসীয়ে ভয় কৰে। কিন্তু তুমি ইয়াত কিয় প্ৰৱেশ কৰিলা ? এইদৰে সাৱধান বাণী শুনাই শূপৰ্ণখা সাউংকৰে তাৰ পৰা অন্তৰ্ধ্যান হ'ল। ৫৯৯॥

শূপৰ্ণখাই এক সুন্দৰী কন্যাৰ ৰূপ ল'লে আৰু লক্ষ্মণৰ পিছে পিছে দৌৰিবলৈ ধৰিলে। লক্ষ্মণ আশ্ৰমলৈ ঘূৰি গ'ল। শূপৰ্ণখাও লক্ষ্মণৰ পিছে পিছে গৈ আশ্ৰম পালেগৈ। লক্ষ্মণৰ পত্নী হ'বলৈ তাইৰ একান্ত ইচ্ছা হ'ল। আশ্ৰমত গৈ শূপৰ্ণখাই সুধিলে। ৬০০॥

তোমালোক কোন দেশৰ পৰা আহি ইয়াত আছাহি ? ৰামে তেতিয়া মাত লগালে আমি অযোধ্যাৰ ৰাজপুত্ৰ। পিতৃ সত্য আৰু বাক্য পালনৰ কাৰণে আহি বনবাস খাটি আছোঁহক। ৰামৰ কথাত শূপৰ্ণখাই ক'লে- । ৬০১॥

## অধ্যায়-১৭

আপোনাৰ পত্নী হ'বলৈ মোৰ প্ৰবল ইচ্ছা হৈছে। মোৰ নাম শূপৰ্ণখা। মোৰ জেষ্ঠ ভাতৃৰ নাম ৰাৱণ। তেওঁ লঙ্কাৰ অধিপতি। দ্বিতীয় ভাতৃ হ'ল কুম্ভকৰ্ণ। তেওঁৰ সমকক্ষ বীৰ এই পৃথিৱীত

বীৰল। তৃতীয়জনৰ নাম বিভীষণ। তেওঁৰ সমান সহজ সৰল ধাৰ্মিক পুৰুষ সংসাৰত বিৰল। ৬০২॥

মই তেওঁলোকৰ অতি আদৰৰ ভনী। আপোনাৰ সহধৰ্মিণী হ'বৰ নিমিত্তে মই ইয়ালৈ আহিছো। ভাগ্যক্রমে যদি আমাৰ মিলন হয় তেন্তে আমাৰ যোৰা (এলা পৰ্বত) অতি অতুলনীয় পৰ্বতৰ দৰে হ'ব। আমাৰ মান সন্মান গৌৰৱ পৃথিৱীত চিৰ বিৰাজমান হৈ থাকিব। তাইৰ কথাত ৰামে ক'লে- তুমি ভাই লক্ষ্মণৰ ওচৰলৈ যোৱা। মোৰ পত্নী বৰ্ত্তমান মোৰ লগতে আছে। ৬০৩॥

তুমি লক্ষ্মণক সুধি চাব পাৰা। ৰামৰ কথা শুনি ৰাক্ষসী শূৰ্পণখাৰ ভীষণ খং উঠিল। শূৰ্পণখাই যিকোনো উপায়েৰে সীতাক খাই পেলাই ৰামক স্বামীৰূপে লাভ কৰিবলৈ মনে মনে কূট বুদ্ধি কৰিলে। শূৰ্পণখাই ৰাক্ষসীৰূপ ধাৰণ কৰি সীতাক খাবলৈ হাও হোৱনি মাৰি খেদি গ'ল। সীতাৰ প্ৰতি ৰাক্ষসীৰ এনে পাশৱিক আক্রমণত লক্ষ্মণে ৰাক্ষসীক সাৱধান কৰি দিলে- মই নৰ ৰূপ ধাৰণ কৰি ঘূৰি ফুৰিছো দুষ্টক দমন আৰু শান্তক পালন কৰিবৰ নিমিত্তে। ৬০৪॥

আজি দুষ্ট স্বভাৱৰ লোক হাতে হাতে পাইছো যেতিয়া নিধন কৰিছে এৰিম। এই বুলি কৈয়েই লক্ষ্মণে ধনুত বিহ কাঁড় আৰোপ কৰিলে। সেই কাঁড় গৈ শূৰ্পণখাৰ নাক কাণ কাটি তেজেৰে ৰাঙলি কৰি পেলালে। এনে পৰিস্থিতিত শূৰ্পণখাই চিঞৰ বাখৰ কৰি প্ৰাণ টানি নিজৰ ঘৰলৈ ভিৰাই দৌৰ দিলে। ঘৰতগৈ পিতৃয়েকক সকলো বৃত্তান্ত কৈ শুনালে। শূৰ্পণখাৰ এনে অৱস্থা দেখি সকলো ৰাক্ষসে শূৰ্পণখাক চিকিৎসা কৰিবলৈ ধৰিলে। ইফালে ৰাক্ষস বিলাকে শত্ৰুপক্ষৰ লগত যুদ্ধ কৰিবৰ কাৰণে সিদ্ধান্ত কৰিলে। ৬০৫॥

শূৰ্পণখাৰ স্বামীয়ে সৈন্য সামন্ত লৈ ৰাম লক্ষ্মণৰ লগত তুমুল যুদ্ধ কৰিলে। ৰাক্ষসৰ মই মতালি দেখি ৰাম লক্ষ্মণেও নীৰৱে নাথাকি সমস্ত ৰাক্ষস সেনাক চকুৰ প্ৰচাৰতে নিঃশেষ কৰি পেলালে। মুঠতে সিহঁতৰ ভিতৰত খবৰ দিবলৈও কোনো বাকী নাথাকিল। বাকী থাকিল কেৱল শূৰ্পণখা। শূৰ্পণখা উপায়হীন হৈ আকাশীমাৰ্গে গৈ লঙ্কাধিপতি ৰাৱণৰ ওচৰ পালেগৈ। ৬০৬॥

শূৰ্পণখাই চিপহৌলাঙ্কাৰ ওচৰত গৈ ইনাই বিনাই সকলো ঘটনা বৰ্ণনা কৰিলেগৈ। শূৰ্পণখাই ইয়াকো ক'লে যে তাই যিখন অৰণ্যত থাকে, সেই অৰণ্যত এজনী দিপলিপ সুন্দৰীক লৈ দুজন মনুষ্য কুমাৰে বাস কৰিছে। সিহঁতে মোৰ নাক কাণ কাটি বিকৃত কৰি খেদি পঠাইছে। সিহঁতে মোৰ যি বিলাক ৰাক্ষস সেনা আছিল সেই বিলাককো মাৰি ধ্বংস কৰিলে। ৬০৭॥

আমাৰ সকলোকে শেষ কৰিলে। কেৱল মইহে প্ৰাণটো লৈ কোনোমতে বাচি আহিছো। সিহঁতৰ লগত থকা নাৰী জনী ইমান ধুনীয়া যে স্বৰ্গ, মৰ্ত্য, পাতালৰ কাৰো লগত তুলনা নহয়। আন নালাগে আপোনাৰ অসুৰ কন্যাও তেওঁৰ ওচৰত হাৰ মানিব। সেইজনী নাৰীকহে আপুনি আপোনাৰ ৰাজকাৰেঙত তৰনি কৰিবলৈ আনি ৰাখিলে ভাল হ'ব। আপুনি এতিয়াই তাইক লৈ আনি

ৰাজৰাণী কৰি লওঁক। ৬০৮॥

ভনীয়েকৰ করুণ অৱস্থা দেখি আৰু সুন্দৰী নাৰীজনীৰ অপূৰ্ব বৰ্ণনাত ৰাৱণৰ মন লালায়িত হ'ল। অন্য হাতেদি চিপহৌলাৰাই গম্ভীৰভাৱে চিন্তা কৰিবলৈ ধৰিলে। সেই বনবাসীজন সাধাৰণ পুৰুষ নহয়। মোৰ ধাৰণা সেইজন মহাপুৰুষ নিশ্চয় হৰধনুভঙাজনেই হ'ব। উপস্থিত কোনো বীৰে হৰধনু ভঙাতো দূৰৰ কথা, লৰাবকে নোৱাৰিলে। কিন্তু তেওঁ হৰধনুখন হাতত লৈ হৰ হৰ কৰি ভাঙি পেলালে। গোটেই পৃথিৱীকে চমৎকাৰ দেখুৱাই দিলে। প্ৰাৰ্থীবিলাকে কেৱল সীতাৰ আশাতে থাকিল, তেওঁ অপ্ৰয়াসে সীতাক লাভ কৰিলে। গতিকে শূৰ্পণখা তুমি মোক এতিয়া সেইবিলাক প্ৰলোভন দেখুৱাই কোনো লাভ নহব। অসাধাৰণ পুৰুষ নহলে এনেদৰে বনে বনে অনাই বনাই নিৰ্ভীকভাৱে কোনেনো বাৰু ঘূৰি ফুৰিব ? ৬০৯॥

## ॥ স্বৰ্ণ মৃগৰ বৃত্তান্ত॥

ৰাৱণৰ মনত সন্দেহ ভাৱ জাগ্ৰত হ'ল। কিন্তু শূৰ্পণখাই তত্তালিকে ইনাই বিনাই কান্দি কাটি ৰাৱণৰ যুক্তি খণ্ডন কৰি ক'বলৈ ধৰিলে- আপুনি এই নিমিত্তে অকনো চিন্তা নকৰিব। কাৰণ আপোনাক এই কামত সহায় কৰিবৰ কাৰণে (মালেচ) মাৰীচে স্বৰ্ণমৃগৰ ৰূপলৈ সুন্দৰী স্ত্ৰী সীতাৰ পৰ্ণকুটীৰৰ আশে পাশে চৰি ফুৰিব। আপুনি ওচৰৰ বনাঞ্চলত ঋষিৰূপ ধৰি লুকাই থাকিব। স্বৰ্ণ মৃগ দেখি সীতাৰ মন লোভত ব্যাকুল হৈ পৰিব আৰু সেই স্বৰ্ণ মৃগক ধৰি দিবৰ কাৰণে তেওঁৰ স্বামীক অনুৰোধ কৰিব। ৬১০॥

শূৰ্পণখাৰ বুদ্ধি বৃত্তিত ৰাৱণৰ মন লোভত ক'ব নোৱাৰা হ'ল। শূৰ্পণখাৰ বুদ্ধিমতেই ৰাৱণে সীতাহৰণৰ সিদ্ধান্ত লৈ পেলালে। ৰাৱণে মোমায়েক মাৰীচক মতাই অনালে আৰু ক'লে- ব'লা মন্ত্ৰী, আমি দুয়ো ফুৰিবলৈ যাওঁ। মাৰীচেও তুৰন্তে ৰাৱণৰ সৈতে বিমানত উঠি ৰাওনা হ'ল। ৬১১॥

ৰথ তীব্ৰ গতিত চলিবলৈ ধৰিলে। পথৰ দূৰত্ব আছিল এশ যোজন। দুয়ো গৈ সেই বনত উপস্থিত হ'ল। ৰাৱণে মাৰীচক ক'লে- তুমি এজনী সুন্দৰী মৃগ হৈ সেই কুটীৰটোৰ আশে পাশে বিচৰণ কৰি থাকিবা মই ওচৰৰ বনত লুকাই থাকিম। মাৰীচে ৰাৱণৰ কথামতে সোণৰ হৰিণী হৈ পৰ্ণকুটীৰৰ চৌহদ্দত ঘূৰিবলৈ ধৰিলে। নাংসীতাৰ দৃষ্টিত স্বৰ্ণমৃগ পৰাৰ লগে লগে তেওঁৰ স্বামীক বাৰে বাৰে পহুটো ধৰি দিবলৈ মিনতি কৰিবলৈ ধৰিলে। তেওঁ ক'লে- ইমান ধুনীয়া স্বৰ্ণমৃগটো মই পুহিম আৰু তাৰ লগত খেলিম। ৬১২॥

নাংসীতাৰ অনুৰোধত লামাঙে ক'লে- হে প্ৰিয়া এই বনাঞ্চল ৰাক্ষসৰ অধীনত। ইয়াত ৰাক্ষসবিলাকে বিভিন্ন মায়া কৰি ঘূৰি ফুৰে। এয়া হয়তো ৰাক্ষসে আমাক ছলনা তথা প্ৰতাৰণা কৰিবৰ কাৰণেই বিভিন্ন ৰূপ ধাৰণ কৰিছে। আমাক লোভাম্বিত কৰিবৰ কাৰণে হয়তো পদে পদে

পৰীক্ষা কৰিব লাগিছে। লামাঙৰ কথা শুনি নাংসীতাই ক'লে- প্ৰভু ! যদিও এইবিলাক মায়া দেখুৱাইছে তথাপি আপোনাৰ অমোঘ শক্তিৰ আগত একো কৰিব নোৱাৰে। এই বুলি নাংসীতাই বাৰম্বাৰ অনুৰোধ কৰিলে। ৬১৩॥

বোধিসত্ত্ব লামাঙে বাৰম্বাৰ নাংসীতাক বুজোৱা সত্ত্বেও সীতা বিৰত নহ'ল। পূৰ্বৰ বিধিৰ বিধান কোনে খণ্ডাব পাৰে ? এই বুলি বোধিসত্ত্ব স্বৰ্ণমৃগ ধৰিবৰ কাৰণে প্ৰস্তুত হ'ল। ৰামে লক্ষ্মণক ক'লে- ৰাৱণে নাংসীতাক দ্বিতীয়বাৰ হৰণ কৰিব লগাত পৰিল। কাৰণ পূৰ্বে দেৱকন্যা নাংসীতাই চিপহৌলঙ্কাক অভিশাপ দিয়া আছিল যে- যদি তুমি পুনৰ পৰস্ত্ৰী হৰণ কৰা তেন্তে তোমাৰ মাথা চিগি মাটিত পৰিব। বোধকৰো সেই কৰ্ম্মৰ বিপাকেই এতিয়া লগ দিব ধৰিছে। চিপহৌলাঙ্কাৰ মৃত্যুৰ সময় হয়তো ওচৰ চাপি আহিছে। সেই হেতুকে আমি দুয়ো ভাই আজি এই কৰ্ম্মৰ বিপাকত পৰি কষ্ট ভোগ কৰিব লাগিব। ইফালে নাংসীতাই বাৰম্বাৰ স্বৰ্ণমৃগ ধৰি দিয়াৰ প্ৰাৰ্থনাকে স্বামীৰ ওচৰত কৰি থাকিবলৈ ধৰিলে। ৬১৪॥

স্বৰ্ণমৃগটো পৰ্ণকুটীৰৰ কাষে আগবাঢ়িবলৈ ধৰিলে। লামাঙে লাখানক ক'লে- মই স্বৰ্ণ মৃগটো ধৰিবৰ কাৰণে যাওঁ। তুমি তোমাৰ নবৌয়েৰাক এৰি কলৈকো নাযাবা। এই বুলি লামাঙ স্বৰ্ণমৃগৰ পিছ ল'লে। স্বৰ্ণ মৃগ পলকে পলকে অন্তৰ্ধান হয়। অনেক কষ্ট কৰিও লামাঙে স্বৰ্ণ মৃগটো ধৰিব নোৱাৰিলে। ৬১৫॥

এটা দুটা কৰি বহুত কেইটা পৰ্বত লামাঙে অতিক্ৰম কৰিলে, তথাপি স্বৰ্ণমৃগ ধৰিব পৰা নাই। ইফালে সূৰ্য্যদেৱতা অস্ত যাওঁ যাওঁ। বোধিসত্ত্বই তেতিয়া অনুমান কৰিলে যে ই কেতিয়াও হৰিণ নহয়। ই কেৱল ৰাক্ষসৰ মায়াহে মাত্ৰ। বাণেৰে প্ৰহাৰ কৰাৰ বাহিৰে অন্য উপায় নাই। এই বুলি বোধিসত্ত্বই বাণ নিক্ষেপ কৰিলে। সেইবাণে গৈ হৰিণীৰ বুকু ভেদ কৰিলে। তৎক্ষণাত হৰিণী মাটিত বাগৰি পৰিল। ৬১৬॥

স্বৰ্ণমৃগৰ মায়াবী ৰূপ ধাৰণ কৰা মাৰীচে এনেদৰে চিঞৰিব ধৰিলে- হে লাখানা ! মই মৰিলো। তুৰন্তে আহি মোক ৰক্ষা কৰাহি। এই শব্দ শুনাৰ লগে লগে নাংসীতাই দেওৰেক লাখানক ক'লে- তোমাৰ দাদাৰা লামাঙ বিপদৰ সন্মুখীন হৈছে। ততালিকে তুমি গৈ তেওঁক ৰক্ষা কৰা। হে লাখানা! মোৰ হৃদয় কঁপিবলৈ ধৰিছে। নবৌয়েকৰ কথা শুনি লাখানাই ক'লে- আপুনি ভয় নকৰিব। কাৰণ দাদা যিকোনো পৰিস্থিতিৰ সন্মুখীন হ'লেও এনেদৰে নিচিঞৰে। দাদাই হয়তো কোনোবা ৰাক্ষসক বধ কৰিছে। ৬১৭॥

ৰাক্ষসে প্ৰাণ বচাবৰ নিমিত্তে এনে মাতৰ অনুসৰণ কৰিছে। দাদা যোৱাৰ আগতে মোক বাহিৰলৈ ওলাই যাবলৈ মানা কৰি গৈছে। দাদাৰ আদেশ মই কেনেকৈ লঙ্ঘন কৰো ? লাখানাৰ

কথাত নাংসীতাই কোনো গুৰুত্ব নিদি কেৱল লামাঙক বচাবৰ নিমিত্তে বাৰে বাৰে একেটা কথাকে পুনৰাবৃত্তি কৰি থাকিবলৈ ধৰিলে। ৬১৮॥

নাংসীতাক লাখানাই কোনোমতেই পতিয়ন নিয়াব নোৱাৰিলে। নাংসীতাই খং আৰু আবেগত চিঞৰি উঠিল। (জাউফাৰাতা) ভৰতে ৰাজ্যভাৰ কাঢ়ি লোৱাৰ অভিপ্ৰায়েৰে মাকৰ লগত চল চক্ৰান্ত কৰি গৈছিল। এতিয়া তুমি মোক পত্নীৰূপে পাবলৈ বুদ্ধি কৰিছা। তুমি তুৰন্তে গৈ তেওঁক সহায় কৰা। লামাঙ অৰণ্যৰ মাজত বিশেষ বিপদৰ সন্মুখীন হৈছে। দুৰন্ত ৰাক্ষসে মোৰ সতীত্বৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে কাৰণ মোৰ গাত সত্য বজাই ৰাখিছো। গতিকে তোমাৰ বিলম্বৰ প্ৰয়োজন নাই। ৬১৯॥

নাংসীতাৰ বাক্যবাণে লাখানাৰ হৃদয় বিদীৰ্ণ কৰিলে। তেওঁ ক'লে বাক যোৱাৰ আগতে মই এটা কাম কৰি যাম। এই বুলি কৈ কাগজত তেওঁ লিখি মন্ত্ৰজপ কৰি দুৱাৰ দলিত এটা আঁচ মাৰি দিলে আৰু ক'লে- এই ৰেখা পাৰ নহব।এই ৰেখাৰ ভিতৰতে ৰাক্ষসে কোনো আক্ৰমণাত্মক কাম কৰিব নোৱাৰে। মই এতিয়া দাদাৰ অনুসন্ধানত অৰণ্যলৈ যাওঁ। এই বুলি কৈয়েই হাতত ধনুশৰলৈ লাখানা অৰণ্যত গ'ল। ৬২০॥

অৰণ্য ভেদ কৰি লাখানা গৈ থাকোতে বাটতে লামাঙক লগ পালে। লামাঙে লাখানাক দেখি আশ্চৰ্যভাৱত সুধিলে তুমি নবৌয়েৰাক এৰি কিয় আহিলা ? নবৌয়েৰা যে পৰ্ণকুটীৰত আছে মোৰ সন্দেহ হৈছে। কাৰণ ৰাক্ষস বিলাকে বিভিন্ন মায়া জানে। আমি মোহিত হোৱা স্বৰ্ণমৃগজনী আছিল ৰাক্ষসী মায়াৰ হৰিণী। মই মায়াবী স্বৰ্ণমৃগৰ পিছে পিছে দৌৰিছিলো। কোনো উপায় নাপাই শেষত শৰ নিক্ষেপ কৰিলো। সেই শৰ তাৰ বুকুত লগাত তোমাৰ নাম উচ্চাৰণ কৰি সি মৰি থাকিল। তুমি অহাটো ভুল কৰিলা। পৰ্ণকুটীৰত নাংসীতা আছে সেই কথা মই ভাবিব পৰা নাই। ৬২১॥

লামাঙৰ এনে সন্দেহ হোৱা দেখি লাখানাই গহীন গম্ভীৰ ভাৱে মাত লগালে। দাদা! মোৰ নাম উচ্চাৰণ আপুনি কৰা বুলি নবৌয়ে মনত ভয় পাই আপোনাৰ সুৰক্ষাৰ কাৰণে মোক ততাতৈয়াকৈ পঠাই দিলে। মই প্ৰথমেয়া নবৌক ৰাক্ষসৰ বিভিন্ন মায়াজালৰ কথা বুজাইছিলো। কিন্তু নবৌয়ে মোৰ কথা বিশ্বাস নকৰিলে। মই এটা ব্যৱস্থা কৰি আহিছো। আপুনি সেই নিমিত্তে চিন্তা কৰিব নালাগে। নবৌক কোনেও হৰণ কৰিব নোৱাৰে। লাখানাৰ আশ্বাসত লামাঙে সন্তুষ্টি লাভ কৰি বৃক্ষৰ তলত জিৰণি ল'লে। ৬২২॥

ইফালে চিপহৈলাকাই পৰ্ণকুটীৰত নাংসীতাৰ অকলে লেখ চাই আছিল। লাখানাই পৰ্ণকুটীৰৰ বাহিৰত এডাল আঁক টানি মন্ত্ৰ জপ কৰি থৈছে। সেই ৰেখা কোনেও লংঘণ কৰিব

নোৱাৰে। কিন্তু চিপহৌলাকাই ভাবিলে নাংসীতাক ভেশচন ধৰিহে হৰণ কৰিব পৰা হ'ব। ৬২৩॥

এনে সোণালী সুযোগতে চিপহৌলাকাই সন্যাসীৰ বেশ ধাৰণ কৰি পৰ্ণকুটীৰত প্ৰৱেশ কৰিলে। তেওঁ নাংসীতাক ক'লে তুমি কোন ? কোন দেশৰ পৰা আহি এই বিশাল অৰণ্যৰ বাঘ, হাতী, সিংহ আদি বন্য জন্তুৰে ভৰা বনত সাধাৰণ এটা জুপুৰীত আছাহি। ৬২৪॥

নাংসীতাই ক'লে- মই মিথিলাধিপতি (চানেক) জনক ৰজাৰ নন্দিনী। অযোধ্যাৰাজ (তাতচাবাখা) দশৰথৰ বোৱাৰীয়েক। মোৰ দেওৰৰ নাম (লাখানা) লক্ষণ। মুনিবৰৰ এই পৰ্ণকুটীৰলৈ আগমনৰ অভিপ্ৰায়নো কি ? ঋষিৰূপী চিপহৌলাকাই পৰিচয় দিলে। ৬২৫॥

মোৰ নাম তাচাকিলি (দশানন)। এখন অৰণ্য আগ্ৰমত নিবাস কৰো। এই অৰণ্য ভূমিত ফলমূল অন্বেষণ কৰি খাওঁ। তোমাৰ ওচৰত এতিয়া মই ভিক্ষা কৰিবৰ কাৰণে আহিছো। তুমি দয়া কৰি মোক ভিক্ষা দান কৰা। ৬২৬॥

ঋষিয়ে ভিক্ষা মগাত নাংসীতাৰ হৃদয় উৎফুল্লিত হৈ উঠিল। নাংসীতাই বনৰ পৰা আনি খোৱা ফলমূলকে আদৰ সাদৰে দান কৰি মুক্তিৰ কামনা কৰিলে। নাংসীতাই লক্ষণ ৰেখাৰ ভিতৰৰ পৰাই ফলমূল দান কৰাত চিপহৌলাকাই গ্ৰহণ কৰিবলৈ মান্তি নহ'ল। তেওঁ ক'লে- যদি তুমি মোক শুদ্ধচিত্তে দান দিব খুজিছা, তেন্তে ৰেখা পাৰ হৈ আহি মোক দান দিয়া। তেতিয়াহে তোমাৰ দানৰ মূল্য থাকিব। ৬২৭॥

হে ঋষিবৰ! নাৰী মাত্ৰেই স্বামীৰ বাক্য লঙ্ঘন কৰিব নাপায়। এই ৰেখা পাৰ হ'লে মোৰ স্বামীক তুচ্ছ জ্ঞান কৰা হ'ব। তেতিয়া মোৰ সতীত্বৰ সত্যতাৰ কোনো অস্তিত্ব নাথাকিব। তেতিয়া ৰাৱণে ক'লে- তেনেহ'লে তুমি তোমাৰ হাতখন ৰেখাৰ ওপৰ কৰি দিয়া তেতিয়া মই দান ল'ম। ৬২৮॥

নাংসীতাই গম্ভীৰ ভাৱে চিন্তা কৰি ভাবিলে হাতখন ৰেখাডালৰ ওপৰ কৰি দিলে কে.. দোষ নহ'ব। এই বুলি ভাবি নাংসীতাই হাতখন আগবঢ়াই দিলে। ভোকাতুৰ কামী চিপহৌলাকাই চিলাই থাপ মৰাদি নাংসীতাৰ হাতত থাপ মাৰি ধৰি টানি নি ৰথত বহুৱালেগৈ। তুৰন্তে দশাননে বায়ুবেগেৰে ৰথ চলাবলৈ ধৰিলে। নাংসীতাই বাটত হৰাওবাৰে ইনাই বিনাই কান্দি যাবলৈ ধৰিলে। সৈ থকা অৱস্থাত নাংসীতাই হাতযোৰ কৰি দেৱতা আৰু প্ৰকৃতি বাজ্যক ইনাই বিনাই প্ৰাৰ্থনা কৰি যাবলৈ ধৰিলে। ৬২৯॥

তোমালোকে সকলোৱেই মোক পাৰও চিপহৌলাকাই হৰণ কৰি অনা দেখিছাইক। তোমালোকে মোৰ স্বামী নাখাও আৰু দেওৰ লাখানাক বুজাই ক'বা যে দুষ্ট চিপহৌলাকাই মোক বলপূৰ্বক হৰণ কৰি আকাশীমাৰ্গেৰে লৈ গৈছে। আই কাৰুতিৰে নাংসীতাই কাতৰেৰে প্ৰাৰ্থনা

কৰিব ধৰিলে। ৬৩০॥

হে আই বসুমতী ! শিশু অৱস্থাৰ পৰাই তুমি মোক পালন পোষণ কৰি ডাঙৰ কৰিলা। এতিয়া দুৰ্দান্ত পাপী চিপহৌলাঙ্কাই হৰণ কৰি আনি অনেক কষ্টৰ সন্মুখীন কৰাইছে। চিপহৌলাঙ্কাই ক'লে- হে সুন্দৰী নাংসীতা! তোমাক মই মোৰ যিমান মহিষী আছে সেই বিলাকৰ ভিতৰত প্ৰথম মহিষী কৰি ৰাখিম। মই ৰাক্ষসবিলাকৰ একচ্ছত্ৰী ৰজা। মোৰ ভয়ত সকলোৱে থৰহৰি কম্পমান হৈ থাকে। মোৰ নাম দশগিৰি। যাৰ মাথা দহোটা, হাত বিশখন, চকু বিশটা। ত্ৰিভুৱনৰ সকলোকে মই পৰাস্ত কৰিছো। লঙ্কাৰ গৌৰৱ গাথা আৰু মোৰ যশ বীৰত্ব পৃথিৱীৰ চাৰিওফালে বিয়পি পৰিছে। দেৱতা, গন্ধৰ্ব, অসুৰ, বৰুণ, গৰুড়, নাগ আৰু ইন্দ্ৰ আদি দেৱতাই মোৰ প্ৰভাৱত মোৰ বশ্যতা স্বীকাৰ কৰিছে। সেই একচ্ছত্ৰী ৰজাৰ মহাৰাণী হৈ ৰাজমহলৰ জেউতি চৰাবা। ৬৩১॥

এই বুলি চিপহৌলাঙ্কাই নিজ দেহৰ আকাৰ বঢ়াই নাংসীতাক দেখুৱালে। চিপহৌলাঙ্কাৰ দেহৰ কলেৱৰ দেখি নাংসীতাৰ চুলিৰ আগে জীৱ যোৱাৰ দৰে হ'ল। চিপহৌলঙ্কাই কায়াটো সৰু কৰি পুনৰ ক'ব ধৰিলে- লামাঙ হ'ল এটা সাধাৰণ মনুষ্য। সি মোৰ সমকক্ষ কোনোপধ্যে হ'ব নোৱাৰে। সেই বনবাসী দুষ্ট লামাঙৰ কথা আজিৰ পৰা তোমাৰ মনলৈ সমূলি নানিবা। ৬৩২॥

সি যদি একান্ত ৰজা হ'লহেতেন তেন্তে বনে বনে এইদৰে কেতিয়াও ঘূৰি নুফুৰে। তুমি এতিয়া মোৰ ৰাজমহলত অধীশ্বৰী হৈ বিভিন্ন ভোগ বিলাসতকাল জীৱন যাপন কৰিব পাৰিবা। তোমাক মই মোৰ অগ্ৰ মহিষী পাতিম। তোমাৰ সিদ্ধান্তই চূড়ান্ত সিদ্ধান্ত হ'ব। তোমাৰ মতেই সকলো চলিব। বনৰ মাজতেই লামাঙৰ মৃত্যু হ'ব। সেই লামাঙৰ কথা আৰু আনন্দ মনেৰে ৰাজভোগ কৰি থাকিব লাগে। ৬৩৩॥

ৰাৱণৰ এনে মইমতালি আৰু উদভণ্ডালি কথাত নাংসীতাই এক পলকো নীৰৱে থাকিব নোৱাৰি ক'লে- হে দুৰন্ত ৰাক্ষস! তুমি লামাঙৰ শক্তি, প্ৰতিভা আৰু বাণৰ প্ৰভাৱৰ কথা নাজানানে কি ? তেওঁবিলাকৰ পৰা বিচ্ছেদ কৰি মোক হৰণ কৰি আনিছা। কিন্তু তেওঁৰ একেপাট শৰতে তোমাৰ মাথা ছিন্ন ভিন্ন হৈ যাব। আৰু তোমাৰ স্বৰ্ণ লঙ্কাৰ গৌৰৱ গাথা খুব কম সময়ৰ ভিতৰতে বিনাশ হৈ যাব। ৬৩৪॥

নাংসীতাই আন্তৰিক দুখ শোক আৰু ক্ষোভত চিপহৌলাঙ্কাক অনেক তিৰস্কাৰ কৰিছিল। কিন্তু চিপহৌলঙ্কাই সেই বিলাক তিৰস্কাৰ আৰু অপমানলৈ কেৰেপকে নকৰিছিল। সকলো অপমান আওকান কৰি বাৰে বাৰে দশাননে নিজৰ স্বাৰ্থ পূৰণৰ চেষ্টা চলাই আছিল। কিন্তু দশাননে কোনোপধ্যে নাংসীতাৰ ওপৰত বলাৎকাৰ কৰিব পৰা নাছিল। কাৰণ পূৰ্বে নাংসীতা দেৱকন্যা হৈ থকা অৱস্থাত দশাননক অভিশাপ দিয়া আছিল। সেই কাৰণে চিপহৌলাঙ্কাই কোনো নাৰীৰ ওপৰত

বলাৎকাৰ কৰিব নোৱাৰা হ'ল। এই উদ্দেশ্যে নাৰীৰ ওচৰ পোৱাৰ লগে লগে সৰ্বশক্তি চিপহৌলাঙ্কাৰ ম্লান পৰি যায়। সেই হেতুকে চিপহৌলাঙ্কাই নাংসীতাৰ ওপৰত পাশৱিক অত্যাচাৰ কৰিব নোৱাৰিছিল। ৬৩৫ ||

নাংসীতাই কেৱল লামাঙৰ গুণ গান গাই গাই শোকত ম্ৰিয়মান হৈ পৰিল। তেওঁ স্বামীক উদ্দেশ্য কৰি বিনাবলৈ ধৰিলে। মোক বিচাৰি অহাত আপুনি কিয় ইমান পলম কৰিছে ? এই পাষণ্ড চিপহৌলাঙ্কাই মোক হৰণ কৰি অনা দেখা হ'লে আপুনি ইয়াৰ মাথা ছিঙি মাটিত পেলালেহেঁতেন। এই নিলাজ চিপহৌলাঙ্কাই মোক কাপুৰুষৰ দৰে হৰণ কৰি আনিছে। এখন ৰাজ্যৰ অধীশ্বৰ হৈ এই মহাপাপীয়ে মোক চুৰি কৰি লৈ আনিছে। ৬৩৬ ||

নাংসীতাই চিপহৌলাঙ্কাৰ প্ৰতি ক'লে- সেই সময়ত মোৰ আৰাধ্য স্বামীদেৱতা থকা হ'লে তোমাৰ মাথা একেপাট বাণতে খানবান কৰি মাটিত পেলাই দিলে হেঁতেন। নাংসীতাৰ তেজোদীপ্ত কথা শুনি চিপহৌলাঙ্কাই মৰমেৰে মাত লগালে- হে মোৰ কমল ফুলৰ পাহি যেন সুন্দৰী। তুমি অযথাই সেই বনবাসী লামাঙৰ কথা কিয় চিন্তা কৰি নিজক দুৰ্বল কৰিছা ? তেওঁক তুমি কদাপি লগ নোপোৱা। মইয়ো তোমাক সহজে এৰি দিয়া বিধৰ নহয়। বিমান বায়ু বেগেৰে গতি কৰিবলৈ ধৰিলে। তোমাৰ ৰামৰ (লামাঙৰ) অৰণ্যৰ মাজত কোনো চিন চাবেই নাথাকিব। ৬৩৭ ||

নাংসীতাই চিপহৌলাঙ্কাক ক'লে- হে দুষ্টমতি দশানন! তোমাৰ মৃত্যুৰ সময় ওচৰ চাপি আহি আছে। তুমি নিশ্চয় লামাঙৰ শৰৰ আগত উফৰি যাব লাগিব। এই বুলি কৈয়েই নাংসীতাই কান্দিবলৈ ধৰিলে। ওৰে বাটে হুৰাবৰাৰে কান্দি যাবলৈ ধৰিলে। তেতিয়া নাংসীতাৰ কৰুণ বিননি (কুলুঙ) গৰুড় পক্ষীৰ পুত্ৰ জটায়ু (চতায়ু) যে শুনিবলৈ পালে। জটায়ুয়ে ভাবিলে সতী সাধ্বী নাংসীতাক দুৰ্মতি দশাননে বলপূৰ্বক হৰণ কৰি লৈ গৈছে। এনে স্থিতিত জটায়ু পক্ষীয়ে দুয়োখন পাখী মেলি চিপহৌলাঙ্কাৰ চলন্ত ৰথখন আগভেটি ধৰিলে। আৰু চিপহৌলাঙ্কাক ক'লে- হে অধম পাপমতি নিৰ্লজ্জ ! তুমি এনে গৰ্হিত কাম কিয় কৰিলা ? তুমি বোধিসত্ত্বৰ পৰাক্ৰমৰ কথা নাজানা নেকি ? লোভ সম্বৰণ কৰিব নোৱাৰি এনে পাপ কামত কিয় লিপ্ত হ'লা ? তোমাৰ ভগ্নী ছুপানাখাই নাংসীতাক খাবৰ কাৰণে খেদি আহিছিল। পৰিণাম স্বৰূপে লাখানাই নাক, কাণ কাটি খেদি পঠালে। ৬৩৮ ||

ছুপানাখাৰ প্ৰতি কৰা ব্যৱহাৰৰ নিমিত্তে তুমি এনে মহান পাপ কামত প্ৰবৃত্ত হ'লা। এই হৰণৰ প্ৰতিফল ভীষণ হ'ব। এই বুলি জটায়ু পক্ষীয়ে চলন্ত চিপহৌলাঙ্কাৰ বিমানখন ভাঙিলৈ কাঢ়ি দিলে। আৰু ঠোঁটেৰে ৰথখন ক্ষত বিক্ষত কৰি পেলালে। অনাহাৰতেই পিয়ানতে জটায়ু পক্ষী ক্ষান্ত নাথাকি চিপহৌলাঙ্কাৰ সৰ্বশৰীৰ নখেৰে আঁচুৰি ক্ষত বিক্ষত কৰি তেজেৰে বাতুলি কৰিলে। কাৰণ

জোকাৰি জোকাৰি নিম্ন গামী কৰি পেলালে। ৬৩৯॥

এনে অৱস্থাত চিপহৌলাঙ্কাৰ খণ্ডে গৈ মূৰৰ চুলি পালেগৈ। খং আৰু আবেগত ৰথখন চিপহৌলাঙ্কাই কিছু ওপৰলৈ তুলি ল'লে। নাংসীতাৰ ভয়ৰ প্ৰকোপ চৰিল। জটায়ু পক্ষীয়ে গৈ এজোপা গছত আশ্ৰয় ল'লে। চিপহৌলাঙ্কাই আকৌ ৰথ চলাবলৈ ধৰিলে। তেনেতে জটায়ু পক্ষীয়ে পুনৰ ৰথখন দুয়োখন পাখি মেলি আগচি ধৰিলে। চিপহৌলাঙ্কাই খঙত অধীৰ হৈ ক'লে- তুমি মোৰ গতিত কিয় বাধা প্ৰদান কৰিছা ? মোক বাট এৰি দিয়া। তুমি তোমাৰ স্থানলৈ গুচি যোৱা। এইদৰে চিপহৌলাঙ্কা আৰু জটায়ুৰ মাজত বাক বিতণ্ডা চলি থাকিল। পৰিস্থিতি ক্ৰমান্বয়ে বিষম হৈ যাবলৈ ধৰিলে। ৬৪০॥

চিপহৌলাঙ্কাৰ সৰ্বশৰীৰ তেজেৰে লুতুৰি পুতুৰি হোৱাত তেওঁ ভীষণ ক্ৰোধান্বিত হৈ উঠিল। চিপহৌলাঙ্কাই ৰথৰ পৰা নাংসীতাক নমাই থ'লে। আৰু জটায়ুলৈ বাণ নিক্ষেপ কৰিলে। চিপহৌলাঙ্কাৰ বাণৰ পৰা ত্ৰিশ হেজাৰ পাচোঁটা বিষাক্ত বাণ ওলাইগৈ জটায়ুৰ শৰীৰ ক্ষত বিক্ষত কৰি পেলালে। লগে লগে জটায়ুৰ ডেউকা দুখনো কাটি পেলালে। জটায়ুৰ অৱস্থা দেখি নাংসীতাই কান্দিবলৈ ধৰিলে। ৬৪১॥

নাংসীতাই জটায়ুক ক'লে- আপুনি ইয়াৰ পৰা নিজ ঠাইলৈ গুচি যাওঁক। মোৰ স্বামীক আপুনি ক'ব- মোৰ যে নাৰীৰূপ হৈছে কেৱল দুষ্ট ৰাৱণক বধৰ নিমিত্তেই। মোৰ নিমিত্তেই এওঁৰ নিধন হ'ব। হে শ্ৰদ্ধাভাজন পিতৃস্বৰূপ জটায়ু পক্ষী! আপুনি মোৰ স্বামী লামাঙ আৰু লাখানাক এই পৰিস্থিতিৰ বিষয়ে অৱগত কৰাব। ৬৪২॥

নাংসীতাৰ অনুৰোধত জটায়ু পক্ষীয়ে ক'লে- এই বিষয়ে তুমি অকনো চিন্তা নকৰিবা। মই সকলো কথা তেওঁলোকক ক'ম আৰু এই দুৰ্মতি য'ত থাকে সেই বিষয়েও জনাম। তেওঁ বিলাকে তোমাক উদ্ধাৰ কৰি লৈ যাব। নাংসীতা আৰু জটায়ুৰ কথোপকথন চলি থাকোতেই চিপহৌলাঙ্কাই হাঃ হাঃ কৰি হাঁহি মদমত্ত হৈ ৰথ চলাই দিলে। ৬৪৩॥

চিপহৌলাঙ্কাৰ ৰথ পুনৰ বায়ুবেগে আগুৱাবলৈ ধৰিলে। চিপহৌলাঙ্কাই (লিখ্যামুক) ঋষ্যমূক পৰ্বত অতিক্ৰম কৰিলে। সেই পৰ্বতত (সুখাজিকা) সুগ্ৰীৱ, নালা (নল), নীলা (নীল), আনুমাম (হনুমান) চাম্পুমাম (জাম্বৱান), আদি বানৰ সকল একগোট হৈ বহি আছিল। ইফালে নাংসীতাই বোধিসত্ত্বৰ নাম লৈ চিঞৰি চিঞৰি আকাশমাৰ্গে গৈ আছিল। নাংসীতাৰ মাতত বানৰ বিলাকে অনুমান কৰিছিল যে এওঁ নিশ্চয় লামাঙ বোধিসত্ত্বৰ পত্নী হ'ব। ৬৪৪॥

বান্দৰ বিলাকৰ আলোচনা চিপহৌলাঙ্কাই শুনি আছিল। চিপহৌলাঙ্কাই সময় নষ্ট নকৰি বিমান নি নিজ ৰাজ্য পোৱালেগৈ। ৰাজ্য পাই চিপহৌলাঙ্কাই চিন্তা কৰিব ধৰিলে - যদি নাংসীতাই

মোৰ কথাত ৰাজি নহয় তেন্তে তাইক ৰাজমহলত নাৰাখি ফুলনিত ৰাখি থোৱাই ভাল হ'ব। এতিয়া ৰাক্ষসিনী বিলাকৰ মতামত লোৱাটো উচিত হ'ব। ত্ৰিজুং নামৰ ৰাক্ষসিনীক নাংসীতাৰ মনৰ ভাব পৰিবৰ্তনৰ অৰ্থে চিপহৌলক্কাই নিয়োগ কৰি নিজে ৰাজমহলত মহাসুখেৰে থাকিবলৈ ধৰিলে। ৬৪৫ ॥

লামাঙ আৰু লাখানাই অৰণ্যৰ পৰা ঘূৰি আহি পৰ্ণকুটীৰত নাংসীতাক নেদেখি শোকে বেজাৰে বিমোৰত পৰিল। নাংসীতাৰ অনুপস্থিতিয়ে দুয়ো ভাইৰ কাৰণে পৰ্ণকুটীৰৰ পৰিৱেশ শোক সাগৰত পৰিণত কৰিলে। দুয়ো ককাই ভায়ে হুৰাওৰাৱে কান্দিবলৈ ধৰিলে। ৬৪৬ ॥

তেওঁবিলাকে ভাবিলে-যে হয়তো ৰাক্ষসবিলাকে নাংসীতাক ধৰি খাই পেলালে। লামাঙে বুকু ভুকুৱাই কান্দিবলৈ ধৰিলে। তেওঁ এই বুলি বিনাবলৈ ধৰিলে- হে মোৰ প্ৰাণেশ্বৰী! তোমাৰ অবিহনে মোৰ আৰু জীয়াই থকাটো অসম্ভৱ। আমাক এৰি তুমি ক'লৈ গ'লা ? হে অৰণ্যবাসী, হে প্ৰকৃতিদেৱী! তোমালোকৰ বুকু সুদা কৰি কোন দুৰাত্মাই এই কাম কৰিলে ? যদি তোমালোকৰ কোনোবাই নাংসীতাক দেখিছিলা অনুগ্ৰহ কৰি বৃক্ষৰ মাজৰ পৰা ওলাই আহি মোক সকলো খা খবৰ দিয়াহি। অন্যথা মোৰ হৃদয়ত শান্তি নহ'ব। ৬৪৭ ॥

নাংসীতাৰ ৰূপ লাৱণ্যই মোৰ হৃদয় একেবাৰে জৰ্জৰিত কৰিব ধৰিছে। নাংসীতাৰ কমল সদৃশ নয়নযুৰিও দেৱতাই সকলোকে চমৎকৃত কৰিবৰ কাৰণেই হয়তো নিৰ্মাণ কৰিছিল। হে অৰণ্যবাসীসকল! যদি কোনো দুৰ্বৃত্ত ৰাক্ষসে নাংসীতাক হৰণ কৰি লৈ গৈছে তেন্তে মোক খবৰ দিলে মই অতি সোনকালে বিচাৰি আনিম। ৬৪৮ ॥

এইদৰে লামাঙ আৰু লাখানাই বিলাপ কৰি কৰি নাংসীতাৰ অনুসন্ধান কৰিবলৈ ধৰিলে। দুয়ো ককাই ভায়ে শিলাখণ্ড, পৰ্বত, পাহাৰ, বন, উপবন আদি বিভিন্ন স্থানত বিচাৰি হায়ৰাণ হ'ল। ক'তো কোনো সন্ধান নাপাই দুয়ো ককাই ভাই অনাই বনাই ফুৰিবলৈ ধৰিলে। কোনো আশাৰ ৰেঙনি নেদেখি দুয়ো চকুৰেদি সৰিয়হ ফুল দেখিলে। এইদৰে অনেক বন, উপবন, পৰ্বত, পাহাৰ অতিক্ৰম কৰিলে। ক'ত কিমান দূৰ পাৰ কৰিছে কোনো খবৰেই নাই। গৈ গৈ এডোখৰ ঠাইত তেওঁলোক উপস্থিত হ'ল। ৬৪৯ ॥

এঠাইত তেজৰ চেকুৰা আৰু বস্ত্ৰখণ্ড তেজেৰে ৰাঙলি হৈ থকা দেখিবলৈ পালে। তেতিয়া লামাঙে অনুমান কৰিলে যে কোনো ৰাক্ষসে হয়তো মোৰ মৰমী পত্নীৰ প্ৰাণ হৰণ কৰিলে। হায়! হায়! কৰি হিয়া মূৰ ধুনি তেওঁ কান্দিবলৈ ধৰিলে। ৬৫০ ॥

লামাঙ আৰু লাখানাই কৰুণ বিলাপ কৰি থকা (চাতম্যু) জটায়ু পক্ষীয়ে দেখিলে। লগে লগে জটায়ু পক্ষী ওচৰ চাপি আহিল। লামাঙ আৰু লাখানাক পক্ষীয়ে নিজৰ পৰিচয় দি ক'লে-

মই তোমালোকৰ পিতাৰাৰ এজন আত্মীয় বন্ধু। এবাৰ তোমালোকৰ পিতাৰাক মৃত্যুৰ মুখৰ পৰা ৰক্ষা কৰিছিলো। মোৰ নাম জটায়ু পক্ষী। মই এই বনৰ ৰজা। সতী সাধবী নাংসীতাক পাপিষ্ঠ চিপহৌলাঙ্কাই হৰণ কৰি নিয়া দেখিছিলো। ৬৫১ ॥

## অধ্যায়- ১৮

নাংসীতাক ৰক্ষা কৰিবৰ কাৰণে মই চিপহৌলাঙ্কাৰ বিমানখন কামুৰি ধৰিছিলো। তাৰ লগত মোৰ ভীষণ যুদ্ধ হ'ল। যুদ্ধত সি বিষাক্ত বাণেৰে মোৰ সৰ্বশৰীৰ ক্ষত বিক্ষত কৰি পেলালে। মোৰ পাখি দুখনো পাষগুই কাটি পেলালে। তথাপি মই আপোনাৰ নাংসীতাক ৰক্ষা কৰিব নোৱাৰিলো। পাখিৰ অভাৱত মই এতিয়া ক'লৈকো যাব নোৱাৰা হ'লো। নাংসীতাই চিঞৰি চিঞৰি এই বুলি মোক কৈ গ'ল মোৰ স্বামী লামাঙে যেন অতি সোনকালে মোক এই দুৰাত্মা ৰাক্ষসৰ হাতৰ পৰা উদ্ধাৰ কৰি নিয়েহি। মই এই সংবাদ দিবলৈকে ইমান দিন তোমালোকৰ কাৰণে বাট চাই থাকিলো। তোমালোক এতিয়া অৰণ্যত নাংসীতাক বিচাৰি ফুৰি কোনো লাভ নাই। ৬৫২ ॥

চিপহৌলাঙ্কাৰ স্বৰ্ণ লঙ্কা সমুদ্ৰৰ পাৰত অৱস্থিত। তাতেই নাংসীতা আছে। তোমালোকে নাংসীতাক সেই ৰাজ্যৰ পৰা উদ্ধাৰ কৰি আনা। মোৰ এতিয়া কথা কোৱাৰ ধৈৰ্য্য নাই। তোমালোকক এই সংবাদ দিবৰ কাৰণেই মই ইমান সময় প্ৰতিক্ষা কৰি আছিলো। এই কথাখিনি কৈ অতোৱাৰ অলপ পিছতে জটায়ু পক্ষীয়ে প্ৰাণ ত্যাগ কৰিলে। ৬৫৩॥

ৰাজকুমাৰ দুজন জটায়ু পক্ষীৰ মহানুভৱতাত মুগ্ধ হ'ল। নাংসীতাৰ কাৰণেই জটায়ুৱে আজি তেওঁৰ অমূল্য জীৱন ত্যাগ কৰিব লগাত পৰিল। এইদৰে ভাৱি চিন্তি কুমাৰ দুজনে বেজাৰ মনেৰে মৃত জটায়ু পক্ষীৰ দেহ সেই ঠাইতে কাঠ সংস্কাৰ কৰিলে। তাৰ পাছত তেওঁলোকে দক্ষিণৰ অৰণ্যভূমি অঞ্চললৈ যাত্ৰা কৰিলে। তেওঁলোক গৈ এখন নদী পালেগৈ। সূৰ্য্য দেৱতায়ো অস্ত আকাশত বহিবলৈ ধৰা দেখি ৰাজকুমাৰদ্বয়ে সেই নদীৰ গছ এজোপাৰ তলতে জিৰণি লোৱাৰ মানস কৰিলে। ৬৫৪ ॥

লামাঙ আৰু লাখানাৰ দুখ সাগৰৰ পাৰাৱাৰ নোহোৱা হ'ল। তেওঁলোকৰ এই অৱস্থা দেখি তুষিত ৰাজ্যৰ অধীশ্বৰ (ইংতাচিকত্ৰা) ইন্দ্ৰই লামাঙ আৰু লাখানাৰ জ্বালা যন্ত্ৰণা সহ্য কৰিব নোৱাৰি চাতুমাহাক নিবেদন কৰিলে, লামাঙ আৰু লাখানা থাকিবৰ নিমিত্তে এটা সু-ব্যৱস্থা কৰি দিব লাগে। আৰু অস্ত্ৰ শস্ত্ৰৰো যোগান ধৰিব লাগে। ৬৫৫ ॥

এনে পৰিস্থিতিত চাতুমাহাও স্থিৰেৰে থাকিব নোৱাৰিলে। লামাঙ আৰু লাখানা যি জোপা গছৰ তলত শুই আছিল, তালৈ গৈ চাতুমাহাই যক্ষ দেৱতাৰ ৰূপলৈ সুধিলে- তোমালোকনো কোন ? ক'ৰপৰা আহিছা ? মোৰ বৃক্ষৰ তলত কিয় আহাইক ? লামাঙ আৰু লাখানাই সাৰ পাই

যক্ষক দেখিলে। ৬৫৬॥

যক্ষদেৱতাৰ প্ৰশ্নৰ উত্তৰ দিবৰ কাৰণে লামাঙ্কে লাখানাক পাচিলে। লাখানাই তেতিয়া যক্ষক ক'লে আমি (অযুঠা) অযোধ্যা ৰাজ্যৰ পৰা আহিছো। (তাতচাৰাখা) দশৰথ আমাৰ পিতা। পিতাৰ আজ্ঞা পালনৰ নিমিত্তে আমি আহি বনবাস খাটিছো। কিন্তু পৰিতাপৰ বিষয় যে কোনোবা পাপী দুৰ্মতিয়ে আমাৰ নাংসীতাক হৰণ কৰি লৈ গ'ল। নাংসীতাৰ অন্বেষণত আমি বনে বনে ঘূৰি ফুৰিছো। তুমিনো বাৰু কোন ? তুমি যে যক্ষ বুলি কৈছা কিন্তু আমি প্ৰকৃততে তোমাক চিনি পোৱা নাই। ৬৫৭॥

যক্ষদেৱতাই তেতিয়া ক'লে তোমালোক এতিয়া এই নদীৰ পাৰে পাৰে গৈ থাকা। গৈ গৈ তোমালোকে এটা পৰ্বত পাবা। সেই পৰ্বতটোৰ নাম লিখ্যামুক। সেই পৰ্বততে (সুখালিখা) সুগ্ৰীৱ বান্দৰ ৰজাই ৰাজত্ব কৰি আছে। তোমালোকে তাতগৈ তেওঁৰ লগত বন্ধুত্ব স্থাপন কৰিবা। তেৱেঁই তোমালোকক সহায় কৰি নাংসীতাক উদ্ধাৰ কৰি দিব। চিপহৌলাহাই সাগৰৰ তীৰত থকা স্বৰ্ণ লঙ্কাত বাস কৰে। ৬৫৮॥

মই চাতুমাহা ৰাজা দেৱতা। তোমালোকৰ সহায়ৰ নিমিত্তে মই ইয়ালৈ আহিছো। তোমালোকে মোৰ এই ধনুখন লোৱা। চাতুমাহাই ধনুখৰ প্ৰদান কৰি আৰু আগম নিগমৰ বাট সুগম কৰি তাৰ পৰা অন্তৰ্ধান হ'ল। তেওঁ একে কোবে গৈ লিখ্যামুখ পৰ্বতত থকা ৰজা সুখালিকাক সবিশেষ বুজাই দিলে। ৬৫৯॥

মনুষ্য কুমাৰ দুজনৰ লগত বন্ধুত্ব পাতি ল'লে তোমালোকৰ পৰস্পৰে পৰস্পৰৰ মনোবাঞ্ছা সিদ্ধি কৰিব পাৰিবা। এইদৰে চাতুমাহাই বুজাই বঢ়াই নিজ ৰাজ্যলৈ গতি কৰিলে। ৬৬০॥

## ॥ ৰাম লক্ষ্মণৰ কিষ্কিন্ধ্যা যাত্ৰা ॥

দেৱতাৰ পৰামৰ্শমতে ৰাজকুমাৰ দুজনে নদীৰ পাৰে পাৰে গৈ লিখ্যামুখ পৰ্বত পালেগৈ। সেই পৰ্বতত নিবাস কৰা বিভিন্ন হিংস্ৰ জন্তু বিলাকে কুমাৰৰ প্ৰভাৱত বাট এৰি দিলে। তেওঁবিলাকে গৈ বান্দৰ ৰজা সুখালিকাৰ ওচৰ পালে। সুখালিকাই মনুষ্য ৰাজকুমাৰ দুজনক দেখি বান্দৰ বিলাকক ক'লে- তোমালোকে যে সেই দুজনা মনুষ্য কুমাৰ দেখিছা তেওঁবিলাকে বিভিন্ন জ্বালা যন্ত্ৰণা আৰু সমস্যাৰ সন্মুখীন হৈ অৰণ্য ভেদ কৰি আহি আমাৰ ৰাজ্যত প্ৰৱেশ কৰিছেহি। ৬৬১॥

নৰ তনু ধাৰণ কৰা ৰাজকুমাৰদ্বয়ক লৈ বান্দৰ বিলাকে আলোচনা কৰিলে - এওঁবিলাকক দেখি এনে ধাৰণা হয় যেন কোনো ঋষি কুমাৰহে। কোনো সময়ত যাদুকৰ ৰূপত দেখা যায়। হাতত ধনু কাঁড় দেখিলে আকৌ আমাৰ পেটতে হাত ভৰি লুকাই। ৰজা সুখালিকাই প্ৰথমতে আনুমানক (হনুমান) ক'লে- তুমি প্ৰথমতে গৈ তেওঁবিলাকক ভালদৰে নিৰীক্ষণ কৰি আহাঁচোন। ৬৬২॥

আনুমামে ঋষি ৰূপ ধাৰণ কৰা লামাঙ আৰু লাখানাৰ ওচৰত উপস্থিত হ'লগৈ। তেওঁ ক'লে- হে কুমাৰদ্বয়। তোমালোক বাৰু কোন ? কোন দেশৰ পৰা আহি এই অগাধ অৰণ্যত প্ৰৱেশ কৰিছাহি ? তোমালোকৰ ইয়ালৈ আগমনৰ অভিপ্ৰায়নো কি ? তোমালোকৰ পৰিচয় মই জানিব বিচাৰো। আমাৰ ৰজাই তোমালোকৰ পৰিচয় ল'বৰ নিমিত্তে মোক ইয়ালৈ পঠাইছে। মোৰ নাম আনুমাম (হনুমান)। আমাৰ ৰজাৰ নাম সুখালিকা (সুগ্ৰীৱ)। লামাঙ আৰু লাখানাই তেতিয়া ক'লে- আমি তোমালোকৰ সৈতে বন্ধুত্ব পাতিবৰ কাৰণে আহিছো। আনুমামে ক'লে- তেন্তে তোমালোকৰ সম্পূৰ্ণ পৰিচয় দি আমাৰ লগত মিত্ৰতা কৰা। ৬৬৩॥

বোধিসত্ত্বই (লামাঙে) তেতিয়া ক'লে- আমি অযোধ্যা ৰাজ্যৰ পৰা আহিছো। আমাৰ পিতাৰ নাম তাতচাৰাথা (দশৰথ)। তেখেতৰ মই জ্যেষ্ঠ পুত্ৰ। মোৰ নাম লামাঙ (ৰাম)। এওঁ হ'ল মোৰ ভাই, নাম লাখানা। পিতাৰ আজ্ঞা পালনৰ অৰ্থে আমি বনত আছোহি। বনবাসত থকা অৱস্থাতে মোৰ পত্নী নাংসীতাক লঙ্কাৰ ৰজা চিপহৌলাঙ্কাই হৰণ কৰি নিলে। নাংসীতাৰ অন্বেষণত আহি আহি আমি এই পৰ্বত পাইছোহি। এই লিখ্যামুখ পৰ্বতৰ ৰজা সুখালিকা (সুগ্ৰীৱ)ৰ লগত যদি আমি মিত্ৰতা কৰো তেন্তে নাংসীতাৰ সন্ধানত সহায় হ'ব। ৬৬৪॥

আনুমামে তেতিয়া ক'লে- যদি আপুনি আমাৰ ৰজা সুখালিকাৰ লগত মিত্ৰতা স্থাপন কৰে তেন্তে আমাৰ ৰজাই নিশ্চয় আপোনাৰ দাসহৈ আপোনাৰ পাৱন কাৰ্য্যত সহায় কৰিব। আপোনাৰ দৰে আমাৰ ৰজা সুখালিকাইও তেওঁৰ পত্নীৰ সৈতে সুখে সন্তোষে গৃহবাস কৰিব পৰা নাই। পাষণ্ড পলিমাঙ (বালী) ৰজাৰ অন্যায় অত্যাচাৰত নিৰ্বাসিত হৈ আহি এই পৰ্বতত বাস কৰি আছে। তেওঁ আপোনাৰ সৌহাৰ্দ স্বৰূপ হৈ সৰ্বতো প্ৰকাৰে সহায় কৰিব। ৬৬৫॥

আনুমামৰ কথা শুনাৰ পিছত লামাঙে ক'লে- তোমালোকৰ ইচ্ছাই মোৰ ইচ্ছা। (লামাঙ) বোধিসত্ত্বৰ কথাত আনুমামে আনন্দ প্ৰকাশ কৰি লিখ্যামুক পৰ্বতত থকা ৰজা সুখালিকাক সকলো বৃত্তান্ত কৈ শুনালেগৈ। তেওঁ ক'লে- আমি দেখা ৰাজকুমাৰ মনুষ্যদ্বয় অযুঠা ৰাজ্যৰ তাতচাৰাথাৰ পুত্ৰ লামাঙ আৰু লাখানা। তেওঁ বিলাকে বনবাস কৰি আছিলহি। লামাঙৰ পত্নী নাংসীতাক বোলে দুৰ্বৃত্ত চিপহৌলাঙ্কাই বনৰ পৰাই হৰণ কৰি লৈ গ'ল। তেওঁ বিলাকে এতিয়া নাংসীতাৰ অনুসন্ধানত ঘূৰি ফুৰিছে। ৬৬৬॥

আমাৰ ৰাজ্যত প্ৰৱেশ কৰাৰ অৰ্থ হ'ল আমাৰ লগত মিত্ৰতা স্থাপন কৰা। সুখালিকাই আনুমামৰ কথাত সন্তুষ্ট হৈ ফলমূল গোটাই লৈ লামাঙ আৰু লাখানাৰ ওচৰত উপস্থিত হ'ল। সুখালিকাই ক'লে- আপোনালোকৰ সকলো পৰিচয় আনুমামে মোক কৈ অৱগত কৰিছে। এতিয়া আপোনাৰ পত্নী নাংসীতাৰ উদ্ধাৰৰ অৰ্থে আমি বন্ধুত্ব গঢ়ি দুৰ্জয় অভিযান চলাব লাগিব। ৬৬৭॥

তাৰ আগতে আমি দুয়ো বন্ধুত্বৰ পাশত আবদ্ধ হ'ব লাগিব। আমি দুয়ো প্ৰতিজ্ঞাবদ্ধ হ'ব লাগিব। আমাৰ মৈত্ৰী চিৰযুগমীয়া হ'ব লাগিব। ই যাতে ভুলক্ৰমে কেতিয়াও বিছিন্ন নহয়। সুখালিকাৰ এনে সাধু ব্যৱহাৰত আৰু প্ৰবল আগ্ৰহত লামাঙে অত্যন্ত সুখ অনুভৱ কৰিলে। ততালিকে ভায়েক লাখানাক শুকান কাঠ আনি অগ্নি প্ৰজ্বলিত কৰিবলৈ নিৰ্দেশ দিলে। লাখানায়ো লামাঙৰ আদেশক্ৰমে অৰণ্যৰ পৰা শুকান কাঠ বিচাৰি আনি অগ্নি প্ৰজ্বলিত কৰিলে। ৬৬৮॥

লামাঙ আৰু সুখালিকা দুয়ো অগ্নিৰ ওচৰত থিয় হ'ল। দুয়ো কৈ উঠিল- আমাৰ মিত্ৰতা চিৰযুগমীয়া হওঁক। আমি পৰস্পৰে পৰস্পৰক বিশ্বাস ৰাখি সহায় সহযোগিতা কৰিম। আমাৰ মাজত উৎপন্ন হোৱা চেনেহ প্ৰীতি আজীৱন আৰু সংসাৰ থাকে মানে নিচিগা থাকৰ দৰে বৈ থাকিব। হে সত্যৰ প্ৰতীক অগ্নিদেৱতা! তুমি আমাৰ এই সত্য প্ৰতিজ্ঞাক আজীৱন জীৱন্ত কৰি ৰাখিবা। ৬৬৯॥

এইদৰে দুয়ো প্ৰজ্বলিত অগ্নিৰ ওচৰত থিয় হৈ বচন বদ্ধ হৈ থাকিবলৈ অঙ্গীকাৰ কৰিলে। তেওঁবিলাকৰ আনন্দ উৎসাহৰ সীমা নোহোৱা হ'ল। তেওঁলোকে বন্য বনৰীয়া ফলমূল খাই বিভিন্ন বিষয়ৰ ওপৰত আলোচনা কৰিবলৈ ধৰিলে। ৬৭০॥

সুখালিকাই ক'লে- হে প্ৰভু লামাঙ! আপুনি অযোধ্যা নগৰৰ পৰা নিৰ্বাসিত হৈ আহি আমাৰ লিখ্যামুক পৰ্বতত প্ৰৱেশ কৰিছেহি। মোৰ দাদা পালিমাঙ (বালীৰ) অন্যায় অত্যাচাৰ উৎপীড়নত তিষ্ঠিব নোৱাৰি নিৰ্বাসিত হৈ আহি এই পৰ্বতত আছোহি। এইযে বনাঞ্চল আপুনি দেখিছে, এইয়া হ'ল ঋষি মুনি সকলৰ বম্য আৱাসভূমি। ৬৭১॥

সুখালিকাই লামাঙক ক'লে- যক্ষ নামেৰে এটা প্ৰকাণ্ড দেৱতা আছিল। সি গুহাত বাস কৰে। সি গুহাৰ পৰা ওলাই বান্দৰী বিলাকক ধৰিলৈ গুচি যায়। কেতিয়াবা কেতিয়াবা হাতী, ঘোঁৰা, ম'হ, গাহৰী আদিৰ ৰূপ ধাৰণ কৰি পৰজী হৰণ কৰে। ৰাজ্যত যে এনে বিলাক অত্যাচাৰ আৰু উৎপীড়ন চলি আছে এই কথা দাদা পালীমাঙে মোক এদিন ক'লে- তেওঁ মোৰ লগত আলোচনা কৰি ক'লে-ব'লা ভাই আমি গৈ সেই দুৰ্দান্ত যক্ষ দেৱতাটোক বধ কৰি আমাৰ মাজত শান্তি প্ৰতিষ্ঠা কৰো। দাদাৰ আদেশ মতেই আমি সেই দুৰ্বত্তৰ অন্বেষণত গ'লো। ৬৭২॥

আমি গৈ অত্যাচাৰী যক্ষটোক গুহাৰ পৰা অহা যোৱা কৰি বকা দেখিবলৈ পালো। দাদা বালিয়ে আমাক ক'লে- তোমালোক গুহাৰ কাষতে বৈ থাকা। মই গুহাৰ ভিতৰত যক্ষক অনুসন্ধান কৰো। কিন্তু এটা কথা মই তাক বধ কৰিব নোৱাৰা পৰ্যন্ত গুহাৰ ভিতৰৰ পৰা ওলাই নাহো। যদি বাম মাহ পৰ্যন্ত মই গুহাৰ পৰা ওলাই নাহো তেতিয়া বুজিবা যক্ষৰ হাতত মোৰ মৃত্যু হ'ল। তেতিয়া তুমি ৰাজ্যত গৈ ৰাজ কাজ চলাবা। ৬৭৩॥

পালিমাঙে গুহাৰ ভিতৰত প্ৰৱেশ কৰিলে। চাওঁতে চাওঁতে কেইবামাহো পাৰহৈ গ'ল। আমি তেওঁৰ প্ৰতিক্ষাৰত হৈ থাকিলো। বাৰ মাহেও পালীমাঙ গুহাৰ ভিতৰৰ পৰা ওলাই নাহিল। বাৰমাহ অতিক্ৰম হৈ যোৱাৰ পিছত আমি শিল পাথৰ আদিৰে গুহাৰ মুখ বন্ধ কৰি ৰাজ্যলৈ ঘূৰি আহিলো। প্ৰজাবৰ্গই মোক ৰাজ্যৰ ৰজা পাতিলে। দাদাৰ পূৰ্ব প্ৰতিশ্ৰুতি মতেই মই ৰাজসিংহাসনত আৰোহণ কৰিলো। ৬৭৪॥

ইফালে পালীমাঙে যক্ষ দেৱতাক বধ কৰিলে। তেওঁ বাহিৰলৈ ওলাবলৈ চেষ্টা কৰি দেখিলে যে গুহাৰ মুখটো শিল পাথৰ আদি দি বন্ধ কৰি থোৱা আছে। পালিমাঙে নিজ অমোঘ শক্তিৰ দ্বাৰাই শিল পাথৰ আঁতৰাই গুহাৰ বাহিৰ হ'ল। তেওঁ গৈ ৰাজমহলত প্ৰৱেশ কৰিলে। কোনো কথাৰ আঁত ন'লৈ মোক অনেক তিৰস্কাৰ কৰি শেষত প্ৰহাৰ কৰি মোক ৰাজ্যৰ পৰা বাহিৰ কৰি দিলে । মই বহুত ঠাইত আশ্ৰয় ল'লো কিন্তু তেওঁ ক'তো মোক শান্তিৰে থাকিবলৈ নিদিয়ে। য'তে মই থাকো তাতে অন্যায় অত্যাচাৰ কৰি মোক খেদি পঠাই। ৬৭৫॥

এদিনৰ কথা। মৃত যক্ষ দেৱতাৰ ভায়েকে মোৰ ওপৰত প্ৰতিশোধ লোৱাৰ অভিপ্ৰায়েৰে মই গৈ থকা ঠাইত ওলালগৈ। বাটতে জলকুৱৰীয়ে (মুনিমেখলা) মৃত যক্ষৰ ভায়েকক লগ পাই ক'লে- তুমি কি কাৰণে সুখালিকাক বিচাৰি আছা ? তোমাৰ ককায়েৰা যক্ষক পালিমাঙেহে বধ কৰিছিল। সুখালিকাৰ দোষ ক'ত ? পালিমাঙে তেওঁক অন্যায় অত্যাচাৰ কৰি ৰাজ্যৰ পৰা খেদি পঠাইছে। ৬৭৬॥

সক যক্ষদেৱতাই মুনি মেখলাৰ কথাত সুখালিকাক এৰি পালিমাঙৰ ওচৰ পালেগৈ। তাত গৈ দুয়োৰে মাজত তুমুল যুদ্ধ হ'ল। পালীমাঙে যুদ্ধত সক যক্ষদেৱতাটোক বধ কৰিলে। সক যক্ষদেৱতাৰ মৰাশটো পালিমাঙে লিখ্যামুক পৰ্বতৰ ফালে দলিয়াই মাৰি পঠিয়ালে। লিখ্যামুক পৰ্বতত ধ্যানস্থ আৰু তপস্যাৰত ঋষিৰ গাত মৃত যক্ষদেৱতাৰ শৰীৰৰ তেজ ছিটিকি পৰিল। ৬৭৭॥

পালিমাঙৰ এনে দুষ্কাৰ্য্যত ঋষি মুনিসকলৰ ভীষণ খং উঠিল। তেওঁলোকে এই বুলি অভিশাপ দিলে যে আজিৰ পৰা পালিমাঙ এই অৰণ্যভূমিত প্ৰৱেশ কৰিব নোৱাৰে। যদি কিবা কাৰণত পালিমাঙ এই বনাঞ্চলত সোমায় তেন্তে তাৰ শৰীৰ বন্য জন্তু বিলাকে চিৰাচিৰ কৰি কালি পেলাব। ঋষিৰ এনে অভিশাপ শুনি পালিমাঙে ঋষিৰ ওচৰত গৈ ক্ষমা ভিক্ষা কৰিবলৈ নাপালে। ঋষিৰ মৃত্যুৱেই হ'ল। ঋষিয়ে সেই অভিশাপ যিদিনা পালিমাঙক দিছিল সেইদিন ধৰিবৰ পৰা পালিমাঙ এই অঞ্চলত সোমোৱা নাই। সেই কাৰণে মই এই পৰ্বতত নিশ্চিন্ত মনেৰে আছোঁ। ৬৭৮॥

সুখালিকাৰ কৰুণ ঘটনা বিলাকৰ বৰ্ণনা লামাঙে একান্ত মনে শুনিলে। লামাঙে নিৰ্ভয় দি ক'লে- এইবিলাক বিষয়লৈ তুমি এতিয়া তিলমাত্ৰও চিন্তা কৰিব নালাগে। সকলো সমস্যা সমাধান

হৈ যাব।কেৱল তুমি মোক যিমান পাৰা সহায় কৰা। সুখালিকাই কৰযোৰে ক'লে-প্ৰভু আপোনাৰ কৃপাত যদি (কিংতা) কিষ্কিন্ধ্যা ৰাজ্যৰ মই ৰজা হ'ব পাৰো, তেন্তে মোৰ অগণন সৈন্যৰ সৈতে আপোনাৰ ধৰ্ম্ম পত্নী নাংসীতাক আমি উদ্ধাৰ কৰি আনিম। ৬৭৯॥

চিপহৌলাঙ্কাই যেতিয়া সুন্দৰী নাংসীতাক এই পৰ্বতৰ ওপৰেদি লৈ যায়, তেতিয়া সাধবী নাংসীতা মাতৃয়ে বিলাপ কৰি কৈ গৈছিল। অৰণ্যৰ জীৱজন্তু, পশুপক্ষী আদিক নিবেদন কৰি গৈছিল। সেই করুণ দৃশ্য মই নিজ চকুৰে দেখিবলৈ পাইছিলো। চিপহৌলাঙ্কাও কম নহয়। তেওঁ হ'ল ৰাক্ষস বিলাকৰ অধিপতি। গতিকে অসংখ্য সৈন্য সামন্ত সহিত যুদ্ধ যাত্ৰা নকৰিলে সুফল আশা কৰা বৃথা হ'ব। সুখালিকাৰ কথাত লামাঙে ক'লে সেই বিষয়েও কোনো চিন্তা কৰিব নালাগে। সকলো সমস্যা সমাধান হৈ যাব। ৬৮০॥

এতিয়া তোমাৰ প্ৰথম কাম হ'ব কিংতাৰাজ্যৰ ৰজা হোৱাটো। মই সেই পাপিষ্ঠৰ ৰাজ্যত গৈ তাৰ সমস্ত অহংকাৰ আৰু শক্তি পৰীক্ষা কৰি তাক যমপুৰ দৰ্শন কৰাম। লামাঙৰ এনে বীৰত্বপূৰ্ণ আৰু অদম্য সাহসিকতা দেখি সুখালিখাৰ হৃদয় আনন্দত নাচি উঠিল। ৬৮১॥

সুখালিকাই পালিমাঙৰ বিশেষ পাৰদৰ্শিতা আৰু মহিমামণ্ডিত শক্তিৰ কথাও লামাঙৰ আগত বৰ্ণনা কৰি শুনালে। তেওঁ ক'লে- পালিমাঙৰ গাৰ ছালখন সাত জোপা তাল গছৰ সমান ডাঠ। তেওঁ থাকে সাগৰ তীৰস্থ কিংতা ৰাজ্যত। সেই পৰ্বত সকলো কালৰ পৰাই ফলে ফুলে সৌন্দৰ্যই জাতিকাৰ আৰু অতি মনোমোহা। পালিমাঙৰ উচ্চতা (এক কযুক) একমাইল। তেওঁ বিভিন্ন মায়াজাল ৰচনা কৰিব পাৰে। তেওঁ ইচ্ছা কৰিলে শৰীৰৰ কলেৱৰ বঢ়াটুটা কৰিব পাৰে। তেওঁৰ পৰাক্ৰম আৰু ক্ষমতা অতুলনীয় কাৰণে সেই পৰ্বতত ৰাজত্ব কৰি আছে। ৬৮২॥

পালিমাঙৰ বল বীৰ্য্যৰ বৰ্ণনা শুনি লামাঙে সুখালিকাক ক'লে- পালিমাঙৰ শৰীৰৰ ছাল সাত জোপা তাল গছৰ সমান হলেও আৰু শৰীৰৰ কলেৱৰ যিমান নবঢ়ালেও মই কোনো পৰোৱাই নকৰো। যদি তাৰ শৰীৰ সুমেৰু পৰ্বতৰ সমান কৰে তথাপি মই মোৰ বাণৰ প্ৰহাৰেৰে ক্ষন্তেকৰ ভিতৰতে তাৰ অস্তিত্ব নিৰ্মূল কৰি পেলাম। গতিকে মোৰ এই অমোঘ বাণৰ সন্মুখত পালিমাঙ কোন কুটা ? তাৰ সমস্ত শক্তি মোৰ এই অমোঘ বাণেৰে নিৰ্মূল কৰি পেলাম। তুমি এই বিষয়ে তিলমানো চিন্তা নকৰিবা। ৬৮৩॥

লামাঙৰ মুখত এনে বীৰত্বৰ কথা শুনি সুখালিকাই তাৰ প্ৰমাণ চাবৰ নিমিত্তে ইচ্ছা প্ৰকাশ কৰিলে। লামাঙে ক'লে- তেন্তে বন্ধু চোৱা, মোৰ শক্তিৰ পৰীক্ষা। এই বুলি লামাঙে পৰ্বতৰ ফালে অগ্নিবাণ নিক্ষেপ কৰিলে। পৰ্বত ৰাজ্যত ভীষণ ভুমিকম্পৰ দৰে শব্দ আৰু কম্পন হ'বলৈ ধৰিলে। লগে লগে পৰ্বতত জুই জ্বলিবলৈ ধৰিলে। চকুৰ পচাৰতে গছ গছনি আৰু শিলাবও ভস্মীভূত হৈ

ছাইত পৰিণত হৈ গ'ল। ৬৮৪॥

সুখালিকাই মনে মনে চিন্তা কৰিলে। এওঁৰ শক্তি দেখিছো কাৰো লগত তুলনা নহয়। চিপহৌলাস্কা পালিমাঙহে নালাগে সমস্ত বিশ্বয়ো এওঁৰ সম্মুখত তিষ্ঠিব নোৱাৰিব। মোৰ মনোবাঞ্ছা সিদ্ধি হ'বলৈ আৰু বেছি সময় নালাগিব। এইদৰে ভাবি সুখালিকাই লামাঙ আৰু লাখানাক লৈ ধীৰে ধীৰে (কিংতা) কিষ্কিন্ধ্যাৰ ফালে যাত্ৰা কৰিলে। ৬৮৫॥

তাতগৈ লামাঙে সুখালিকাক ক'লে- যদি আমি একহৈ যুদ্ধ কৰো, তেন্তে পালিমাঙেও সৈন্যলৈ যুদ্ধ কৰিব। পৰিণাম স্বৰূপে এই পৰ্বতত নিবাস কৰা সমস্ত প্ৰাণীয়ে অযথা প্ৰাণ বিৰ্সৰ্জন দিব লগাত পৰিব। গতিকে পালিমাঙক অকলশৰে উলিয়াই অনাটোৱেই ব্যৱস্থা কৰিব লাগে। সুখালিকাই (সুগ্ৰীৱ) তেতিয়া লামাঙক ক'লে - আপুনি তেন্তে অৰণ্যৰ মাজতে লুকাই থাকক। ৬৮৬॥

ৰামে (লামাঙ) ক'লে- এনে ব্যৱস্থাৰে মাৰিলে বন্ধু একেবাৰে অধৰ্ম্ম হ'ব। কাৰণ চুৰ কৰি মৰাটো একেবাৰে মহাপাপ হ'ব। এই নিদান 'অদিন্ন দানা' (পঞ্চশীলৰ ২ নং) পুথিৰ অন্তৰ্গত সুন্দৰভাৱে বৰ্ণিত কৰা আছে। সুখালিকাই ক' লে- সেইটো আচলতে আপুনি ভয় কৰি মৰা নহয়। ইয়াত অদিন্ন দানা শীলৰ দোষ নহয়। ৬৮৭॥

বালিৰ (পালিমাঙ)শক্তি আপুনি দেখা নাই। তাৰ শক্তি আৰু পৰাক্ৰম মোতকৈ বহুত বেছি। আপুনি সহজে তাৰ ওপৰত বাণ নিক্ষেপ কৰিব নোৱাৰে। সি আহিয়েই মোক চূৰমাৰ কৰি পেলাব। তেতিয়া আপোনাৰ বাঞ্চিত কামনাত বাধা পৰিব। লামাঙে ক'লে- থিক আছে মই তোমাৰ মতেই কাম কৰিম। মই কিছু দূৰত লুকাই থাকিম। এই বুলি ৰাম (লামাঙ) বনৰ আঁৰত লুকাই থাকিল। ৬৮৮॥

## ॥ বালী সুগ্ৰীৱৰ দ্বন্দ্বযুদ্ধ ॥

সুখালিকাই বীৰদৰ্পে আনন্দমনেৰে গৈ পৰ্বতত জপিয়াই পৰি বালিক (পালিমাঙক) যুদ্ধক্ষেত্ৰলৈ আহ্বান কৰিলে - হেৰ' পাৱণ্ড অধৰ্মী অত্যাচাৰী (বালী) পালিমাঙ তুৰন্তে এই গুহাৰ ভিতৰৰ পৰা মোৰ লগত যুদ্ধ কৰিবলৈ ওলাই আহ। তই যণ্ডৰ বশৱৰ্তী হৈ ধৰ্ম্ম পথৰ পৰা বিচলিত হৈ গৈছ। আজি তোৰ কোনোপধ্যে নিস্তাৰ নহয়। আজি তোৰ মাথা ছিঙি কিংতা ৰাজ্যৰ ৰজা হ'ম। ৬৮৯॥

সুখালিকাৰ এনে বজ্ৰহাৰত বালিৰ (পালিমাঙ) খঙে একেবাৰে চুলিৰ আগ পালেগৈ। তেওঁ কাল বিলম্ব নকৰি গুহাৰ ভিতৰৰ পৰা ওলাই আহি সুখালিকাৰ ওপৰত জপিয়াই পৰিল। কোনো প্ৰতিবাদ নকৰি কেৱল যুদ্ধ কৰিব ধৰিলে। দুয়োবীৰৰ মাজত এনে তুমুল যুদ্ধ হ'ল যে ওচৰে

পাজৰে থকা গছ গছনিৰ চিন চাব নোহোৱা হ'ল। ইফালে দেখাত দুয়োৰে চেহেৰা একে। সুগ্ৰীৱ আৰু বালীক চিনাই টানহৈ পৰিল। দুয়োৰে আকৃতি প্ৰকৃতি একে হোৱাৰ হেতুকে ৰাম মহা বিপাঙত পৰিল। লামাঙে হাতত ধনুশৰ লৈ কাক মাৰিব কি কৰিব কোনো সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলে। অপলক দৃষ্টিৰে কেৱল চাইহে থাকিল। পালিমাঙৰ ওচৰত তিষ্ঠিব নোৱাৰি সুৰালিকাই পলায়ন কৰিলে। ৬৯০ ॥

ইফালে পালিমাঙ বিজয় উল্লাসেৰে আৰু আত্ম গৌৰৱত গুহাৰ ভিতৰত সোমাল। সুৰালিকাই লামাঙক ক'লে- প্ৰভু !আপুনি পালিমাঙৰ ওপৰত কিয় শৰনিক্ষেপ নকৰিলে ? আপুনি বাণ নিক্ষেপ কৰিব বুলিয়েই মই পালিমাঙৰ লগত অপাৰ শক্তি প্ৰয়োগ কৰিছিলো। আপুনি কিয় শৰ নিক্ষেপ নকৰিলে। এনে স্থিতিত মই কোনো উপায় নাপাই প্ৰাণলৈ পলাব লগাত পৰিল। ৬৯১ ॥

লামাঙে সুৰালিকাক মৃদু সুৰত ক'লে- তোমালোক দুই ককাই ভাই দেখাই শুনাই চেহেৰা পাতিয়ে একে। তোমালোকৰ যেতিয়া তুমুল সংঘৰ্ষ চলি আছিল তেতিয়া মই কাক মাৰিম, কি কৰিম, কাৰ ওপৰত শৰ নিক্ষেপ কৰিম ভাবি থাকোতেই গ'ল। যি হওঁক তুমি কোনো চিন্তা নকৰিবা। তোমাক ৰজা পাতিহে এৰিম। তাৰ পাছত লামাঙে লাখানাক ক'লে- তুমি এধাৰ ফুলৰ মালা গাঁথি সুৰালিকাৰ ডিঙিত পিন্ধাই দিয়া। সুৰালিকাই মালা ধাৰণ কৰি পুনৰ পালিমাঙক যুদ্ধলৈ আহ্বান কৰিলে। ৬৯২ ॥

সুৰালিকাই বাৰম্বাৰ যুদ্ধলৈ আহ্বান কৰাত পালিমাঙে চিন্তা কৰিলে- সুৰালিকাৰ অভিপ্ৰায় নো কি ? আজি দেখিছো সুৰালিকা সেনৰ এজাত। তাকে দেখি পালিমাঙৰ পত্নী তাৰা (তুৰালা) ই স্বামীক সাৱধান কৰি ক'লে- শুনিবলৈ পোৱা হৈছে যে কোনোবা এজন পুৰুষ অৰ্থাৎ লামাঙে নিজ ৰাজ্য ত্যাগ কৰি বনে বনে ঘূৰি ফুৰিছে। আগততো এনে পৰিস্থিতি ঘটা নাই। কিম্বা নিশ্চয় ইয়াত ৰহস্য সোমাই আছে। দুই তিনিবাৰ যুদ্ধলৈ আহ্বান কৰাৰ নিশ্চয় ৰহস্য সোমাই আছে। গতিকে তুমি গুহাৰ ভিতৰৰ পৰা কদাপি বাহিৰলৈ ওলাই নাযাবা। ৬৯৩ ॥

পালিমাঙে ক'লে - তাতচাবাবাৰ পুত্ৰ লামাঙে কি নিমিত্তে মোক মাৰিব ? তেওঁ এজন দয়াবান আৰু শীলযুক্ত পুৰুষ। পত্নী তাৰাই বাধাদান কৰাত পালিমাঙে বুজাই ক'বলৈ ধৰিলে। তেওঁ এজন ধাৰ্মিষ্ঠ বুদ্ধ হ'ব। তেঁৱেই সংসাৰ চক্ৰৰ পৰা মনুষ্য বিলাকক মুক্তিৰ পথ দেখুৱাই ভৱ সাগৰৰ পৰা সকলোকে পৰিত্ৰাণ কৰাব। এই বুলি পালিমাঙে নিজ পত্নী তুৰালাৰ আগত বক্তব্য দাঙি ধৰিলে। সুৰালিকাৰ অন্যায় অত্যাচাৰ আৰু অহংকাৰ খৰ্ব কৰিব লাগিব। সি মোক অৱজ্ঞা কৰি বাৰে বাৰে যুদ্ধৰ কাৰণে মাতি আছে। আজি মই তাক অকণাৰ মাজতে জীৱন শেষ কৰিম। ৬৯৪ ॥

তাৰাৰ কথা আওকান কৰি পালিমাঙে নিজৰ শৰীৰ মায়াৰ বলেৰে যোজনমান কৰি বঢ়াইলৈ গুহাৰ ভিতৰৰ পৰা ওলাই সুখালিকাৰ ওপৰত জপিয়াই পৰিল। সুখালিকায়ো নিজ শৰীৰৰ কলেৱৰ বঢ়াই যুদ্ধত জপিয়াই পৰিল। কোনো বীৰ কম নাছিল। কোনেও কাকো পৰাজয় কৰিব পৰা নাছিল। অৰণ্য অঞ্চলৰ পৰ্বত পাহাৰ গছ বিৰিখ ভাঙি ছিঙি চুৰমাৰ হৈ গৈছিল। গোটেই পৰ্বত ৰাজ্যৰ পশু পক্ষীৰ মাজত হাহাকাৰৰ সৃষ্টি হৈছিল। ৬৯৫ ॥

## ॥ বালী বধ ॥

বোধিসত্ত্ব ৰামে দুই ভাই ককাইৰ তুমুল সংঘৰ্ষখন ৰ' লাগি চাই থাকিল। লামাঙে পলকে পলকে নিৰীক্ষণ কৰি আছিল সুখালিকাৰ ডিঙিৰ মালাধাৰলৈ। ইফালে লামাঙে ধনুত শৰ জুৰি পালিমাঙলৈ নিক্ষেপ কৰিলে। বাণৰ জ্বালাত পালিমাঙ মাটিত বাগৰি পৰিল। তেওঁ ক'লে- কোন সেইজন ? বনৰ আঁৰৰ পৰা কি কাৰণে মোৰ ওপৰত বাণ নিক্ষেপ কৰিলে ? সাত জোপা তাল গছৰ সমান ডাঠ মোৰ শৰীৰৰ ছালকো তীক্ষ্ণ বাণেৰে প্ৰহাৰ কৰি ভেদ কৰা জন কম পুৰুষ নহয়। এতিয়া বিলম্ব কৰাৰ কোনো প্ৰয়োজন নাই। অতি সোনকালে মোৰ ওচৰত উপস্থিত হৈ তোমাৰ পৰিচয় দিয়া। ৬৯৬॥

লামাঙে বনৰ আঁৰৰ পৰা ওলাই আহি পালিমাঙৰ ওচৰত থিয় দিলে। পালিমাঙে সুধিলে- কোন তুমি ? কোন দেশৰ পৰা আহি বনত এনেদৰে লুকাই থাকি মোক হত্যা কৰিলা ? এতিয়া গোপনীয়তাৰ কোনো প্ৰয়োজন নাই। মোক তোমাৰ প্ৰকৃত পৰিচয় লাগে। পালিমাঙৰ প্ৰশ্নৰ উত্তৰত লামাঙে ক'বলৈ ধৰিলে। ৬৯৭ ॥

মোৰ নাম লামাঙ (ৰাম)। মই অযোধ্যা ৰাজ্যৰ ৰজা তাতচাৰাথা (দশৰথৰ) ৰ পুত্ৰ। অৰণ্যৰ মাজে মাজে ঘূৰি ফুৰি দুষ্টক দমন আৰু সন্তক পালন কৰাই হ'ল মোৰ ধৰ্ম। মই সেইবিলাক প্ৰাণীক বিচাৰি ফুৰিছো যি বিলাক প্ৰাণীয়ে সংসাৰত অন্যায়, অধৰ্ম কৰি ফুৰিছে। আৰু পঞ্চশীলৰ নীতিক যি অৱমাননা কৰিছে, উলঙ্ঘা কৰিছে সেইবিলাকক মই নিধন কৰিম। এতিয়া তোমাৰ ভায়েৰা সুখালিকাক কিংতা ৰাজ্যৰ ৰজা পাতিম। কাৰণ সুখালিকাৰ হৃদয় অত্যন্ত সাত্ত্বিক তথা পৱিত্ৰতাৰে ভৰা। তেওঁ পঞ্চশীলৰ নীতিক ভালদৰে হৃদয়ঙ্গম কৰি নিজ কৰ্ত্তব্য নিয়াৰিকৈ কৰি গৈ আছে। সুখালিকা এজন ধাৰ্ম্মিক ব্যক্তি। এতিয়া সুখালিকাক মই সমস্ত বান্দৰৰ ওপৰত অধিপতি পাতি দিম। ৬৯৮ ॥

পালিমাঙে ক'লে- ই একেবাৰে অসম্ভৱ। ধাৰ্ম্মিক হ'লে জানো এইদৰে মনে মনে আহি মোক হত্যা কৰে ? সিনো তোমাৰ কি উপকাৰ সাধন কৰিব ? ৬৯৯ ॥

পালিমাঙৰ এনে যুক্তি তৰ্ক শুনি লামাঙে ক'লে- মোৰ প্ৰিয় ভাৰ্য্যা নাংসীতাক চিপহ্নৈলাকাই

হৰণ কৰি লৈ যোৱা সুখালিকাই নিজ চকুৰে দেখিছে আৰু মোৰ পত্নীক সেই দুৰ্বৃত্তৰ হাতৰ পৰা উদ্ধাৰ কৰি আনি দিম বুলি প্ৰতিজ্ঞাবদ্ধ হৈছে। মই মোৰ প্ৰিয়তমা নাংসীতাৰ সন্ধানত অনেক অৰণ্য পাৰহৈ আহি আহি এই (কিষ্কিন্ধ্যা) কিংতা ৰাজ্যত প্ৰৱেশ কৰিলোহি। ৭০০॥

লামাঙৰ কথা শুনি পালিমাঙে হাতযোৰ কৰি ক'লে- হে প্ৰভু ! তেন্তে দয়া কৰি মোক মুক্তি দিয়ক। আপুনি যিজন চিপহৌলাঙ্কাৰ কথা কৈছে তেওঁ এদিন মই সমুদ্ৰত স্নান কৰি থকা অৱস্থাত মোৰ ওপৰত ছাঁ পেলাই গৈছিল। মই তেওঁক মোৰ নেজেৰে পকাই আকাশমাৰ্গৰ পৰা নমাই সাগৰত তিনিবাৰ জুবুৰিয়াই দিছিলো। তেওঁ পুনৰ এই কিংতা ৰাজ্যত প্ৰৱেশ নকৰো বুলি প্ৰতিজ্ঞাবদ্ধ হৈ গৈছে। আপোনাৰ আজ্ঞা হ'লে আপোনাৰ ধৰ্ম্ম পত্নীক মই এতিয়াই আপোনাৰ শ্ৰীচৰণত অৰ্পণ কৰিব পৰা ক্ষমতা মোৰ আছে। কেৱল চিপহৌলাঙ্কাহে নালাগে লঙ্কা ৰাজ্যৰ হাতী, ঘোঁৰা, অসংখ্য সেনা, ৰাক্ষস আৰু দাস দাসী মহিষী আদি সকলোকে টানি আনি আপোনাৰ ওচৰত অৰ্পণ কৰিব পাৰো। আপুনি মাত্ৰ মোৰ ওপৰত কৰুণাৰে দৃষ্টিপাত কৰক। মই এতিয়াই আপোনাৰ পত্নীক আনি আপোনাৰ চৰণত অৰ্পণ কৰিম। ৭০১॥

পালিমাঙৰ বীৰত্বৰ কথা শুনি তেওঁৰ প্ৰাৰ্থনাৰ প্ৰত্যুত্তৰ ৰূপে লামাঙে ক'লে - যদি তুমি এখন ৰাজ্যৰ ৰজা হৈ সকলো বিলাক ধৰ্ম্মাচৰণ কৰিছিলা, তেন্তে এই অৰণ্যৰ পৰা কি অপৰাধ আৰু দোষৰ নিমিত্তে বিদায় ল'ব লগাত পৰিল। মই যেতিয়া তুষিত স্বৰ্গ ৰাজ্যৰ পৰা মৰ্ত্যলোকলৈ আহোঁ তেতিয়াই প্ৰতিজ্ঞা কৰিছিলো, যিবিলাক মৰ্ত্যলোকৰ জীৱ জন্তুৱে অন্যায়, অধৰ্ম্ম কৰে,পাপ কৰ্ম্মত লিপ্ত হয়, দেৱ মনুষ্য যেয়ে নহওঁক মই সিইঁতক তত্তালিকে নিধন কৰিম। বহুত অৰণ্য অতিক্ৰম কৰি আহি তোমাৰ ৰাজ্যত প্ৰৱেশ কৰিলো। ইয়াত আহি দেখিলো যে তুমি ধৰ্ম্ম কৰ্ম্ম সকলো বিলাক ত্যাগ কৰি অন্যায় পাপ কামত লিপ্ত হৈছা। তোমাৰ গাৰ ছাল সপ্তোল গছৰ সমান ডাঠ হোৱা সত্বেও মোৰ প্ৰচণ্ড ব্ৰজপাত সদৃশবাণ নিক্ষেপ কৰি তোমাক নিধন কৰিলো। তুমি এতিয়া সহজে দেৱপুৰীলৈ গমন কৰা। ৭০২॥

বোধিসত্বৰ সাত্বিক আশীৰ্বাদৰ পিছত পালিমাঙে ক'লে - মোৰ অতি স্নেহৰ পুত্ৰ (আত্মজ) অঙ্গদ বনে বনে অনাই বনাই ঘূৰি ফুৰিছে। আপুনি অনুগ্ৰহ কৰি মোৰ সেই মৰমৰ পুত্ৰক মাতি আনি যুৱৰাজ পদত বহুৱাওক যদি এই ৰাজ্যৰ ৰজা সুখালিকা হয়। ৭০৩॥

পালিমাঙৰ এনে অৱস্থা ঘটাত তেওঁৰ পত্নী তুৰালা (তৰা)ই পুত্ৰ আত্মজক বনৰ পৰা বিচাৰি আনিলে। আৰু অঙ্গদক বাপেকৰ ঘটনাৰ বিষয়ে কান্দি কাটি ক'লে। মাক আৰু পুতেকে পালিমাঙৰ মৃত্যুৰ ক্ষণত উপস্থিত হ'বলৈ খুজিলে। এনে বিপজ্জনক পৰিস্থিতিত ওচৰৰ পৰা বান্দৰ বান্দৰী বিলাক ওলাই আহি তেওঁ বিলাকক বুজাব ধৰিলে যে সেই ঠাইলৈ যোৱাটো উচিত নহব।

৭০৪॥

কাৰণ ৰাম লক্ষ্মণৰ হাতত ধনু শৰ এতিয়াও বিৰাজমান হৈ আছে। তোমালোকে যদি তাৰে যোৱা তেন্তে তোমালোকৰো প্ৰাণ শেষ কৰি দিব পাৰে। কিন্তু সিহঁতৰ ভয়াতুৰ মনোভাবক আওকান কৰি মাক পুতেক আহি পালিমাঙৰ কাষ পালেহি। তাৰাই স্বামীৰ ধাৰাশায়ী অৱস্থাৰ কথা বৰ্ণাই হুৰাও ৰাৱে কান্দিবলৈ ধৰিলে। তেওঁ ক'লে- মই ইমান মানা কৰিছিলো কিন্তু মোৰ কথাক তৃণ জ্ঞান কৰি আপুনি সম্মুখ ৰণত জপিয়াই পৰি চিৰ দিনৰ কাৰণে প্ৰাণ বিৰ্সজন দিলে। আঙ্কাতাইও বাপেকৰ এনে অৱস্থা দেখি বনে বনে ৰোদন কৰি ফুৰিবলৈ ধৰিলে। তাৰাই শেষত মনৰ বেজাৰত বোধিসত্ত্ব ৰামক ক'বলৈ ধৰিলে। ৭০৫॥

আমি শুনিবলৈ পাইছো যে তুমি দেৱ সমাজত আবিৰ্ভাৱ হৈ দেৱ মনুষ্য তথা প্ৰাণী জগতক উদ্ধাৰ কৰি তেওঁলোকৰ মুক্তিৰ পথ সুগম কৰিবা। সংসাৰ চক্ৰত প্ৰাণীৰ মাজত মঙ্গল কামনা কৰাটোৱেই হ'ল তোমাৰ ধৰ্ম্ম। কিন্তু পৰিতাপৰ বিষয়যে তুমি সকলোৰে হৰ্তা কৰ্তা হৈ সমাজৰ কল্যাণ কাৰক হৈ মোৰ স্বামীক আজি বধ কৰিলা। মই সিমান সন্তপ্ত নহলোহেঁতেন যদি তুমি মোৰ স্বামীক সম্মুখ ৰণত নিধন নকৰিলাহেঁতেন। মোৰ অত্যন্ত দুখ আৰু ক্ষোভ এইকাৰণেই যে তুমি বনৰ আঁৰৰ পৰা চুৰ কৰি মোৰ স্বামীক বধ কৰিলা। ৭০৬॥

তুমিতো তোমাৰ প্ৰিয় নাংসীতাক উদ্ধাৰ কৰাৰ লোভৰ বশৱতী হৈহে মোৰ স্বামীক নিধন কৰিলা। তুমি তোমাৰ দুৰ্জয় শক্তি আৰু প্ৰতিভাৰ প্ৰভাৱত নাংসীতাক নিশ্চয় লাভ কৰিব পাৰিবা। মই বনৰ বান্দৰী হ'ব পাৰো, তথাপি মোৰ সত্যতা আৰু পৱিত্ৰতা অক্ষুন্ন আছে। মোৰ যি দৰে স্বামীৰ পৰা বিচ্ছেদ ঘটিব লগাত পৰিল, সেইদৰে তুমিও তোমাৰ ধৰ্ম্ম পত্নীৰ পৰা বিচ্ছেদ হৈ থাকিব লাগিব। মই এতিয়া যিদৰে স্বামীৰ দুখত জীৱন কটাবলগীয়া হ'ব সেইদৰে তুমিও নাংসীতাৰ বিৰহত অলপ সময়লৈ হ'লেও মৃত্যুৰ যন্ত্ৰণা পাব লাগিব। ৭০৭॥

এই বুলি কৈয়েই তাৰাই মৃত প্ৰায় স্বামীৰ শৰীৰ স্পৰ্শ কৰি আটাহ পাৰি কান্দিবলৈ ধৰিলে। তাৰাৰ ভীষণ আৰ্তনাদত পালিমাঙে কিছু চেতনা পালে আৰু চকুমেলি পত্নীৰ ফালে চালে। থমকিব সুৰত পালিমাঙে তাৰাক ক'লে- কিয় তুমি প্ৰভুৰ প্ৰতি এনে দুৰ্ব্যৱহাৰ কৰিলা ? মইতো প্ৰভুক অসৎ ব্যৱহাৰ কৰিলো। মই যি ব্যৱহাৰ কৰিলো সেইয়াও প্ৰভু লামাঙৰ কাৰণে ডাঙৰ অপমানৰ দৰে হ'ল। মোৰ মৃত্যু হ'ল চিপহৌলাঙ্কাৰ নিমিত্তে। কাৰণ চিপহৌলাঙ্কাই প্ৰভুৰ পত্নী নাংসীতাক হৰণ কৰি লৈ গ'ল। এইয়া হ'ল মোৰ পূৰ্বকৃত কৰ্ম্মৰ ফল। যাৰ ফলস্বৰূপে আজি মই বোধিসত্ত্ব প্ৰভু ৰামৰ দৰ্শন পালো। তেখেতৰ কৃপাতে আজি মই এই ভৱসাগৰ পাৰহৈ স্বৰ্গগামী হ'ম। ৭০৮॥

পালিমাঙে ভায়েক সুখালিকাক ক'লে- হে মোৰ প্ৰিয় ভাই সুখালিক্ক, তোমাৰ প্ৰতি কথা

অসৎ ব্যৱহাৰ আৰু অন্যায় আচৰণ, তুমি ক্ষমা কৰিবা। মোৰ এতিয়া এই সংসাৰ ত্যাগ কৰি বৈকুণ্ঠ ধামলৈ যাবৰ সময় হ'ল। তুমি এতিয়া এই গুহাত অৰ্থাৎ ৰাজ্যৰ ৰজা হৈ সুখে সন্তোষে ৰাজত্ব কৰা। মোৰ পুত্ৰ আক্কাতাক যাতে কোনো দুখ নিদিয়ে। ৭০৯॥

আক্কাতাক নিজৰ ল'ৰা বুলি মৰম চেনেহ কৰি যুৱৰাজ পদত প্ৰতিষ্ঠিত কৰিবা। কাৰণ সেই নাবালক আক্কাতাৰ গাত কোনো দোষ নাই। তোমালোক দুয়োৱে প্ৰভু বোধিসত্ত্ব ৰামক সৰ্বতো প্ৰকাৰে সহায় কৰিবা। পুত্ৰ আক্কাতা তুমিও তোমাৰ খুড়াদেউতাৰ প্ৰতি কোনো কপট ভাৱ নাৰাখিবা। তোমালোকে পদে পদে প্ৰভু বোধিসত্ত্বক সহায় সহযোগ কৰি থাকিবা। এইদৰে পালিমাঙে ভায়েক সুখালিকা, পুতেক আক্কাতা, আৰু পত্নী তুৰালাক সাৰুৱা নীতি বচন শুনাই ইহলীলা সম্বৰণ কৰিলে। ৭১০॥

## ॥ সুগ্ৰীৱৰ অভিষেক॥

লামাঙ আৰু লাখানাই বান্দৰ বিলাকৰ লগত পাৰস্পৰিক আলোচনাৰ মাজেদি পালিমাঙৰ দেহ সংস্কাৰ কৰিলে আৰু সুখালিকা (সুগ্ৰীৱ)ৰ কিংতা (কিষ্কিন্ধ্যা) ৰাজ্যৰ ৰজা পাতিলে। পালিমাঙৰ পুত্ৰ আক্কাতা (অঙ্গদ)ক যুৱৰাজ পদত অধিষ্ঠিত কৰি কিংতা ৰাজ্যৰ গৌৰৱ বঢ়ালে। ৰাজ্যৰ প্ৰজাবৰ্গই মঙ্গল আৰতিৰ ধ্বনি কৰিলে। ৭১১॥

বোধিসত্ত্বৰ পূৰ্ব জন্মৰ কাহিনী ভগৱান বুদ্ধই সুবিমল শীতল বৃক্ষৰ ছায়াত বহি ভিক্ষু সংঘৰ আগত দেশনা কৰিবলৈ ধৰিলে। বুদ্ধই দেৱ সমাজৰ প্ৰতি এনেদৰে ধৰ্মৰ বাণীবিলাক দেশনা কৰিছিল। এই বোধিসত্ত্বৰ কাহিনী পৰম্পৰাগত ভাৱে ভাৰতবৰ্ষত (মুংকালা) মানৱ সমাজে বৰ আদৰেৰে পঢ়িবলৈ ল'লে। পোহৰে অন্ধকাৰ দূৰ কৰাৰ দৰে আমিও 'সূত্ৰপিটক' ৰ অন্তৰ্গত লিপিবদ্ধ টাই ভাষাত অনুবাদ কৰি বৌদ্ধ সমাজ ব্যৱস্থাক নিৰ্মূল কৰাত সহায় কৰিলে। আৰু এই ভগৱান বুদ্ধৰ অমোঘ মৌ ৰৰষা বাণীৰ স্নিগ্ধতাই আমাৰ অন্ধকাৰময় বৌদ্ধ সমাজৰ হৃদয়ৰ কপাট খুলি দিলে। ৭১২॥

শেষত বোধিসত্ত্বই অৰণ্যবাসী বান্দৰৰ লগত মিত্ৰতা কৰি নাংসীতাৰ অন্বেষণত কি দৰে আগবাঢ়িলে সেই কাহিনীৰ ক্ৰম আগবঢ়াই নিব ধৰিলে।

সুখালিকা কিংতা ৰাজ্যৰ অধীশ্বৰ হোৱাৰ পিছত লামাঙে সুখালিকাক ক'লে- মিত্ৰবৰ এতিয়া বহি থকাৰ সময় নাই। তুমি সৈন্য সামন্ত একত্ৰিত কৰা। কাৰণ এতিয়া আমাৰ অভিযানৰ বিষয়ে বিশদ আলোচনা কৰিব লাগে। ৭১৩॥

লামাঙৰ আদেশক্ৰমে সুখালিকাই যুৱৰাজ আক্কাতাক সৈন্য সামন্ত বিলাকক মাতি আনিবৰ কাৰণে আদেশ দিলে। যুৱৰাজ আক্কাতাই ৰজাৰ আদেশক্ৰমে ৰাজ্যৰ সকলো সৈন্য সামন্তক মাতি

আনি বোধিসত্ত্ব লামাঙৰ ওচৰত উপস্থিত কৰালেহি। ৭১৪॥

নল (নালা), নীল (নীলা), কাময়ুতা, চুলাফা, কোপাখা, ছামপাতি, কুমুকতো, কনখামা, চাম্পুমাম (জাম্ববান) বীৰ আনুমাম (হনুমান) আদি মহা মহা বীৰ সকল আহি লামাঙৰ ওচৰত আহি উপস্থিত হ'লহি। চুখেন (সুষেণ), মহেন তালো, তেপিন তালো, থুমালা আদি বীৰ সেনাপতি সকল আহি বোধিসত্ত্বৰ ওচৰত উপস্থিত হ'ল। বাৰজন প্ৰধান সেনাধ্যক্ষও আহি বোধিসত্ত্ব ৰামৰ ওচৰত উপস্থিত হ'ল। ৭১৫॥

ইয়াৰ উপৰি তিনিকোটি ন লাখ মহামহা বীৰে দলে বলে আহি ৰামক প্ৰণিপাত জনালে। মুঠৰ ওপৰত যিমান লাখ, কোটি অযুত সেনা আছিল সকলোৱেই বোধিসত্ত্ব লামাঙৰ পাৰন অভিযানত ৰাৱণৰ বিৰুদ্ধে যোগদান কৰিবলৈ আগবাঢ়ি আহিল। যুৱৰাজ আঙ্কাতাই ৰজা সুখালিকাক ক'লে- মহাৰাজ যিমান বিলাক সৈন্য সামন্ত আছিল, সকলো বিলাকক নিমন্ত্ৰণ কৰি অনা হ'ল, এতিয়া আমি আলোচনা কৰি কেনেদৰে কি কৰিলে সুবিধা হয় তাৰহে এটা ব্যৱস্থা কৰিব লাগে। অন্যথা নাংসীতাই অনেক কষ্ট ভোগ কৰিব। হে প্ৰভু লামাঙ ! এতিয়া আপোনাৰ যি আজ্ঞা আৰু আদেশ আমি পালন কৰিব লাগে, অতি সোনকালে তাক প্ৰদান কৰক। ৭১৬॥

লামাঙে সুখালিকাক সুধিলে- মিত্ৰবৰ, এই বিশাল সমুদ্ৰৰ ইপাৰ সিপাৰ কিমান যোজনৰ পথ হ'ব ? সুখালিকাই ক'লে- প্ৰভু এই বিষয়ে আপুনি অকনো চিন্তা নকৰিব, কাৰণ মোৰ ৰাজ্য পৰ্বত, পাহাৰ, শিলা খণ্ডৰে পৰিপূৰ্ণ হৈ আছে। সেই বিলাক মোৰ সৈন্য সামন্তৰ দ্বাৰা কাটিয়াই অনাম। সেই পৰ্বত, শিলাখণ্ড সাগৰত পেলাই দিব। মোৰ সৈন্যবিলাকৰ দ্বাৰা পৰ্বত পাহাৰ বিলাক দাঙি অনাই সাগৰত পেলাই দিয়াৰ ব্যৱস্থা কৰি দিম। ৭১৭ ॥

## অধ্যায়-১৯

## ॥ সাগৰ তীৰলৈ যাত্ৰা ॥

সুখালিকাৰ বুদ্ধি পৰামৰ্শত বোধিসত্ত্ব লামাঙে মিচিকিয়াই হাঁহি মাৰি ক'লে-তেন্তে মিত্ৰবৰ এতিয়া ব'লা আমি সাগৰৰ তীৰলৈ যাওঁ। লামাঙৰ আগ্ৰহত সুখালিকাই সৈন্য সামন্ত সহিত সাগৰৰ কালে যাত্ৰা কৰিলে। ৭১৮॥

সমুদ্ৰৰ তীৰত থিয় দি সাগৰৰ প্ৰচণ্ড লহৰ দেখি সকলোৱে তবধ মানিলে। সমুদ্ৰত ঢৌৰ প্ৰকোপ ইমান প্ৰবল যে প্ৰকাণ্ড প্ৰকাণ্ড ঢৌৰ সংঘৰ্ষত এক কোলাহলত বিৰাট শব্দৰ সৃষ্টি হৈছে যেন মেঘৰহে নিনাদ হৈছে। সাগৰৰ পাৰ বিলাক লহৰৰ খুন্দাত চপৰা চপৰে খহিব লাগিছে। প্ৰকাণ্ড জলচৰ ঘৰিয়াল শিহুবিলাকে বিকট চিঞৰ দি জলক্ৰীড়া কৰিব লাগিছে। সাগৰৰ প্ৰচণ্ড লহৰ

আৰু গতিবিধি দেখি বান্দৰ বিলাক ভয়তে পেপুৱা লাগিল। ৭১৯॥

সাগৰীয় শীতল বায়ুৰ ঠেকাত বীৰসেনা বান্দৰ বিলাক জাৰত কঁপিবলৈ ধৰিছিল। সমুদ্ৰৰ তাণ্ডৱ নৃত্য দেখি সকলোৱে থৰহৰি কম্পমান হৈছিল। ৰজাৰ আদেশানুসাৰে সমুদ্ৰৰ তীৰত সৈন্য সামন্ত বান্দৰ বিলাকে তম্বু সাজি থকাৰ ব্যৱস্থা কৰিলে। ৭২০॥

লামাঙে সুখালিকাক মৃদু সুৰত ক'লে- হে বানৰ ৰাজ, মই তোমাক এটা কথা কওঁ শুনা। মোৰ প্ৰিয়তমা নাংসীতাৰ চৰিত্ৰ স্ফটিকৰ জলধাৰাৰ দৰে একেবাৰে শুদ্ধ আৰু উজ্জ্বল। নাংসীতাই কোনো কালতে পৰ পুৰুষৰ মুখ দৰ্শন কৰা নাই। পৰ পুৰুষৰ লগত গমনৰতাও হোৱা নাই। নাংসীতাৰ সত্যতা, পৱিত্ৰতা, সাত্বিকতা, নিছিগা ধাৰৰ দৰে প্ৰৱাহমান হৈ আছে। নাংসীতাৰ জীৱনত কলঙ্কৰ ৰেঙনি নাই। কিন্তু দুষ্ট চিপহৌলাঙ্কাই বলপূৰ্বক তেওঁক হৰণ কৰি লঙ্কালৈ লৈ গৈছে। এনে সন্ধিক্ষণত মোৰ বিশ্বাস নাংসীতাই আত্মহত্যা কৰিছে। অন্যথা কোনো অন্ধকাৰ কাৰাগাৰত বন্দিনী হৈ আছে। কোনো উপায় নাপাই আত্মহত্যাও কৰিব পাৰে। ৭২১॥

বান্দৰ সৈন্যবিলাকে হয়তো অযথা পৰিশ্ৰম কৰাহে হ'ব। গতিকে মোৰধাৰণা মতে আমি এজন দূত লঙ্কালৈ নাংসীতাৰ অনুসন্ধানৰ কাৰণে পঠাব লাগে। নাংসীতা জীৱিত আছেনে নাই অনুসন্ধান কৰি অহাটো ভাল হ'ব। ৭২২॥

লামাঙৰ পৰামৰ্শমতে সুখালিকাই মূৰৰ কিৰীটি টো খুলি ক'লে- যেয়ে সাগৰ পাৰহৈ নাংসীতাৰ খবৰ আনি দিব পাৰিব তেওঁৰ মূৰত এই মুকুট পুৰস্কাৰ স্বৰূপে দিয়া হ'ব। বিশাল সমুদ্ৰ জাপ মাৰিগৈ নাংসীতাৰ খবৰ আনি দিব লাগিব। ৭২৩॥

ৰজা সুখালিকাৰ প্ৰতিশ্ৰুতি শুনি নলে (নালা) ই ক'লে- এই বিশাল সমুদ্ৰত মই কেৱল দহ যোজন হে জাপ মাৰিব পাৰিম। গতিকে এই পুৰস্কাৰৰ যোগ্যতা মোৰ গাত নাই। নীলে (নীলাই) ক'লে- মইতো কেৱল বিছ যোজন হে জাপ মাৰিব পাৰিম। মযো সেই পুৰস্কাৰৰ যোগ্য নহওঁ। ৭২৪॥

এইদৰে কামযুতাই চল্লিছ যোজন, জাম্বৱানে ষাঠি যোজন, কোপাৰাই বাৰ যোজন, ছুলাকাই বিৰাল্লিছ যোজন, কঠমাই পঞ্চাছ যোজন জাপ মাৰিব পাৰো বুলি ক'লে। ৭২৫॥

সেনাপতি মহেন্দ্ৰই সত্তৰ যোজন, তেপিনতালোৱে ছয়ষঠি যোজন, কামযুতাই নৱৈ যোজন জাপ মাৰিব পাৰো বুলি ক'লে। যুৱৰাজ অঙ্গদে ক'লে- প্ৰভু লামাঙ! মই একেজাপে লঙ্কা পাৰ হ'ব পাৰো, কিন্তু ঘূৰি হ'লে আহিব নোৱাৰো। আকাতা (অঙ্গদ)ৰ এনে হাস্যৰসিকতাপূৰ্ণ কথাত সকলো বান্দৰেই হাঁহি দিলে। ৭২৬॥

প্ৰতিভাশালী বীৰ বান্দৰ বিলাকৰ নৈৰাশ্য জনক কথাত লামাঙে হনুমাৰ পেলাই দিলে।

ক'লে আমাৰ যি উদ্দেশ্য তাত সফলতা লাভৰ কোনো আশা নাই। যদি কিবা কাৰণত আমাৰ এই দুৰ্বলতাৰ কথা লঙ্কেশ্বৰৰ কাণত পৰে তেন্তে আমাৰ অস্তিত্ব একেবাৰে মাটিত বিলীন কৰি দিব। এই বুলি কৈয়েই  লামাঙে ধনুশৰ পেলাই দি মৌনতা অৱলম্বন কৰিলে। ৭২৭॥

চাম্পুমামে লামাঙক বিনম্ৰ নিবেদন কৰি ক'লে- হে প্ৰভু! আপুনি এই বিষয়ে তিলমাত্ৰও চিন্তা নকৰিব। আপোনাৰ আগত এটি কাহিনী দাঙি ধৰিব বিছাৰিছো, যদি আপুনি অনুমতি প্ৰদান কৰে। আমাৰ যিমানবিলাক ডাঙৰ বীৰ আছে সেইবিলাকৰ ভিতৰত কোনেও সমুদ্ৰ পাৰ হৈ গৈ নাংসীতাৰ খবৰ আনিবলৈ সমৰ্থ নহয়। কিন্তু এই দুঃসাধ্য সাধন কেৱল আমাৰ আনুমামে (হনুমানে) হে কৰিব পাৰিব। ৭২৮॥

তেতিয়া লামাঙে মাত লগালে- ইমান বিলাক শকত আৰত হৃষ্ট পুষ্ট বলিষ্ঠ বান্দৰে এই কাম কৰিবলৈ সাহ কৰা নাই। সাধাৰণ এটা শুকান উবান লেৰেলা চেপেটা বান্দৰে সাগৰ পাৰহৈ কি নাংসীতাৰ বাতৰি আনিব ? এই হাড়ে ছালে লগা শুকান হনুমানে এই কাম কৰিব পাৰিব জানো ? তাৰ কেৱল হাড় কিডালহে ছালৰ মাজত সোমাই আছে। সি কোনোমতে প্ৰাণটো লৈ মৰো মৰো অৱস্থাৰে অৰণ্যৰ মাজে মাজে ঘূৰি ফুৰিছে। চাম্পুমামে ক'লে- যদিও তাৰ শৰীৰৰ অৱস্থা কাহিল, তথাপি আনুমামৰ দ্বাৰাহে সেই কাম সম্ভৱপৰ হ'ব। চাম্পুমামৰ কথা শুনি অৰণ্যবাসী বান্দৰ বিলাকে খিকিন্দালি মাৰি হাঁহি দিলে। ৭২৯॥

## ॥ হনুমানৰ পূৰ্ব বৃত্তান্ত ॥

বান্দৰ বিলাকে হাঁহি উকৰাই দিয়া দেখি চাম্পুমামে ক'লে- প্ৰভু! আপুনি যদিও আনুমামৰ আকৃতি প্ৰকৃতি চেহেৰা প্যাতি দেখি আশ্চৰ্য্য প্ৰকাশ কৰিছে, তথাপি অৰণ্যৰ জীৱ জন্তুৰ লগত আনুমামৰ তুলনা হ'ব নোৱাৰে। আনুমামৰ আদি বৃত্তান্ত এতিয়া আপুনি ভালদৰে শুনক। আনুমাম বায়ুৰজাৰ পুত্ৰ। বায়ু স্বৰ্গৰ বীৰ শ্ৰেষ্ঠ দেৱতা। আনুমামে যেতিয়া পোৱৰ বছৰত ভৰি দিয়ে তেতিয়া উদ্দিত ৰঙা সূৰ্য্যটোক পকা আম বুলি ভাবিছিল। আকাশত তিৰবিৰাই ৰঙা হৈ জিলিকি থকাত তেওঁ জাপ মাৰি আকাশমাৰ্গলৈ উঠিল। সূৰ্য্যলৈ লাখ লাখ যোজন দূৰ। আনুমামে গৈ সূৰ্য্যটোক খাপমাৰি ধৰিলে। আনুমামৰ আকৃতি প্ৰকৃতি দেখি সূৰ্যই ৰাহু বুলি ভাবি পলাই গৈ স্বৰ্গাধিপতি ইন্দ্ৰৰ ওচৰত আশ্ৰয় ল'লে। ৭৩০॥

ইনতাচিকত্ৰাই (ইন্দ্ৰ) কাল বিলম্ব নকৰি আনুমামৰ থুতৰিটো বজ্ৰাঘাত বাণ মাৰি কাটি পেলালে। আনুমাম মাটিত বাগৰি পৰিল। এনে হিতিত বায়ুৰাজে গৈ ইন্দ্ৰক ক'লে- তুমি কি কাম কৰিলা ? সেইটো মোৰহে পুত্ৰ আছিল। সি অৰণ্যত ঘূৰি ফুৰিছিল যেতিয়া অযোধ্যাৰ যুৱৰাজ লামাঙ নাংসীতাৰ অন্বেষণত বনে বনে ঘূৰি ফুৰিব তেতিয়া আনুমামে যোকিমত্তৰ কামত বীৰ

বিক্রমেৰে সহায় কৰিব। গতিকে তুমি তাক মৰম কৰা। ৭৩১ ॥

ইনতাচিকত্ৰাই তেতিয়া লৰালৰি কৰি মৰ্ত্যলোকলৈ নামি আহি আনুমামৰ চৈতৰিটো চিকিৎসা কৰি ভাল কৰি দিলে আৰু আশীৰ্বাদ দিলে- যাতে হনুমানে বীৰত্বপূৰ্ণ ভাৱে দীৰ্ঘ জীৱন সুখে সন্তোষে জীৱন যাপন কৰিব পাৰে। লগতে বৰ প্ৰদান কৰিলে যে কোনো অস্ত্ৰ শস্ত্ৰই তাক কাটিব নোৱাৰে। দেৱ মনুষ্যৰ হাতত আৰু অগ্নিত পৰিলেও তাৰ কোনো অনিষ্ট নহয়। পানীত পৰিলেও তাৰ মৰণ নহয়। এনেদৰে ইন্দ্ৰই আশীৰ্বাদ প্ৰদান কৰি স্বৰ্গধামলৈ গতি কৰিলে। ৭৩২ ॥

দেৱৰাজ ইনতাচিকত্ৰাৰ পৰা অমোঘ বৰ লাভ কৰি হনুমানে অৰণ্যৰ মাজত আনন্দ উল্লাসেৰে বিচৰণ কৰি ফুৰিব ধৰিলে। এদিন অৰণ্যত ঘূৰি ফুৰোতে আনুমামে কেইজনমান ঋষিকুমাৰক গুৰুৰ ওচৰত শাস্ত্ৰ অধ্যয়ন কৰি ঘূৰি অহা দেখিলে। ঋষি কুমাৰ সকলক দেখি আনুমামে গছৰ ওপৰৰ পৰা নামি আহি তেওঁলোকক আগচি্ ধৰিলে। লগতে কিতাপ কলি বিলাক কাঢ়িলৈ ফালি ছিঙি দলিয়াই পেলালে। এনে পৰিস্থিতিত শিষ্যকেইজনে ঘূৰিগৈ গুৰুক এই অত্যাচাৰৰ কথা বিৱৰি ক'লে। ঋষিয়ে আনুমামৰ এনে দুষ্কাৰ্য্যত মনত দুখ পালে আৰু আনুমামক অভিশাপ দিলে। আজিৰ পৰা আনুমামৰ গাত কোনো বলশক্তি নোহোৱা হওঁক। তাৰ দেহৰ কলেৱৰ খীনাই শুকাই যাওঁক। বনৰ জন্তুক দেখাৰ লগে লগে যাতে সি ভয়ত আতুৰ হৈ পলাই। সি যাতে দূৰ্বল আৰু কেলেহুৱা হৈ অৰণ্যৰ মাজত টোপনিয়াই জীৱন কটাব লগাত পৰে। ঋষিঃ অমোঘ অভিশাপৰ ফলত আনুমামৰ দেহৰ কান্তি আৰু বল শক্তি ক্ৰমান্বয়ে সেই দিন ধৰি হীন হৈ যাবলৈ ধৰিলে। ৭৩৩॥

আনুমামৰ এনে অৱস্থা হ'ল যে সি উঠি লৰি ফুৰিব নোৱাৰা হ'ল। সি চুচৰি বাগৰি আহি মোৰ ওচৰত ঔষধ বিচাৰিলে। মোৰ প্ৰশ্নৰ উত্তৰত তেওঁ ঘটিত সকলো ঘটনা পুঙ্খানুপুঙ্খে বিৱৰি ক'লে। মই তেতিয়া তেওঁক লৈ ঋষিৰ ওচৰলৈ গ'লো। ঋষিৰ ওচৰত গৈ সৰ্বতো প্ৰকাৰে ক্ষমা ভিক্ষা কৰাত ঋষিয়ে ক'লে- যেতিয়া বোধিসত্ত্ব লামাঙে নিজ প্ৰিয় ভাৰ্য্যা নাংসীতাৰ অন্বেষণত আহি এই অৰণ্যত প্ৰৱেশ কৰিব তেতিয়া বোধিসত্ত্ব লামাঙে আনুমামৰ পিঠিত তিনিবাৰ থপৰিয়াই দিব। আনুমামৰ সমস্ত বল শক্তি আগৰদৰে ঘূৰাই পাই জাপিয়াই উঠিব। ৭৩৪ ॥

এইদৰে চাম্পুমামে আনুমামৰ অতীত কাহিনীৰ কথা বিৱৰি বোধিসত্ত্বক অৱগত কৰোঁতাৰ পিছত বোধিসত্ত্ব লামাঙে চিন্তা কৰিলে আৰু সকলো কথা বুজি পালে। অৱশেষত চাম্পুমামে বোধিসত্ত্ব লামাঙক আনুমামৰ পিঠিত তিনিবাৰ হাত ফুৰাবৰ কাৰণে অনুৰোধ কৰিলে। চাম্পুমামৰ অনুৰোধত লামাঙে মিচিকিয়া হাঁহিৰে আনুমামক ওচৰলৈ মাতিলে। আনুমামেও লামাঙৰ ওচৰ পাই আঠু কাঢ়ি সেৱা জনালে। লগে লগে বোধিসত্ত্ব লামাঙে আনুমামৰ পিঠিত আলফুলকৈ হাত বুলাই আশীৰ্বাদ প্ৰদান কৰিলে - আজিৰপৰা তোমাৰ গাত হৈ থকা পীড়া পিচি আৰু সমস্ত অৱসাদ

বিনাশহৈ যাওঁক। তোমাৰ নাম যাতে এই সংসাৰ থাকে মানে বিৰাজমান হৈ থাকে। বোধিসত্ত্ব লামাঙৰ হাতৰ স্পৰ্শ পাই আনুমামে পূৰ্বৰ বল শক্তি ঘূৰাই পাই জপিয়াই উঠিল। ৭৩৫ ॥

## ॥ হনুমানক সীতা অন্বেষণৰ কাৰণে প্ৰেৰণ ॥

আনুমামে নেজডাল অকণমান লৰালে আৰু জাপ মাৰি উঠি ক'লে- প্ৰভু! এতিয়া আপুনি মোক আজ্ঞা কৰক। মই এতিয়া স্বৰ্গ, মৰ্ত্য, পাতাল ঘূৰি আহিব পাৰো। সমস্ত ৰাজ্য পৰিক্ৰমা কৰি আহিব পাৰো। ইমানহৈ নহয় আপোনাৰ নাংসীতাৰ সবিশেষ খবৰো আপোনাৰ চৰণত নিবেদন কৰিব পৰা ক্ষমতা আছে। ৭৩৬॥

হে প্ৰভু লামাঙ! আপুনি নাংসীতাৰ বিষয়ে তিলমাত্ৰও চিন্তা কৰিব নালাগে। কাৰণ য'তেই নাথাকক তাতেই মই গৈ দেৱীৰ অনুসন্ধান কৰিম। এই দুৰ্জয় বীৰ আনুমাম থাকোতে আপুনি কি নিমিত্তে হাতৰ ধনু কাঁড় দলিয়াই পেলাইছে। মই এতিয়া সাগৰ পাৰহৈ নাংসীতাৰ খবৰ আনি আপোনাৰ চৰণত নিবেদন কৰিমহি। ৭৩৭॥

আনুমামৰ এনে বীৰত্বপূৰ্ণ কথাত লামাঙৰ মনটো অকণমান পাতল পাতল লাগিল। তেওঁ ক'লে তুমিতো নাংসীতাক দেখিলেও চিনি নোপোৱা। গতিকে মই তেওঁৰ নখ শিখ বৰ্ণন কৰো শুনা। নাংসীতাৰ কপাল আৰু ভ্ৰূযুগল ইন্দ্ৰই অঙ্কিত কৰা ছবিৰ দৰে উজ্জ্বল। চুলি টাৰি দীঘল আৰু মনোমোহা। তেওঁৰ কটি প্ৰদেশ একেবাৰে লাহী। বুকুখন সুবিশাল; দেৱৰাজ ইন্দ্ৰৰ পত্নীৰ দৰে সুবিমল। তেওঁৰ প্ৰত্যেক অঙ্গৰ কোমলতা আৰু লয়লাসে সকলোৰে চকু জুৰাই পেলাই। নাংসীতাক দেখিলে এনে হেন অনুমান হ'য় যেন তেওঁ এতিয়াহে ব্ৰহ্মপুৰীৰ পৰা নামি আহিছে। ৭৩৮॥

নাংসীতাৰ ওঁঠ দুখন সেন্দুৰৰ দৰে তীব্ৰ ৰঙা, জিভাখন উজ্জ্বল আৰু পাতল। তেওঁৰ কমনীয়তা ইমান আকৰ্ষণীয় যে চালে দৃষ্টি ফিৰি আহিব নোখোজে। মুখৰ আকৃতি গোল আৰু পূৰ্ণিমাৰ জোনৰ দৰে অত্যন্ত স্নিগ্ধ। নাংসীতা ওখই প্ৰায় চাৰিহাত। মুঠৰ ওপৰত নাংসীতাৰ নখ শিখ বৰ্ণন কৰা সম্ভৱ নহয়। তুমি নাংসীতাক দেখা পোৱাৰ লগে লগে মই কোৱা বৰ্ণনাৰ লগত মিলাই চাবা। ৭৩৯॥

নাংসীতাই প্ৰশ্ন কৰিলে এইদৰে ক'বা যে লামাঙক ঋষিয়ে আশ্ৰমৰ দুষ্ট ৰাক্ষসী কাউৰীক খেদিবৰ কাৰণে নিছিল। লামাঙে মিকথিলা ৰাজ্যৰ চানেক নন্দিনীক হৰধনু ভাঙি পত্নীৰূপে গ্ৰহণ কৰিছিল। বাটত পোচোনালা (পৰশুৰামক) পৰাস্ত কৰিছিল। অযুঠাৰাজ তাতছাৰাথাই ৰাজ্যৰ ৰাজ্যভাৰ লামাঙৰ ওপৰত অৰ্পণ কৰাৰ সিদ্ধান্ত লৈছিল। ৰাজৰাণী কেকেয়ে দুটা বৰ খুজিলে। নিদান আউকাৰাতাক ৰাজ্যভাৰ দিবা আৰু লামাঙক বনবাস দিবা। ইমান বিলাক তথ্যপাতি পাতি ধৰাৰ পিছতো যদি নাংসীতাই মানিব নিবিচাৰে তেন্তে তুমি মোৰ এই আঙঠিটো দেখুৱাই দিবা।

তেতিয়া তেওঁ সকলো কথা বিশ্বাস কৰিব। ৭৪০॥

লামাওে আনুমামৰ আগত নাংসীতাৰ পূৰা বৰ্ণনা কৰি শুনালে। আনুমামেও লামাওক সেৱা জনাই সমুদ্ৰ পাৰ হ'বলৈ স্থিৰ কৰিলে। আনুমামে নিজৰ শৰীৰটো অকণমান জোকাৰ মাৰি শৰীৰৰ কলেৱৰ পৰ্বত সমান কৰি ল'লে। নেজ ডালৰ দৈৰ্ঘ্য পঞ্চাছ যোজন আছিল। তেওঁ আকাশৰ ফালে জাপ মাৰি পৰ্বতৰ টিঙত উঠি ল'লে। আনুমামৰ বল বিক্ৰম আৰু আশ্চৰ্য্যচকিত কৰ্ম্ম দেখি সকলো কপিয়েই আচৰিত মানিলে। আৰু আনুমামক প্ৰশংসা কৰিবলৈ ধৰিলে। বাকী কপিবিলাকে ক'লে- এতিয়া প্ৰভু কোনো চিন্তাৰ কাৰণ নাই। এতিয়া নাংসীতাৰ পূৰা উদ্ধাৰ অভিযান চলাব পাৰিম। ৭৪১॥

আনুমামে পৰ্বতৰ টিঙত উঠি প্ৰতিজ্ঞা কৰিলে যি পৰিম্বিত নাংসীতাৰ সন্ধান উলিয়াব পৰা নহব, সেই পৰ্য্যন্ত কোনো ফলমূল মুখত দিয়া নহব। সমুদ্ৰৰ মাজত পৰ্বত পাহাৰে আগচি ধৰিলেও মই ক'তো ন'ৰম। আনুমামৰ এনে কঠোৰ প্ৰতিজ্ঞা শুনি অন্য বান্দৰবিলাকেও প্ৰতিজ্ঞা কৰিলে- যি পৰ্য্যন্ত নাংসীতাৰ খবৰ আমাৰ কাণত নপৰিব সেই পৰ্য্যন্ত আমি এটা ঠেঙত থিয় দি থাকিম। ৭৪২॥

আনুমামে সুমেৰু পৰ্বতত (নয় চিংনে) দুয়োটা ঠেঙেৰে খোপনি পুতি আকাশৰ ফালে জাপ মাৰিলে। বায়ুৰ প্ৰৱাহত ভিৰদি তীব্ৰ বেগত লংকাদ্বীপৰ অভিমুখে আগুৱাবলৈ ধৰিলে। গৈ গৈ সমুদ্ৰৰ মাজ পালে। নাগৰজাই সাগৰৰ তলিৰ পৰা ওলাই আনুমামৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিলে। আকাশী মাৰ্গত বিচৰণ কৰি ফুৰা দেৱতাসকলেও আনুমামৰ অভিযানত ধন্য ধন্য বুলি প্ৰশংসা কৰিলে আৰু আনুমামক সহায় কৰিবলৈ ধৰিলে। দেৱতাবিলাকে আনুমামক পৰীক্ষা কৰি চাবৰ নিমিত্তে নাগদেৱতাক পঠালে। দেৱতাসকলৰ মনতো এটা ভাব খেলালে। প্ৰভু লামাওৰ পাকেল কাৰ্য্যত আনুমামে কিমান দূৰ নিস্বাৰ্থ ভাবে কাম কৰিছে তাৰ পৰীক্ষা ল'ব বিচাৰিলে। ৭৪৩॥

সাগৰৰ তলিত থকা নাগদেৱতাই আনুমামক মাতি ক'লে- হেৰা বান্দৰ আনুমাম ! তুমি কোন দেশলৈ যাব ধৰিছা ? মই তোমাক গিলি খাই পেলাম। আনুমামে ক'লে মই প্ৰভু লামাওৰ দাস। তেখেতৰ ধৰ্ম্মপত্নী নাংসীতাৰ অনুসন্ধান কৰিবৰ নিমিত্তে লংকাৰ অভিমুখে আহি আছো। যদি তুমি মোক খাবলৈ ইচ্ছা কৰিছা, তেন্তে তুমি ইয়াতে অপেক্ষা কৰি থাকা, মই লংকাৰ পৰা নাংসীতাৰ সন্ধান কৰি আঁহো। ৭৪৪॥

নাগৰজাই ক'লে- তেন্তে তুমি আজি ইয়াত থাকি যোৱা। মই তোমাক কালিলৈ সুৰঙ্গেৰে লংকালৈ পঠিয়াই দিম। নাগৰ কথাত আনুমামে ক'লে তুমি মোক লংকাত গোৰাই দিব নালাগে। মোক যাবলৈ বাট এৰি দিয়া। নাগে ক'লে- আজি তুমি যাব নালাগে, কাৰণ বাটত অসংখ্য শত্ৰুৰে

অপেক্ষা কৰি আছে। আনুমামে তেতিয়া ক'লে- কোন সেইবিলাক শক্ৰ যি মোৰ পাবন কৰ্ত্তব্যত বাধা দান কৰিব পাৰে ? মই চাওঁ বাৰু, কাৰণ মই মোৰ প্ৰভু বোধিসত্ত্ব লামাঙৰ কামহে কৰি আঁছো। মই তেওঁৰ দাসৰো দাস। চাই থাকোতেই পলকতে নাগে এটা যক্ষদেৱতাৰ ৰূপ ল'লে। ৭৪৫ ।।

যক্ষদেৱতাটোৱে প্ৰায় নবৈব যোজন শৰীৰৰ আকাৰ বঢ়াই আনুমামক খাবলৈ মুখ মেলি ধৰিলে। আনুমামে ততালিকে এটা বনৰীয়া কেৰ্কেটুৱাৰ ৰূপ ধৰিলে। আনুমামৰ শক্তি আৰু অদ্ভুত মায়া দেখি নাগৰাজে অনুভৱ কৰিলে যে প্ৰকৃততে এওঁ বোধিসত্ত্ব লামাঙৰ একান্ত পৰম ভক্ত। এইবুলি নাগৰাজে আনুমামৰ প্ৰকৃত পৰিচয় পোৱাত ক'লে- তুমি এতিয়া যাব পাৰা। এইবুলি কৈয়েই নাগৰাজ অন্তৰ্ধান হ'ল। ৭৪৬।।

আনুমামে পুনৰ যাত্ৰা আৰম্ভ কৰিলে। ইফালে নাংমুনি মেখলাই আনুমামক দেখি পাঁচযোজন সমান পৰ্বত সৃষ্টি কৰি সাগৰৰ মাজত পথালি কৰি ধৰিলে। এনে কাণ্ডত আনুমামে ভাবিলে এই বিলাক ৰাক্ষসৰ মায়া। এইবিলাক মোৰ নেজেৰে কোবাই ভাঙি ছিঙি পেলাম। এই বুলি নেজেৰে পৰ্বত শৃঙ্গটো কোবাই খহাই পেলালে। ৭৪৭ ।।

এনে পৰিস্থিতি দেখি নাংমুনি মেখলাই মাত লগালে মই কোনো মায়াবিনী নহওঁ। মই কেৱল সাগৰ ৰক্ষিকা কুঁৱৰীহে। তুমি যে লামাঙৰ একান্ত দাস সেইকথা এতিয়া মই ভালদৰে উপলব্ধি কৰিছো। তুমি তেওঁৰ কাৰণে অশেষ কষ্ট স্বীকাৰ কৰিছা। তুমি বিশ্ৰাম কৰিবৰ নিমিত্তে আৰু ফলমূল খাবৰ নিমিত্তে মই এই পৰ্বতটো সাগৰৰ মাজত থিয় কৰিছিলো। ৭৪৮ ।।

আনুমামে ক'লে যদি মই ইয়াত বিশ্ৰাম লওঁ তেন্তে লামাঙক দি অহা প্ৰতিশ্ৰুতি একেবাৰে মিছা হ'ব। আনুমামে চিন্তা কৰিলে- যদি নাংমুনি মেখলাৰ কথা নাৰাখো তেন্তে কথাটো বৰ বেয়া হ'ব। দুই কুল ৰখওঁক বুলি আনুমামে কেৱল পৰ্বতটো স্পৰ্শ কৰি পুনৰ যাত্ৰা আৰম্ভ কৰিলে। এইদৰে দুয়োৰে কথাৰ মহত্ত্ব ৰ'ল। ৭৪৯ ।।

আনুমামে গৈ লঙ্কা পুৰীত প্ৰৱেশ কৰিলে। নগৰখন মাণিক মুকুতাৰে সুসজ্জিত অপৰূপ আতিশয়। যেন ইন্দ্ৰৰ বৈজয়ন্ত্ৰী অট্টালিকা সদৃশহে। অপৰূপ মনোমোহা সৌন্দৰ্যৰাশি আনুমামৰ দৃষ্টিত পৰিল। লগে লগে সীমান্তৰ অতিকায় ৰাক্ষসীৰ এটা প্ৰস্তৰ মূৰ্ত্তি দেখিলে। ৭৫০ ।।

প্ৰস্তৰৰূপী ৰাক্ষসীৰ দাঁত বিলাক বহুত দূৰৰ পৰাই জিৰবিৰাই জিলিকি আছিল। তাইৰ আকৃতি প্ৰকৃতি বহুত দূৰৰ পৰাই দেখিলে ভয়লগা। সৃষ্টিৰ আদি পাতনিতে ব্ৰহ্মাই (চাউবাহে) এই শিলামূৰ্ত্তি নিৰ্ম্মাণ কৰি ৰাখিছে। মূৰ্ত্তিটোৰ সোঁ হাতত প্ৰকাণ্ড এডাল লোহাৰ গদা। বাওঁ হাতত সুতীক্ষ্ণ এখন প্ৰকাণ্ড তৰোৱাল। মূৰ্ত্তিটোৰ চকুদুটা অগ্নিশিখাৰ দৰে উজ্জ্বল। শিৰ বক্তচুৰা। ৭৫১ ।।

আনুমামে গৈ সেই প্ৰতিমূৰ্ত্তিটোৰ ওচৰত থিয় দিলে। আনুমামে বিনম্ৰ সুৰত প্ৰতিমূৰ্ত্তিটোক

উদ্দেশ্য কৰি সুধিলে। হে জননী, তুমি ইমান অচল জটিল হৈ কি কাৰণে আহি ইয়াত আছাহি। ৰাক্ষসী মূৰ্ত্তিটোৱে মাত দিলে। মোৰ নাম ছামৌজ্ঞা। ব্ৰহ্মাই এই নগৰ নিৰ্ম্মাণ কৰি যোৱাৰ পৰাই মোক ইয়াত পালিকা ৰূপে থিয় কৰাই থৈছে। ৭৫২।।

ছামৌজ্ঞা শিলা মূৰ্ত্তি ৰাক্ষসীয়ে ক'ব ধৰিলে- বোধিসত্ত্ব লামাঙ ধৰ্ম ৰাজ্যৰ পৰা আহি মৰ্ত্যলোকৰ অযুঠা ৰাজ্যৰ তাতচাৰাথাৰ ঘৰত জন্ম ল'ব। তেওঁৰ অপৰূপা সুন্দৰী বিশ্ববিখ্যাত ধৰ্ম পত্নী নাংসীতাক লঙ্কাৰ চিপহৌলাঙ্কাই হৰণ কৰি আনি এই ৰাজ্যত ৰাখিবহি। তেতিয়া বোধিসত্ত্ব লামাঙে তেওঁৰ প্ৰিয় দাস আনুমামক নাংসীতাৰ অন্বেষণত ইয়ালৈ পঠাব। আনুমামেও বিশাল সমুদ্ৰ অতিক্ৰম কৰি আহি এই ঠাইত উপস্থিত হ'বহি। আনুমামৰ দৰ্শন নোহোৱা পৰ্য্যন্ত যুগ যুগ ধৰি মই ইয়াৰ পৰা লৰচৰ কৰিব নোৱাৰিম। ৭৫৩॥

ৰাক্ষসী প্ৰতিমূৰ্ত্তিটোৱে মৃদু সুৰেৰে ক'বলৈ ধৰিলে- তুমিনো কোন ? কোন দেশৰ পৰা আহি ইয়াত উপস্থিত হৈছাহি ? ইয়াত পদাৰ্পণ কৰাৰ তোমাৰনো অভিপ্ৰায় কি ? আনুমামে তেতিয়া ক'লে- মই লামাঙৰ একান্ত প্ৰিয় দাস। মোৰ নাম আনুমাম। মই সুবালিকাৰ বংশধৰ। সুবালিকা আৰু লামাঙ এই দুজনা ৰজাই মোক প্ৰভু বোধিসত্ত্বই নাংসীতাৰ অন্বেষণৰ কাৰণে এই লঙ্কালৈ কটকীৰূপে পঠাইছে। আনুমামৰ কথাৰ অন্ততঃ ৰাক্ষসী প্ৰতিমূৰ্ত্তিটোৱে কেৱল মিচিকিয়া হাঁহি মাৰি নীৰৱ হৈ ৰ'ল। ৭৫৪॥

## ॥ লঙ্কাত সীতা অন্বেষণ ॥

আনুমামে চিন্তা কৰিলে-এইদৰে মই খোজ কাঢ়ি ঘূৰি ফুৰিলে কোনো কামত নাহিব। এতিয়া মোৰ প্ৰথম কাম হ'ব ৰাজমহলত নাংসীতাৰ অনুসন্ধান কৰাটো। চিপহৌলাঙ্কাই সুন্দৰ পোচাক পাতি পৰিধান কৰি ধুনীয়া পালেঙত শয়ন কৰি আছে। তেওঁৰ অপৰূপা ৰূপে গুণে লাৱণ্যময়ী দহজনী ৰাক্ষসী নাৰীয়ে চিপহৌলাঙ্কাৰ লগত হাত বামুচি ধৰি আনন্দ মনেৰে শুই আছে। ৭৫৫॥

অসুৰৰ কন্যা মুক্তাতাজালী (মন্দোদৰী) ও চিপহৌলাঙ্কাৰ লগত শুই আছিল। অসুৰৰ কন্যাৰো চেহেৰা পাতি কম ধুনীয়া নাছিল। আনুমামে চিন্তা কৰিলে - এয়েঁই বোধকৰো নাংসীতা। অসুৰ কন্যাৰ মুখৰ চেহেৰা নিৰীক্ষণ কৰি আনুমামে অনেক কল্পনা কৰিবলৈ ধৰিলে। তেওঁ ভাবিলে মই ইমান কষ্ট কৰি ইয়ালৈ এনেয়ে আহিলো। নাংসীতাই ইয়াত চিপহৌলাঙ্কাৰ লগত আনন্দত নিমগ্ন হৈ শয়ন কৰি আছে। কিন্তু নাংসীতা লামাঙৰ ধৰ্মপত্নী, সুন্দৰী, সকলৰ স্ত্ৰী আছিল। ৭৫৬॥

আনুমামে আকৌ চিন্তা কৰিলে-সতী সাধ্বী নাংসীতাই যদি এনেদৰে চিপহৌলাঙ্কাৰ লগত সহবাস কৰিলেহেঁতেন তেতিয়া আকাশৰ গ্ৰহ তৰা নক্ষত্ৰ বাগিৰে এনেদৰে সংসাৰত স্নিগ্ধ পোহৰ বিকীৰণ কৰি নাথাকিলহেঁতেন। সমুদ্ৰৰ পানী শুকাই সংকুচিত পৰিণত হ'লহেঁতেন, আৰু সংসাৰত

ভূমিকম্পৰ সৃষ্টি হৈ অপলাপ হ'লহেতেন। প্ৰকৃতি ৰাজ্যত বিভিন্ন ফুল ফুলি তাৰ সৌৰভে হয়তো সংসাৰ বাসীৰ হৃদয়ত আনন্দ দান নকৰিলেহেঁতেন, আৰু অৰণ্যৰ মাজত শান্তিৰে বাস কৰা জীৱজন্তু বিলাকৰ মাজত তালফাল লাগিলহেঁতেন। মুঠতে সকলো ফালেই নীৰৱতাই ঠাই ল'লেহেঁতেন। ৭৫৭ ॥

এইদৰে আনুমামে গভীৰ চিন্তা ভাৱনা কৰি কৰি ৰাজমহলৰ পৰা ওলাই অন্যফালে যাত্ৰা কৰিলে। আনুমামে গৈ ৰাৱণৰ ৰান্ধনি ঘৰৰ ওপৰত উঠিল। ৰান্ধনি ঘৰৰ মূধত মঙহ আৰু হাঁড়ৰ দ'ম দেখি তেওঁ আচৰিত হ'ল। তাতো নাংসীতাৰ কোনো সন্ধেদ নাপাই ভৱনৰ আশে পাশে তেওঁ নিৰীক্ষণ কৰি ফুৰিবলৈ ধৰিলে। নাংসীতাক কোনো ঠাইতে নেদেখি অৱশেষত তেওঁ হিয়া ভুকুৱাই কান্দিবলৈ ধৰিলে। এইবাৰ আনুমাম কুমফানখানাৰ বাসভৱনলৈ গ'ল। তাৰ পিছত পিফি ছানাৰ মহলত অনুসন্ধান কৰিও নাংসীতাক নাপালে। ৭৫৮ ॥

ৰাজমহলৰ চাৰিওফালে নাংসীতাৰ কোনো সন্ধান নাপাই আনুমামে এইবাৰ ৰাজ্যৰ ধনী মানী ৰাক্ষসবিলাকৰ ঘৰত অনুসন্ধান কৰিবলৈ ধৰিলে। ক'তো কোনো উৱাদিহ নাপাই তেওঁ কান্দি কাটি ভাগৰি পৰিল। ৰাতি পুৱাওঁ পুৱাওঁ। আনুমামৰ চিন্তাৰ পাৰাবাৰ নোহোৱা হ'ল। তেওঁ কোনো সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলে। আলস্যভাৱত আনুমামে কৈ উঠিল - এই বিশাল সমুদ্ৰ আৰু অৰণ্য পাৰহৈ মই লঙ্কালৈ আহিলো। অন্যহাতেদি মোৰ জ্ঞাতি কুটুম্ব বান্দৰ বিলাকেও নাংসীতাৰ বাতৰি পোৱাৰ আশাত এটা ঠেঙৰ ওপৰত ভৰদি থাকি অনাহাৰতে কষ্ট ভোগ কৰি আছে। ৭৫৯ ॥

তিনিকোটি ন লাখ বান্দৰ আৰু প্ৰকাণ্ড বীৰ বিলাকেও একেটা আশাতেই মজি আছে। ৰাজ্যৰ কোনো ঠাইত বিচাৰিবৰ আৰু সকাম নাই। একমাত্ৰ এতিয়া বাকী আছে চিপহৌলাঙ্কাৰ পুষ্পদ্যানখন। ৭৬০ ॥

এই বুলি আনুমামে চিপহৌলাঙ্কাৰ উদ্যানখনত অনুসন্ধান কৰিবলৈ স্থিৰ কৰিলে। দুখ আৰু ভাগৰত অতিশয় ক্লান্ত হৈ আনুমামে (পান্থশালা) অতিথিশালাৰ একোণত শুই পৰিল। শুই থাকোঁতেই তেওঁ এটা সপোন দেখিলে- নাংসীতা ফুলনিত হালধীয়া ফুল গছ এজোপাৰ তলত শুই আছে। আনুমামৰ লামাঙৰ প্ৰতি থকা শ্ৰদ্ধা ভক্তি আৰু অনন্য দাস্যভাৱৰ হেতুকে দেৱতাসকলে আনুমামৰ দুখ ক্লেশ দূৰ হওঁক বুলি সপোনত তেওঁক নাংসীতাক দেখুৱাই দিলে। সপোন দেখা পাই আনুমামে সাৰ পাই বহিল। সপোনত দেখাৰ দৰে আনুমামে নাংসীতাক চিপহৌলাঙ্কাৰ অশোকবনত বিচাৰিবলৈ ধৰিলে। সঁচায় সপোনত দেখাৰ দৰেই তেওঁ নাংসীতাৰ সন্ধান পালে। ৭৬১ ॥

ৰাজহংস কাউৰীৰ মাজত, আৰু সিংহ বনৰ পৰা ওলাই শিয়ালৰ মাজত বহিলে যেনেকুৱা অৱস্থা দেখায় নাংসীতা ৰাক্ষসীবিলাকৰ মাজত বহি থকাত তেনেকুৱাই দেখা গৈছিল। তেওঁ

ৰাক্ষসীবিলাকৰ মাজত সোণ জিলিকাদি জিলিকি আছিল। নাংসীতাৰ ৰূপ যৌৱন শৰীৰৰ আভা ইমান জাতিষ্কাৰ হৈ আছিল যে তেওঁৰ ৰূপ বৰ্ণনা কৰা অসম্ভৱ। নাংসীতাৰ বস্ত্ৰবিলাক অপৰিষ্কাৰ হৈ গৈছিল। ৰাক্ষসীৰ মাজত তেওঁক এনেহেন দেখা গৈছিল যেন দ্বিতীয়াৰ কাঁচি জোনহে। নাংসীতাৰ মুখত মাত নাছিল। মাত্ৰ দুই চকুত দুখনি প্ৰৱাহিত নদীৰে তেওঁ মৌনহৈ বহি আছিল। ৭৬২॥

লামাঙে কোৱাৰ দৰে নাংসীতাৰ ৰূপ লাৱণ্য পৰীক্ষা কৰি আনুমামে ভাবিবলৈ ধৰিলে। তেওঁ চিন্তা কৰিলে-লামাঙ আৰু লাখানাই অৰণ্যৰ মাজত নাংসীতাৰ বাতৰি পাবৰ কাৰণে যে ব্যাকুল হৈ আছে সেয়া উচিতেই হৈছে। পালীমাঙ কিমান বাহুবলী দুৰ্জ্জয় বীৰ। যাৰ শৰীৰৰ ছাল সাতজোপা তাল গছৰ সমান ডাঠ। তেওঁৰো ধন্য। যি সুখালিকাই পালিমাঙক হত্যা কৰি ৰাজ্যভাৰ গ্ৰহণ কৰিছে তেৰোঁ ধন্য। আৰু অগণন কোটি কোটি সেনা বাহিনীয়ে চিপহৌলাকাৰ লগত যুদ্ধত প্ৰবৃত্ত হ'বৰ নিমিত্তে সাগৰৰ তীৰত প্ৰতিক্ষাৰত হৈ আছে তেওঁ বিলাকো শলাগৰ পাত্ৰ। যি বিলাক মোৰ জাতি কুটুম্ব বান্দৰে এটা ঠেঙৰ ওপৰত থিয় দি উপযুক্ত সংবাদ পাবৰ কাৰণে বাট চাই আছে তেওঁ বিলাকো ধন্য। ৭৬৩॥

আনুমামে নিজকে নিজে কৈ উঠিল যে বিশাল সমুদ্ৰ আৰু অনেক কষ্টৰ জ্বালা যন্ত্ৰণাৰ মাজেদি আহিযে মই ইয়াত উপস্থিত হৈছোহি তাৰ কাৰণে মই নিজকে ধন্য মানিছো। কাৰণ মোৰ পাৱন কৰ্ত্তব্য হ'ল নাংসীতাৰ সন্ধান উলিওৱাটো। মোৰ দুৰ্জ্জয় অভিযানৰ সুফল মই হাতে হাতে পাইছো। নাংসীতাই অনেক জ্বালা যন্ত্ৰণা আৰু কষ্টৰ মাজেদি যে নিজৰ সতীত্ব আৰু ধৰ্ম্ম ৰক্ষা কৰি আহিছে তাৰ কাৰণে তেঁৰো ধন্য। এইদৰে আনুমামে নাংসীতাক বিচাৰি পাই দুখৰ ওৰ পৰাত গছৰ তলত বহি শান্তিৰ নিশ্বাস পেলাইছিল। আনুমামে অৱশেষত নিজৰ কায়াটো এটা সামান্য কেৰ্কেটুৱাৰ সমান কৰি বৃক্ষৰ ওপৰত উঠি পাতৰ মাজত লুকাই থাকিল। ৭৬৪॥

## ॥ ৰাৱণৰ স্বপ্নদৰ্শন॥

সেইদিনা ৰাতি চিপহৌলাকাই সপোনত নাংসীতাই হাঁহি আৰু আলিঙ্গনৰ নিমিত্তে আহ্বান কৰা দেখিলে। দুয়োজেন একেখন পালেঙত শুই আছে। ঠিক এনেহেন সপোন দেখিবলৈ পালে। চিপহৌলাকাই এহাতে অসুৰৰ কন্যা আৰু আনহাতে নাংসীতাক সাৱটি শুই থকা দেখিলে। এইদৰে চিপহৌলাকাই মহাসুখেৰে আৰু আনন্দেৰে দুইজনীৰ লগত আমোদ প্ৰমোদত ৰাতিটো কটোৱা দেখিলে। হঠাতে চিপহৌলাকাই সাৰ পাই উঠি বহিল। সেইসময়ত বন্দীৰা কুকুৰাই ইফালে সিফালে ডাক দিব ধৰিলে। কানেদে সপোনৰ কথা বিলাক বাৰে বাৰে সুঁৱৰিবলৈ ধৰিলে। তেওঁ ভাবিলে নাংসীতা অশোক বনত বহি বা কেনেদৰে আছে ? চিপহৌলাকাই মনতে আশা পোষণ কৰিলে যে নাংসীতাই হয়তো আজি মোক স্ব-ইচ্ছাৰে স্বামীৰূপে কৰিব পাৰে। ৭৬৫॥

## ॥ স্ত্ৰীসকলৰ সৈতে ৰাৱণৰ সীতাৰ সমীপলৈ গমন ॥

চিপহৌলাঙ্কাই বহুত কথা ভাবি চিন্তি মনটোক উৎসাহিত কৰি ধুনীয়া ধুনীয়া পোচাক আৰু স্বৰ্ণমুকুট পৰিধান কৰি ল'লে। অসুৰৰ জীয়ৰী মুক্তাতাঙ্গালীয়েও ভাল পোচাক পিন্ধি উৰি যাবলৈ উদ্যত হ'ল। চিপহৌলাঙ্কাৰ লগত কিন্নৰী কন্যা, গন্ধৰ্ব কন্যা, নাগকন্যাবিলাকেও মনোমোহা সাজপাৰ কৰি হাতত মালালৈ ওলাল। ৭৬৬॥

কোনো কোনোৱে হাতত মমবাতি মৌচাকেৰে তৈয়াৰী বন্তিলৈ সদলবলে অশোকবনলৈ যাত্ৰা আৰম্ভ কৰিলে। আনুমামে চিপহৌলাঙ্কাৰ মনোবৃত্তিক এইবাৰ ভালদৰে নিৰীক্ষণ কৰিব ধৰিলে আৰু মনে মনে চিন্তা কৰিলে - এইবাৰহে সতী সাধ্বী নাংসীতাৰ সতীত্বৰ মহত্ব কিমান আৰু তেওঁ কিমান দূৰ সত্যত আছে তাক দেখা যাব। এইবুলি আনুমামে বৃক্ষৰ পাতৰ আঁৰত লুকাই চাই থাকিবলৈ ধৰিলে। ৭৬৭॥

চিপহৌলাঙ্কাৰ আগমনত নাংসীতা ভয়তে পেঁপুৱা লাগিল। তেওঁ কুচি মুচি বৃক্ষৰ কাষত আশ্ৰয় ল'লেগৈ। বনৰ ৰজা সিংহক দেখি যি দৰে হৰিণে বনৰ মাজত কুচি মুচি লুকায়, ঠিক সেইদৰে নাংসীতাইও বৃক্ষৰ আঁৰ ল'লে। নাংসীতা ভয়ত আতংকত ইমান পেপুৱা হৈ পৰিছিল যে শৰীৰৰ বস্ত্ৰখিনি ল'বলৈও পাহৰি গৈছিল। মূৰৰ খোপা (চং) সুলকি গৈছিল। তাক বান্ধিবলৈ তেওঁ পাহৰি গৈছিল। নাংসীতাৰ সমস্ত শৰীৰ থৰহৰি কম্পমান হৈছিল। চিপহৌলাঙ্কাই তেওঁৰ অৱস্থা দেখি হাঁহি হাঁহি ক'বলৈ ধৰিলে। ৭৬৮॥

হে সুন্দৰী নাংসীতা! তুমি অকনো ভয় বা চিন্তা নকৰিবা। তুমি নিৰ্ভয়ে গৈ মোৰ ৰাজপ্ৰাসাদত থাকি ভোগবিলাস কৰা। মোৰ এই বিশাল লঙ্কা ৰাজ্য তোমাৰ বুলিয়েই ভাবিবা। মোকো তুমি তোমাৰ প্ৰজা বুলিয়েই জ্ঞান কৰিবা। তুমি কোনো শঙ্কা নকৰি মোৰ ৰাজপ্ৰাসাদলৈ ব'লা। মোৰ ৰাজপ্ৰাসাদত যিমানবিলাক লিগিৰা লিগিৰী আৰু মহিষী আছে সকলোৱেই তোমাক মানি চলিব। তুমি মোক লাজত নেপেলাবা। মোৰ লগত থাকি মোৰ হৃদয়ত বিপুল আনন্দৰ জোঁৱাৰ তুলি দিয়া। ৭৬৯॥

মোক আৰু তুমি কষ্ট নিদিবা। তুমি তোমাৰ শৰীৰটোও অযথাই দুখ কেনেকৈ [illegible] কিয় পেলাইছা ? তুমি যদি মোক মৰম চেনেহ আৰু পতিজ্ঞান কৰা, তেন্তে মইো তোমাক [illegible]কৈও অধিক মৰম চেনেহেৰে ৰাখিম। মোৰ কথামতে কাম কৰিলে তুমি কোনো কালেই দুখ সাগৰত পৰিব নালাগে। তোমাৰ দেউতাৰা জনক ৰজাৰ ওচৰলৈ আনেক উপঢৌকন দি আদৰ সম্ভাষণ কৰিম। ৭৭০॥

মোৰ প্ৰবল প্ৰতাপৰ প্ৰভাৱত তুমি ৰাজৰাণী হৈ থাকিব পাৰিবা। এতিয়া তুমি গভীৰভাৱে

চিন্তা কৰা আৰু মোক স্বামীৰূপে গ্ৰহণ কৰা। তুমি মোক আৰু লাজ অপমানত পৰিবলৈ নিদিবা। আমি দুয়ো আনন্দৰে আকাশী বিমানেৰে দেশ, বন, উপবন, উদ্যান আদিত ঘূৰি সৌন্দৰ্য্য উপভোগ কৰিম। ৭৭১ ॥

লামাঙে তোমাক কদাপিও বিচাৰি নাপাই। কাৰণ অটব্য অৰণ্যৰ মাজত ঘূৰি ফুৰি থাকোতে হিংস্ৰ বাঘ, ভালুক আদিয়ে তাৰ কেঁচা মাংস চিবি খাই পেলাব। তাৰ জীৱন লীলা অৰণ্যৰ মাজতেই শেষ হৈ যাব। যদি সি কিবা কাৰণত অৰণ্যৰ মাজত নমৰেও তথাপি দুনাই তাৰ লগত তোমাৰ লগত সাক্ষাৎ হ'বলৈ নাপাই। ৭৭২ ॥

এইদৰে চিপহৌলাক্ষাই নাংসীতাৰ মন গলাবৰ অৰ্থে ছল চাতুৰিপূৰ্ণ কথাৰে ভীতি প্ৰদৰ্শন কৰিবলৈ ধৰিলে। এনে কদৰ্য্য ব্যৱহাৰত নাংসীতা অতীষ্ঠ হৈ চিঞৰি চিঞৰি ক'বলৈ ধৰিলে মূৰ্খ চিপহৌলাক্ষা মোৰ স্বামী লামাঙৰ লগত তোমাক নিজকে তুলনা কৰিবলৈ অকনো লজ্জাবোধ হোৱা নাইনে ? তুমি মোৰ স্বামীৰ সমকক্ষ হ'বা ? সমস্ত বিশ্ব সংসাৰে মোৰ স্বামীৰ গুণ গৰিমাক লৈ প্ৰশংসা কৰে। আনহে নালাগে মোৰ পিতাই যেতিয়া স্বয়ম্বৰ পাতে, তেতিয়াও তো তুমি তাত উপস্থিত থাকি হৰধনুত গুণ লগাব নোৱাৰি পলাই আহিলা। সেই কাম কেৱল মোৰ স্বামীয়েহে কৰিবলৈ সক্ষম হৈছিল। অধম ৰাক্ষস। মোৰ স্বামীৰ বিৰোধিতা কৰিবলৈ তোমাৰ অকনো লজ্জাবোধ হোৱা নাই ? ৭৭৩॥

হে মূৰ্খ চিপহৌলাক্ষা ! কি সেই দিনটোৰ কথা তুমি পাহৰি গ'লানে ? এতিয়া এই অকলা নাৰীৰ ওচৰত আহি মহান বীৰ হৈ দপদপনি মাৰিছা। তুমি মোৰ উপযুক্ত কদাপিও হ'ব নোৱাৰা। মোৰ স্বামী লামাঙ ধৰ্ম আৰু শীলৰ অধিষ্ঠাতা। জ্ঞান বুদ্ধিত তেজস্বী তেওঁৰ সমান বীৰ হয়তো সংসাৰত কোনো নোলাব। লামাঙৰ অপ্ৰতিহত প্ৰতিভা আৰু অদম্য সাহসিকতাৰ ওচৰত কোনেও টিকিব নোৱাৰে। মই সকলো দেৱতাৰ ওচৰত প্ৰতিজ্ঞা কৰিছিলো যে লামাঙৰ বাহিৰে কাকো স্বামী গ্ৰহণ নকৰো। ৭৭৪ ॥

ইমানতো যদি তুমি মোৰ কথা গাই থাকা বা মনত লৈ থাকা, তুমি ঘোৰ নৰকত পৰিবা। আৰু তোমাৰ স্বৰ্ণলঙ্কা একেবাৰে ধূলিসাৎ হৈ যাব। তোমাৰ দহোটা মূৰ মাটিত সৰি পৰিব। সমস্ত ৰাক্ষস কুল ধ্বংস হৈ যাব। যদি তোমাৰ প্ৰাণৰ মমতা আছে তেন্তে মোক এতিয়াও স সম্মানে নি লামাঙৰ ওচৰত সমৰ্পণ কৰা। ৭৭৫ ॥

তেওঁৰ ওচৰত লৈ ক্ষমা প্ৰাৰ্থনা কৰি তেওঁৰ লগত বন্ধুত্ব স্থাপন কৰা।তেতিয়া তুমি আনন্দ উৎসৱেৰে সৈতে ৰাজ্যভোগ কৰিবলৈ পাবা। তাকে কৰিবলৈ তুমি সমৰ্থ নহলে তোমাৰ শিৰ লামাঙৰ অমোঘ বাণৰ আঘাতত খানবান হৈ যাব। ইমানেই নহয় মৃত্যুৰ পিছতো তোমাৰ নৰকী

আত্মাই যমৰ যন্ত্ৰণা তিলতিল কৰি ভোগ কৰিব লাগিব। তুমি যি গৌৰৱ যশস্যাৰ কল্পনা কৰিছা সেই মহত্ব সংসাৰত একেবাৰে নাথাকিব আৰু সংসাৰ থাকে মানে তোমাৰ কলঙ্কৰ কালিমাৰ কথাহে চলি থাকিব। তুমি এতিয়া মোক লামাঙৰ ওচৰত সমৰ্পণ কৰি দিয়া মোৰ স্বামী দয়া আৰু ক্ষমাৰ অধিকাৰী, শত দোষ হলেও তেওঁ ক্ষমা কৰিব। তেতিয়া তোমাৰ জীৱন সুখময় হ'ব। ৭৭৬॥

নাংসীতাৰ ব্যৱহাৰত চিপহৌলাঙ্কা অতিষ্ঠ হ'ল। তেতিয়া তেওঁ ত্ৰিকুং ৰাক্ষসীক ক'লে- তহঁতে ইমান সময়ে এনেয়ে এইক চাই আছহঁক। এই নাংসীতাক এতিয়াই কাটি কুটি তাইৰ কেঁচা তেজ আৰু মাংস তহঁতে ভাগ পাতি খাই পেলাহঁক। এতিয়াও মই নাংসীতাক দুমাহৰ সময় দিছো। যদি দুমাহৰ ভিতৰত তাই কোনো পৰিবৰ্তন নহয় তেন্তে তহঁতে তাইক কাটি খৰিকাত দি খাই পেলাবিহঁক। ৭৭৭॥

মই নাংসীতাৰ ৰূপযৌৱন লাৱণ্য কেৱল এই কাৰণেই জীয়াই ৰাখিছিলো। কিজানি তাইৰ মনৰ পৰিবৰ্ত্তন হয়েইবা। এই দুমাহৰ ভিতৰত যদি তাই কোনোপধ্যে ৰাজি নহয় তেন্তে তাইক ভাজি ভাতৰ লগত খাই পেলাবিহঁক। ৭৭৮॥

চিপহৌলাঙ্কাই নাংসীতাৰ ওপৰত ভীষণ খং ৰাগ কৰি কাটিবলৈ আদেশ কৰাত অসুৰৰ জীয়ৰীয়ে মাত লগালে। হে ৰাজন ! আপোনাৰ মহলত অসংখ্য নাৰী আছে। আপুনি আপোনাৰ ইচ্ছামতে গ্ৰহণ কৰিব পাৰে, কৰি আছে। নৰৰূপী নাংসীতা নিশ্চয় কোনো অভিজাত বংশৰ জীয়ৰী হ'ব। অন্যথা তেওঁ এনে কথা ক'বলৈ কিয় সাহস কৰিব। প্ৰধান মহিষীৰ অনুৰোধ ক্ৰমে চিপহৌলাঙ্কাই ক্ৰোধ সম্বৰণ কৰিলে। আৰু নগৰৰ ফালে ততাতৈয়াকৈ গুচি গ'ল। ৭৭৯॥

চিপহৌলাঙ্কা গুচি যোৱাৰ পিছত ৰাক্ষসীবিলাকে হাতত তৰোৱাললৈ নাংসীতাক খেদি গৈ ক'লে- তই সামান্য এজনী নাৰীহে আমাৰ ৰজাৰ কথা মানি লোৱা নাই। গতিকে তোৰ জীৱন আজি নিশেষ কৰি আমি ভোজ খাম। যদি আমি ৰজাৰ দাসী নহলোহেঁতেন, [illegible] তোক কাহানিবাই খাই পেলালোহেঁতেন। এতিয়াও যথেষ্ট সময় আছে, তই বিনা সংকোচে আমাৰ আগত ব্যক্ত কৰ, আমাৰ ৰজাৰ ৰাণী হবিনে নহব ? তুৰন্তে চুপানাখাই মুখ মেলি হাও হোৱনি পাৰি খেদি আহি ক'লে তই মোৰ দাদা চিপহৌলাঙ্কাৰ বীৰত্ব নাজান। লাখানাই মোৰ নাক কাণ কাটি [illegible] কৰি খেদি পঠালে। যদি ৰজাৰ কথাত মাস্তি নহব তেন্তে তোক মই খাই পেলাম। ৭৮০॥

ৰাক্ষসীবিলাকৰ ভীতি প্ৰদৰ্শনত নাংসীতাই ভয়তে গছ জোপাৰ কাষ চাপি গ'ল। আনুমানে বৃক্ষৰ ওপৰৰ পৰা সকলো কথা নিৰীক্ষণ কৰি আছিল। নাংসীতাই বেজাৰতে ক'বলৈ ধৰিলে - মোৰ সমান দুৰ্ভাগিনী নাৰী হয়তো সংসাৰত নাই। ৰাক্ষসৰ মাজত মোৰ দুখ বুজাই পাতিবলৈ নাৰী হৈছে। আপুনি আজি পৰিমিত মোক বিচাৰি অহা নাই। মোৰ সন্দেহ হৈছে অৰণ্যৰ মাজতে

হয়তো আপোনাৰ মৃত্যু হ'ল ? ৭৮১ ॥

হয়তোবা অৰণ্যৰ মাজত মোক বিচাৰি বিচাৰি আপুনি হাৰাশাস্তি খাইছে। মোৰ হয়তো মৃত্যু শয্যা গ্ৰহণ কৰিবলৈ বেছি সময় নাই। আপোনাৰ বিৰহতেই হয়তো মোৰ মৃত্যু হ'ব। আপুনি কিয় বাৰু মোৰ অনুসন্ধান কৰা নাই ? ৭৮২ ॥

মোৰ ধাৰণা আপুনি মোক বেয়া পাইছে। মোক হয়তো আপুনি অন্তঃকৰণেৰে সৈতে ভাল পোৱা নাই। নতুবা বিভিন্ন অৰণ্য অতিক্ৰম কৰি আঁহোতে আঁহোতে আপোনাৰ পলম হৈছে। হয়তো মোৰ অনুপস্থিতিত কোনোবা দিপ্ লিপ্ কন্যা লগ পাই মোৰ কথা পাহৰি গৈছে। পৰিস্থিতিয়ে হয়তো ভীষণ ৰূপ লোৱাৰ নিমিত্তে আপুনি বিচাৰিবলৈ বাদ দিছে। ৭৮৩॥

অন্যথাই আপুনি নিশ্চয় মোক বিচাৰি আহিলহেঁতেন। আপুনি বোধিসত্ত্ব সকলোৰে ত্ৰাণকৰ্ত্তা। মোক দুখ সাগৰত আপুনি কিয় পেলাইছে ? চিপহৌলাঙ্কাই যদিও মোক হৰণ কৰি আনিছে, তথাপি তেওঁ মোৰ কাষত খিয় দিব পৰা নাই। মোৰ অনুমান হয়তো আপুনি মোক চিপহৌলাঙ্কাই হৰণ কৰি অনাৰ খবৰ অদ্য পৰিমিত পোৱা নাই। ৭৮৪ ॥

আপুনি হয়তো অৰণ্যে অৰণ্যে মোক বিচাৰি ফুৰিছে। সেইকাৰণেই বোধকৰো মোক ইয়াত আহি বিচাৰি পোৱাত পলম হৈছে। নাংসীতাই বিনম্ৰসুৰত প্ৰকৃতি ৰাজ্যৰ বৃক্ষৰাজিক ক' বলৈ ধৰিলে-মোৰ স্বামীয়ে মোৰ খবৰ নাই পোৱা। হে বনাঞ্চলৰ জীৱ জন্তু বিলাক, তোমালোক সকলোৱেই গৈ মোৰ স্বামীক খবৰ দি আঁহা কাৰণ দুষ্ট চিপহৌলাঙ্কাই হয়তো আৰু কেইদিনমানৰ পিছত মোক হত্যা কৰিব। গতিকে অতি সোনকালে মোক এই দুৰ্বৃত্তৰ হাতৰ পৰা উদ্ধাৰ কৰি নিয়কহি। ৭৮৫ ॥

মোক হত্যা কৰিবলৈ আৰু দুমাহ বাকী আছে। হে মোৰ প্ৰিয়তম ! মোৰ কষ্টৰ সীমা নোহোৱা হৈছে। মোক এই জ্বালা যন্ত্ৰণাৰ পৰা উদ্ধাৰ কৰি নিয়ক। অন্যথা এই পাষণ্ড ৰাক্ষসবিলাকে মোৰ মাংস ভক্ষণ কৰিব। অনেক আবেগ আৰু বেদনা ভৰা হৃদয়েৰে নাংসীতাই বায়ু দেৱতাক কাতৰ প্ৰাৰ্থনা কৰিবলৈ ধৰিলে -এই বতাহে যদি মোৰ খবৰ কঢ়িয়াই নিয়া হ'লে মোৰ বিৰহ বেদনাৰ কথা বিলাক মাত্ৰ কৌশল্যালৈ প্ৰেৰণ কৰিলোহেঁতেন। ৭৮৬॥

মোৰ খবৰ পাই হয়তো মোক অৰণ্যৰ মাজতে বিচাৰি আহিলহেঁতেন। দেওৰ লাখানাইও মোক সন্ধান কৰিলেহেঁতেন। মই অযথাই দেওৰ লাখানাক মায়া মৃগৰ হাতৰ পৰা স্বামীক ৰক্ষাৰ কাৰণে পঠাইছিলো। এইয়া হ'ল মোৰ পূৰ্ব জন্মৰ কৰ্ম্মৰ বিপাক মাত্ৰ। তেওঁ বিলাকক বৃথা মায়া মৰীচিকাৰ ভ্ৰমত পঠাই আজি মই এই বৃক্ষৰ তলত কান্দি থাকিব লগাত পৰিছে। ৭৮৭ ॥

## ॥ ত্ৰিজত্বাৰ স্বপ্নদৰ্শন ॥

নাংসীতাৰ প্ৰধান ৰখীয়া ত্ৰিজুত্তে এটা সপোন দেখিছিল। সপোনটো বৰ ভয়াবহ আছিল।

সেই সপোন দেখি বৃদ্ধা ত্ৰিকুণ্ডে ভয় খাই গৈছিল। অন্যবিলাক ৰাক্ষসীয়ে ত্ৰিকুণ্ড ৰাক্ষসীক বেৰি ধৰি সুধিলে- আপুনি কি মাৰাত্মক সপোন দেখিলে আমাক ক'ব লাগে। তেতিয়া ত্ৰিকুণ্ড ৰাক্ষসীয়ে ক'বলৈ ধৰিলে আনে কোৱা শুনা যায় যে তেজৰ ব্যতিক্ৰম ঘটিলে সচৰাচৰ সপোন দেখা যায়। কিন্তু ই মিছা কথা। চাৰিবেজৰ মতে ই মঙ্গলা মঙ্গলৰ লক্ষণ। আজি দেৱতাসকলে মোক যিহে আচৰিত সপোন দেখুৱালে সি একেবাৰে ভয়াবহ আৰু গা কঁপি উঠা সপোন। ই একেবাৰে অশুভ। ৭৮৮॥

ত্ৰিকুণ্ড ৰাক্ষসীৰ কথা শুনি সকলোৱে ভয়ভীত হ'ল। তেওঁলোকে সপোনটো জানিবৰ নিমিত্তে ত্ৰিকুণ্ড ৰাক্ষসীক অনুৰোধ কৰিবলৈ ধৰিলে। ৰাক্ষসীবিলাকৰ অনুৰোধ নুই কৰিব নোৱাৰি ত্ৰিকুণ্ডে সপোনটোৰ কথা ক'বলৈ ধৰিলে। আমাৰ ৰজা চিপহৌলাঙ্কাক দেৱতাবিলাকে ধৰি বান্ধি ৰাজ্যৰ দক্ষিণ দুৱাৰেদি টানি বাহিৰ কৰি লৈ গৈছে। এনে পৰিবেশৰ সৃষ্টি হোৱাত মাজু ভায়েকে হুৱাৰবাৰে কান্দিবলৈ ধৰিলে। তেওঁকো দুই হাত বান্ধি উত্তৰ দুৱাৰেদি টানি লৈ গ'ল আৰু সমস্ত স্বৰ্ণ লঙ্কা চাৰিওফালৰ পৰা দপ্ দপ্ কৰি জ্বলিবলৈ ধৰিলে। আমি সকলোৱে যেনো ভয়ত আতুৰহৈ যুঁজনিৰ মাজত সোমাই আটাহ পাৰি কান্দিবলৈ ল'লোহঁক। ৭৮৯॥

এনে অশুভ স্বপ্ন দেখি মই সাৰ পাই ধপহকৰে বহিলো। মোৰ ইমান ভয় লাগিছে যে মই সেই কাৰণেই তোমালোকক মই মোৰ ওচৰলৈ মাতি পঠাইছো। ইয়ালে বোধিসত্ত্ব লামাঙ, লাখানা আৰু নাংসীতাই ধুনীয়া সাজ পোচাক পিন্ধি উঠি ৰাজসিংহাসনত বহিছে। আকাশৰ নক্ষত্ৰ তৰা বিলাকো খহি আহি ক্ৰমান্বয়ে লামাঙ আৰু লাখানাৰ ওচৰত পৰিছেহি। ৭৯০॥

এনে ভয়াবহ সপোন দেখি মোৰ মনত প্ৰবল আশংকাৰ উদয় হৈছে। এই অশুভ সপোনৰ পৰিণাম হয়তো আমাৰ ৰাজ্যতে ফলিয়াব। এই সপোনৰ ফলস্বৰূপে লামাঙ আৰু লাখানাই আমাৰ ৰজা চিপহৌলাঙ্কাৰ লগত ভীষণ যুদ্ধত অৱতীৰ্ণ হ'ব। আমাৰ দেশৰ ৰজা প্ৰজা সকলোৱেই অশান্তিৰ সন্মুখীন হ'ব লগাত পৰিব পাৰে। আমি হয়তো চাই থকাতেই থাকিম। আমি এতিয়া নাংসীতাৰ ৰখীয়াৰ কাম কৰি আছোহঁক। আমি নাংসীতাক আজিৰ পৰা কোনো প্ৰকাৰৰ শাস্তি প্ৰদান নকৰো। অন্যথাই আমি বিপদত পৰিব লাগিব। আমি আজিৰপৰা নাংসীতাক আদৰ সাদৰ আৰু মৰম চেনেহেৰে সুৰক্ষা দিব লাগিব। এইদৰে ৰাক্ষসীবিলাকে কথোপকথন কৰি নিজ নিজ স্থানলৈ গুচি গ'ল। ৭৯১॥

## ॥ হনুমান সীতা সংবাদ ॥

গছৰ ওপৰৰ পৰা আনুমানে ৰাক্ষসী বিলাকৰ কথা কাণ্ডবিলাক নিৰীক্ষণ কৰি আছিল। ৰাক্ষসীবিলাক যেতিয়া আঁতৰি গুচি গ'ল, তেতিয়া আনুমানে ধীৰে ধীৰে মাতেৰে কলে- হে মনুষ্য

দেৱী ! আপুনি মোৰ বক্তব্য ভালদৰে শুনক। আপোনাৰ অনুসন্ধানৰ নিমিত্তে প্ৰভু ৰামচন্দ্ৰই মোক ইয়ালে পঠাইছে। এতিয়া আপুনি প্ৰভু ৰামচন্দ্ৰৰ কাহিনী একান্তমনে শুনক। ৭১২॥

## অধ্যায়-২০

আপোনাক দুষ্ট চিপহৌলাক্ষাই হৰণ কৰি আনিবৰ দিন ধৰি প্ৰভু ৰামচন্দ্ৰ আৰু লক্ষ্মণাই বিভিন্ন অৰণ্য চলাথ কৰি অনাই বনাই কান্দি কাটি ঘূৰি ফুৰিছে। তেওঁ বিলাক দুয়ো ককাই ভাইয়ে আপোনাৰ অনুসন্ধানতে বেজাৰ মনেৰে অনাই বনাই ফুৰিছে।হাতত ধনুশৰ লৈ বনে বনে ঘূৰি ফুৰিছে। আপোনাক বিচাৰি বিচাৰি আহি তেওঁলোক আমাৰ ৰাজ্যত উপস্থিত হ'লহি। ৭১৩॥

আমাৰ ৰজা সুখালিকাৰ লগত মিত্ৰতা স্থাপন কৰি মোক আপোনাৰ অনুসন্ধানত লঙ্কালৈ পঠালে। মযো লঙ্কাৰ চাৰিওফালে বিচাৰি বিচাৰি এতিয়া আপোনাক এই অশোক বনত পাইছোঁহি। লগে লগে প্ৰভু ৰামচন্দ্ৰৰ খবৰ দিছো। আনুমানৰ মুখত এনে কথা শুনি পূৰ্ব কাহিনী মনত পৰি নাংসীতাই বিলাপ কৰিবলৈ ধৰিলে। আৰু বৃক্ষৰ ওপৰলৈ মুখতুলি চালে। কৰযোৰে বৃক্ষৰ ওপৰৰ পৰা আনুমানে কথা কৈ থকা নাংসীতাই নিৰীক্ষণ কৰিবলৈ ধৰিলে। আনুমানৰ কথাৰ অন্তত নাংসীতাই ক'লে-তুমি যি জন মহাপুৰুষৰ গুণ গৰিমা বখানিছা সেইজন মহাপুৰুষে কদাপিও বনৰ বান্দৰক দূতৰূপে মোৰ অনুসন্ধানত নপঠাই। ৭১৪॥

তুমি ৰাক্ষস ! তুমি ৰাক্ষসৰ মায়া ধৰি মোক বিভিন্ন কথাৰ মায়াৰে ছলনা কৰিব বিচাৰিছা। তুমি মোক কামুৰি খাব বিচাৰিলেও মই পৰপুৰুষৰ মুখ কদাপিও দৰ্শন নকৰো। মই যদিও মোৰ স্বামীৰ পৰা বিচ্ছেদ হৈ ইয়াত আছোঁহি, অনেক জ্বালা যন্ত্ৰণা সহ্য কৰি কষ্ট স্বীকাৰ কৰি হ'লেও আনৰ কথাত মই ভোল নাযাওঁ। যদি তুমি মোৰ স্বামীৰ একান্ত দূত হোৱা, তেন্তে তুমি মোৰ বংশ আৰু স্বামীৰ জাতি বংশৰ নাম কোৱা। যদি তুমি মোৰ স্বামীৰ সমস্ত পৰিচয় দিব পাৰা, তেন্তে মই তোমাৰ কথাত বিশ্বাস কৰিব পাৰিম। তেতিয়াহে ভাবিম যে তুমি প্ৰকৃততে মোৰ স্বামী ৰামচন্দ্ৰৰ দূত। নাংসীতাৰ প্ৰশ্নৰ উত্তৰত আনুমানে কৰযোৰে নমস্কাৰ জনাই ৰামচন্দ্ৰৰ আদি বৃত্তান্ত ব্যাখ্যা কৰিবলৈ ধৰিলে। মই প্ৰভু ৰামচন্দ্ৰৰ সকলো কথা কৈ যাম, কেৱল আপুনি ভালদৰে শ্ৰৱণ কৰি যাব। ৭১৫॥

আপোনাৰ স্বামীয়ে তুষিত স্বৰ্গ ৰাজ্যৰ পৰা আহি জনাকীৰ্ণ অযুঠা ৰাজ্যত জন্মগ্ৰহণ কৰিছিল। সেই দেশত কোনো কালেই অভাৱ অনাটন হোৱা নাছিল। প্ৰজাই আনন্দ উৎসাহেৰে জীৱন যাপন কৰি আছিল। সেই ৰাজ্য আক্ৰমণ কৰিবলৈ কোনো শত্ৰুৱে সাহ কৰা নাই। সেইদেশৰ ৰজা তাতচাৰাৰাই সুখে শান্তিৰে জীৱন যাপন কৰিছিল। তেওঁৰ চাৰিজন পুত্ৰ আছিল। চাৰিপুত্ৰৰ

ভিতৰত জেষ্ঠজনৰ নাম আছিল লামাঙ। যাৰ মুখৰ আকৃতি পূৰ্ণিমাৰ জোনৰ দৰে।

তেওঁৰ দৰে পিতৃ মাতৃ আৰু ভাতৃৰ প্ৰতি স্নেহ শ্ৰদ্ধাশীল লোক হয়তো সংসাৰত কোনো নোলাব। তেওঁৰ বুকুখন সুবৃহৎ। বাহুদুটা আজানুলম্বিত। অঙ্গ প্ৰত্যঙ্গ বিলাক নিখুঁট। লামাঙ হ'ল বত্ৰিশ লক্ষণাযুক্ত। ৭৯৬॥

কৈকেয়ীৰ (কেকে) পুত্ৰৰ নাম ভৰত (জাউফাৰাতা)। সুমিত্ৰাৰ (সুমিকতালা) পুত্ৰ লক্ষ্মণ (লাখানা) আৰু শত্ৰুঘ্ন (চাতাৰু)। এদিন ঋষিয়ে আশ্ৰমত উৎপাত কৰা কাউৰী খেদাবৰ নিমিত্তে লামাঙ আৰু লাখানাকলৈ গৈছিল। আশ্ৰমৰ পৰা ঋষিয়ে তেওঁলোকক মিকখিলালৈ লৈ গৈছিল। নাংসীতাক পত্নীৰূপে পাবৰ নিমিত্তে দেশ বিদেশৰ অনেক ৰজা প্ৰজা আহি স্বয়ম্বৰত যোগদান কৰিছিল। ৰজাই প্ৰতিশ্ৰুতি দিছিল যে যি জনেই হৰধনু ভাঙিব পাৰিব তেওঁকেই নাংসীতাক অৰ্পণ কৰা হ'ব। ৭৯৭॥

সেই স্বয়ম্বৰত যোগদান কৰিবৰ নিমিত্তে লঙ্কাৰ পৰা চিপহৌলাঙ্কাও গৈছিল। দশাননেও হৰধনুত গুণ লগাব নোৱাৰি ফেঁচাটোৰ দৰে ঘূৰি আহিছিল। পৃথিৱীৰ মহা মহা বীৰ সকলেও সেই হৰধনুত গুণ লগাব নোৱাৰি লাজে অপমানে ঘৰমুৱা হৈছিল। কেৱল প্ৰভু ৰামেহে (লামাঙে) সেই কাম সম্ভৱ কৰি তুলিছিল। জনক (চানেক) ৰাজেও পূৰ্বৰ প্ৰতিশ্ৰুতিত প্ৰভু লামাঙলৈ নাংসীতাক পত্নীৰূপে অৰ্পণ কৰিলে। পভু লামাঙে স্বয়ম্বৰ শেষ কৰি নাংসীতাৰ সৈতে নিজ ৰাজ্যলৈ যাওঁতে বাটত পোচোনলা (পৰশুৰাম) ক পৰাস্ত কৰি দুৰ্জয় বীৰত্বৰ পৰিচয় দিছিল। ৭৯৮॥

প্ৰভু লামাঙৰ ৰাজ্য অভিষেকৰ নিমিত্তে ৰজা তাতচাৰাথাই বৰ উৎসৱ আয়োজন কৰিছিল। কিন্তু মাজুৰাণী কেকেয়ে পুত্ৰেক জাউফাৰাতাক ৰাজ্যদান কৰাৰ মানসেৰে লামাঙক বনবাস দিয়ালে। তাতচাৰথাৰ জেষ্ঠ পুত্ৰ লামাঙ পিতৃ সত্য পালনাৰ্থে আৰু বংশ মৰ্য্যাদা ৰক্ষাৰ্থে বনবাসী হ'ল। লামাঙ আৰু লাখানাই নীতি নিয়ম পালন কৰি বনলৈ আহি ঋষিৰ আশ্ৰমত জীৱন কটাইছিল। ৭৯৯॥

মায়াৱী ৰাক্ষসে স্বৰ্ণ মৃগৰ ৰূপ লৈ আপোনাৰ গুচৰত অভিনয় কৰিছিল। আপুনি স্বৰ্ণ মৃগ দেখি লালায়িত হৈছিল আৰু আপুনি আপোনাৰ স্বামীক হৰিণাটো ধৰি দিবৰ নিমিত্তে অনুৰোধ কৰিছিল। লামাঙে উপায় নাপাই স্বৰ্ণমৃগৰ পিছে পিছে খেদি গৈছিল। তেওঁ কোনোমতে ধৰিব নোৱাৰি ধনুশৰ মাৰি হৰিণাটো মাৰি পেলালে। মায়াৱী হৰিণে লামাঙৰ কণ্ঠস্বৰত ভায়েক লাখানাক বচোৱা বচোৱা বুলি চিঞৰি দিছিল। লাখানায়ো সেই মাত শুনি বনৰ মাজলৈ ঢাপলি মেলিছিল। লাখানাই লামাঙক অনুসৰণ কৰিবলৈ যোৱাৰ আগতে ঘাটিত মন্ত্ৰজপ কৰি আঁচ টানি গৈছিল। ৮০০॥

চিপহৌলাক্কাই আচল ৰূপ পৰিত্যাগ কৰি এজন বৃদ্ধ সন্যাসীৰ ৰূপ ল'লে। তেওঁ ধীৰে ধীৰে নাংসীতাৰ ওচৰ চাপিল। সন্যাসীৰূপী ৰাক্ষসে ভিক্ষা মাগিলে। নাংসীতাই আঁচৰ বাহিৰ হৈ ভিক্ষা দিবলৈ অমান্তি হ'ল। সন্যাসীয়ে পৰামৰ্শ আগবঢ়ালে যে আঁচৰ বাহিৰ নহ'লেও হাতখন আগবঢ়াই দিয়াত কোনো দোষ নহয়। নাংসীতাই হাত মেলাৰ লগে লগে চিপহৌলাক্কাই চিলাই থাপ মৰাদি নাংসীতাক থাপ মাৰি ধৰি পুষ্পক ৰথত তুলি আকাশী মাৰ্গেদি আনি এই বন পোৱালেহি। আনুমামৰ মুখত অবিকল সত্য ঘটনা ৰাজি শুনি নাংসীতাই হুৰাওৰাৱে কান্দিবলৈ ধৰিলে। ইমানতো যদি আপুনি মোক বিশ্বাস নকৰে তেন্তে প্ৰভুৱে দি পঠোৱা আঙঠিটো চাওঁক। তেতিয়াহে আপোনাৰ বিশ্বাস হ'ব। ৮০১ ॥

এই বুলি আনুমামে আঙঠিটো দেখুৱালে। দেখি নাংসীতাৰ হৃদয় শোকে বেজাৰে নথৰা হ'ল। নাংসীতাই ক'লে- তুমি মোক কোৱা প্ৰতিটো কথাই সত্য। তোমাৰ নাম কি ? আনুমামে উত্তৰ দিলে- মোৰ নাম (আনুমাম)হনুমান। প্ৰভু (লামাঙৰ) ৰামৰ আদেশ অনুসাৰে মই এই বিশাল সমুদ্ৰ পাৰ হৈ আহি এই অশোকবন পাইছোঁহি। ৮০২ ॥

পালীমাঙৰ ভায়েক সুখালিকাক-অনেক অত্যাচাৰ কৰাত সুখালিকা আহি অন্য পৰ্বতত বসবাস কৰি আছিলে। লামাঙে পালীমাঙক বধ কৰি সুগ্ৰীৱক(সুখালিকাক) (কিংতা) কিষ্কিন্ধ্যা ৰাজ্যৰ ৰজা পাতিলে। সুখালিকাৰতিনিকোটি ন লাখ সৈন্য আৰু সকবৰ অনেক সেনা বাহিনীয়ে দুৰ্জ্জয় গতিৰে আহি লঙ্কা নগৰ ধ্বংস কৰি আপোনাক উদ্ধাৰ কৰি নিবহি। সিবিলাক অহাৰ আগতে মোক লামাঙৰ দাসৰূপে আপোনাৰ অনুসন্ধান কৰিবৰ নিমিত্তে পঠালে। এতিয়া আপোনাক লৈ যাম। আপুনি যাবনে ?৮০৩॥

নাংসীতাই ক'লে- তুমি ইমান ক্ষুদ্ৰ প্ৰাণীটোৱে মোক কেনেকৈ লৈ যাবা ? নাংসীতাই এইবুলি কৈয়েই হাঁহিলে। নাংসীতাৰ কথাত হাঁহি হাঁহি আনুমামে নিজৰ শৰীৰটো বৃহৎ কৰি পেলালে। নেজ ডালো পঞ্চাছ যোজন কৰিলে। আকাশলৈ জাপ মাৰি নাংসীতাক মাতিলে -এতিয়া আহক, মোৰ পিঠিত উঠকহি। মই আপোনাক পিঠিত তুলি সাগৰৰ সিপাৰে থকা প্ৰভু লামাঙৰ ওচৰ পোৱাই দিমগৈ। তাত আপুনি শান্তিৰে সৈতে জীৱন কটাব পাৰিব। ৮০৪ ॥

আপোনাৰ স্বামী লামাঙে যদি মোক আদেশ কৰিলেহেঁতেন তেন্তে সমস্ত লঙ্কা নগৰ মই ধ্বংস কৰিলোহেঁতেন। চিপহৌলাক্কাকো সবংশে ধ্বংস কৰিলোহেঁতেন। বাকী ৰাজ্যৰ বিমানবিলাক সৈন্য সামন্ত আছে সকলো বিলাক মাৰি কাটি সবংশে নিপাত কৰি পেলালোহেঁতেন। আনুমামৰ পৰাক্ৰম, আৰু ৰূপ দেখি নাংসীতাই আনুমামক অনুৰোধ কৰিলে- তোমাৰ ৰূপ দেখি মোৰ খুব ভয় লাগিছে। গতিকে আগৰ ৰূপ ধাৰণ কৰা। ৮০৫ ॥

নাংসীতাৰ অনুৰোধত আনুমামে পুনৰ আগৰ ৰূপ ধাৰণ কৰিলে। নাংসীতাই ক'লে- সংসাৰৰ সৎ চৰিত্ৰৰ ৰমনীয়ে কেতিয়াও পৰৰ পুৰুষৰ মুখ দৰ্শন নকৰে। পৰৰ পুৰুষৰ লগত কথাবাৰ্ত্তা নাপাতে। পৰৰ পুৰুষৰ লগত যোৱাটো উচিত নহয়। দেৱ মনুষ্য বিলাকে নিন্দা কৰিব। দুখ কষ্ট ভুগি হ'লেও মই এই বনতে থাকিম। মোৰ স্বামীক তুমি গৈ ক'বাগে যে মোৰ সমান দুখ কষ্ট হয়তো পৃথিবীৰ কোনো প্ৰাণীয়েই ভোগ কৰা নাই। মোৰ কষ্ট পৰ্বতৰ সমান হৈছে। আৰু দুমাহৰ পিছত হয়তো মোৰ অস্তিত্ব এই সংসাৰত নাথাকিব। কাৰণ তেতিয়ালৈ মোৰ নাড়ী ভুৰু কাটি ৰাক্ষস বিলাকে ৰান্ধি খাই পেলাব। ৮০৬।।

মোৰ স্বামীয়ে যাতে মোৰ কাৰণে কিবা ব্যৱস্থা কৰিব পাৰে। তুমি গৈয়েই তেওঁক সেই কথা ক'বাগে। এইদৰে নাংসীতাৰ মনৰ গুপ্ত বেদনা ৰাশি আনুমামৰ আগত ব্যক্ত কৰিলে। আনুমামে নাংসীতাৰ বক্তব্যখিনি শুনি এই বুলি প্ৰতিশ্ৰুতি দিলে- মই গৈয়েই সকলো পৰিস্থিতি প্ৰভু লামাঙৰ ওচৰত অৱগত কৰিমগৈ। আপুনি এই বিষয়ে তিলমাত্ৰও চিন্তা নকৰিব। আনুমামে প্ৰতিশ্ৰুতি দিয়াৰ পিছত নাংসীতাই সঞ্চিত ফলমূল আনি আনুমামক খাবলৈ দিলে। ৮০৭।।

## ।। হনুমানৰ দ্বাৰা ফলৰ উদ্যান বিধ্বস্ত।।

এই সুমিষ্ট ফলমূল খাই গৈয়েই মোৰ স্বামীক মোৰ খা খবৰ জনাবা। ফল খাই আনুমামে বৰ সোৱাদ পালে। তেওঁ নাংসীতাক ক'লে-এই ফল বাৰু আৰু ক'ত পায় ? অনুগ্ৰহ কৰি মোক দেখুৱাই দিয়ক। এই গছ উদ্যানৰ সোঁ মাজতে আছে। এই বুলি নাংসীতাই আঙুলিয়াই আনুমামক দেখুৱাই দিলে। আনুমামে ক'লে- মোৰ বৰ ভোক লাগিছে। গছত উঠি মোৰ ইচ্ছামতে পেট পুৰাই খাই লওঁ। আনুমামৰ কথা শুনি নাংসীতাই ক'লে- সেই জোপা গছৰ তলত ৰাক্ষস পহৰীয়া বিলাকে পহৰা দি আছে। তালৈ তুমি অকলে গ'লে সিহঁতে ধৰি খাবি পেলাব। ৮০৮।।

তুমি আৰু ঘূৰি গৈ মোৰ স্বামীক খবৰ দিব নোৱাৰিবা। আনুমামে ক'লে-আপুনি সেই বিষয়ে তিলমাত্ৰও চিন্তা নকৰিব। মই সিহঁতলৈ অকনো ভয় নকৰো। এই বুলি আনুমামে গছৰ পৰা নামি গুটি লাগি থকা গছ জোপাৰ ফালে গ'ল। যাওঁতে তেওঁ নিজকে বেকেৰুৱাৰ সমান কৰি ল'লে। উদ্যানৰ চাৰিওফালে লোহাৰ গজাল মৰা আছিল। লোহাৰ গজাল আৰু বিভিন্ন অস্ত্ৰ শস্ত্ৰলৈ ফলবান গছৰ চাৰিওফালে পহৰীয়াই পহৰা দি আছিল। সিহঁতৰ চলন্ ফুৰণ আৰু গতি লোত্ৰ দেখি নিজৰ শৰীৰটো অকণমান কৰিলে আনুমামে বেৰৰ ফুটাইদি সৰকি গ'ল। ফলবান গছজোপাত উঠি তেওঁ নিজ ইচ্ছামতে সুমিষ্ট ফল বিলাক হেপাহ পলুৱাই খালে। ৮০৯।।

ফলবিলাক গোটে গোটে সিঙিবলৈ ধৰাত পহৰীয়াবিলাকে হয়ে সিয়ে [illegible] কৰিবলৈ ধৰিলে। সেইটো একেবাৰে সামান্য বান্দৰ। সি ডালে ডালে পাতেপাতে বগাই ফলমূল বিলাক চাহি

মুহি খাবলৈ ধৰিছে। তাক মাৰি কোনো লাভ নাই। গতিকে তাক ধৰি আনি আমি পুহিম। আৰু তাকলৈ আমি আনন্দ উপভোগ কৰিম। এইবুলি পহৰাবিলাকে চাৰিওকালৰ পৰা তাক আগুৰি ধৰিলে। ৰাক্ষস পহৰা বিলাকে যিমানে আনুমামক ধৰিবৰ নিমিত্তে চেষ্টা কৰিলে সিমানে আনুমামে গোটেই উদ্যানখন টহিলং কৰি পেলালে। ৮১০॥

আনুমামৰ এনে অন্যায় অত্যাচাৰত ৰাক্ষসবিলাকে অতিষ্ঠ হৈ তেওঁক ধনু কাঁড় মাৰি মাৰিবলৈ ধৰিলে। লোহাৰ গদা, তৰোৱাল, ধনুকাঁড় আদিৰে আনুমামৰ ওপৰত প্ৰহাৰ কৰিলে। মুহুৰ্ত্তৰ ভিতৰতে আনুমামে বিৰাট আকাৰলৈ সিহঁতৰ ওপৰত জপিয়াই পৰিল। গছ উভালি আথে মথে মাৰিবলৈ ধৰিলে। অস্ত্ৰ শস্ত্ৰ বিলাক কাটি ল'লে। ৰাক্ষসবিলাকৰ কিছুমানক হত্যা কৰিলে, ঠেং ভাঙিলে আৰু নানান শাস্তি বিহিবলৈ ধৰিলে। ৮১১॥

পৰিস্থিতি একেবাৰে বিষম হোৱা যেন দেখি ৰাক্ষসবিলাকে প্ৰাণৰ ভয়ত দিহা দিহি পলাবলৈ ধৰিলে। কিছুমানে প্ৰাণটাকি দৌৰি চিপহৈলাঙ্কাৰ ওচৰ পালেগৈ। আৰু ৰজাক জনালে ক'ৰবাৰ পৰা এটা ৰঙা বান্দৰ আহি আমাৰ বনখন ভাঙি ছিঙি একেবাৰে সৰ্বনাশ কৰি পেলালে। কথা শুনি ৰাৱণ একেবাৰে তিঙিৰি তুলা দি উঠিল। ৰাক্ষস বিলাকে লগতে ক'লে- সি নিশ্চয় লামাঙৰ কটকী হ'ব। কাৰণ সি আমাৰ স্বৰ্ণলঙ্কা ধ্বংস কৰিম বুলি কৈছে। ৮১২॥

আমাৰ পৰাক্ৰমী বীৰ ৰাক্ষসসকলে আজি সেই ৰঙা বান্দৰৰ হাতত প্ৰাণ হেৰুৱালে। এনে কথাত চিপহৈলাঙ্কাৰ দুগুণে খং উঠিল। ৰাজভৱনত থকা সেনাধ্যক্ষক মাতি আনি ক'লে- তুৰন্তে সেই ৰঙা বান্দৰটোক ধৰি আনিব লাগে। মুখো নামৰ ৰাক্ষস সেনাপতিয়ে বিছজন সৈন্যৰ সৈতে গৈ অশোকবনত উপস্থিত হ'ল। ৮১৩॥

তেওঁলোকক দেখি আনুমাম বৃক্ষৰ ওপৰৰ পৰা নামি আহিল। ৰাক্ষসবিলাকে অস্ত্ৰ শস্ত্ৰৰে আনুমামক প্ৰচণ্ডভাৱে আক্ৰমণ কৰিবলৈ ধৰিলে। আনুমামেও বৃহৎ বৃক্ষ উভালি ৰাক্ষসবিলাকক প্ৰহাৰ কৰিবলৈ ধৰিলে। আনুমামৰ প্ৰহাৰত মুখো সেনাপতিকে ধৰি ভালে কেইজন বীৰ ৰাক্ষসৰ প্ৰাণ আনুমামে শেষ কৰি পেলালে। এনে পৰিস্থিতিত কেইজনমানে প্ৰাণ লৈ কোনোমতে আহি চিপহৈলাঙ্কাক জনালে - বান্দৰে আমাৰ মুখো সেনাপতিকে মৃত্যু কৰি ভালেকেইজনৰ প্ৰাণ শেষ কৰিলে। মই কোনোমতে পলাই আহি আপোনাক খবৰটো দিলোহি। ৮১৪॥

পুনৰ চিপহৈলাঙ্কাই চাম্পুমালী নামৰ ৰাক্ষস সেনাপতিক প্ৰেৰণ কৰিলে। মন্ত্ৰী পুত্ৰই হাজাৰ হাজাৰ ৰাক্ষস সেনালৈ অশোকবনত প্ৰবেশ কৰিলে। বান্দৰক আক্ৰমণ কৰিবলৈ সেনাপতি চাম্পুমালীয়ে সৈন্য বিলাকক আদেশ দিলে। বান্দৰ আৰু ৰাক্ষসৰ মাজত ভীষণ যুদ্ধ হ'ল। যুদ্ধত সকলো ৰাক্ষসে আহি আহি সুঁৰকিবলৈ ধৰিলে। ৮১৫॥

আনুমামে গছ উভালি প্ৰহাৰ কৰাত ৰাক্ষস বিলাক ছেদেলি ভেদেলি হৈ যেনি তেনি উফৰি পৰিল। চাম্পুমালীও ৰথৰ পৰা বাগৰি পৰিল। তেওঁৰ খিতাতে মৃত্যু হ'ল। বাকী ৰাক্ষস সৈন্য বিলাকো আনুমামে মোহাৰি মাৰি পেলালে। আনুমামে এই ধ্বংস কাৰ্য্য শেষ কৰি গৈ পুনৰ বৃক্ষৰ ওপৰত বহিল। ইফালে এজন ৰাক্ষসে চুচৰি বাগৰি গৈ চিপহৌলাঙ্কাক সবিশেষ জনালে। ৮১৬॥

এনে অভাৱনীয় পৰিস্থিতিত চিপহৌলাঙ্কা খঙত জ্বলি পকি উঠিল। ছত্ৰো নামৰ এজন বীৰ ৰাক্ষসক ৰজাই বান্দৰক ধৰিবলৈ পঠালে। ছত্ৰো বীৰে ছয়ত্ৰিছ কোটি সৈন্য লৈ অশোকবনত প্ৰৱেশ কৰিলেগৈ। সৈন্য বিলাক দেখি আনুমামে বৃক্ষৰ ওপৰত এটা সামান্য প্ৰাণীৰ ৰূপ ল'লে। বৃক্ষৰ ওপৰত ৰঙা বান্দৰক নেদেখি পৰস্পৰে কোৱাকুই কৰিবলৈ ধৰিলে - এই বান্দৰ ক'ত পলাল ? ৮১৭॥

সত্বৰে ৰঙা বান্দৰে ভয় পাই নিজৰ পথ ল'লে। ৰাক্ষসবিলাকে জুমা জুমি কৰি তাক কেনিও নেদেখি ঘূৰি যাবলৈ ঠিক কৰিলে। ঘূৰি যাব খোজোতেই আনুমাম বৃক্ষৰ ওপৰৰ পৰা নামি আহিল আৰু তেওঁ বিৰাট আকাৰ ধাৰণ কৰিলে। আৰু এজোপা বৃহৎ গছ উভালি লৈ ৰাক্ষসবিলাকক ধাম ধুম মৰিয়াবলৈ ধৰিলে। প্ৰধান ৰাক্ষস সেনাপতি ছত্ৰো মাৰৰ কোৰত ধৰাশায়ী হ'ল। বাকী ৰাক্ষসবিলাকক ভুকুৱালে, গছকিলে আৰু ফমৃতি মাৰি দলিয়াই খাষ্ট্ৰং কৰিলে। কিছুমান পলাল। আনুমামে কাম শেষ কৰি বৃক্ষৰ ওপৰত বহি থাকিল। ৮১৮॥

ৰঙা বান্দৰৰ ধ্বংস লীলা দেখি চিপহৌলাঙ্কা খঙত উতলা পানীৰ দৰে হ'ল। অৱশেষত তেওঁ নিজ পুত্ৰ ওখো বীৰক মতাই আনি বান্দৰক নিধন কৰিবলৈ পঠালে। ওখোৱে অসংখ্য সৈন্য সামন্ত লৈ বান্দৰৰ সৈতে যুদ্ধ আৰম্ভ কৰিলে। ওখোৱে চিঞৰি ক'লে- হেৰ' ৰঙা বান্দৰ এইবাৰ তই ক'ত সাৰিবি ? মোৰ অসংখ্য সৈন্য সামন্ত আৰু কোটি কোটি বাণৰ প্ৰহাৰেৰে তোক আজি যমপুৰ দেখুৱাম। ৮১৯॥

এইবুলি ওখোৱে বাণ নিক্ষেপ কৰিলে। আনুমামেও কাল বিলম্ব নকৰি একেজাপে ৰথৰ ওপৰত জপিয়াই পৰিল। ওখো ভয়তে ৰথৰ পৰা বাগৰি পৰিল। আনুমামেও জোৰেৰে তাৰ পিঠিত এটা মাৰমাৰ দিলে। তাৰ মূৰটো ছিটিকি পৰিলগৈ। আনুমামে বাকী বিলাক ৰাক্ষসকো মাৰি নিক্ষেপ কৰি পেলালে। কিছুমান ৰাক্ষসে কোনোমতে প্ৰাণলৈ ৰজাক খবৰটো দিলেগৈ। ৮২০॥

## ॥ ইন্দ্ৰজিতৰ হাতত হনুমান বন্দী ॥

আনুমাম বৃক্ষৰ ওপৰত বহি থাকিল। চিপহৌলাঙ্কাই কোনো উপায় নাপাই পুতেক (ইনতাচিকত্ৰা) ইন্দ্ৰজিতক মাতি আনি ক'লে- সেই বান্দৰক অতি সোনকালে ধৰিবলৈ যাঁহা। সেই বান্দৰে আমাক অৱজ্ঞা কৰিছে। আমাৰ ধুনীয়া উদ্যান বিনষ্ট কৰি পেলাইছে। ওজা নামৰ সুমিষ্ট

ইন্দ্ৰপুৰীৰ পৰা অনা ফল গছ জোপাও ধ্বংস কৰি পেলালে। আৰু ৰঙা পদুম ফুল বিলাকো শেষ কৰি পেলালে। ৮২১ ॥

সি এটা সামান্য বান্দৰহে আমাৰ ইমান বিলাক অনিষ্ট সাধন কৰিছে। চিপহৌলাঙৰ আদেশ পাই ইনতাচিকত্ৰা (ইন্দ্ৰজিতে)ক'লে- বান্দৰৰ ইমান সাহসনে ? আপুনি অকনো চিন্তা নকৰিব। মোৰ তীক্ষ্ণ অস্ত্ৰৰ আগত সি ক'ত সাৰিব ? এতিয়াই তাক ধৰি আনি আপোনাৰ চৰণত অৰ্পণ কৰিমহি। এই বুলি তিনি কোটি সৈন্য সহিত ইন্দ্ৰজিতে অশোকবনলৈ যাত্ৰা কৰিলে। সৈন্য বিলাকে ঘণ্টা কাঁহ বজাই আকাশে বতাহে মুখৰিত কৰি গ'ল। গান বাজনা কৰি তেওঁলোক আগবাঢ়ি গ'ল। ৮২২ ॥

ৰথত উঠি ইন্দ্ৰজিত যাবলৈ ধৰিলে। ইন্দ্ৰজিতে বান্দৰক গৈ ক'লে- হেৰ' মুৰ্খ বান্দৰ! তই এটা সামান্য বান্দৰহে আমাৰ ৰাজ্যৰ ইমান ক্ষতি সাধন কৰিলি ? অশোক বনৰ জেউতি একেবাৰে ম্লান কৰি পেলালি। কিন্তু আজি তোক মই যমলোকলৈ পঠাম। ৮২৩॥

ইন্দ্ৰজিতৰ পৰা এনে কঠোৰ ব্যৱহাৰ পাই আনুমামে উত্তৰ দিলে- মই আজি উদ্যানৰ সুমিষ্ট ফল খোৱাৰ কাৰণেই অপৰাধী হ'লোনে ? ৮২৪ ॥

তোমাৰ পিতাৰা চিপহৌলাঙৰ অন্তঃপুৰত অসংখ্য নাৰী আছে। তথাপি মনুষ্য নাৰী নাংসীতাক হৰণ কৰি আনি লঙ্কাত ৰাখিছেহি। গতিকে তোমাৰ পিতাৰা ডাঙৰ চোৰ নহয় জানো ? এইবাৰ তোমাৰ কোনোপধ্যে নিস্তাৰ নহ'ব। তোমাৰ মৃত্যু অনিবাৰ্য্য। ইন্দ্ৰজিতে তেতিয়া ক'লে- আজি মই সঁচা কথা কৈছো। তোমাৰ আৰু ৰক্ষা নহব। এতিয়াই বান্ধি ছাটি লৈ যাম। ৮২৫ ॥

এইবুলি ইন্দ্ৰজিতে মন্ত্ৰজপ কৰিলে। ধনুত শৰ জুৰি আনুমামক প্ৰহাৰ কৰিবলৈ ধৰিলে। আনুমামে ভাবিলে ইন্দ্ৰজিতৰ মন্ত্ৰ পূত কৰা বাণে মোৰ গাত একো প্ৰভাৱ পেলাব নোৱাৰে। মই ইচ্ছা কৰিলে তাৰ মন্ত্ৰ কাটি পেলাব পাৰো। সেইবিলাক কৰিবৰ মোৰ কোনো প্ৰয়োজন নাই। মই এতিয়া এওঁৰ মন্ত্ৰৰ জালত বন্দী হোৱাই ভাল। তেতিয়া ইহঁতে মোক কান্ধত তুলি নগৰৰ ফালে লৈ যাব। ৮২৬॥

মোৰ পৰাক্ৰম আৰু শৰীৰৰ কলেৱৰ ইহঁতে দেখক। এইবুলি আনুমামে নিজকে ইন্দ্ৰজিতৰ হাতত বন্দীৰূপে ধৰা দিলে। ইন্দ্ৰজিতে সৈন্যবিলাকক আদেশ দিলে-ইয়াক এতিয়া তোমালোকে বান্ধি ছাটি নগৰৰ ফালে লৈ যোৱা। ৮২৭ ॥

আদেশ দিয়েই ইনতাচিকত্ৰা নগৰৰ ফালে ওচি গ'ল। ভৰলৈ গৈ তেওঁ পিতাকক সকলো বৃত্তান্ত কৈ শুনালে। পুত্ৰৰ মুখত এনে সাহস আৰু বীৰত্বপূৰ্ণ কথা শুনি চিপহৌলাঙেই গৌৰৱ অনুভৱ কৰিলে। আৰু ইনতাচিকত্ৰাক বহুমূল্য পুৰস্কাৰ প্ৰদান কৰিলে। ৮২৮ ॥

অন্যহাতেদি আনুমামে নিজৰ শৰীৰটোক ইমান বঢ়াই পেলালে যে সাত লাখ সৈন্যয়ো তেওঁক লৰচৰ কৰিব নোৱাৰা হ'ল। সকলো ৰাক্ষসে দেখি ত্ৰাহি ত্ৰাহি সুঁৱৰিবলৈ ধৰিলে। ৮২৯॥

তোমালোকে মোক এনেদৰে নিব নোৱাৰা। এতিয়া এখন চাং সাজাহি। সেই চাংত মই শুই দিম। তেতিয়া তোমালোকে মোক দাঙি ৰাজমহললৈ লৈ যাবাহঁক। আনুমামৰ পৰামৰ্শমতে ৰাক্ষসবিলাকে চাং এখন সাজিলে। লগে লগে আনুমামে নিজৰ শৰীৰটো দুই লাখ মোনৰ ওজন কৰি চাংত শুই দিলে। ৮৩০॥

ৰাক্ষসবিলাকে চাংৰ ওপৰত আনুমামক ভালদৰে বান্ধি ছাটি কান্ধত তুলি কঢ়িয়াই লৈ যাবলৈ ধৰিলে। হাঁহি হাঁহি আনুমামে ক'লে- আজি প্ৰভু লামাণ্ডৰ অনুগ্ৰহতে ৰাক্ষসৰ কান্ধত উঠি আহিবলৈ পাইছো। বলাহঁক এই বাপেৰক সাক্ষী কৰি ৰাজমহললৈ লৈ ৰ'ল। ৮৩১॥

আনুমামৰ এনে উপহাস বচন শুনি ৰাক্ষসবিলাকৰ খঙে মূৰৰ চুলি পালেগৈ। ক্ৰোধত ৰাক্ষসবিলাকে কৈ উঠিল- ৰ'ল তোক আজি আমাৰ ৰজাৰ ওচৰত বধ কৰিবলৈ দিমগৈ। ৰাক্ষসবিলাকে কেকো জেকো কৰি কোনোমতে আনুমামক কঢ়িয়াই নি ৰাজসভা পোৱালেগৈ। কিন্তু দুৱাৰ মুখ পোৱাৰ লগে লগে আনুমামে শৰীৰটো আৰু বঢ়াই দিলে। কোনো ৰকমে আনুমামক দুৱাৰেদি পাৰ কৰিব নোৱাৰি শেষত ৰজা চিপহৌলাক্কাক জনোৱাত ৰজাই দুৱাৰ কাটি সুমুৱাবলৈ আদেশ দিলে। ৮৩২॥

ৰাক্ষসবিলাকে ক'লে- হে ৰাজন। এই অতপালি কৰা বণ্ডা বান্দৰটোৰ কথা কি ক'ম ? কথাবিলাক শুনি চিপহৌলাক্কা খঙত টিক্‌চি বিক্‌চি হৈ উঠিল। তেওঁ আনুমামক কাটিবলৈ উদ্যত হ'ল। হেৰ' অৰণ্যৰ বণ্ডা বান্দৰ, তই ক'ৰপৰা আহি আমাৰ উদ্যানৰ ফলমূল বিলাক বিনাশ কৰিলিহি। ৮৩৩॥

তোমাৰ আমাৰ ৰাজ্যলৈ অহাৰ অভিপ্ৰায় কি ? চিপহৌলাক্কাৰ প্ৰশ্নৰ উত্তৰত আনুমামে ক'লে- মই প্ৰভু লামাণ্ডৰ কটকী। নাংসীতাৰ অনুসন্ধানত মোক ইয়ালৈ পঠাইছে। তুমি যে পৰস্ত্ৰী হৰণ কৰি আনি অশোকবনত ৰাখিছাহি, তেওঁৰ সন্ধানত আহি মই ইয়াত উপস্থিত হৈছো। ৮৩৪॥

সিদিনা সন্ধ্যা বেলা আহি মই ইয়াত সকলো ঠাইতে বিচাৰি ফুৰিছিলো। নাংসীতাক ক'তো সন্ধান নাপাই অৱশেষত অশোক বন পালোগৈ। তোমাৰ উদ্যানত সোমাই ফলমূল খালো। আৰু উদ্যানৰ অনুপম সৌন্দৰ্য্য নিষ্প্ৰভ কৰি পেলালো। মই [illegible] প্ৰকাৰে প্ৰভু লামাণ্ডৰ আদেশ পোৱা হলে লঙ্কাৰ সকলো ৰাক্ষস মাৰি ৰাজ্যখনো ছাৰখাৰ কৰি পেলালোহেঁতেন। ৮৩৫॥

তোমালোক সকলোৱে প্ৰভু লামাণ্ডৰ বশবৰ্তী হৈ থাকিব লাগিলহেঁতেন। কিন্তু সেই আদেশ মোক প্ৰভুৱে নিদিলে। মোক মাত্ৰ নাংসীতাৰ খবৰটো ল'বৰ নিমিত্তেহে পঠালে। আনুমামৰ

তেজোদীপ্ত কথা শুনি চিপহৌলাঙ্কাই টকালি পাৰি উঠিল। মুহূৰ্ত্তৰ ভিতৰতে আনুমামক বধ কৰিবলৈ তেওঁ আদেশ দিলে। ৮৩৬॥

তাকে শুনি আনুমামে ক'লে- তোমালোকৰ যি বিলাক অস্ত্ৰ শস্ত্ৰ আছে সেইবিলাকে মোৰ এডাল নোমো লৰাব নোৱাৰে। তোমাৰ ৰাজ্যলৈ আহি মই তোমাক অনুগৃহীত কৰিছো। প্ৰভু লামাঙৰ সমস্ত খবৰ দিম বুলিহে তোমাৰ ইয়ালৈ মই আহিছো। ৮৩৭॥

লামাঙৰ বীৰত্ব আৰু পৰাক্ৰম সংসাৰত অদ্বিতীয় আৰু অতুলনীয়। যি পালীমাঙে তোমাক নেজেৰে পকাই সাগৰত তিনিবাৰ জুবুৰিয়াইছিল, সেই মহান বীৰ পালীমাঙক লামাঙে চকুৰ পচাৰতে বধ কৰিলে। এতিয়া(সুগ্ৰীৱ) সুখালিকা কিংতা ৰাজ্যৰ অধীশ্বৰ। তেওঁ বিলাকেই মোক নাংসীতাৰ সন্ধানত পঠাইছে। তুমি এতিয়া সসম্মানে নাংসীতাক অৰ্পণ কৰি ক্ষমা খোজা, অন্যথা পৰিণাম ভীষণ হ'ব। ৮৩৮॥

তোমাৰ হয়তো মৃত্যুলৈ আৰু বেছি সময় নাই। এই [illegible] কৰি বেছি দিন টিকিম বুলি নাভাবিবা। তোমাৰ ভায়েৰা কুম্ভকাৰ মৃত্যুও তেওঁৰ হাততেই হ'ব। তোমাৰ পুত্ৰ ইন্দ্ৰজিৎ চিকত্ৰাৰ মৃত্যু হ'ব লাখানাৰ হাতত। বাকী তোমাৰ যিমান বিলাক সৈন্য সামন্ত আছে সেইবিলাকক মোৰ এই দুহাতেৰে মোহাৰি মাৰি পেলাম। ৮৩৯॥

আনুমামৰ বীৰত্বপূৰ্ণ কথাত চিপহৌলাঙ্কা স্থিৰেৰে থাকিব নোৱাৰিলে। ৰাক্ষস সৈন্য বিলাকক তেওঁ আদেশ দিলে- এতিয়াই ইয়াক চোচোৰাই লৈ যোৱা। ইয়াৰ মাংস কাটি তোমালোকে ভাজি খাই পেলোৱা। চিপহৌলাঙ্কাৰ আদেশত পিফিচানা (বিভীষণ) ই বিনম্ৰভাৱে ক'লে-। ৮৪০॥

হে ৰাজন ! কটকীক হত্যা কৰাটো অন্যায় হ'ব। কাৰণ দুয়োপক্ষৰ বক্তব্যবিলাক আদান প্ৰদান কৰা আৰু বুজা কঠিন হৈ পৰিব। কটকীৰ কাম কি ? ইয়াৰ বাৰ্ত্তা নি তাত দিয়া আৰু তাৰ বাৰ্ত্তা আনি ইয়াত জনোৱাই কটকীৰ কাম। ৮৪১॥

চিপহৌলাঙ্কাই ক'লে- যদি সি একান্ত দূতেই হয় তেন্তে দূতৰ নিচিনা কাম নকৰে কিয় ? সি খবৰ দি খবৰ লৈ যোৱাটোহে হ'ল তাৰ কাম। কিন্তু সি আহি কেনেকৈ মই মতালি কৰি ফুৰিছে দেখা নাই ? তাক এতিয়া বধ নকৰি লাজ অপমান দি খেদাই দিয়াই ভাল হ'ব। তাৰ লগৰ বান্দৰবিলাকে যাতে তাক দেখি খিকিন্দালি মাৰি হাঁহি উৰাই দিয়ে। ৮৪২॥

## || হনুমানৰ লঙ্কা দহন ||

এতিয়া তাৰ নেজত কাপোৰ মেৰাই জুই লগাই দিব লাগে। চিপহৌলাঙ্কাৰ আদেশক্ৰমে সেনাবাহিনীয়ে আনুমামৰ নেজত কাপোৰ মেৰাবলৈ ধৰিলে। আনুমামেও তেওঁৰ শৰীৰটো বঢ়াবলৈ ধৰিলে। আনুমামৰ আকৃতি প্ৰকৃতি দেখি চিপহৌলাঙ্কাৰ মন্ত্ৰিত্ত টো খেলিবলৈ ধৰাত ৰজাৰ মনত

বিৰাট আতঙ্কৰ সৃষ্টি হ'ল। চিপহৌলাহঁতে তিনিলাখ ৰাক্ষসক আনুমামক ধৰি থাকিবলৈ ক'লে। ৮৪৩।।

ৰাজভৱনত যিমান কাপোৰ আছিল সিমান বিলাক আনি আনুমামৰ নেজত মেৰোৱা হ'ল। তাৰপিছত তেল ঢালি দি নেজত অগ্নি সংযোগ কৰি দিলে। এনে অৱস্থাত আনুমামে চিঞৰি ক'লে- তোমালোকে নিজৰ ভৰিত কুঠাৰ কিয় মাৰিছাহঁক ? ৮৪৪।।

এই জ্বলন্ত অগ্নিত এতিয়া তোমালোক পুৰি ছাঁই হৈ যাবা। এই বুলি সঙ্কেত কৰি আনুমাম ৰাজভৱনৰ ওপৰত জপিয়াই পৰিল। ইটোৰ পিছত সিটো ঘৰলৈ জাপ মাৰি তেওঁ ঘৰবোৰ জ্বলাই যাবলৈ ধৰিলে। আনুমাম হ'ল বায়ুৰ পুত্ৰ। গতিকে বায়ুৰ বেগো ক্ৰমান্বয়ে দুগুণ হ'ল। সমস্ত লঙ্কা ৰাজ্যত দপ্ দপ্ কৰি অগ্নি জ্বলি উঠিল। ৰাক্ষস ৰাক্ষসীবিলাকে ভয়তে আহি ত্ৰাহি ত্ৰাহি সুঁৱৰি নিজৰ ঘৰ বাৰী ত্যাগ কৰি যেনি তেনি পলাবলৈ ধৰিলে। ৮৪৫।।

কিছুমান ৰাক্ষস ৰাক্ষসী পানীত ডুব দি মৰিল। কিছুমান অগ্নিতে জাহ গ'ল। এইদৰে মৰা ৰাক্ষস ৰাক্ষসিনীৰ সংখ্যা অগণন হ'ল। অগ্নি শিখা ত্ৰিশ যোজন উচ্চতালৈকে বিয়পি পৰিল। আনুমামৰ নাংসীতাৰ কাৰণেও চিন্তা হৈছিল। কেনেবাকৈ জ্বলন্ত অগ্নিয়ে নাংসীতাৰো প্ৰাণ হৰণ কৰিব পাৰে বুলি নাংসীতাৰ যদি জীৱন শেষ হৈ যায় তেন্তে মই ইয়ালৈ ইমান কষ্ট কৰি অহাৰ কোনো সাৰ্থকতা নহ'ব। ৮৪৬।।

## ।। হনুমানৰ সীতাৰ ওচৰত বিদায় গ্ৰহণ আৰু ৰামৰ সমীপলৈ প্ৰত্যাবৰ্ত্তন ।।

নাংসীতা এনে পৰিস্থিতিৰ সম্মুখীন হ'লে মোৰ আৰু পুনৰ ঘূৰি যোৱা নহব। যয়ো এই সমুদ্ৰত জাপ দি মৰি যোৱাই ভাল হ'ব। সাগৰীয় জীৱ জন্তুৰ আহাৰ হোৱাই উত্তম হ'ব। এই বুলি আনুমামে নাংসীতাক চাই আহিবলৈ আকাশলৈ জাপ মাৰিলে। চকুৰ পচাৰতে তেওঁ অশোকবন পালেগৈ। নাংসীতা উৎফুল্ল মনেৰে বহি থকা দেখি আনুমামে বৰ আনন্দ অনুভৱ কৰিলে। ৮৪৭।।

আনুমামৰ নেজৰ অগ্নি নিৰ্বাপিত নোহোৱাত তেওঁ নাংসীতাক ক'লে-হে মাতৃ, মোৰ নেজৰ জুই কি প্ৰকাৰে নুমাব ? তেতিয়া নাংসীতাই ক'লে- তোমাৰ নেজৰ জুই মুখত সুমুৱাই দিয়া। তেতিয়াহে নুমাব। নাংসীতাৰ আদেশ মতে আনুমামে নেজডাল মুখেৰে কামুৰি ধৰিলে। লগে লগে নেজৰ অগ্নি অনায়াসে নিৰ্বাপিত হৈ গ'ল। ৮৪৮।।

সেইক্ষণতে আনুমামে নাংসীতাক বিদায় সম্ভাষণ জনালে আৰু প্ৰভু ৰামচন্দ্ৰক প্ৰত্যয় নিয়াবৰ কাৰণে এটা অমূল্য বস্তু বিচাৰিলে। নাংসীতাইও হাতৰ আঙুলিৰ পৰা আঙঠি এটা খুলি আনুমামৰ

হাতত দিলে। আঙঠিটো লৈ আনুমামে নাংসীতাক সেৱা জনাই ক'লে- মাত্ৰ আপুনি চিন্তা নকৰিব। মই প্ৰভু লামাঙক সকলো কথা বিৱৰি ক'ম। আপুনি কেৱল আৰু কেইদিনমান ইয়াত প্ৰতীক্ষা কৰি থাকক। ৮৪৯॥

ইয়াকে কৈ আনুমামে মাটিত খোপনি পুতি আকাশৰ ফালে জাপ মাৰিলে। তেওঁ সাগৰৰ তীৰত বহি থকা লামাঙক সেৱা নিবেদন কৰিলেগৈ। তেতিয়া আগাৰ সম্ভাৰ হোৱাত লামাঙে আনুমামক সুধিলে-বাৰু কোৱাচোন আনুমাম এই বিশাল সমুদ্ৰ পাৰ হৈ যোৱাৰ কিবা সাৰ্থকতা তোমাৰ হ'লনে ? তুমি নাংসীতাৰ দৰ্শন পালানে ? ৮৫০॥

লামাঙৰ কৌতুহল কথা শুনি আনুমামে ক'লে- প্ৰভু ! হয়। লঙ্কাত মই নাংসীতাৰ দৰ্শন পালো। এতিয়া আৰু চিন্তাৰ কোনো কাৰণ নাই। মই বিশাল সমুদ্ৰ পাৰহৈ প্ৰথমতে ৰাজভৱনত বিচাৰিলো। অৱশ্যে প্ৰধান মহিষীক দেখি নাংসীতা বুলি ভাবি মোৰ দুয়োখাৰে অশ্ৰু বাগৰি গৈছিল। কাৰণ তেওঁৰো ৰূপ লাৱণ্য সাইলাখ নাংসীতাৰ দৰেই। তেওঁৰ অপৰূপা সৌন্দৰ্য্য বাগিয়ে মোৰ মনটো একেবাৰে বিষন্ন কৰি পেলাইছিল। ৮৫১॥

এঘৰ এঘৰ কৰি প্ৰায়বিলাক ঘৰতে অনুসন্ধান কৰিলো, ক'তো নাংসীতাৰ সন্ধান নাপাই মই একেবাৰে নিৰাশ হৈ গৈছিলো। কোনো উপায় নেদেখি দুখে বেজাৰে আহি পাহাশালাত জিৰণি ল'লো। তাতে মই সপোনও দেখিলো। যেন নাংসীতা অশোকবনত বহি আছে। সাৰ পাই মই অশোকবনলৈ গ'লো। নাংসীতাৰ দৰ্শন পালোগৈ। ৮৫২॥

অশোকবনত দেখিলো চিপহোঁলাঙ্কাই বিভিন্ন বাক চাতুৰিৰে নাংসীতাৰ মন ঘুৰাবৰ কাৰণে চেষ্টা চলাই আছিল। কিন্তু নাংসীতাই প্ৰলোভনত ভোল নগৈ চিপহোঁলাঙ্কাক গালি শপনি পাৰি অপমান কৰি পঠালে। নাংসীতাই কৰা অপমানত চিপহোঁলাঙ্কা অপমানিত হৈ ৰাজসভালৈ গুচি গৈছিল। যোৱাৰ আগমুহূৰ্ত্তত তেওঁ ৰখীয়া ৰাক্ষসীবিলাকক কৈ গৈছিল- যদি নাংসীতাৰ মনৰ পৰিবৰ্ত্তন নহয় তেন্তে তাইক তইঁতে মাৰি কাটি ভাজি খাই পেলাবিহঁক। ৮৫৩॥

চিপহোঁলাঙ্কা গুচি যোৱাৰ পিছত ৰাক্ষসীবিলাকে নাংসীতাক অনেক ভয় দেখুৱাবলৈ ধৰিলে। ৰখীয়া ৰাক্ষসীবিলাকৰ ভিতৰত ত্ৰিজুং ৰাক্ষসী ধৰ জ্ঞানী। তাই নাংসীতাক খুব মৰম আৰু সম্মান কৰে আৰু সকলো বিপদৰ পৰা ৰচাই ৰাখে। ত্ৰিজুং ৰাক্ষসীয়ে এটা সপোন দেখিছিল। সেই সপোনৰ ফলাফল লগৰ ৰাক্ষসীবিলাকক কৈছিল। মই সিইঁতৰ কথোপকথন বিলাক মনে মনে শুনি আছিলো। নাংসীতাই ভয়তে বৃক্ষৰ আশ্ৰয় লৈছিল। সুবিধা চাই মই সকলো কথা নাংসীতাক অৱগত কৰিছিলো। মোক উদ্দেশ্য কৰি নাংসীতাই ক'লে- যদি তুমি একান্তই লামাঙৰ দূত হোৱা তেন্তে সকলো ঘটনা মোক বিৱৰি কোৱা। ৮৫৪॥

মযো আদি অন্ত সকলো কথা কৈ নাংসীতাক শুনালো। প্ৰথমতে মই আপোনাৰ বংশ পৰিচয় দিলো। আপুনি গৈ পিকচামিত্ৰৰ আশ্ৰমত কাউৰী খেদোৱাৰ কথা ক'লো। ঋষিৰ লগত গৈ মিকখিলা ৰাজ্যত স্বয়ম্বৰ সভাত হৰধনু ভঙাৰ কথা, ৰজাই আপোনাৰ ওপৰত ৰাজ্যভাৰ অৰ্পণ কৰিব খোজা, কৈকেয়ীয়ে ভৰতৰ কাৰণে ৰাজ্য বিচৰা। আপোনালোক তিনিওজনে বনবাসত খাটিবলৈ অহা, অৰণ্যৰ মাজত ৰাক্ষসে মায়া স্বৰ্ণমৃগৰ ৰূপ ধৰা, সেই স্বৰ্ণমৃগই পৰ্ণকুটীৰৰ সম্মুখত বিচৰণ কৰা আদি আদি কথা ক'লো। ৮৫৫॥

স্বৰ্ণমৃগ দেখি নাংসীতা লালায়িত হোৱা আৰু আপুনি স্বৰ্ণমৃগৰ পিচে পিচে অনুসৰণ কৰা, লাখানাই আপোনাৰ কণ্ঠস্বৰ শুনি পৰ্ণকুটীৰৰ দুৱাৰ মুখত আঁচ টানি মন্ত্ৰ জপ কৰি অৰণ্যত আপোনাক বিচাৰি যোৱাৰ কথা, সকলো মই নাংসীতাৰ আগত বিৱৰি ক'লো। শেষত আপুনি দি পঠোৱা আঙঠিটো দেখুৱালো। ৮৫৬॥

তেতিয়া নাংসীতাই মোৰ পৰিচয় বিচাৰিলে। মই বৃক্ষৰ ওপৰৰ পৰা নামি গ'লো। তেওঁক মই সাষ্টাঙ্গে প্ৰণাম জনালো। লগে লগে আপোনাৰ প্ৰেৰিত আঙঠিটো দেখুৱালো। নাংসীতাই সেই আঙঠিটো মূৰত তুলি লৈ হুৱাৰ ৰাৱে কান্দিবলৈ ধৰিলে। তেতিয়া মই নাংসীতাক পাৰ্য্যমানে সান্ত্বনা দিলো। ৮৫৭॥

আপোনাক মই লৈ যাবৰ নিমিত্তে আহিছো। আপুনি এতিয়া মোৰ লগত যাবৰ নিমিত্তে সাজু হওঁক। মোৰ কথা শুনি নাংসীতাই ক'লে- মই যদি তোমাৰ লগত যাওঁ দেৱ সমাজে মোক নিন্দা কৰিব। সকলোৱে মই গৰিহনাৰ পাত্ৰী হ'ম। কোনো দেৱ মনুষ্যই মোক সৎ চকুৰে নাচাব। যিমান দুখ কষ্ট হওঁক, মই ইয়াতেই থাকিম। ৮৫৮॥

মোৰ স্বামীক তুমি [illegible] খেতে আহি সোনকালে লৈ যাওঁক। মই যদি পৰপুৰুষৰ লগত যাওঁ, আৰু পৰপুৰুষৰ মুখ চাওঁ, তেন্তে মোৰ স্বামীক মই অপমান কৰা হ'ব। তেখেতৰ যি ব্যক্তিত্ব, আৰু মৰ্য্যাদা তথা পুৰুষত্ব সি অক্ষুন্ন হৈ নৰ'ব। গতিকে মোৰ স্বামীয়ে আহি চিপচৌলাক যুদ্ধত পৰাস্ত কৰি মোক লৈ যাওঁকহি। তেতিয়াহে তেখেতৰ যশ গান আৰু আত্ম মৰ্য্যাদা চিৰযুগমীয়া হৈ থাকিব। সংসাৰ বাসীৰ মুখে মুখে তেখেতৰ কীৰ্তিকলাপ প্ৰচাৰিত হৈ থাকিব। মোৰ স্বামীক তুমি এই আঙঠিটো নি দিবা। এই বুলি কৈয়েই আনুমানে নাংসীতাই লামাডলে বুলি প্ৰেৰণ কৰা আঙঠিটো সাউংকৰে উলিয়াই দিলে। লামাডে পত্নীৰ আঙঠিটো পাই বাৰম্বাৰ চুম্বন কৰিলে। ৮৫৯॥

নাংসীতাৰ ইতিবৃত্ত আৰু প্ৰেমৰ প্ৰীতিৰ কথা সুঁৱৰি সুঁৱৰি লামাডে ৰোদন কৰিবলৈ ধৰিলে। আমি তিনিওজনে আনন্দ উৎসাহৰ মাজেৰে বিভিন্ন অৰণ্যৰ মাজে মাজে ঘূৰি ফুৰিছিলো। কিন্তু আজি তুমি মোক এৰি থৈ ক'ত গোঁচালা? কিমান যে কঠিন [illegible] জীৱন কটাম [illegible]

পৰিছে তাৰ বৰ্ণনা কি দৰে কৰিম। সেই মোৰ ৰাজহংসিনীক কোনে হৰণ কৰি নিলে ? চিকাৰীৰ হাতৰ পৰা হংসিনী গুছি গ'লে যি অৱস্থা হয় আমাৰো আজি সেই অৱস্থাই হ'ল। ৮৬০॥

লামাঙে তেজোদীপ্ত স্বৰত কৈ উঠিল - সেই মহাপাপী ৰাৱণে মোৰ কমলিনীক হৰণ কৰি নি সাগৰৰ পাৰত ৰাখিছে। তুমি যে কিমান দুখৰ ভাগী হ'ব লগীয়াত পৰিছা তাক মই কল্পনা কৰিব নোৱাৰো। সেই পাষণ্ডক মই যি পৰ্যন্ত বধ কৰিব নোৱাৰিম সেই পৰ্যন্ত মোৰ হৃদয়ৰ অগ্নি কেতিয়াও নিৰ্বাপিত নহ'ব। মোৰ হৃদয়ে কদাপি শান্তি নাপাব। ৮৬১॥

লামাঙৰ করুণ আৰ্তনাদত আনুমানে স্থিৰে থাকিব নোৱাৰি কৈ উঠিল - প্ৰভু নাংসীতাক লঙ্কাধিপতি চিপহৌলাঙ্কাই হৰণ কৰি সাগৰৰ সিপাৰে অশোকবনত ৰাখিছে। তাত দেৱী নাংসীতাক অসংখ্য ৰাক্ষসী প্ৰহৰীয়ে পহৰা দি ৰাখিছে। বহুত ৰাক্ষস ৰাক্ষসীক মই বধ কৰিলো। মনোমোহা উদ্যান বিলাক ভাঙি ছিঙি খাষ্টাং কৰি পেলালো। ৮৬২॥

বৃক্ষৰ ডালত মই বহি আছিলো। মোক যেতিয়া ইন্দ্ৰজিত প্ৰমুখ্যে ৰাক্ষসবিলাকে আক্ৰমণ কৰিলে, তেতিয়া মই মোৰ ইচ্ছা মতে সিহঁতৰ হাতত ধৰা দিলো। ৰাক্ষসবিলাকে মোক ধৰি বান্ধি সাঙি কৰি নি চিপহৌলাঙ্কাৰ ৰাজসভাত পোৱালেগৈ। ৰজাই মোক মৃত্যুদণ্ড বিহিব বিচাৰিছিল। কিন্তু ধাৰ্মিক পিকিচানাই মোক সেই মৃত্যুদণ্ডৰ পৰা বচাই দিলে। শেষত ৰজাই ৰাক্ষস বিলাকক আদেশ দিলে যে আনুমানৰ নেজত কাপোৰ মেৰাই অগ্নিসংযোগ কৰি দিব লাগে। ৮৬৩॥

আনুমানৰ সৰ্বশৰীৰ পুৰিলে সেয়া হ'ব তাৰ কাৰণে লাজ আৰু অপমান। ৰজাৰ আজ্ঞা অনুসাৰে ৰাক্ষবিলাকে মোৰ ওপৰত সেই লাঞ্চনাৰ কাম কৰিলে। তেনে অৱস্থা কৰি মোক নি নাংসীতাক দেখুৱাই অপমান দিয়াৰ ইচ্ছা কৰিছিল। ৮৬৪॥

মোৰ নেজত অগ্নি সংযোগ কৰিলে। লগে লগে মই ৰাজভৱনৰ ছাল, তাৰ পিছত ক্ৰমান্বয়ে ৰাক্ষসবিলাকৰ ঘৰত জুই লগাই গ'লো। এইদৰে অৰ্দ্ধেক ৰাজ্য অগ্নিসংযোগ কৰি ধূলিসাৎ কৰি পেলালো। এনে পৰিস্থিতিত প্ৰায় বিলাক ৰাক্ষসে পানীত আৰু অগ্নিত পৰি মৃত্যুবৰণ কৰিলে। লঙ্কাত অগ্নিসংযোগ কৰি পুনৰ মই আমাৰ ৰাজ্যৰ অভিমুখে যাত্ৰা কৰিলো। ৮৬৫॥

## ॥ ৰাম সৈন্যৰ লঙ্কা যাত্ৰা ॥

আনুমানৰ পৰা এনে শুভ সংবাদ শুনি সকলো কপিয়ে আনন্দ অনুভৱ কৰিলে। লামাঙে কিংতাৰ অধীশ্বৰ সুৱালিকাক ক'লে- এতিয়া আৰু বিলম্ব কৰাৰ কোনো সকাম নাই। তুমি এতিয়া সৈন্য সামন্ত একত্ৰ কৰা। আমি এতিয়া চিপহৌলাঙ্কাৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰিব লাগে। লঙ্কা ৰাজ্য সবংশে ধ্বংস কৰি গৌৰৱ অৰ্জন কৰিব লাগে। সুৱালিকাৰো বিলম্ব নকৰি অস্ত্ৰ শস্ত্ৰে প্ৰস্তুত হ'ল। ৮৬৬॥

লঙ্কা মহানগৰীত সকলোৰে মুখে মুখে এই কথাৰ প্ৰচাৰ হ'বলৈ ধৰিলে যে বোধিসত্ব লামাণ্ডে লক্ষ লক্ষ সৈন্যলৈ লঙ্কাৰ বিৰুদ্ধে যুদ্ধৰ আয়োজন কৰিছে। এনে পৰিস্থিতিত চিপহৌলাক্কাৰ মাতৃ কুন্তী দেৱীয়ে পিফিচ্ছানাক মাতি আনি ক'লে- বোপা তুমি লঙ্কেশ্বৰক বুজাই ক'বা যে দেশৰ পৰিস্থিতি ভাল নহয়। অত এব স-সম্মানে নাংসীতাক নি লামাণ্ডৰ ওচৰত অৰ্পণ কৰকগৈ। ৮৬৭॥

অকাৰণে আমাৰ ৰাজ্যৰ বিনাশ ঘটোৱাৰ কি আৱশ্যক আছে ? কোনো অশান্তিৰ যাতে সৃষ্টি নহয় তাৰহে কিবা এটা ব্যৱস্থা কৰিব লাগে। ব্ৰহ্মাই সৃষ্টি কৰোতেই মনুষ্য আৰু বান্দৰৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰিবলৈ আমাক দিয়া নাই। শত্ৰুসেনা সোমাই অবাৰত যাতে আমাৰ ৰাজ্য বিনষ্ট নকৰে তাৰ প্ৰতি লক্ষ্য ৰখা দৰকাৰ। তুমি অনতি পলমে গৈ ৰজাক বুজাই দিয়াগৈ যাতে লঙ্কাৰ প্ৰজাবৰ্গৰ কোনো অশান্তি নহয়। ৮৬৮॥

## ॥ বিভীষণৰ হিত বচন; অন্য ৰাক্ষসৰ মন্ত্ৰণা ॥

বিভীষণে পূজ্যা মাতৃ কুন্তীৰ আদেশানুসাৰে ৰাজমহলত গৈ উপস্থিত হ'ল। তেতিয়া ৰাজসভা চলি আছিল। চিপহৌলাক্কা পাৰিষদবৰ্গৰ লগত বিভিন্ন আলোচনাত ব্যস্ত হৈ আছিল। পিফিচ্ছানাই গৈ লঙ্কেশ্বৰক ক'লে- দাদা ! লামাণ্ডে অগণন সৈন্যলৈ সুখালিকাৰ সৈতে নাংসীতাৰ অন্বেষণত লঙ্কা নগৰত প্ৰবেশ কৰিছেহি। ৮৬৯॥

তেওঁ বিলাকৰ লগত থকা সৈন্য সকলৰ বীৰত্ব কাৰোৰেই কম নহয়। যুদ্ধ আৰম্ভ হোৱাৰ আগতে আমি নাংসীতাক স-সম্মানে ঘূৰাই পঠোৱাটো ৰাজ্য আৰু প্ৰজাৰ কাৰণে মঙ্গলজনক হ'ব। নাংসীতাক যদি আমি ঘূৰাই নিদিওঁ তেন্তে আমাৰ ৰাজ্যৰ আৰু প্ৰজাৰ বিলৈ বিপত্তিৰ সীমা নোহোৱা হ'ব। কাৰো হৃদয়ত শান্তিৰ নিজৰা নব'ব। ৮৭০॥

পিফিচ্ছানাৰ উপদেশ শুনি চিপহৌলাক্কা একেবাৰে অগ্নিশৰ্মা হ'ল। লামাণ্ডৰ নিচিনা এটা সাধাৰণ নৰ মনুষ্যক মই তৃণ কুটা জ্ঞান নকৰো। সি আমাৰ কি অনিষ্ট সাধন কৰিব পাৰিব ? হাজাৰ হাজাৰ বীৰ বান্দৰ আৰু সুখালিকা আহিলেও আমাৰ একো নোম উঘালিব নোৱাৰে। সেই সামান্য বান্দৰ আৰু মনুষ্যলৈ মই তিলমাত্ৰও ভয় নকৰো। সিহঁত কেৱল আমাৰ ৰাক্ষসৰ ভোজনহে। ৮৭১॥

এইবুলি কৈয়েই চিপহৌলাক্কা মনে মনে ৰহি থাকিল। ৰাজসভাত হুলস্থুলৰ সৃষ্টি হ'ল। সেনাপতি পোহোস্তই ক'লে পাহাৰে পৰ্বতে থকা আটাইবিলাক বান্দৰ আমাৰ ভোজনৰ সামগ্ৰী। মহাৰাজৰ আদেশ হ'লে কিমানবিলাক ৰঙা বান্দৰ আছে সকলো খাবি আমাৰ ৰাজ্য সুগম কৰিব পাৰি। ৮৭২॥

ৰাক্ষস মন্ত্ৰী আকুম্পনে মাত লগালে যদি মহাৰাজে আদেশ প্ৰদান কৰে তেন্তে মই পৰ্বতীয়া বান্দৰবিলাক খাই শেষ কৰি পেলাব পাৰো।

কুম্ভকানখা (কুম্ভকৰ্ণ) ৰ পুত্ৰ নিকুম্ভা আৰু নিকুম্ভই উচ্চস্বৰে ৰাজসভা কঁপাই ক'লে- সেই মনুষ্য কুমাৰ লামাঙ আৰু লাখানাক আমি আমাৰ গদাৰে প্ৰহাৰ কৰিম। ৮৭৩॥

যিমান বিলাক বনৰ বান্দৰ আছে সেই সকলোকে আমি মাৰি খাটাং কৰি পেলাম। সম্ভৱত এইদৰে পাৰিষদবৰ্গই নিজ নিজ ব্যক্তিত্ব আৰু প্ৰতিভাৰ পৰিচয় তৰ্জন গৰ্জনৰ দ্বাৰা প্ৰদৰ্শন কৰিবলৈ ধৰিলে। ৰজা চিপহৌলাক্কাৰ মন এইদৰে দুগুণে উৎসাহিত কৰিবলৈ ধৰিলে। অৱশেষত পিকিহানাই কৰযোৰে চিপহৌলাক্কাক ক'লে। ৮৭৪॥

ব্ৰহ্মাই (চাহামপাতি) যেতিয়া এই বিনন্দীয়া সুবিমল সংসাৰখন সৃষ্টি কৰিলে, তেতিয়া আপুনি জানে যে সাগৰ, পৰ্বত, পাহাৰ, গন্ধৰ্ব, কিন্নৰ, অসুৰ, গৰুড়, নাগ আদিৰ ওপৰতহে আমাক ৰাজত্ব কৰিবলৈ দিছিল। আৰু মৰণাস্ত্ৰ (আখাচাক্কা) সুৰক্ষা কৰি ৰাখিবৰ নিমিত্তে ব্ৰহ্মাই প্ৰদান কৰিছে। ৮৭৫॥

মনুষ্য, বান্দৰ আৰু অস্ত্ৰ শস্ত্ৰৰ ওপৰত আমাক কোনো অধিকাৰ দিয়া নাই। ব্ৰহ্মাই এই তিনি তত্ত্বৰ ওপৰত ৰাজত্ব কৰিবলৈ আপোনাক দিয়া নাই। লামাঙৰ দল প্ৰতিজ্ঞাবদ্ধ হৈ আছিছে। অন্যহাতেদি লামাঙৰ পৰাক্ৰম প্ৰতিভা সংসাৰ চক্ৰৰ ভিতৰত অদ্বিতীয়।তেওঁৰ বীৰত্ব আৰু শক্তি চন্দ্ৰতকৈও পৰাক্ৰমী। যাৰ প্ৰভাৱে সমস্ত অন্ধকাৰ নিৰ্মূল কৰিছে। তেওঁৰ লগত অহা বান্দৰ বিলাকো কম শক্তিশালী নহয়। ৮৭৬॥

লামাঙৰ পক্ষই যেতিয়া একেলগে আমাক আক্ৰমণ কৰিব তেতিয়া হয়তো আমি প্ৰাণ ৰক্ষা কৰাটো কঠিন বিষয় হৈ পৰিব। অত এব মান সম্মানেৰে নাংসীতাক লামাঙৰ হাতত সমৰ্পণ কৰাই মঙ্গল হ'ব বুলি মই বিবেচনা কৰো। ৮৭৭॥

হে ৰাজন ! আপুনি যদি আপোনাৰ পাৰিষদবৰ্গৰ প্ৰৰোচনাত পৰি সকলোলৈকে পিঠি দিয়ে তেন্তে অনিষ্ট কেৱল আপোনাৰেই নহয়, সমস্ত ৰাজ্যৰেই বিষম ক্ষতি হ'ব। এই অনুৰোধ কেৱল মোৰেই নহয় মাতৃ কুংতী দেৱীয়েও ভৱিষ্যত অশুভ সংকেতৰ আগনী পাই আপোনাক এই অসৎ কাৰ্য্যৰ পৰা বিৰত হৈ থাকিবৰ নিমিত্তে সাৱধান বাণী শুনাইছে। ৮৭৮॥

পিকিহানাৰ উপদেশত চিপহৌলাক্কাই বিছুটা চকুৰে ক্ৰোধান্বিত হৈ ভায়েকক ধমকি দি ক'বলৈ ধৰিলে- তুমি মোৰ ঘৰ শত্ৰু। তুমি আমাৰ বিজয় কামনা নকৰি কেৱল আমাৰ অমঙ্গলহে চিন্তা কৰি আছা। লগতে সিহঁতৰ গুণ গৰিমা আৰু প্ৰশংসাৰ ফুলজাৰি মাৰি আছা। মই বুজিছো। তুমি নিশ্চয় শত্ৰুপক্ষৰ পৰা ভেটি লৈছা অন্যথা এনে কথা তোমাৰ মুখত কেনেকৈ ওলাব ? মোৰ সন্মুখত কথা ক'বলৈ তোমাৰ ইমান সাহস ? এইবুলি চিপহৌলাক্কাই তৰোৱাল লৈ খেদি গ'ল। ৮৭৯॥

চিপহৌলাঙ্কাই তৰোৱাল লৈ পিফিছানাক খেদি যোৱাত মন্ত্ৰীপৰিষদে ৰজাৰ এনে ব্যৱহাৰত বাধা প্ৰদান কৰিলে। কিন্তু ৰজাই আনৰ কথাত নিৰ্ভৰ নকৰি কেৱল লাঠিৰে পিফিছানাক প্ৰহাৰ কৰিলে। ইমানতে ক্ষান্ত নাথাকি পিফিছানাক গুৰিয়াই ভুকুৱাই মাটিত বগৰাই পেলালে। পিফিছানাই ককায়েকৰ ব্যৱহাৰত অত্যন্ত বেজাৰ পালে। চিপহৌলাঙ্কাক তেওঁ ক'লে- মই আইৰ অনুৰোধক্ৰমেহে আপোনাক নিবেদন কৰিছিলো। ৮৮০॥

পিফিছানাই ক'লে মই সপোনতো ভবা নাছিলো যে আপুনি মোক শত্ৰু জ্ঞান কৰিব, মোৰ হৃদয়ত অশেষ আঘাত দিব আৰু ইমান অপমান কৰিব। এতিয়া মই আপোনাক একো ক'ব নিবিচাৰো। আপোনাৰ যি ইচ্ছা তাকে কৰক। মই হ'লে আপোনাৰ লগত আজিৰ পৰা নাথাকো। এই বুলি পিফিছানাই ৰাজভৱন ত্যাগ কৰিলে। পিফিছানাই ঘৰত গৈ পত্নীৰ আগত সকলো বৃত্তান্ত বিৱৰি ক'লে। তাৰ পাছত বিকাষ্ঠো পৰ্বতত থকা ককায়েক চাতুমাহাৰ ওচৰত গৈ চিপহৌলাঙ্কাই কৰা ব্যৱহাৰৰ সবিশেষ জনালে। ৮৮১॥

পিফিছানাই ক'লে- মই এতিয়া ৰজাৰ লগত নাথাকো। দাদাই যি ভাল পায় সেই মতেই কাম কৰি থাকক। মই এতিয়া লামাণ্ডৰ পাশতহে থাকিম। চাতুমাহাই তেতিয়া পিফিছানাৰ আগ্ৰহত সম্মতি প্ৰদান কৰিলে। ৮৮২॥

## ॥ বিভীষণৰ ৰামৰ সমীপলৈ গমন ॥

চাতুমাহাৰ ওচৰৰ পৰা বিদায় লৈ পিফিছানাই পোনে পোনে লামাণ্ডৰ কুটীৰৰ ফালে যাব ধৰিলে। বান্দৰ বিলাকে পিফিছানাক দেখি শত্ৰু সেনা অহা বুলি অশিয়াই উঠিল। তেতিয়া আনুমামে পিফিছানাক চিনি পাই ক'লে- তেওঁ এজন মহা ধাৰ্ম্মিক মহাপুৰুষ। তেওঁক কোনেও বেয়া ব্যৱহাৰ নকৰিবাহঁক। তেওঁৰ নাম হৈছে পিফিছানা। ৮৮৩॥

আনুমামে ক'লে- মই যেতিয়া লঙ্কা অভিযানত গৈছিলো তেতিয়া চিপহৌলাঙ্কাই মোক মৃত্যু দণ্ড বিহিব ধৰিছিল। কিন্তু এই জনা মহা ধাৰ্ম্মিক ৰাজকসেহে মোক ৰক্ষাই পঠাইছে। তেওঁৰ অনুগ্ৰহতে মই আমাৰ ৰাজ্যলৈ ঘূৰি আহিব পাৰিলো। এতিয়া তেওঁ যে আমাৰ ৰাজ্যলৈ আহিছে নিশ্চয় কিবা অন্তৰ্নিহিত ৰহস্য সোমাই আছে। আমি এতিয়া সসন্মানে তেওঁক প্ৰভু লামাণ্ডৰ ওচৰলৈ লৈ যোৱাটো কৰ্ত্তব্য হ'ব। ৮৮৪॥

ইয়াকে কৈ আনুমামে সসন্মানে পিফিছানাক লামাণ্ডৰ ওচৰলৈ লৈ গ'ল। পিফিছানাই গৈ লামাণ্ডক নমস্কাৰ নিবেদন কৰিলে। তেওঁ ক'লে- প্ৰভু যদি আপোনাৰ হৃদয়ত কোনো কপট ভাব নাই তেন্তে মোৰ এটি অনুৰোধ শুনক। লামাণ্ডে সুধিলে বাৰু! আপুনি আপোনাৰ ৰাজ্য আৰু ককায়েকক কি নিমিত্তে ত্যাগ কৰি আহিল। এতিয়া আপুনি নিৰ্ভীক ভাবে ব্যক্ত কৰিব পাৰে।

৮৮৫ ॥

লামাঙৰ সাধু ব্যৱহাৰত পিফিছানাই অতি আনন্দ পালে। পিফিছানাই ক'লে- প্ৰভু! আমাৰ মাতৃ দেৱীৰ অনুৰোধক্ৰমে মই দাদাক এই বুলি নিবেদন কৰিছিলো যে ব্ৰহ্মাই আমাক মনুষ্য, বান্দৰ আৰু (আধাচাঙা) অস্ত্ৰ শস্ত্ৰৰ বাহিৰে সকলো প্ৰকাৰৰ বৰ প্ৰদান কৰিছে। ৮৮৬॥

এই কথা নিবেদন কৰাৰ লগে লগে দাদাই মোক গপ গপাই উঠিল। ব্ৰহ্মাইতো তেওঁক কেৱল অসুৰ, গন্ধৰ্ব, কিন্নৰ ,নাগ ,বৰুণ, জলচৰ আদিৰ ওপৰতহে প্ৰভুত্ব বিস্তাৰ কৰিবলৈ দিছে। আপোনালোকে যে আমাৰ দেশ আক্ৰমণ কৰিব সেই কথা অৱতাৰণা কৰিলো। লগতে আমি মাতৃ নাংসীতাক সসম্মানে নি আপোনাৰ চৰণত সমৰ্পণ কৰাৰ কথা ক'লো আৰু মিত্ৰতা স্থাপনৰ প্ৰস্তাৱ আগবঢ়ালো। ৮৮৭॥

কথা ক'বলৈ পালোহে চিপহৌলাকাই মোৰ প্ৰস্তাৱ শুনি খঙত জৰ্জৰিত হৈ হাতত তৰোৱাল লৈ মোক খেদি আহিল। পাৰিষদবৰ্গইহে বাধা দি মোক ৰাখিলে। কেৱল সিমানতে তেওঁ ক্ষান্ত নাথাকি মোৰ ওপৰত লাঠিৰে প্ৰহাৰ কৰিলে। লগে লগে মোক গুৰিয়াই, ভুকুৱাই, পতিয়াই ৰাজসভাৰ বাহিৰ কৰি দিলে। মোৰ সেই সময়ত মাত মতাৰ ধৈৰ্য্য নহল। একো মাত বোল নকৰি ঘৰলৈ গুচি আহিলো। মোৰ সহধৰ্মিনীৰ লগত এই বিষয়ে কথা বাৰ্ত্তা পাতিলো। শেষত গোটেই জীৱন আপোনাৰ শ্ৰীচৰণত সেৱা কৰি থাকিম বুলি আপোনাৰ [illegible] আহিলো। কথাতে কয় বোলে বেয়াৰ সঙ্গে ৰসাতললৈ নিয়ে। আপুনি যে মহান, সৎ, দয়াৰ আকৰ সেই নিমিত্তে মই আপোনাৰ কৃপাৰ সাগৰত সাঁতুৰিবলৈ আহিলো। আপুনি অনুগ্ৰহ কৰি মোৰ ওপৰত প্ৰবল বিশ্বাস ৰাখি আপোনাৰ সান্নিধ্যত ৰাখে যেন। ৮৮৮॥

লামাঙে তেতিয়া কিংভা ৰাজ্যৰ অধীশ্বৰ সুষালিকাক ক'লে- লঙ্কাৰ ৰজা চিপহৌলাকাৰ ভায়েক পিফিছানাৰ কথা তুমি শুনিলানে ? তেওঁ বৰ্ত্তমান ৰাজ্যৰ পৰা বহিষ্কৃত হৈ আহি আমাৰ গুণ গৰিমা গাইছে। লগতে আমাৰ সান্নিধ্যত থকাৰ মানসেৰে আমাৰ ওচৰত উপস্থিত হৈছেহি। নিৰাশ্ৰয়াক আশ্ৰয় দিয়াটো আমাৰ প্ৰধান কৰ্ত্তব্য। তথাপি এনে সন্ধিক্ষণত পিফিছানাক এতিয়া আমাৰ লগত থাকিবলৈ দিয়াটো যুক্তি সংগত হ'বনে নহয়, তুমি ভালদৰে চিন্তা কৰি চোৱা। ৮৮৯॥

লামাঙৰ সাত্ত্বিক ব্যক্তব্যলৈ চাই তেওঁ বিচৰামতে সুষালিকাক ক'লে- প্ৰভু ! এইজনা পুৰুষৰ মুখৰ আকৃতি প্ৰকৃতি সঁচাকৈয়ে মনোমোহা। এনে হেন অনুমান হৈছে যেন তেওঁ ৰাজধৰ্ম সুচাৰুৰূপে পালন কৰি আছে। পাত্ৰনীতিৰ নীতি নিয়ম, কায়মনোবাক্য পালন কৰি আছে। মই ভাবো তেওঁৰ প্ৰতি কোনো অসৎ ভাব পোষণ কৰাটো উচিত নহয়। তেওঁক যদি আমি আশ্ৰয় দি ৰাখো তেন্তে আমাৰ পৰম উপকাৰ হ'ব। ৮৯০॥

সুখালিকা আৰু লামাঙৰ মনোভাৱ যেতিয়া একহে গ'ল তেতিয়া পিফিছানাক তেওঁলোকৰ ওচৰলৈ মতাই আনিলে। লামাঙে তেতিয়া ক'লে- দেৱতাসকলক মই সাক্ষী কৰি কৈছো, যদি আমি চিপহৌলাঙ্কাক বধ কৰিব পাৰো তেন্তে তোমাক লঙ্কাৰ ৰাজসিংহাসনত বহুৱাম। লামাঙৰ এনে দয়াপূৰ্ণ কথাত পিফিচানাই বৰ উৎসাহ আৰু আনন্দ অনুভৱ কৰিলে। পিফিছানাই কৈ উঠিল আপোনাৰ অপাৰ অনুগ্ৰহ লাভ কৰিলে আপোনাৰ সকলো কাৰ্যতে কৃতকাৰ্য্যতা লাভ কৰিব পৰা হ'ব। ৮৯১॥

## ॥ ৰামৰ দ্বাৰা সমুদ্ৰ নিগ্ৰহ॥

লামাঙে ক'লে সমুদ্ৰ বিলাকে কোনো নীতি নিয়ম মানি চলা নাই। এই সমুদ্ৰক ব্ৰহ্মাই সৃষ্টি কৰাৰ পৰাই অসুৰ আৰু দেৱতাৰ মাজত সীমা নিৰ্ধাৰণ কৰি দিছিল। আজি পাষণ্ড চিপহৌলাঙ্কাই সকলো নীতি নিয়ম উলঙ্ঘা কৰি নাংসীতাক সাগৰৰ ওপৰেদি লৈ গৈছে। নাংসীতাক সাগৰত গা ধুৱাইহে নিব লাগিছিল। সাগৰ ৰক্ষিকাইনো মনুষ্য কন্যাক নিয়ম লঙ্ঘন কৰি কিয় নিবলৈ দিছিল ? কালিলৈ মই অগ্নিবাণ নিক্ষেপ কৰি সাগৰ শুকুৱাই পেলাম। তাৰ পাছত অনায়াসে আমি ৰাক্ষস কুল ধ্বংস কৰিম। ৮৯২॥

লামাঙৰ ক্ৰোধ দেখি সাগৰৰ ভয়ত তত নোহোৱা হ'ল। এনে পৰিস্থিতিত সাগৰ ৰক্ষিকাই প্ৰাৰ্থনা কৰি ক'লে- সৃষ্টিৰ আদি পাতনিৰে পৰা এনে পৰিস্থিতি সংসাৰত ঘটা নাই। সাগৰৰ ওপৰত কোনেও হস্তক্ষেপ কৰা নাই। আৰু সাগৰ শুকোৱা নাই। অন্যহাতেদি যি সময়ত দুমতি চিপহৌলাঙ্কাই নাংসীতাক হৰণ কৰি লৈ যায় সেই সময়ত মই নাছিলো। মই তেতিয়া তাৱতিংস (স্বৰ্গ) ৰাজ্যৰ ধৰ্ম্মালোচনা সভাত যোগদানৰ অৰ্থে গৈছিলো। গতিকে আপুনি ক্ৰোধ সম্বৰণ কৰক। ৮৯৩॥

হে প্ৰভু বোধিসত্ত্ব ! আপুনি আপোনাৰ অগণন বান্দৰ সেনাৰ দ্বাৰাই শিল পাথৰ আনি সাগৰৰ বুকুত দ'মাই দিয়ক মই সাগৰৰ তলিত সেইবোৰ ধাৰণ কৰিম। বিশ্বকৰ্ম্মাৰ পুত্ৰ নলে (নালাই) সেতু নিৰ্ম্মাণ কৰিব। তেতিয়া আপুনি সেই সেতু পাৰহে যাব পাৰিব। আৰু অভিষ্ট সিদ্ধি কৰিব পাৰিব। এই বুলি কৈ জলকুঁৱৰী গুচি গ'ল। ৮৯৪॥

লামাঙে সুখালিকাক ক'লে- এতিয়া বিলম্ব কৰাৰ কোনো সকাম নাই। তুমি তোমাৰ বান্দৰ সেনাৰ দ্বাৰাই পৰ্বত, পাহাৰ, শিল আদি আনি সাগৰত পেলোৱাই দিয়াৰ ব্যৱস্থা কৰা। লামাঙৰ আদেশক্ৰমে সুখালিকাই নিৰ্দেশ দিয়াৰ লগে লগে বীৰ বান্দৰ বিলাকে উৎসাহ উদ্দীপনাৰে পৰ্বত পাহাৰ আনি সাগৰৰ ওপৰত আপিবলৈ ধৰিলে। ৮৯৫॥

বিশ্বকৰ্ম্মাৰ পুত্ৰ নলে শিলবিলাক সুন্দৰ ভাবে কাটি কুটি কুৰিয়া সাঁকো নিৰ্মাণ কৰিবলৈ

ধৰিলে। পুলৰ প্ৰস্থ দহ যোজন আছিল। সাগৰৰ গৰ্ভত শিল বিলাক জাপি দিয়াত সাগৰৰ তলিত থকা জীৱ জন্তু বিলাক ওপঙিবলৈ ধৰিলে। আৰু তেতিয়া সাগৰৰ তলিত পৰা কানখামা (কেকোঁৰা) এটা ওলাই জীৱ জন্তু বিলাক গিলি গিলি খাবলৈ ধৰিলে। ৮৯৬॥

জীৱ জন্তু বিলাক খাওঁতে খাওঁতে কেকোঁৰাটো বিৰাট আকাৰত পৰিণত হ'ল। কেকোঁৰাটো লাহে লাহে সাগৰৰ তলিৰ পৰা ওপৰলৈ উঠি আহিল। কেকোঁৰাটো ওপৰলৈ উঠি আহোঁতে ভূমিকম্পৰ সদৃশ জোকাৰণিৰ সৃষ্টি হৈছিল। সাঁকোৰ শিল বিলাক খহি যাবলৈ ধৰিলে। এনে পৰিস্থিতিত বান্দৰ বিলাকৰ মনত বৰ চিন্তা হ'ল। তেওঁ বিলাকে ভাবিবই নোৱাৰিছিল যে ইয়াৰ ৰহস্য কি ? কিন্তু আনুমামে অনুমান কৰিলে যে নিশ্চয় সাগৰৰ তলিত কোনো ডাঙৰ জন্তুৱে এনে কাৰ্য কৰি আছে। অন্যথা এনে কিয় হ'ব ? ৮৯৭॥

কোনো ডাঙৰ জীৱজন্তু নিশ্চয় সাগৰৰ তলিত আছে। যাৰ প্ৰভাৱৰ ফলত সেতুৰ ওপৰৰ শিল, বালি, পৰ্বত, পাহাৰ জহি খহি পৰাত তাক ৰক্ষা কৰাটো মহা সমস্যা হৈ পৰিছে। গতিকে সাগৰৰ তলিত থকা কেকোঁৰাৰ গাতত নেজডাল লগাত কেকোঁৰাটোৱে নেজডাল লৰাই দিলে। কেকোঁৰাই নেজডাল কামোৰ মাৰি ধৰাত তেতিয়া আনুমামে অনুমান কৰিলে যে এইটোৱেই সেই ডাঙৰ জন্তুটো হ'ব। তেওঁ লগৰ বান্দৰ বিলাকক ক'লে- ইয়াক বামলৈ টানি অনাহঁক। বান্দৰবিলাকে কেকোঁৰাটো টানি আনিলে। ৮৯৮॥

এই কথা লামাঙক জনোৱাত লামাঙে কেকোঁৰাটোৰ ঠেং দুটা ভাঙি বাখিবলৈ আদেশ দিলে। কিন্তু কেকোঁৰাটোৰ জীৱন নিপাত কৰিবলৈ মানা কৰিলে। শেষত বান্দৰ বিলাকে কেকোঁৰাটোৰ ঠেঙ দুটা ৰাখি সাগৰত পুনৰ তাক এৰি দিলে। সেই ঠেং দুখনেৰে এটা ডবা তৈয়াৰ কৰি বিজয় অভিযানত ডবা কোবাই যোৱাৰ আদেশ দিলে। ডবা কোবালত ৰাক্ষসবিলাকে আক্ৰমণকাৰী অহা বুলি অনুমান কৰিলে। আৰু যুদ্ধৰ কাৰণে সুসজ্জিত হৈ পৰিল। ৮৯৯॥

নল বান্দৰে এমাহৰ ভিতৰত সেতু নিৰ্মাণ কৰিলে। সেতু নিৰ্মাণৰ কাম যেতিয়া পূৰা হ'ল তেতিয়া লামাঙক জনোৱা হ'ল। লামাঙেও কাল বিলম্ব নকৰি সুখালিকাৰ সৈতে সৈন্য সামন্ত লৈ যুদ্ধৰ বেগেৰে যাত্ৰা আৰম্ভ কৰিলে। উপযুক্ত সময়ত গৈ লঙ্কাত প্ৰৱেশ কৰি ঢোল আদি বাদ্য যন্ত্ৰ বজাই আকাশ পাতাল মুখৰিত কৰি তুলিব ধৰিলে। ৯০০॥

বাদ্য যন্ত্ৰৰ শব্দই বিৰাট কোলাহলৰ সৃষ্টি কৰিবলৈ ধৰিলে। তেতিয়া চিপহোঁলাকাই এই ধ্বনি কিহৰ উদ্দেশ্যে ধ্বনিত হৈছে বুলি প্ৰশ্ন কৰিলে। তেতিয়া ৰাক্ষস বিলাকে একেষাৰে কৈ উঠিল- লামাঙ আৰু লাখানাই বিপুল সেনাবাহিনীৰ সৈতে লঙ্কা ৰাজ্য আক্ৰমণৰ হেতু আহি আমাৰ ৰাজ্যত প্ৰৱেশ কৰিছেহি। চিপহোঁলাকাই ৰাক্ষসৰ কথা শুনি ক'লে- সিহঁতে সিহঁতৰ মায়া বিলাক

কৰকৰাই চোবাই খুৱাবৰ নিমিত্তে আহিছে। ৯০১ ॥

এই বিষয়ে তোমালোকে তিলমানো সন্দেহ কৰিব নালাগে। অলপ দিনৰ পিছতে সিহঁতৰ মাংস তোমালোকে ভাজি পুৰি হেপাহ পলুৱাই খাবলৈ পাবাইঁক। ইয়াকে কৈয়েই চিপহৈালাকাই পিত্তচু ৰাক্ষসক লামাঙৰ মূৰৰ এটা অবিকল প্ৰতিমূৰ্তি সজাই আনিবলৈ আদেশ দিলে। ৰজাৰ ইচ্ছা আৰু আজ্ঞানুসাৰে প্ৰতিমূৰ্ত্তি সজাই ৰজাক দেখুৱালে। ৯০২ ॥

## ॥ ৰামৰ মায়াশীৰ্ষ প্ৰদৰ্শন ॥

লামাঙৰ মায়া নিৰ্মিত মূৰটো দেখি ৰজা বৰ সুখী হ'ল। ৰজাই মায়াবী পিত্তচু ৰাক্ষসক ক'লে- তুমি অশোকবনলৈ যোৱা। তাতগৈ নাংসীতাক ক'বা যে লামাঙ আৰু লাখানাই আমাৰ ৰাজ্য আক্ৰমণ কৰাত আমাৰ ৰজাই যুদ্ধত লামাঙক বধ কৰিলে। এতিয়া তুমি অন্য চিন্তা ভাৱনা ত্যাগ কৰি ৰাজভৱনত গৈ সুখে সন্তোষে ৰাজভোগ কৰা। ৯০৩॥

এইদৰে ৰজাই শিকাই বুজাই পিত্তচু ৰাক্ষসক অশোকবনলৈ পঠাই দিলে। পিত্তচুৱে ৰজাৰ কথামতে গৈ সকলো বাক চাতুৰ্য্য প্ৰকাশ কৰিলে। তেওঁ নাংসীতাক ক'লে- লামাঙক আমাৰ ৰজাই বধ কৰিলে। লাখানা সক ল'ৰা নিমিত্তে বুজাই বঢ়াই দেশলৈ পঠাই দিলে। বাকী বিলাক সৈন্য ভয়তে যেনি তেনি পলাল। অৱশেষত লামাঙৰ অবিকল প্ৰতিমূৰ্ত্তিটো পিত্তচুৱে জোকাৰি নাংসীতাক দেখুৱালে। এতিয়া তুমি আৰু অন্য চিন্তা কৰি লাভ নাই। ৯০৪ ॥

আমাৰ ৰাজ্যত অসংখ্য ৰাণী আছে। সেই বিলাকৰ লগতে এতিয়া মিলিজুলি ৰং তামচা কৰি জীৱন যাপন কৰাগৈ। নাংসীতাই লামাঙৰ অবিকল প্ৰতিমূৰ্ত্তিটো দেখি হুৱাও ৰাৱে কান্দিবলৈ ধৰিলে। হে মোৰ প্ৰাণ নাথ ! আপুনি মোক এনে অৱস্থাত এৰি ক'লৈ গ'ল ? মোৰ অন্বেষণত আহি আপুনিও মৃত্যুক আকোৱালি ল'লে ? এতিয়া এই সংবাদ কোনে নি মাতৃ কৌশল্যাক দিবগৈ ? ৯০৫ ॥

এনে কৰুণ অৱস্থাত পৰি নাংসীতা নানা চিন্তা কৰি কৰি অচেতন হৈ পৰি গ'ল। নাংসীতাৰ হৃদয়ত অনেক ভাৱনাৰ জোৱাৰ ভাটা হ'বলৈ ধৰিলে। ইকালে ৰাজভৱনত চাগৈ আমি নিৰাপদে সুকলমে বনবাসত জীৱন যাপন কৰি আছো বুলি ভাবিছে। কিন্তু দুৰাচাৰী ৰাক্ষসবিলাকে আমাৰ ওপৰত যে কিমান অন্যায় অত্যাচাৰ কৰিব লাগিছে তাৰহে কোনো সীমা নোহোৱা হৈছে। আমাৰ দুখ দৈন্যৰ কথা বাৰু কোনোবাই সপোনতো ভাবিছেনে ? মোৰ সন্ধান কৰি কৰি যে মোৰ স্বামীৰ মৃত্যু ঘটিছে তাৰনো বাৰু কোনে পতিয়াব ? নাংসীতাৰ কৰুণ বিননি শুনি পিত্তচু ৰাক্ষসে বেক বেকাই হাঁহিবলৈ ধৰিলে। অৱশেষত পিত্তচু ৰাক্ষসে লামাঙৰ মূৰৰ প্ৰতিমূৰ্ত্তিটো লৈ পুনৰ ৰাৱণৰ ওচৰলৈ গুচি গ'ল। ৯০৬॥

নাংসীতাৰ বিননি শুনি ত্ৰিকুং ৰাক্ষসীয়ে সুধিলে- তুমি ইমান ইনাই বিনাই কন্দাৰ কাৰণনো কি, মই হ'লে একো অৰ্থ বুজি পোৱা নাই। নাংসীতাই কান্দি কাটি ক'লে- হে মাই! তুমি দেখোন মোৰ লগতে সদায়ে আছা। মোৰ স্বামী লামাঙে মোক ইয়াত বিচাৰি আহিছিল। ইয়াতে যুদ্ধ বিগ্ৰহ হ'ল। যুদ্ধত চিপহৌলাঙ্কাই মোৰ স্বামীৰ শিৰটো কাটি আনি মোক দেখুৱাইছেহি। পিত্তচু ৰাক্ষসে মোক শিৰটো আনি দেখুৱালেহি সেই কাৰণে মই কান্দিছো। ৯০৭॥

যদি সঁচাকৈয়ে মোৰ স্বামীৰ মৃত্যু ঘটিছে তেন্তে ময়ো এই অশোকবনৰ মাজতে আত্মহত্যা কৰিম। ৯০৮॥

নাংসীতাৰ কথা শুনি ৰাক্ষসীয়ে ক'লে- এই বিষয়ে তুমি অকনো চিন্তা নকৰিবা। তোমাৰ স্বামীৰ অপকাৰ একতিলো কৰিব নোৱাৰে। অলপতে তোমাৰ স্বামীৰ জয় হ'ব। পিত্তচুৱে দেখুৱা প্ৰতিমূৰ্ত্তিটো তোমাৰ স্বামীৰ নহয়। সেয়া কেৱল মায়া জালেৰে নিৰ্মিত লামাঙৰ শিৰহে। কাৰণ পিত্তচু ৰাক্ষস ৰাজ্যৰ এজন সুনিপুন শিল্পী। সি নানা ছবি অবিকল অঙ্কিত কৰিব পাৰে। গতিকে তুমি অবাবতে চিন্তা কৰি শৰীৰটোক কষ্ট নিদিবা। অলপ দিনৰ ভিতৰতে তোমালোকৰ মিলন হ'ব। ৯০৯॥

ইফালে মায়াবী শিল্পী পিত্তচুৱে সকলো বৃত্তান্ত গৈ চিপহৌলাঙ্কাক কৈ শুনালে। পিত্তচুৰ ৰসিকতাত চিপহৌলাঙ্কাই অট্টহাস্য কৰিলে। শেষত ৰজাই পাৰিষদবৰ্গৰ লগত আলোচনা কৰিলে যে এতিয়া আমি কি উপায়েৰে শত্ৰুসেনাৰ ওপৰত জয়ী হ'ব পাৰো তাৰহে ব্যৱস্থা কৰিব লাগে। চিপহৌলাঙ্কাৰ ওফাইডাং মৰা কথাত পাৰিষদবৰ্গই ক'লে নাংসীতাক ঘূৰাই নিদিলে হয়তো আমাৰ ৰাজ্যৰ কল্যাণ নহ'ব। ৯১০॥

## ॥ ৰাৱণৰ প্ৰতি মাকৰ পৰামৰ্শ॥

এনেতে ৰাজসভাত চিপহৌলাঙ্কাৰ মাতৃ কুন্তীয়ে প্ৰবেশ কৰিলে। কুন্তীয়ে পুতেকক ক'লে- হে ৰাজন! তোমাৰ অন্তঃপুৰত কোনো ৰাণীৰে অভাৱ হোৱা নাই। এনে স্থলত মনুষ্য কন্যাক তুমি কিয় হৰণ কৰি আনিলা? তেওঁৰ প্ৰতি তোৰ ইমান মোহ কিয় হ'ল? ৯১১॥

হয়তো মনুষ্য কন্যাৰ নিমিত্তেই এই স্বৰ্ণ লঙ্কা সবংশে ধ্বংস হৈ যাব। কাৰণ লামাঙ যদিও নৰৰূপে আবিৰ্ভাৱ হৈছে তথাপি তেওঁৰ মহিমামণ্ডিত শক্তি আৰু প্ৰতিভা কাৰো লগত তুলনা নহয়। তেওঁ কম মহাপুৰুষ নহয়। অলপতে সাধাৰণ এখন খণ্ডযুদ্ধতে আমাৰ ৰাজ্যৰ কিমান সংখ্যক সৈন্য মাৰি পেলালে। তাৰ অন্ত নাই। গতিকে মই তেওঁৰ লগত বিবাদ কৰাটো অকনো ভাল দেখা নাই। তুমি পৰস্ত্ৰী কিয় হৰণ কৰিলা? এতিয়াও সময় আছে যদি তুমি মোক মাতৃ বুলি মান কৰা, আৰু মোলৈ শ্ৰদ্ধা ভক্তি অটুত ৰাখিছা তেতিয়া হ'লে নাংসীতাক সসম্মানে ঘূৰাই দিয়াটোৱেই

উত্তম হ'ব। অন্যথা এই ৰাজ্যৰ গৌৰৱ গাথা আৰু অস্তিত্ব একেবাৰে মাটিত বিলীন হৈ যাব। ৯১২ ॥

ৰজা চিপহৌলাকাই মাকৰ এনে ব্যৱহাৰত ক্ষুব্ধ হৈ উঠিল। তেওঁ ক'লে- তুমি মোৰ জন্ম দাতৃ মাতৃ নোহোৱা হ'লে আজি তোমাক যমপুৰ দেখুৱালোহেঁতেন। মই ত্ৰিভুৱনৰ একচ্ছত্ৰী ৰজা। মোৰ ভয়ত সকলোৱে ত্ৰস্তমান হৈ থাকে। অন্যহাতেদি কেইটামান বান্দৰ আৰু মনুষ্য আহি আমাৰ ৰাজ্যত প্ৰৱেশ কৰিছেহি। সিহঁত আমাৰ ভোজনৰ সামগ্ৰী মাত্ৰ। ৯১৩॥

## ॥ ৰাৱণৰ যুদ্ধ সজ্জা ॥

এই বুলি কৈয়েই ৰজাই বীৰ সেনাপতি সকলক প্ৰত্যেক দ্বাৰত পহৰা দিবৰ কাৰণে আদেশ দিলে। মুহন্তো বীৰে একলাখ সৈন্যলৈ দক্ষিণ দ্বাৰত (ইন্দ্ৰজিতে) মেঘনাতে দহকোটি সৈন্যলৈ পশ্চিম দ্বাৰত আৰু পোহোন্তোৱে তিনি কোটি লৈ পূব দ্বাৰত থাকিব। বাকী এশকোটি সৈন্য লৈ মই উত্তৰ দ্বাৰত থাকি সকলোকে ৰক্ষা কৰিম। দেখা যাব কি উপায়েৰে সিহঁতে আমাৰ ৰাজ্য আক্ৰমণ কৰে। ৯১৪॥

ৰজাৰ নিৰ্দেশমতে বীৰ সেনাবিলাকে গৈ নিজ নিজ কক্ষত পহৰা দি থাকিব ধৰিলে। স্বৰ্ণলঙ্কাৰ ৰূপ জেউতি বহুত দূৰৰ পৰাই চমৎকাৰ হৈ আছিল। সমুদ্ৰৰ তীৰত প্ৰতিকাৰত কপি বিলাকে ত্ৰিছ যোজন উচ্চতালৈ আৰোহণ কৰি সমস্ত স্বৰ্ণ লঙ্কাৰ ৰূপ জেউতি নিৰীক্ষণ কৰি আছিল। পৰ্বত শিখৰত আৰোহণ কৰি কপি বিলাকে ৰাক্ষস বীৰ সকলে ক'ত কেনেকৈ পহৰা দি আছে সেই সকলো বৃত্তান্ত আহি লামাঙৰ আগত ব্যক্ত কৰিলে। ৯১৫॥

কপি সকলৰ কথা শুনি লামাঙ, লাখানা আৰু পিকিছানা তথা সুখালিকাই পৰ্বতৰ ওপৰত উঠি স্বৰ্ণ লঙ্কাৰ বেহ ৰূপ নিৰীক্ষণ কৰিব ধৰিলে। লঙ্কাৰ কেন্দ্ৰস্থানত ৰাজভৱন, ৰাজভৱনৰ অপৰূপ সৌন্দৰ্য্য ৰাশিৰ বৰ্ণনা কল্পনাতীত। এইদৰে লামাঙে সকলো পৰিস্থিতি নিৰীক্ষণ কৰি নিজ শিবিৰলৈ গ'ল। ৯১৬॥

## ॥ ৰামৰ সৈন্য সজ্জা ॥

চিপহৌলাকাৰ কাৰ্য্যাৱলী নিৰীক্ষণ কৰি সুখালিকাই লামাঙক নিবেদন কৰিলে- চিপহৌলাকাই ৰাজ্যৰ প্ৰত্যেক দ্বাৰতে বীৰসেনা বিলাকক সুৰক্ষাৰ নিমিত্তে সজাগ কৰি ৰাখিছে। সময়মতে যাতে অতৰ্কিতে আক্ৰমণ কৰিব পাৰে তাৰ সুব্যৱস্থা নিয়াৰি কৰি ৰাখিছে। আমাৰো তেনেকুৱা এটা ব্যৱস্থা কৰি দিব লাগে। আমি এতিয়া কোন দ্বাৰেদি গৈ আক্ৰমণ কৰিম তাৰ এটা উপায় চিন্তা কৰিব লাগে। লামাঙে তেতিয়া ক'লে- মিত্ৰবৰ! তোমাৰ যেনে ইচ্ছা তেনেই মোৰ। যুদ্ধৰ সাজসজ্জা

তুমি যেনেদৰে ভাল পোৱা তেনেদৰেই। ৯১৭ ॥

লামাণ্ডৰ পৰা অনুমতি পাই সুবালিকাই ক'লে- এতিয়া নীলাই দহকোটি সেনালৈ পূব দ্বাৰত থাকি আক্ৰমণ কৰিব। কামুক্তা বীৰে ষাঠি কোটি সৈন্যলৈ পূব দ্বাৰৰ একোণেদি আক্ৰমণ চলাওঁক। জাউ আঙ্গাতাই ন কোটি সৈন্যসহ দক্ষিণ দুৱাৰেদি আক্ৰমণ কৰিব। ৯১৮ ॥

মহেন্দ্ৰ (মহেনতালো) আৰু দেবেন্দ্ৰই (তেপিনতালো) নবৈৰ কোটি সৈন্যলৈ দক্ষিণ দ্বাৰেদি আক্ৰমণ কৰিব। মহাবীৰ আনুমামে উনৈছ কোটি সৈন্যলৈ পশ্চিম দুৱাৰেদি আক্ৰমণ কৰিব। ৯১৯ ॥

সুষেণে দহ কোটি সৈন্যলৈ পশ্চিম দুৱাৰেদি আক্ৰমণ কৰিব। মই আৰু পিফিচ্ছানাই কোটি কোটি সৈন্য লৈ উত্তৰ দ্বাৰেদি আক্ৰমণ কৰিম। ৯২০ ॥

বৈদ্য জাম্ববান (চাম্পুমাম)কনথামা(গন্ধমাৰ্দন) কোপাখা আৰু ধুমালা এই বীৰ সকলে কোটি কোটি সৈন্যলৈ লামাণ্ড আৰু লাখানাক ৰক্ষা কৰি থাকিব। ৯২১ ॥

এইদৰে সুবালিকাই সকলো বীৰ বান্দৰক বিভিন্ন দ্বাৰত প্ৰহৰীৰূপে সজাগ থাকিবলৈ উপদেশ দিলে। যুদ্ধৰ বেগেৰে যাতে তেওঁলোক অনবৰতে সজ্জিত হৈ থাকে। যুদ্ধৰ সকলো ব্যৱস্থা কৰি দি অৱশেষত সুবালিকাই লামাণ্ডক সবিশেষ জনালে। ৰাতিৰ ভিতৰতে দুয়োপক্ষৰ মাজত যে তুমুল যুদ্ধ হ'ব সেই কথাও সবিস্তাৰ জনালে। ৯২২ ॥

দুয়ো পক্ষৰ মাজত বিৰামহীন সংঘৰ্ষ হ'বলৈ ধৰিলে। যুদ্ধৰ বিভীষিকা আকাশে বতাহে বিয়পি পৰিল। সেই সংগ্ৰাম চাবৰ নিমিত্তে গন্ধৰ্ব, নাগ, কুবেৰ, বৰুণ, দেৱৰাজ ইন্দ্ৰ আদি দেৱতাসকল উপস্থিত হ'ল। উলহ মালহ কৰি বাদ্য যন্ত্ৰ বজাই দেৱতা আৰু ৰাক্ষসৰ মাজত এই যুদ্ধই চাবিওফালে খলকনি তুলিলে। দেৱতাসকলে চিপহৌলাষ্কাক উদ্দেশ্য কৰি ক'লে- । ৯২৩ ॥

হে পাষণ্ড চিপহৌলাষ্কা ! এতিয়া তোৰ প্ৰাণ বচাবৰ নিমিত্তে চেষ্টা কৰ। ব্ৰহ্মাই বৰ প্ৰদান কৰাৰ পৰা কোনেও তোৰ লগত যুদ্ধ কৰা নাই। কিন্তু আজি নৰৰূপী লামাণ্ডে যুদ্ধৰ আহ্বান কৰাত তুমি ৰাজভৱন ত্যাগ কৰি আহি দুৱাৰ মুখত পহৰা দি থাকিব লাগিছা। বিভিন্ন বাদ্য যন্ত্ৰ বজাই দেৱতাসকলে বিভিন্ন প্ৰকাৰে চিপহৌলাষ্কাক ঠাট্টা মস্কৰা কৰি থাকিবলৈ ধৰিলে। ৯২৪ ॥

কিংতাৰ বজা সুবালিকাই লামাণ্ডক ক'লে- প্ৰভু! আপুনি মোক এতিয়া অনুমতি দিয়ক, মই লঙ্কা নগৰীৰ সকলোকে যমলোক দৰ্শন কৰাম। লামাণ্ডে ক'লে- চিপহৌলাষ্কাৰ ৰাজ্যখন চাৰিওফালে সাগৰে বেষ্টিত কাৰণে কোনেও আক্ৰমণ কৰিব নোৱাৰে বুলি তেওঁ অহংকাৰত ফুলি উঠিছিল। তেওঁ নীতি নিয়মৰ সৈতে নাংসীতাক ঘূৰাই দি আমাৰ লগত মিত্ৰতা স্থাপন কৰিব লাগিছিল। তেতিয়া হয়তো আমি কোনো আক্ৰমণৰ ব্যৱস্থা কৰিলোহেঁতেন। ৯২৫ ॥

এতিয়া আপুনি বলে বুদ্ধিয়ে নিপুণ এজন কটকী চিপহৌলাঙ্কাৰ ওচৰলৈ পঠাই দিয়ক। এনে এজন দূত যাব যি জনে গৈ চিপহৌলাঙ্কাক ভূত ভবিষ্যতৰ সকলো কথা সদৰি কৰি সোঁৱৰাই দিব পাৰিব। লামাঙৰ কথা শুনি সুখালিকাই ক'লে-। ৯২৬॥

তেতিয়া হ'লে বল বীৰ্যত অতুলনীয় বীৰ আনুমামক পঠালেই আমাৰ সৰ্ব সিদ্ধি হ'ব। তেৱেঁই সকলো খা খবৰ আনিব পাৰিব। সুখালিকাৰ কথাত চাম্পুমামে ক'লে- এবাৰ আনুমাম গৈ চিপহৌলাঙ্কাৰ ওচৰৰ পৰা আহিছে। তেওঁ সাগৰ পাৰহৈ ইচ্ছামতে তেওঁৰ পাৱন কৰ্ত্তব্য সমাধান কৰি আহিছে। অন্যহাতেদি আমাৰ বীৰ বান্দৰৰ ভিতৰত তেৱেঁই শক্তিশালী আৰু পৰাক্ৰমী। তেওঁক এতিয়া পঠোৱাটো উচিত নহ'ব। তেওঁৰ পৰিবৰ্ত্তে যুৱৰাজ আঙ্কাতাক পঠোৱাটো উচিত হ'ব। ৯২৭॥

(অঙ্গদ) জাউআঙ্কাতা সকলো কৰ্ম্মতে বল বুদ্ধিত নিপুণ। গতিকে তেওঁক পঠালেই মই ভাবো-সকলো কৰ্ম্মতে সফলতা লাভ কৰিব পৰা যাব। কাৰণ বাপেক পালীমাঙে চিপহৌলাঙ্কাক কেনেকৈ নেজেৰে মেৰিয়াই সাগৰত তিনিবাৰ জুবুৰিয়াইছিল সেই কথা জাউআঙ্কাতাই ভালদৰে জানে। আৰু বুদ্ধিতো তেওঁ বৃহস্পতি। এতেকে কটকীৰূপে যুৱৰাজ জাউআঙ্কাতাক পঠোৱাটোহে সমীচিন হ'ব। তেৱেঁই লঙ্কালৈ গৈ সকলো খা খবৰ আনিব পাৰিব। ৯২৮॥

## ॥ অঙ্গদক ৰাৱণৰ দূত প্ৰেৰণ ॥

চাম্পুমামৰ এনে যুক্তিপূৰ্ণ কথাত লামাঙে সম্মতি প্ৰকাশ কৰিলে। সুখালিকাই ভতিজাক জাউআঙ্কাতাক মতাই আনিলে। আৰু আদেশ কৰিলে- তুমি অনতিপলমে লঙ্কাৰ ৰজা চিপহৌলাঙ্কাক ক'বা যে লামাঙৰ ধৰ্ম্ম পত্নী নাংসীতাক অনতি পলমে সসম্মানে ঘূৰাই পঠাব লাগে। অন্যথা তোমালোকৰ ৰাক্ষস কুল অবিলম্বে ধ্বংস হ'ব। তুমি যি কথা ক'বলৈ ইচ্ছা কৰা সেই কথা কৈ পুনৰ ঘূৰি আহিবা। ৯২৯॥

## অধ্যায়-২৯

সুখালিকাৰ আদেশ পাই জাউআঙ্কাতাই লামাঙক সেৱা জনাই আকাশলৈ জাপ মাৰিলে। জাউআঙ্কাতাই গৈ লঙ্কাত প্ৰৱেশ কৰিলে। ৰাজসভাত ৰজা পাৰিষদবৰ্গৰ সৈতে বিভিন্ন আলোচনাত ব্যস্ত আছিল। চিপহৌলাঙ্কাই ঘোষণা কৰিলে যেয়ে লামাঙক আৰু আনুমামক শিৰচ্ছেদ কৰিব পাৰিব তাকেই মই মোৰ ৰাজ্যৰ আধা অংশ পুৰস্কাৰ দিম। ৯৩০॥

চিপহৌলাঙ্কাৰ এনে ঘোষণাত মন্ত্ৰী মুৰবক্ত, মুকুলত, পোহোত্তো আৰু আকুম্পনে ৰজাক আশ্বাস দি ক'লে-আপুনি এই বিষয়ে অকনো চিন্তা নকৰিব। আপুনি নিশ্চিন্ত মনে নাংসীতাক লৈ

ৰাজ্যভোগ কৰি থাকক। আমি লামাও আৰু আনুমামক ধৰি বান্ধি আনি আপোনাৰ চৰণত পেলামহি। বাকী যি বিলাক বান্দৰ সেনা আছে সেইবিলাকক আগদাতত পেলাই গোটে গোটে চোবাই খাই পেলাম। সিহঁতৰ বীৰত্ব আমাৰ আগত দেখুৱাব নোৱাৰে। ৯৩১॥

লঙ্কা মহানগৰীৰ ৰাজসভাত বিভিন্ন আলোচনা চলি থকা অৱস্থাত যুৱৰাজ জাউআঙ্কাতাই আকাশমাৰ্গৰ পৰা নামি আহি ৰাজসভাৰ মাজত বহি ল'লে। অঙ্গদে বহা আসনখন নেজডাল পকাই পকাই বিৰাট ওখ কৰি ল'লে। জাউআঙ্কাতাৰ কাম দেখি পাৰিষদবৰ্গ ভয়তে পেপুৱা লাগিল। চিপহৌলাঙ্কাৰ সদৃশ ৰূপ লৈ তেওঁলোকো মৌন হৈ বহি থাকিল। পাৰিষদবৰ্গৰ গতি বিধি সলনি হোৱা দেখি আঙ্কাতাই হাঁহি হাঁহি ইন্দ্ৰজিত (মেঘনাত) ক মাত লগালে। ৯৩২॥

হেৰা ! তোমালোক আটাইকেইজনকে দশমুণ্ডৰ নিচিনা দেখা গৈছে কিয় ? হেৰা ! ইনতাচিকত্ৰা (ইন্দ্ৰজিত) ইয়াত বহি থকা আটাইকেইজনেই তোমাৰ পিতাৰানে কি ? যি অসুৰ কন্যাক বিয়া কৰাইছে। আঙ্কাতাই মনে মনে অনুভৱ কৰিছিল যে হয়তো ইনতাচিকত্ৰাই আঙ্কাতাৰ পৰাক্ৰম নাজানে। কিন্তু ইনতাচিকত্ৰাই মাত লগালে- হেৰ', অৰণ্যৰ ৰঙা বান্দৰ, তই ক'ৰপৰা আহি আমাৰ ইয়াত বহিছহি ? ৯৩৩॥

ইনতাচিকত্ৰাৰ কথাত আঙ্কাতাই মাত লগালে- হেৰা ইন্দ্ৰজিত ! তোমাৰ মনত আছেনে যেতিয়া মিকথিলা (মিথিলা) ৰাজ্যত স্বয়ম্বৰ আয়োজন হৈছিল, তেতিয়া হৰধনু ভাঙিব নোৱাৰি লাজে অপমানে শেনটোৰ দৰে গৈ ফেঁচাটোৰ দৰে ঘূৰি অহা সেই নিলাজ পাষণ্ডটোৱেই তোমাৰ দেউতাৰা নহয়জানো ? ৯৩৪॥

আকৌ এজন মহাপুৰুষে হৰধনু ভাঙি নাংসীতাক পত্নীৰূপে গ্ৰহণ কৰিলে, সেই পত্নীক জানো তোমাৰ নিৰ্লজ পিতৃয়েই চুৰ কৰি অনা নাই জানো ? যেতিয়া স্বৰ্গ ৰাজ্যত গৈ দেৱেন্দ্ৰ (ইন্দ্ৰ) ৰ লগত যুদ্ধত হাৰিছিল তাত দেৱৰাজ ইন্দ্ৰই বান্ধি থোৱাজন বাৰু কাৰ পিতৃ আছিল ? তাৰ পৰিচয় দিবানে বাৰু ? ৯৩৫॥

কাৰ পিতৃয়ে বাৰু অসুৰৰ ৰাজ্যত গৈ চুৱাপাত চেলেকি লাজে অপমানে জৰ্জৰিত হৈ নিজ ৰাজ্যলৈ ঘূৰি আহিছিল ? সেইজন বাৰু কাৰ পিতাক আছিল? কাৰ বাপেকক মনুষ্য ৰাজ্যত আচুনা ৰজাই বন্দী কৰি থৈছিল ? কাৰ বাপেকে যমপুৰীলৈ গৈ ভয়ত আতুৰহৈ প্ৰাণলৈ পলাই আহিছিল ? কাৰ বাপেকে মান্ধাতাৰ (মানধাতা) ৰাজ্যত গৈ অসুৰৰ বাণত পৰাস্ত হৈ পলাই আহিব লগাত পৰিছিল? কোন দেউতাৰে (প্ৰেতা) নাগী ভনীক চুৰ কৰি মুমুলালৈ লৈ গৈছিল ? ৯৩৬॥

আৰু কাৰ বাপেকক কিংতা ৰাজ্যত প্ৰবেশ কৰোতে মহাবীৰ পাতীমাৰে লেজেৰে বান্ধি চাতি সমুদ্ৰত ডিঙিবাৰ ভুবুৰিয়াই দিছিল ? প্ৰাণলৈ কোনোমতে কাতৰে মিনতি কৰি অহা সেইজনলো

কোন আছিল ? এই ঘটনা ঘটা হয়তো বেছি দিন হোৱা নাই। তোমাৰ পিতাৰাৰ গাৰ কাপোৰখন অকণমান গুচাই চোৱাছোন, হয়তো নেজৰ দাগ দেখিবলৈ পাবা। আৰু ইফালে কোন পুৰুষে চুপানাখাৰ নাক কাণ কাটি যেদি পঠাইছিল ? আজি তোমাৰ পিতাৰে কাৰ প্ৰতি ক্ৰোধত বশৱৰ্ত্তী হৈ মৃত্যুক স্বইচ্ছাই আকোৱালি ল'ব বিচাৰিছে ? ৰাজ আভৰণ সোলোকাই গছৰ বাকলি বসন পিন্ধি লোকৰ মাইকী চুৰ কৰি আনিবলৈ ভিক্ষাৰী বেশ লোৱাটো কি নীতি ? ৯৩৭ ॥

লোকৰ স্ত্ৰীক চুৰ কৰি আনিবলৈ অকনো লজ্জাবোধ নহয়নে ? জাউআঙ্কাতাৰ এনে ব্যৱহাৰ চিপহৌলাঙ্কাই নীৰৱে সহ্য কৰিব নোৱাৰি তেওঁ কৈ উঠিল- হেৰ' অৰণ্যৰ ৰঙা বান্দৰ। কাৰসম্মুখত তই এনেদৰে কথা কৈছ ? তই কোন দেশৰ পৰা আহি মোৰ ৰাজ্যৰ ৰাজকাৰেঙত প্ৰৱেশ কৰি এইদৰে কথা ক'বলৈ সাহস পালি ? এতিয়াই তোক যমলোক দৰ্শন কৰাম। ৯৩৮ ॥

জাউআঙ্কাতাই ক'লে- তোমালৈ মৰম লাগিহে মই আলসুৱাভাৱে আহি তোমাৰ ৰাজদৰবাৰত প্ৰৱেশ কৰিছো। তোমাৰ নিচিনা অধম আৰু পাপীষ্ঠলৈ মই কিহৰ নিমিত্তে ভয় কৰিম ? মই কোন তুমি জানা ? মই হ'লো পালীমাঙৰ পুত্ৰ। মোৰ নাম জাউআঙ্কাতা। সুখালিকা মোৰ খুড়া। তেওঁ কিংতা ৰাজ্যৰ ৰজা। ৯৩৯ ॥

অলপতে কোন গৈ সেই ৰাজ্যত সোমাই লাজে অপমানে ঘূৰি আহিব লগাত পৰিছিল ? তুমি তোমাৰ গাৰ কাপোৰখন দাঙি চোৱাচোন সকলো কথা আৰু ঘটনা পৰ্য্যায়ক্ৰমে মনত পৰি যাব। মই হ'লো সেই মহাবীৰ পালীমাঙৰ পুত্ৰ। ৯৪০ ॥

মই হ'লো কিংতা ৰাজ্যৰ যুৱৰাজ। মোৰ খুড়া ৰজা সুখালিকাই তোমালৈ বাৰ্ত্তা প্ৰেৰণ কৰিছে। মোক দূত ৰূপে তোমাক সেই বাৰ্ত্তা দিবলৈ পঠাইছে। আমাৰ ৰজা সুখালিকা আৰু প্ৰভু লামাঙে অগণন সেনা বাহিনী লৈ তোমাৰ দেশ সাগৰৰ সিপাৰৰ পৰা আক্ৰমণৰ অৰ্থে ঘেৰি লৈছে। তোমাৰ দেশ এতিয়া সমূলে ধ্বংস কৰিব। যদি তোমালোকৰ প্ৰাণলৈ মমতা আছে, তেন্তে সসম্মানে নাংসীতাক ঘূৰাই দি মিত্ৰতা স্থাপন কৰা। ৯৪১ ॥

চিপহৌলাঙ্কাই জাউআঙ্কাতাক ক'লে- লামাঙ এজন সামান্য মনুষ্য হৈ মোৰ ভনী চুপানাখাক নাক কাণ কাটি জলা কলা কৰিলে। অনাহকতে দি আনুমাম বান্দৰক পঠাই মোৰ ৰাজ্যৰ উদ্যানৰ মূল্যবান বৃক্ষ আৰু ফলমূল বাজি সমূলঞ্চে নষ্ট কৰালে। লংকা নগৰীৰ ঘৰ দুৱাৰ জ্বলাই অনেক ৰাক্ষসৰ প্ৰাণ হানি কৰিলে। মোৰ ভাই পিকিহাঙাক কুচুলাই তাৰ বন্দীয়া কৰি লৈছে। মুখেৰে বোধিসত্ত্ব, কৰ্ম্মৰে নহয়। সি মোক সন্মান কৰা নাই। ৯৪২ ॥

তেতিয়া অঙ্গদে ক'লে- হেৰ' পাপী দুৰ্মতি কামী পাষণ্ড চিপহৌলাঙ্কা। তুমি প্ৰভু লামাঙক চিনি পোৱা নাই হ'বলা ? এতিয়াও সকলো মুখত ডাঙৰ কথা। তোমাৰ ভনী চুপানাখাৰ নাক কাণ

কিয় কাটিলে জানানে ? সাধবী সতী নাংসীতাক মাৰি পেলাই ছুপানাখাই লামাঙৰ পত্নী হ'বলৈ বিচাৰিছিল। তাইক লাজ আৰু অপমান কৰাৰ উদ্দেশ্যে লাখানাই নাক কাণ কাটি খেদি পঠালে। সেই সময়ত প্ৰভু বোধিসত্ত্ব নথকা হ'লে তাইৰ জীৱনৰে অন্ত পৰিলহেঁতেন। বোধিসত্ত্বই আনুমামক কেৱল নাংসীতাৰ অনুসন্ধানতহে পঠাইছিল। তুমি ধৰি বান্ধি তাৰ নেজত কিয় জুই লগাই দিছিলা ? সেই খঙতে আনুমামে তোমাৰ ৰাজ্যত অগ্নিসংযোগ কৰিলে। ১৪৩॥

তুমি তোমাৰ ভায়েৰা পিফিছানাৰ কথা কৈছা। লামাঙে ফুলাই ৰাখি থোৱা বুলি। পিফিছানাই তোমাক সৎ উপদেশ আৰু নীতিগত কথাহে কৈছিল। তুমি মাৰকিল কৰি তেওঁক ৰাজ্যৰ পৰা খেদি পঠাইছিলা কিয় ? তুমি তেওঁক অপমান কৰাৰ হেতুকেহে তেওঁ মনুষ্য কুমাৰৰ লগত থাকি লামাঙৰ গুণানুকীৰ্ত্তন কৰি আছে। এতিয়া তুমি অবাস্তৱ কথা বিলাক গাই থাকিলে কি লাভ হ'ব ? তুমি কৰা অন্যায়ৰ প্ৰতিফল অলপতে হাতে হাতে ভোগ কৰিবলৈ পাবা। ১৪৪ ||

ইমানতো চিপহৌলাৰাই পুনৰ জাউআক্কাতাক ক'বলৈ ধৰিলে- হেৰৌ বণ্ডা বান্দৰ ! তই তোৰ খুড়াৰ সুখালিকাক কৈ দিবি। মোৰ ৰাজ্যত বান্দৰ আনুমামে বহুত অনিষ্ট সাধন কৰি গ'ল। গতিকে অনতিপলমে আনুমামক ধৰি বান্ধি আনি মোক চমজাই দিয়ক। মই তাৰ ওপৰত উচিত ব্যৱস্থা ল'ব লাগে। তুমি যি আনুমামৰ কথা কৈছা সেই আনুমাম যদি কিবা প্ৰকাৰে আহি দ্বিতীয়বাৰ তোমাৰ ৰাজ্যত প্ৰৱেশ কৰিবলৈ হয়, তেন্তে তোমাৰ স্বৰ্ণলঙ্কা ৰাজ্যৰ কোনো অস্তিত্ব নাথাকিব। সিদিনাই আমাৰ বান্দৰ সেনা বিলাকে তোমাৰ ৰাজ্য মাটিত বিলীন কৰি দিব বিচাৰিছিল। কিন্তু তোমাক মৰম কৰিহে এৰি গৈছে। ১৪৫ ||

কিন্তু আমাৰ পৰম দয়ালু লামাঙে বাধা প্ৰদান কৰাৰ হেতুকে তোমালোক বাচি গ'লা। সেই নিমিত্তে আজি মোক দূতৰূপে তোমালোকৰ পৰা বাৰ্ত্তা নিবৰ কাৰণে মোক পঠাইছে। যদি তোমালোকে আদৰেৰে নাংসীতাক ঘূৰাই নিদিয়া তেন্তে তোমালোকৰ মৃত্যু অনিবাৰ্য্য। প্ৰভু লামাঙৰ মহত্ত্ব আৰু প্ৰতিভা সূৰ্য্যৰ দৰে প্ৰখৰ। যাৰ প্ৰভাৱ সকলোৱেই স্বীকাৰ কৰে। সংসাৰ চক্ৰৰ, কোনেও তেওঁৰ লগত শত্ৰুতা আচৰণ নকৰে। তেওঁ হৈছে সংসাৰ চক্ৰৰ জ্যোতি স্বৰূপ। কিন্তু এতিয়া এই অন্ধ ৰাক্ষসটোৰ বা মতামত কি ? ১৪৬॥

চিপহৌলাৰাই জাউআক্কাতাৰ তেজোদীপ্ত কথা শুনি টকালি পাৰি ক'লে- এটা সামান্য বান্দৰ হৈ ইয়াৰ ইমান ডাঙৰ ডাঙৰ কথা। মইয়ে ত্ৰিভুৱনৰ কালেকো ভয় নকৰো। হেৰ' বান্দৰ সেই কথা তই জাননে নাজান ? আৱশ্যক হ'লে মই যুদ্ধ কৰিম। তথাপি মই কাৰো ওচৰত বশ্যতা স্বীকাৰ নকৰো। হেৰ' বান্দৰ ! তই তোৰ বাপেৰৰ কথা নাজাননে কি ? তেতিয়া অঙ্গদে ক'লে- হেৰ' ৰাক্ষস ৰাজ। তই বৰ অত্যাচাৰ কৰিছ। মই তোক উচিত আৰু ন্যায়সঙ্গত কথাকে কৈছো।

কিন্তু মোৰ কথা তই উলাই কৰিছ। মই দেখিছো তই এতিয়া প্ৰভু লামাঙৰ হাতত কেতিয়া মৃত্যু ঘটে তাৰ ক্ষণহে গনি আছ। ৯৪৭ ॥

হেৰ' পাষণ্ড চিপহৌলাঙ্কা ! তই মোৰ দেউতাৰ মৃত্যু কেনেকৈ হ'বলৈ পালে তাৰ বিচাৰ কৰিবলৈ গৈছ। মোৰ পিতাৰ মহত্ত্ব আৰু পৰাক্ৰম তোতকৈ শতগুণে শ্ৰেষ্ঠ। কিন্তু মোৰ দেউতাই খুড়াৰ ওচৰত অনেক অপৰাধ আৰু অন্যায় আচৰণ কৰা হেতুকে মৃত্যু দণ্ডৰ বলি হ'ব লগাত পৰিল। মৃত্যুৰ পিছতো মোৰ পিতাৰ আত্মাৰ সদগতি কামনা কৰিছিল। ৯৪৮ ॥

পুৰণা কথা বিলাক অৱতাৰণা কৰি তই কিয় মোৰ খং তুলি লৈছ ? চিপহৌলাঙ্কাই ক'লে- হেৰ' বান্দৰ, যদি তই একান্তই ৰজা হ'ব, তেন্তে কিয় ইয়াত কটকী গিৰি কৰিবলৈ আহিছ ? তোৰ পিতাৰক আনে হত্যা কৰিলে। আৰু মাৰক আনৰ হাতত গতালে। এতিয়া তই তাকে লৈ গৌৰৱ কৰিবলৈ আহিছ ? ৯৪৯ ॥

চিপহৌলাঙ্কা ৰাজসিংহাসনত বহিল। আৰু অঙ্গদৰ সম্পৰ্কত ক'লে- এই পাপিষ্ঠ ৰঙা বান্দৰটোক তহঁতে কাটি মাৰি তাৰ হাঁড় মাংস পৰ্যন্ত তহঁতে ভাজি পুৰি খাই পেলাইক। ৯৫০ ॥

ৰজাৰ আদেশক্ৰমে চাৰিজন ৰাক্ষস মন্ত্ৰীয়ে জাউআঙ্কাতাক ধৰিবলৈ চেষ্টা কৰিলে। তেতিয়া অঙ্গদে ক'লে- হেৰ' অধম ৰাক্ষসহঁত ! তহঁতে মোৰ হাতত প্ৰাণ জলাঞ্জলি দিবলৈহে আহিছ। ৯৫১ ॥

এই বুলি কৈয়েই অঙ্গদে আকাশৰ ফালে জাপ মাৰিলে। চাৰিজন ৰাক্ষস মন্ত্ৰীক ঠাপ মাৰি মোহাৰি দলিয়াই দিলে। চাৰিজন ৰাক্ষস মন্ত্ৰীৰ খিতাতে মৃত্যু হ'লা মন্ত্ৰীৰ অৱস্থা দেখি ৰজাৰ খং উঠিল। অঙ্গদে ভাৱিলে আনুষাঙ্গে লঙ্কালৈ আহি প্ৰতীকৰূপে আঙঠিটো নিলে মইনো কি নিম ? মই ৰজাৰ মুকুটটোকে লৈ যাওঁ। ৯৫২ ॥

এই বুলি চিন্তা চৰ্চা কৰি আঙ্কাতাই সভাৰ ওপৰত জপিয়াই পৰিল। আৰু চিপহৌলাঙ্কাক ক'লে- প্ৰভুৱে যদি মোক আজ্ঞা দিলেহেঁতেন তেন্তে সমস্ত লঙ্কা ৰাজ্য ধ্বংস কৰি গ'লোহেঁতেন। আৰু মোৰ নেজেৰে তোমাক বান্ধি ছাটি নি প্ৰভুৰ চৰণত পেলালোহেঁতেন। কিন্তু পৰিতাপৰ বিষয়ে প্ৰভুৱে মোক সেই আদেশ নিদিলে। গতিকে মই তোমাক মৰম কৰি এৰি দিছো। ৯৫৩ ॥

এই বুলি কৈয়েই আঙ্কাতাই দশাননৰ মূৰৰ পৰা মুকুটটো থাপ মাৰি নি লামাঙ ৰ ওচৰ পালেগৈ। লামাঙক সকলো পৰিস্থিতি বিতংভাৱে জনালে আৰু ৰাজমুকুটটো প্ৰভুৰ হাতত অৰ্পণ কৰিলে। লামাঙে আঙ্কাতাৰ পৰাক্ৰম আৰু বীৰত্বত পৰম সন্তোষ লাভ কৰি তেওঁক পুৰস্কৃত কৰিলে। ৯৫৪ ॥

এনে অভাৱনীয় অৱস্থাত পৰি চিপহৌলাঙ্কাই ক'লে- সামান্য এটা বান্দৰে মোৰ মূৰৰ

ৰাজমুকুট খুলিলৈ গ'ল। লাজে অপমানে ৰজা মৰ্মাহত হ'ল। তেওঁ পাৰিষদবৰ্গক ধমকি দি ক'লে- তোমালোকে কেৱল ভেবা লাগি চাই থকাতে থাকিলাহঁক। সামান্য এটা বান্দৰে কি কৰিলে ? ৰাক্ষস মন্ত্ৰীয়ে ক'লে- আমি তাক কি উপায়েৰে ধৰিম ? ৯৫৫॥

সামান্য এটা বান্দৰে জুলন্তৰ চাৰিজন ৰাক্ষস মন্ত্ৰীক আকাশলৈ দাঙি নি মুপৃতি মাৰি পঠাইছে। এনে স্থলত আমাৰ উপায় কি ? ৰাৱকে যে মহাৰাজৰ কোনো হানি বিঘিনি নহ'ল সিমানতে ৰক্ষা। ৯৫৬॥

বাৰ যি হ'বলগীয়া আছিল হৈ গ'ল। বান্দৰ সেনাবিলাকে মৌ মাখিৰ দৰে নগৰৰ চাৰিওফালে পিয়া পি দি ফুৰিছে। সিহঁতৰ ব্যৱস্থা এতিয়া কেনেদৰে কি কৰা যায় তাৰহে কিবা এটা উপায় বিচাৰিব লাগে। সিহঁতৰ সাধাৰণ একোটাইও কটকী ইমান বলৱান আৰু পৰাক্ৰমী এই বিলাকৰ আগত তোমালোক তিষ্ঠিব পাৰিবা জানো ? ৯৫৭॥

লঙ্কাৰ পৰা আহি জাউআঙ্গাতাই লামাণ্ডৰ আগত সকলো বাৰ্ত্তা আৰু ঘটনা পুংখানুপুংখ ৰূপে বিৱৰি ক'লে- আপুনি যে লঙ্কা ৰাজ্যত প্ৰৱেশ কৰিছে সেই কথাও ক'লো। মোৰ দেউতাৰ সাতজোপা তাল গছৰ সমান শৰীৰৰ ছাল যে ডাঠ আছিল অমোঘ বাণেৰে সাততাল ভেদ কৰি তেওঁক যে বধ কৰিলে সেই কথাও ক'লো। ৯৫৮॥

আৰু আপোনাৰ বাণত বীৰ সকলে কেনেকৈ প্ৰাণ বিসৰ্জন দিলে সেই কথাও ক'লো। নাংসীতাক সসম্মানে ঘূৰাই পঠাবলৈ কোৱাত চিপহোলাঙ্কাই মোক মাৰিবলৈ খেদি আহিল। আৰু মোক বধ কৰিবৰ নিমিত্তে চাৰিজন বীৰ ৰাক্ষসক আদেশ দিলে। সিহঁত চাৰিওটাই মোক মাৰিবৰ কাৰণে ধৰাত মই সিহঁতক আকাশৰ ফালে টানিলৈ গ'লো। ৯৫৯॥

আকাশৰ পৰা সিহঁত চাৰিওটা ৰাক্ষসকে মাটিত যেনেহে কৰি পেলাই দিলো। লগে লগে সিহঁতৰ প্ৰাণ যমলোক পালেগৈ। সিহঁতৰ ৰাজ্যৰ সীমা নিৰীক্ষণ কৰিলো। লঙ্কাৰ মাজ মজিয়াত বিতোপন পুখুৰীবিলাক, সুন্দৰ ধুনীয়া উদ্যান সমূহ, উজ্জ্বল চালে চকুৰোৱা মনোৰম ৰাজপ্ৰাসাদ। এইদৰে স্বৰ্ণলঙ্কাৰ মহত্ত্ব লেকত ল'বলগীয়া। এনেহেন অনুমান হৈছিল যেন স্বৰ্গৰ ইন্দ্ৰৰ নন্দন কাননহে। মাতৃ নাংসীতা অশোকবনৰ মাজত এজোপা গছৰ তলত বহি আছে। ৰাজ্যৰ গতিবিধি চাৰিওফালে নিৰীক্ষণ কৰি অৱশেষত চিপহোলাঙ্কাৰ ৰাজমুকুটটো লৈ আপোনাৰ চৰণৰ সমীপত উপস্থিত হৈছোহি। জাউআঙ্গাতাই সকলো পৰিস্থিতি যেতিয়া বিতংভাৱে লামাণ্ডৰ আগত বৰ্ণনা কৰিলে, তেতিয়া অন্য বান্দৰবিলাকে আঙ্গাতাৰ বুদ্ধি আৰু পৰাক্ৰম আনন্দ উৎসাহেৰে প্ৰশংসা কৰিলে। ৯৬০॥

বান্দৰ বিলাকৰ কোলাহল শুনি চিপহোলাঙ্কাই চিঞৰি উঠিল-সৰ্বনাশ। লঙ্কা নগৰী শত্ৰু সেনাই চাৰিওফালৰ পৰাই ঘেৰি পেলালে। বান্দৰ বিলাকৰ গতি বিধি নিৰীক্ষণ কৰিবৰ নিমিত্তে

চিপহৌলাঙ্কাই ছালন আৰু কপচুককো নামৰ দুজন ৰাক্ষস সেনাক মাতি পঠালে। ৯৬১ ॥

বান্দৰ বিলাকৰ ভিতৰত কোন বেছি শক্তিশালী, পৰাক্ৰমী আৰু বানৰ সেনাৰ সংখ্যা কিমান ইত্যাদিৰ কথা জানি আহিবৰ কাৰণে তেওঁলোকক পঠোৱা, সাগৰৰ সেতু নিৰ্ম্মাণ কৰা জনৰ নাম কি আদি সকলো কথা জানি আহিবলৈ ক'লে। ৯৬২ ॥

ৰজাৰ আদেশ পাই তেওঁলোক দুয়ো সাগৰৰ তীৰলৈ বুলি যাত্ৰা কৰিলে। সাগৰৰ তীৰত বাস কৰা বান্দৰ বিলাকৰ শিবিৰত সোমাল। তেওঁলোক দুজনক দেখি বান্দৰ বিলাকে মাৰিবৰ কাৰণে সাজু হ'ল। তেতিয়া ৰাক্ষস কটকী দুজনে ক'লে- আমাক আমাৰ ৰজাই কটকীৰূপে লামাঙৰ ওচৰলৈ পঠাইছে। ৯৬৩ ॥

ৰাক্ষস কটকী দুজনৰ কথা শুনি বান্দৰবিলাকে তেওঁলোকক লামাঙৰ ওচৰলৈ লৈ গ'ল। ৰাক্ষসদুজনক দেখি পিফিছানাই বান্দৰবিলাকক ক'লে- তোমালোকে কি ৰং চাই আছা ইহঁত দুজনক কিয় বধ কৰা নাই ? লামাঙে তেওঁলোকৰ মনোভাব বুজিবৰ কাৰণে চেষ্টা কৰিলে। লামাঙে তেওঁলোকক সুধিলে- তোমালোক বাৰু কি অভিপ্ৰায়েৰে ইয়ালৈ আহিছা ? তোমালোকৰ উদ্দেশ্যৰ কথা মোক খুলি কোৱা। ৯৬৪ ॥

লামাঙৰ সাধু ব্যৱহাৰত ৰাক্ষস দুজনে ক'লে- আমাৰ ৰজা চিপহৌলাঙ্কাই আপোনাৰ সৈন্যৰ সংখ্যা কিমান আৰু বীৰত্ব কেনে তাক নিৰীক্ষণ কৰি যাবলৈ আমাক পঠাইছে। আপুনি ক'বলগীয়াখিনি কৈ বিদায় দিয়ক। তেতিয়া লামাঙে এইবুলি ক'লে- তোমালোকে নিজেই গণনা কৰি যোৱাহঁক। ৯৬৫ ॥

ছালন আৰু কপচুক বান্দৰ সেনাৰ মাজত সোমাই সেনা বিলাক গণিবলৈ ধৰিলে। তাৰপাছত তেওঁলোকে লামাঙৰ পৰা বিদায়লৈ চিপহৌলাঙ্কাৰ ওচৰ পালেগৈ। চিপহৌলাঙ্কাক নমস্কাৰ জনাই ক'লে- আমি গৈ পোৱাৰ লগে লগে বান্দৰ সেনাই আমাক মাৰি পেলাব খুজিছিল। আনহে নালাগে আমাৰ পিফিছানা দাদাইও আমাক মাৰিবলৈ আদেশ দিছিল। ৯৬৬ ॥

কিন্তু দয়াৰ সাগৰ লামাঙেহে আমাৰ প্ৰাণ ৰক্ষা কৰিলে। হে ৰাজন ! আপুনি এতিয়া সৌ আম গছ জোপাত উঠক। তাত উঠিলেই সকলো বান্দৰ সেনাৰ হিচাব আপুনি পাব। ৰজাও গছত উঠি সেনাৰ নিৰীক্ষণ কৰিবলৈ ধৰিলে। ৰাক্ষস সেনাপতি দুজনে ইটো সিটো কৰি ক্ৰমাৰয়ে ৰজাক দেখুৱাবলৈ ধৰিলে। সেইজন নল সেনাপতি। তেওঁৰ সৈন্যৰ সংখ্যা দহ কোটি। ৯৬৭ ॥

সেইজন হ'ল কামুতা বীৰ। তেওঁৰ সৈন্যৰ সংখ্যা এশবাঠি কোটি। হে ৰাজন। আপুনি ভালদৰে নিৰীক্ষণ কৰিব। সেইজন পালীমাঙৰ পুত্ৰ আৰাতা। তেওঁৰ সৈন্যৰ সংখ্যা ন কোটি। মহেন্দ্ৰ আৰু দেবেন্দ্ৰৰ সৈন্যৰ সংখ্যা নবৈৰ কোটি। সেইজন আনুযাৰ তেওঁৰ সৈন্যৰ সংখ্যা এশ

নবৈব কোটি। ৯৬৮॥

সুষেণ বীৰৰ দহকোটি। সুখালিকা আৰু পিফিচ্ছানাৰ সেনা অসংখ্য। লামাঙ আৰু লাখানাৰো অগণন সেনা। সেয়া চাম্পুমাম, কনথামা, কোপাখা আৰু থুমালাই লামাঙ আৰু লাখানাক ৰক্ষা কৰি আছে। তেওঁলোকৰ সৈন্যও অগণন। সিবিলাকৰ সৈন্যৰ সংখ্যা আটাইতকৈ বেছি। ৯৬৯॥

নালা বান্দৰে দহকোটি সেনা লৈ সাগৰ পাৰহৈ আহি ইয়াত প্ৰৱেশ কৰিছেহি। তেৱেঁই সাগৰত সেতু নিৰ্ম্মাণ কৰিছিল। চিপহৌলাঙ্কাই শত্ৰুসেনাৰ হিচাব লৈ ঘূৰি আহিল। ৰাজসভালৈ আহি চিপহৌলাঙ্কাই ৰাক্ষসদুজনক বহুমূলীয়া পুৰস্কাৰ দিলে। ৯৭০॥

কটকী ৰাক্ষসদুজনে পুৰস্কাৰ লাভ কৰাৰ পিছত চিপহৌলাঙ্কাৰ আগত লামাঙৰ সৎগুণখিনিৰ কথা ব্যাখ্যা কৰিবলৈ ধৰিলে। লামাঙ এজন মহাপুৰুষ। তেওঁৰ গাত দয়া, কৰুণা, সাত্ত্বিকতাৰ ভাৱ বিৰাজমান। তেওঁৰ আদেশক্ৰমে তেওঁৰ সেনা বাহিনীয়ে সকলো নীতি নিয়ম আখৰে আখৰে পালন কৰে। তেওঁৰ হাতত থকা বাণবিলাকো অতি শক্তিশালী। যাৰ মহিমা অপাৰ আৰু দেখিলে তবধ মানিব লাগে। তেওঁ কম পুৰুষ নহয়। এনেহেন অনুমান হয় যেন তেওঁ স্বৰ্গৰ পৰা নামি অহা মহাপুৰুষ বোধিসত্ত্বহে। ৯৭১॥

সেইজন মহাপুৰুষৰ লগত বিবাদ নকৰি মিত্ৰতা স্থাপন কৰিলে হয়তো আমাৰ ৰাজ্যত মহাকল্যাণ হ'ব। গতিকে হে ৰাজন! আপুনি নাংসীতাক লামাঙৰ ওচৰত সমৰ্পণ কৰক। তেওঁৰ লগত সন্ধি স্থাপন কৰিলেহে আমাৰ প্ৰজাবৰ্গৰ মাজত শান্তিৰ নিজৰা ব'ব। অন্যথা আমাৰ স্বৰ্ণ লঙ্কাৰ গৌৰৱ মাটিত বিলীন হৈ যাব। ৯৭২॥

কটকী ৰাক্ষস দুজনক চিপহৌলাঙ্কাই ক'লে- তোমালোকক মই লামাঙৰ সেনাৰ সংখ্যা কিমান তাৰ হিচাব ল'বৰ নিমিত্তে পঠাইছিলো কিন্তু ঘূৰি আহি শত্ৰুৰ গুণানুকীৰ্ত্তন কৰাতহে তোমালোক উঠি পৰি লাগিছা। তোমালোক দুয়োকে মাৰি পুতি থোৱাহে উচিত হ'ব। কাৰণ সামান্য দুটা মনুষ্য আৰু এমুঠি বান্দৰ সেনাই যে মোৰ সম্মুখত তিষ্ঠিব নোৱাৰে সেই কথা কি তোমালোকে নাজানা? মই ত্ৰিভুবনৰ ৰজা। সংসাৰত মোৰ সম্মুখৰ পৰা কোনো বাচি যোৱা নাই। এনে স্থলত তোমালোকে মোৰ ৰাজ্যৰ কল্যাণ চিন্তা কৰাতকৈ শত্ৰুৰ গুণ গৰিমা গাইহে আনন্দত আত্মহাৰা হৈছা। তোমালোকক এতিয়াই বধ কৰি পেলোৱা উচিত হ'ব। ৯৭৩॥

চিপহৌলাঙ্কাৰ খঙে মূৰৰ চুলি পোৱাত মন্ত্ৰী পৰিষদে মাত লগালে- হে ৰাজন! দুজনা ব্যক্তিৰ ওপৰত খং কৰি কোনো লাভ নাই। শত্ৰুৱে আমাৰ দেশ চাৰিওফালৰ পৰা আহি বেৰি ধৰিছে। এনে পৰিস্থিতিত আমি এতিয়া কি ব্যৱস্থা ল'ব লাগে তাৰহে চিন্তা কৰিব লাগে। ৯৭৪॥

মন্ত্ৰীসকলৰ পৰামৰ্শমতে ৰজাই প্ৰথম পুত্ৰক মাতি আনি ক'লে- আমাৰ ৰাজ্যত প্ৰৱেশ কৰা

মনুষ্য আৰু বান্দৰ সেনাবিলাকক কি উপায়েৰে খাই পেলাব পাৰি তাৰ এটা ব্যৱস্থা কৰিব লাগে। যিটো বান্দৰে আমাৰ ইয়াত আহি উপদ্ৰৱ কৰিছিল তাক প্ৰথমতে আনি নচুৱাব লাগে। ৯৭৫।

লামাঙ আৰু লাখানাক বধ কৰি সিহঁতৰ মুণ্ড আনি নাংসীতাক দেখুৱাই মনত দুখ দিব লাগে। মেখনাতৰ প্ৰধান সেনাপতি এগ। যি বায়ুৰ দৰে ঘূৰিব পাৰে। তেওঁৰ অসংখ্য বনুৱা ঘোঁৰা আৰু দহকোটি ৰাক্ষস সেনা। ৯৭৬॥

হাতী দহকোটি, অগণন সৈন্য লগত ধৰ্ম যুদ্ধৰ তৰোৱাল চালক, যাঠি ধাৰী আদিৰ সংখ্যাও অসীম, পেঁপা, বাহী, নাগাৰা আদি বাদ্য যন্ত্ৰ বজাওঁতাৰ সংখ্যা দহকোটি। ঢোল, ঢৈকাৰী, বীণ, শঙ্খ বজোৱাৰ সংখ্যা আছিল অসংখ্য। ইমান বিলাক সৈন্যৰ কোলাহলে লামাঙৰ সৈন্য বাহিনীক ভয়ভীত কৰি তুলিছিল। ৯৭৭॥

বান্দৰবিলাকে ইয়ে সিয়ে কোৱাকুই কৰিবলৈ ধৰিলে যে ৰাক্ষসৰ সংখ্যাও কম নহয়। এই কথা বান্দৰবিলাকে লামাঙক জনালে। তেতিয়া লামাঙে সুখালিকাক ক'লে- নিয়মমতে চিপহৌলাক্কাই নাংসীতাক সসম্মানে মোক সৰ্মপণ কৰা হ'লে এনে পৰিস্থিতিৰ সম্মুখীন হ'ব নালাগিলহেতেঁন। কিন্তু আজি পৰিমিত চিপহৌলাক্কাৰ চেতনা নাহিল। বাদ্য যন্ত্ৰ বজাই যুদ্ধৰ সংকেতৰ পৰা ইয়াকে বুজাই যে সিহঁতে আমাৰ লগত যুদ্ধ কৰিবলৈ প্ৰস্তুত। ৯৭৮॥

এতিয়া আমি নীৰৱ দৰ্শক হৈ থাকিলে নহ'ব। সিহঁতৰ বিৰুদ্ধে যুদ্ধৰ সজ্জা কৰাহে উচিত হ'ব। আমাৰ বিপুল সেনা বাহিনীৰ সৈতে সিহঁতক ধ্বংস কৰিবৰ নিমিত্তে সাজু হোৱা প্ৰয়োজন। লামাঙৰ কথা শুনি সকলো বীৰ বান্দৰ সেনা যুদ্ধৰ কাৰণে সাজু হ'ল। নীলা আৰু কামুক্তাই পূব দ্বাৰত থিয়হৈ যুদ্ধৰ আহ্বান কৰিলে। ৯৭৯॥

আঙ্কাতা, মহেন্দ্ৰ আৰু দেবেন্দ্ৰই দক্ষিণ দ্বাৰত থাকি যুদ্ধ কৰিবৰ কাৰণে সাজু হ'ল। মহাবীৰ আনুমাম আৰু সুষেণে সৈন্য সামন্ত লৈ পশ্চিম দ্বাৰত থাকি যুদ্ধৰ আহ্বান কৰিলে। ৯৮০॥

মই আৰু ভাই লাখানাই উত্তৰ দ্বাৰত থাকি যুদ্ধ কৰি বৰ্শলঙ্কা বিনাশ কৰিম। নীলা আৰু কোপাখা, থুমালা আদি বীৰসকলে লামাঙক ৰক্ষা কৰি থাকিব। ৯৮১॥

বৈদ্যৰাজ চাম্পুমাম আৰু পিক্ছানাই লামাঙৰ কোঠা সুৰক্ষা কৰি থাকিব। এইদৰে লামাঙৰ লগত আলোচনা কৰি আক্ৰমণৰ ক্ষেত্ৰত যাতে আমি দক্ষতাৰে যুদ্ধ কৰিব পাৰো তাৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব। ৯৮২॥

দেৱতা আৰু ৰাক্ষসৰ মাজত হোৱা তুমুল সংঘৰ্ষ চাবৰ নিমিত্তে স্বৰ্গৰ পৰা গন্ধৰ্ব, নাগ আৰু বৰুণ আদি দেৱতাসকলে বাদ্য যন্ত্ৰ বজাই লামাঙৰ গুণানুকীৰ্তন কৰি নামি আহিল। তেওঁলোকে শুভকামনা কৰিলে যোদ্ধাসকলে যেন অনতিপলমে চিপহৌলাক্কাক বধ কৰি বিজয় গৌৰৱ অৰ্জন

কৰিব পাৰে। ১৮৩॥

বিভিন্ন বাদ্য যন্ত্ৰৰ শব্দ শুনি চিপহৌলাক্কাই কাল বিলম্ব নকৰি নিজ পুত্ৰক আদেশ দিলে- তুমি যিমান দূৰ পাৰা বান্দৰ সেনাবিলাক খাই হত্যা কৰি সমূলঞ্চে ধ্বংস কৰি পেলোৱা। পিতাকৰ আদেশ পাই মেঘনাতে বিলম্ব নকৰি সৈন্য সামন্ত সহিত অৰণ্য বান্দৰৰ লগত যুদ্ধ কৰিবলৈ ধৰিলে। ১৮৪॥

বান্দৰ আৰু ৰাক্ষসৰ মাজত ভীষণ সংগ্ৰাম চলিবলৈ ধৰিলে। ৰণভূমি ধূলিৰে ধূম্ৰজি কুঁৱলী হ'ল। ঢাল তৰোৱালৰ শব্দই বহুত দূৰলৈকে ৰজনজনাই গ'ল। দুয়োপক্ষৰ মাজত মৃত দেহৰ সংখ্যা সীমাহীন হ'ল। ইফালে নগৰৰ চাৰিওফালে বান্দৰ সেনাই পিয়াপি দিবলৈ ধৰিলে। ১৮৫॥

হাজাৰ হাজাৰ ৰাক্ষসে হাতত গদালৈ বান্দৰক প্ৰহাৰ কৰিবলৈ ধৰিলে। দুয়োপক্ষৰ সেনাই হাতত ধনুকাঁড় আৰু তৰোৱাল লৈ পৰস্পৰে পৰস্পৰক আক্ৰমণ কৰিবলৈ ধৰিলে। ৰাক্ষসবিলাকক মেঘনাতে ক'লে- তোমালোকে এটা এটা কৰি বান্দৰ চোবাই খাই পেলোৱা। ১৮৬॥

এইবুলি কৈয়েই মেঘনাতে আকাশলৈ জাপ মাৰি মেঘৰ আঁৰত লুকাই চিঞৰিবলৈ ধৰিলে। হেৰ' অৰণ্যত থকা বান্দৰহঁত ! আজি তহঁত ক'লৈ পলাই সাৰিবিহঁক। আজি তহঁতক মোৰ এই তীক্ষ্ণ বাণেৰে যমলোক দৰ্শন কৰাম। এইবুলি চিঞৰি চিঞৰি কৈ তেওঁ তীক্ষ্ণবাণ নিক্ষেপ কৰিবলৈ ধৰিলে। ১৮৭॥

অসংখ্য বান্দৰ সেনাই প্ৰাণ বিসৰ্জন দিবলৈ ধৰিলে। জাউআক্কাতাই তেতিয়া মাত লগালে - হেৰ' পাষণ্ড চোৰৰ পুত্ৰ। তুমি মেঘৰ আঁৰত লুকাই লুকাই যুদ্ধ কৰিব ধৰিছা। সম্মুখত থাকি যুদ্ধ কৰিবলৈ তুমি পুৰুষ নোহোৱানে কি ? মোৰ হাতত তোমাৰ নিস্তাৰ নহ'ব। ১৮৮॥

আক্কাতাৰ কথাত মেঘনাতে লজ্জাবোধ কৰি মেঘৰ আঁৰৰ পৰা মাটিলৈ নামি আহিল। যুৱৰাজ আক্কাতাৰ লগত অসংখ্য সেনালৈ যুদ্ধ কৰিবলৈ ধৰিলে। ৰাক্ষসবিলাকে গছ, শিল আদিৰে বান্দৰবিলাকক কোবাবলৈ ধৰিলে। বান্দৰবিলাকেও ৰাক্ষসবিলাকক মাৰি খাটাং কৰিবলৈ ধৰিলে। আক্কাতাই প্ৰকাণ্ড এটা শিল মাৰি মেঘনাতৰ ৰথখন ভাঙি পেলালে। ১৮৯॥

আক্কাতাই একেজাপে মেঘনাতক ধৰিবৰ কাৰণে গৈছিল। কিন্তু মেঘনাতে চকুৰ পচাৰতে জাপ মাৰি মেঘৰ আঁৰত লুকাই পৰিল। আক্কাতাই ক'লে- হেৰ' পাষণ্ড ক'ত পলাই সাৰিবা। তোমাৰ দেউতাৰাই নাংসীতাক হৰণ কৰি আনিছে। তুমিও এতিয়া চোৰৰ দৰে যুদ্ধ কৰিছা। তোমাৰ আৰু ৰেহাই পৰ নাই। প্ৰভু বোধিসত্ত্বৰ বাণত তোমাৰ জীৱন লীলা শেষ হ'ব। ১৯০॥

ৰাক্ষসৰ এজন সেনাপতিৰ নাম গোচলতো। তেওঁ মহাপৰাক্ৰমেৰে হাজাৰ হাজাৰ বাণ নিক্ষেপ কৰি অসংখ্য বান্দৰ নিধন কৰিছে। তাকে দেখি চম্পাতিয়ে গছ উভালি লৈ ৰাক্ষসবিলাকক

মাৰিবলৈ ধৰিলে। ৯৯১ ॥

মহাবীৰ ৰাক্ষস পোচনতোৱে বান্দৰৰ গদাৰ কোবত প্ৰাণ বিৰ্সজন দিলে। অসংখ্য ৰাক্ষসক বান্দৰে নিপাত কৰি পেলালে। তোপন ৰাক্ষসৰ বাণত নীলা বান্দৰে আঘাত পালে। চল চাই নীলাই তোপন ৰাক্ষসক নেজেৰে মেৰিয়াই আচাৰি আচাৰি প্ৰাণ বায়ু বাহিৰ কৰি দিলে। ৯৯২ ॥

পিতুমালী ৰাক্ষসে আনুমামক আক্ৰমণ কৰি শৰীৰত ভীষণভাৱে আঘাত কৰিলে। আনুমামেও সুবিধা বুজি পিতুমালীক থেকেচা মাৰি জীৱন নিপাত কৰি পেলালে। ৯৯৩ ॥

সুষেণ বীৰ বান্দৰেও অসংখ্য ৰাক্ষস সেনা নিধন কৰিলে। ৰজা সুখালিকাই খিয় দি ৰাক্ষসবিলাকক ক'লে- হেৰ' অধম ৰাক্ষসহঁত। তহঁত এতিয়া ক'ত সাৰিবি ? ৯৯৪ ॥

সুখালিকাৰ তৰ্জন গৰ্জনত মেখনাতে মাত লগালে- হেৰ' অৰণ্যৰ ৰঙা পোৱালী বান্দৰ, তহঁতৰ নিচিনা নগন্য পশুলৈ কোনে কেৰেপ কৰিব ? আমাৰ তীক্ষ্ণ বাণৰ মহিমা তহঁতে বুজি পোৱা নাই। এইবুলি কৈয়েই মেখনাতে মেঘৰ আঁৰৰ পৰা বাণ বৰিষণ কৰিবলৈ ধৰিলে। সেই বাণৰ প্ৰকোপত বান্দৰৰ প্ৰাণ বায়ু উৰি যাবলৈ ধৰিলে। মেখনাতৰ বাণৰ প্ৰকোপত বান্দৰ সেনা পলাবলৈ ধৰিলে। বাকী কিছুমান পলাই গৈ লামাঙৰ কাষ চাপিল। ৯৯৫ ॥

বান্দৰ সেনাবিলাক ভয় ভীত হৈ পলোৱাত আৰু আকাশত ভীষণ গৰ্জন হোৱাত লামাঙে পিফিছানাক সুধিলে। সেইজন বাৰু কোন বীৰ ? তেওঁ কাৰ পুত্ৰ ? তেওঁৰ নাম কি ? পিফিছানাই তেতিয়া ক'লে-সেইজন চিপহৌলাঙ্কাৰ পুত্ৰ আৰু অসুৰৰ নাতিয়েক। ৯৯৬ ॥

বহুতদিনৰ আগতে চিপহৌলাঙ্কাৰ দেৱৰাজ ইন্দ্ৰৰ লগত ভয়ানক যুদ্ধ হৈছিল। তেতিয়া চিপহৌলাঙ্কাৰ পুত্ৰ মেখনাতে দেৱৰাজ ইন্দ্ৰক বন্দী কৰি বান্ধি আনিছিল। মেখনাতৰ বীৰত্ব আৰু প্ৰতিভাত মোহিত হৈ ব্ৰহ্মাই তেওঁৰ নাম ৰাখিলে ইন্দ্ৰজিত। তেঁৱেই ৰাজ্যৰ যুৱৰাজ আৰু চিপহৌলাঙ্কাৰ সোঁহাত স্বৰূপ। দেশৰ সমগ্ৰ দায়িত্ব তেওঁৰ ওপৰতেই ন্যস্ত। ৯৯৭ ॥

পিফিছানাৰ কথাত লামাঙে তেতিয়া ক'লে- তেন্তে আমি দুয়ো যুদ্ধ কৰি চাব লগা হ'ল। ৰাক্ষস আৰু বান্দৰৰ সেনাৰ লগত যুদ্ধ কৰি কোনো শান্তি পোৱা নাযাব। ৯৯৮ ॥

লামাঙৰ কথাত সুখালিকাই বিপুল সেনা বাহিনী লৈ যুদ্ধ আৰম্ভ কৰিলে। কামুক্তা বান্দৰে ডাঙৰ ডাঙৰ শিললৈ ধামখুম প্ৰহাৰ কৰিবলৈ ধৰিলে। যুদ্ধক্ষেত্ৰত দলে দলে ৰাক্ষস সেনাই প্ৰাণ ত্যাগ কৰিলে। ৯৯৯ ॥

ৰাক্ষস কুলৰ সেনাৰ সংখ্যাও কম নাছিল। ৰাক্ষস বিলাকে যাঠি, তৰোৱাল আদিৰে বান্দৰ সেনাবিলাকক আক্ৰমণ কৰিবলৈ ধৰিলে। দুয়ো পক্ষৰ যুদ্ধৰ বিড়ম্বিকাই আকাশে বতাহে চানি ধৰিলে। এইদৰে দুয়ো পক্ষৰ সেনা বাহিনী নিপাত হ'বলৈ ধৰিলে। ১০০০ ॥

লামাঙৰ অমোঘ বাণো মেঘনাতে মুহূৰ্ত্তৰ ভিতৰতে কাটি পেলালে। মেঘনাতৰ বাণো লামাঙে কাটি নিছিন্ন কৰি পেলালে। ইফালে লাখানায়ো তীক্ষ্ণবাণ মাৰি অগণন ৰাক্ষস সেনা নিধন কৰিবলৈ ধৰিলে। ১০০১॥

চিপহৌলাঙ্কায়ো বাণ নিক্ষেপ কৰি অনেক বান্দৰ সেনা নিহত কৰিলে। লামাঙে বাণ মাৰি মেঘনাতৰ ৰথখন ভাঙ্গি ছিঙ্গি পেলালে। মেঘনাতে তেতিয়া ৰথৰ পৰা নামি আকাশমাৰ্গ পালেগৈ। ১০০২॥

## ॥ ৰাম লক্ষ্মণৰ নাগ পাশ বন্ধন ॥

আকাশমাৰ্গ পাই মেঘনাতে চিঞৰি ক'বলৈ ধৰিলে-এইবাৰ তোমালোক দুই ভাইৰ কোনোমতে ৰক্ষা নহ'ব। লামাঙৰ বাণত মেঘনাতৰ বাণবিলাক ছেদেলি ভেদেলি হৈ যাবলৈ ধৰিলে। মেঘনাতে উপায় নাপাই নাগ পাশ বাণ নিক্ষেপ কৰিলে। নাগপাশ বাণৰ পৰা সাতসত্তৰ ডাল সৰ্প ওলাই লামাঙ আৰু লাখানাৰ শৰীৰত মেৰিয়াই ধৰিলে। ১০০৩॥

মেঘনাতে লামাঙ আৰু লাখানাৰ নাক, কাণ, হাত, ভৰি, চকু আদি নাগ পাশেৰে বান্ধি পেলালে। নাগৰ বিষ আৰু জ্বালাত দুয়ো মূৰ ঘূৰাই পৰি গ'ল। মেঘনাতে লামাঙ আৰু লাখানাৰ অৱস্থা দেখি কৈ উঠিল-এতিয়া ক'ত সাৰিবাইক। তোমালোকৰ মৃত্যুলৈ আৰু বেছি সময় নাই। তোমালোকৰ মৃতদেহ দুটা কালিলৈ নি নাংসীতাক দেখুৱাব লাগিব। ১০০৪॥

অসংখ্য বান্দৰ ৰাক্ষসৰ ভোজন হ'ব। আজি সন্ধ্যা হ'ল গতিকে যুদ্ধ ইমানতে সামৰিলো; মেঘনাতে ৰাজভৱনত সোমাই পিতাক চিপহৌলাঙ্কাক সকলো কথা ক'লে। চিপহৌলাঙ্কাই পুতেকৰ বীৰত্ব প্ৰশংসা কৰি তেওঁক বহুমূল্য পুৰস্কাৰ প্ৰদান কৰিলে। ১০০৫॥

চিপহৌলাঙ্কাই ইচ্ছা প্ৰকাশ কৰিছিল যে লামাঙ আৰু লাখানাৰ মৃত দেহ দুটা নি অশোকবনত বহি থকা নাংসীতাক দেখুৱাব লাগে। এইবুলি দূত পঠাই ত্ৰিকুং ৰাক্ষসীক ৰজাৰ মনৰ কথা ব্যক্ত কৰিলে। ১০০৬॥

## ॥ অচেতন ৰাম লক্ষ্মণক দেখি সীতাৰ বিলাপ ॥

ৰজাৰ আদেশক্ৰমে ত্ৰিকুং ৰাক্ষসীয়ে নাংসীতাক ৰথত তুলি নি নাগপাশত অচেতন হৈ থকা লামাঙ আৰু লাখানাক দেখুৱালেগৈ। লামাঙ আৰু লাখানাৰ অৱস্থা দেখি নাংসীতাই হুৰাওৰাকৈ কান্দিবলৈ ধৰিলে। মোৰ অৱস্থা কি হ'ব লাগে হৈছেই, মোৰ নিমিত্তে আজি তোমালোকেও অশেষ জ্বালা যন্ত্ৰণা ভুগিব লগীয়াত পৰিছে। ১০০৭॥

কি অসৎ কৰ্মত প্ৰবৃত্ত হোৱাৰ নিমিত্তে আজি আমাৰ এনে দশা হৈছে কি কাৰণত তোমালোক

নাগপাশৰ বন্ধনত পৰি থাকিবলগীয়া হ'ল। সাগৰত সেতু বান্ধি আহি তোমালোকে জ্বালা যন্ত্ৰণা ভোগ কৰিব লগা হ'ল। মোৰ উদ্ধাৰৰ নিমিত্তেই তোমালোক ক'লৈ যাবলগীয়া হ'ল ? এইবুলি নাংসীতাই বিলাপ কৰিব ধৰিলে। ১০০৮॥

নাংসীতাৰ অৱস্থা দেখি আৰু করুণ বিলাপ শুনি ত্ৰিকুং ৰাক্ষসীয়েও মনে মনে শোক কৰিবলৈ ধৰিলে। তেওঁ নাংসীতাক ক'লে- হে মনুষ্য দেৱী! তুমি অকনো চিন্তা নকৰিবা। অলপতে তোমালোক তিনিওজনৰ মিলন হ'ব। তুমি ধৈৰ্য্য ধৰা কাৰণ লামাঙ আৰু লাখানাৰ মৃত্যু হোৱা নাই। তেওঁবিলাক মুৰ্চ্ছিত হৈহে পৰি আছে। হাত, ভৰি, নাক, কাণ আদিত নাগ পাশৰ বিষ লাগি ক'ব নোৱাৰা হৈ আছে। অলপ পাছতে ভাল হ'ব। তোমাক ৰাক্ষসৰ কৰাল গ্ৰাসৰ পৰা উদ্ধাৰ কৰি লৈ যাবহি। ১০০৯॥

ত্ৰিকুং ৰাক্ষসীয়ে বুজাই বঢ়াই নাংসীতাৰ অশান্ত মন শান্ত কৰিলে। তেওঁলোক অশোক বনৰ ফালে পুনৰ যাত্ৰা কৰিলে। ইফালে কিংতা ৰাজ্যৰ ৰজা সুখালিকা, নীলা, আনুমাম, চাম্পুমাম আদি বীৰ বান্দৰ সকলোকে লামাঙ আৰু লাখানাৰ অৱস্থা দেখি সকলোৱেই কান্দিবলৈ ধৰিলে। তেওঁলোকে এইদৰে বিলাপ কৰিবলৈ ধৰিলে- দুই মনুষ্য কুমাৰনো কি দোষত নাগ পাশত আবদ্ধ হৈ ৰাক্ষসৰ হাতত প্ৰাণ বিসৰ্জন দিব লগাত পৰিল। আপোনালোকে যদি ইয়াতে প্ৰাণ এৰে তেন্তে আমি আৰু ঘৰলৈ ঘূৰি নাযাওঁ। ১০১০॥

এই বিশাল সমুদ্ৰৰ মাজতে প্ৰাণ ত্যাগ কৰিমহঁক। বান্দৰ বিলাকৰ কান্দোন শুনি পিফিচ্ছানাই দৌৰি আহি সুধিলে - কুমাৰদ্বয়ৰ আঘাতনো ক'ত হৈছে ? এওঁ বিলাক নাগ পাশত বন্দী হৈ আছে। মেঘনাতো ৰাজ্যলৈ গ'ল। তোমালোকে কোনেও শিবিৰ ত্যাগ নকৰিবাহঁক। এই বুলি কৈয়েই তেওঁ লামাঙৰ ওচৰলৈ গ'ল। লামাঙক নমস্কাৰ জনাই পিফিচ্ছানাই ক'লে- হে বোধিসত্ত্ব, আপুনি যদি প্ৰাণ ত্যাগ কৰে তেন্তে মই ইয়াতে সাগৰত জপিয়াই প্ৰাণ ত্যাগ কৰিম। আপুনি এতিয়া ধৈৰ্য্য ধৰক। ১০১১॥

পিফিচ্ছানাৰ মাত শুনি লামাঙে ধীৰে স্থিৰে মাত লগালে- হে মোৰ প্ৰিয় সুহৃদ সুখালিকা ! তুমি আমাৰ দুজনৰ কাৰণে অকনো চিন্তা নকৰিবা। তুমি তোমাৰ সৈন্যবাহিনী লৈ নিজ ৰাজ্যলৈ প্ৰত্যাগমন কৰা। ৰাজ্যত গৈ শান্তিৰে জীৱন যাপন কৰা। তোমালোকে ভাই পিফিচ্ছানাক অযুঠা (অযোধ্যা) ৰাজ্যলৈ লৈ যোৱা। তেওঁ মোৰ হৈ অযুঠা ৰাজ্যৰ ৰাজকাজ চলাব। ১০১২॥

আনুমাম তুমি গৈ মোৰ মাতৃ কৌশল্যাক ক'বা যাতে তিনিও মাতৃয়ে মোৰ কাৰণে কোনো বেজাৰ নকৰে। মোক যাতে কোনো দোষাৰোপ নকৰে। কাৰণ মোৰ পূৰ্ব জন্মৰ কৰ্মৰ বিপাক অনুসাৰেহে এনে ঘটিছে। তোমালোক গৈ এতিয়া পৰ্যন্ত ৰাজ্যত ৰুকযুগ কৰাইক। এনে আদেশ

লামাঙৰ মুখৰ পৰা ব্যক্ত হোৱাৰ লগে লগে সংসাৰ চক্ৰত ভূমিকম্প হ'বলৈ ধৰিলে। এনে স্থিতিত কোনেও ধৈৰ্য্য ধৰি থাকিব নোৱাৰিলে। ১০১৩॥

## ॥ বায়ু আৰু গৰুড়ৰ দ্বাৰা ৰাম লক্ষ্মণৰ নাগ পাশ মোচন॥

এই কম্পনে স্বয়ং দেৱৰাজ ইন্দ্ৰকো কম্পিত কৰি তুলিলে। দেৱৰাজে দিব্য চক্ষুৰে চাই দেখিলে যে লঙ্কাত লামাঙ আৰু লাখানা নাগপাশত বন্দী হৈ আছে। তেওঁ বায়ু ৰাজক অনতিপলমে পৃথিৱীলৈ পঠাই দিলে। লগত গৰুড়ৰ পক্ষীকো পঠাই দিলে। তেওঁ বিলাকক অতি সোনকালে উদ্ধাৰ কৰিব লাগে। দেৱৰাজৰ আদেশত বায়ুৰাজে গৰুড় পক্ষীক লৈ লঙ্কালৈ বুলি যাত্ৰা কৰিলে। ১০১৪॥

গৰুড় পক্ষীয়ে বায়ুৰাজৰ লগত গৈ লঙ্কাত প্ৰৱেশ কৰিলে। গৰুড় পক্ষীয়ে লামাঙ আৰু লাখানাৰ গাৰ বিষ চুহি খাবলৈ ধৰিলে। বায়ুৰাজে বতাহ বোৱাই লামাঙ আৰু লাখানাক সচেতন কৰি তুলিলে। ১০১৫॥

লামাঙ আৰু লাখানা দুয়ো উঠি বহিল। বান্দৰ বিলাকৰ হৃদয়ত উৎসাহ উদ্দীপনাৰ সঞ্চাৰ হ'ল, তেওঁলোক আনন্দত আত্মহাৰা হৈ উঠিল। লগে লগে ঢোল, পেঁপা, বাঁহী, কাঁহ বজাই লামাঙৰ জয়ধ্বনি কৰিবলৈ ধৰিলে। লামাঙ আৰু লাখানাই চেতনা ঘূৰাই পোৱা দেখি চিপহৌলাক্কা আচৰিত হ'ল। তেওঁ থূমালা নামৰ ৰাক্ষস সেনাপতিক বান্দৰবিলাকক সমূলে ধ্বংস কৰিবৰ কাৰণে নিৰ্দেশ দিলে। ১০১৬॥

থূমালা ৰাক্ষসে অসংখ্য সৈন্য, হাতী, ঘোঁৰা আৰু ৰথলৈ যুদ্ধ যাত্ৰা কৰিলে। দুয়ো পক্ষৰ মাজত ভীষণ যুদ্ধ আৰম্ভ হ'ব ধৰিলে। ১০১৭॥

থূমালাই সংগ্ৰাম ভূমিত গদা ঘূৰাবলৈ ধৰিলে। তেওঁ ক'লে- তহঁতে মোলৈ অকনো ভয় কৰা নাই। তহঁতৰ অহঙ্কাৰ ক্ৰমান্বয়ে বাঢ়ি গৈছে। এইবাৰ তহঁতৰ কোনোপধ্যে নিস্তাৰ নহ'ব। সেই সামান্য লামাঙ আৰু লাখানাই অযথাই প্ৰাণ দিবলৈ আহিছে। এইবুলি থূমালাই জাউৰিয়ে জাউৰিয়ে বাণ বৰিষণ কৰিবলৈ ধৰিলে। সেই তীক্ষ্ণ বাণৰ প্ৰহাৰত বান্দৰ সেনাবিলাক ভয়ত যেনি তেনি পলাবলৈ ধৰিলে। ১০১৮॥

থূমালা ৰাক্ষসৰ পৰাক্ৰম দেখি সুবালিকাই ক'লে- সেইজন ৰাক্ষসবীৰক আনুমামৰ বাহিৰে আনে নিধন কৰিব নোৱাৰে। এইবুলি কোৱাত আনুমামে এটা প্ৰকাণ্ড শিলেৰে থূমালাৰ ৰথৰ ওপৰলৈ মাৰি দিলে। থূমালাৰ ৰথ ভাগি ছিগি গ'ল। থূমালাই আনুমামক গদাৰে প্ৰহাৰ কৰিলে। থূমালাৰ গদা আনুমামে খানবান কৰি পেলালে। অৱশেষত আনুমামে এটা ডাঙৰ শিল প্ৰহাৰ কৰি থূমালাৰ জীৱনৰ অন্ত পেলালে। ১০১৯॥

বাকী ৰাক্ষস সৈন্যবিলাকে গৈ ৰাক্ষস থুমালাৰ মৃত্যুৰ খবৰ দিলে। থুমালাৰ মৃত্যুৰ সংবাদ পাই চিপহৌলাঙ্কাই খঙত একো কৰিব নোৱাৰি নিজে বহি থকা খাটিয়া খনকে গোৰ মাৰি ভাঙি পেলালে। তাৰ পিছত আকুম্পন ৰাক্ষসক মাতি আনিলে আৰু তেওঁক আদেশ দিলে- তুমি সৈন্য সামন্ত লৈ গৈ সকলো বান্দৰ নিপাত কৰি পেলোৱা। ১০২০॥

ৰাতিপুৱা আকুম্পনে সৈন্য সামন্ত সজাই পৰাই যুদ্ধৰ বেগেৰে ওলাল। সৈন্যবিলাকে হাতত গদা, তৰোৱাল, ঢাল, ধনু কাঁড় লৈ ওলাল। সৈন্য বিলাকে লগৰ হাতী, ঘোঁৰা, ৰথ আদি লৈ বিভিন্ন বাদ্য যন্ত্ৰ বজাই শোভা যাত্ৰা কৰি ওলাল। ১০২১॥

আকুম্পনৰ যুদ্ধ যাত্ৰাত সমস্ত পৃথিৱীত হৈ চৈ লাগি গ'ল। ৰণভূমি নিনাদিত আৰু ধূলিৰে ধূৱলি কুঁৱলী হৈ পৰিল যেন ক'লা ডাৱৰেহে আকাশ ঢাকি পেলাইছে। যেন আকাশ পাতাল একহৈ গৈছে। ১০২২॥

ৰাক্ষসৰ সেনাবিলাক আগবাঢ়ি অহাত বান্দৰৰ ৰজা সুখালিকাই নালা বান্দৰক আদেশ দিলে- তুমি ৰাক্ষস বিলাক মাৰি খাষ্টাং কৰি পোলোৱা। ৰজাৰ আদেশ ক্ৰমে নালাই ৰাক্ষস সেনা বিলাক পলকতে ছেদেলি ভেদেলি কৰি পেলালে। ১০২৩॥

এইদৰে দুয়ো পক্ষৰ মাজত তুমুল সংঘৰ্ষৰ সৃষ্টি হ'ল। বান্দৰ আৰু ৰাক্ষসৰ চিঞৰ বাখৰে সকলোকে স্তম্ভিত কৰি তুলিলে। কোনেও কাকো ঘটুৱাব পৰা নাই। বান্দৰ বিলাকে ৰাক্ষসবিলাকৰ ওপৰত জপিয়াই পৰি কামুৰি আঁচুৰি তেজৰ নদী বোৱাই দিলে। ১০২৪॥

ৰাক্ষসবিলাকেও গদালৈ পালে পালে বান্দৰ বিলাকক মাৰিবলৈ ধৰিলে। নালা বান্দৰে অনেক ৰাক্ষসৰ জীৱন নিপাত কৰিলে। আকুম্পন ৰাক্ষসে হাতত গদালৈ আৰু ধনুৰ কাঁড়েৰে বান্দৰ বিলাকক আক্ৰমণ কৰিবলৈ ধৰিলে। আকুম্পনে লোহাৰ গদাৰে বহুত বান্দৰ সৈন্য নিপাত কৰিলে। ১০২৫॥

আকুম্পনে দাঁত কামুৰি হাতত লোহাৰ গদালৈ ক'লে- হেৰ' অৰণ্যৰ বান্দৰহঁত ! তহঁতৰ আজি মোৰ হাতত কোনো পথ্যে নিস্তাৰ নাই। আকুম্পনৰ দম দেখি নালাই তৰ্জন গৰ্জন কৰি ক'লে- হেৰ' নীচ কুলীয়া অধম ৰাক্ষসহঁত, তহঁতক আজি সবংসে ধ্বংস কৰিহে এৰিম। ১০২৬॥

নালা বান্দৰে বীৰ বিক্ৰমেৰে ৰাক্ষসৰ ওপৰত জপিয়াই পৰি ৰথখনৰ সৈতে আকুম্পনক নিঃশেষ কৰিলে। লগতে আকুম্পনৰ সৈন্য সামন্ত বিলাকো মাহ্ দলাদি দলি পেলালে। ১০২৭॥

কিছুমানে কোনোমতে প্ৰাণটো লৈ ৰজা চিপহৌলাঙ্কাক জনালে- ৰাজন নালাৰ হাতত আমাৰ সেনাপতি আকুম্পনে প্ৰাণ এৰিলে। আমি কোনোমতেহে পলাই সাৰি আহিছোঁহঁক। ৰজাৰ খঙে গৈ মূৰৰ চুলিৰ আগ পালেগৈ। পোহোত্তো ৰাক্ষসক মাতি আনি ক'লে- তুমি কালিলৈ সৈন্য

সামন্ত লৈ বান্দৰ বিলাক ধ্বংস কৰি আঁহা। তুমি লামাও আৰু লাখানাক ধৰি বান্ধি আনি মোৰ হাতত গটাব লাগিব। ১০২৮॥

চিপহৌলাঙ্কাৰ আদেশ শুনি পোহোত্তোৱে ক'লে- হে ৰাজন, মইতো আগৰ পৰাই কৈ আছিলো যে নাংসীতাক ঘূৰাই পঠাব নালাগে। সেই বান্দৰ আৰু মনুষ্য কুমাৰ দুটাক বধ কৰিবলৈ মোৰ বেছি সময় নালাগে। চিপহৌলাঙ্কাই পোহোত্তোক ক'লে- তুমি ডাঙৰ ডাঙৰ চাৰিজন ৰাক্ষস লৈ যাবা। যাতে সিহঁতে বান্দৰ বিলাক গিলি খাই পেলাব পাৰে। ১০২৯॥

চিপহৌলাঙ্কাৰ আদেশমতেই পোহোত্তোৱে চাৰিজন ৰাক্ষস বাচি ল'লে। তাৰ ভিতৰত এজন আছিল ধনুৰ্দ্ধৰ। ৰাক্ষসবিলাকে ৰথ, হাতী, ঘোঁৰা, ধনু, জোং, গদালৈ যুদ্ধলৈ ওলাল। সেনাপতি পোহোত্তো ৰথত উঠি ওলাল। ১০৩০॥

হাজাৰ বিজাৰ বীৰ বান্দৰে পালে পালে আহি সিহঁতক বীৰদৰ্পে আক্ৰমণ কৰিবলৈ ধৰিলে। হেৰ' অৰণ্যবাসী বান্দৰ বিলাক। তহঁতে আমাৰ দেশৰ চাৰিওফালে ঘেৰি যুদ্ধ কৰি আছহঁক। কিন্তু আজি আমাৰ ৰাক্ষসৰ পেটত সকলো বান্দৰ হজম হ'ব। এইবুলি কৈয়েই ৰাক্ষস বিলাকে যাকে য'তে পালে ধৰি মাৰি খাই শেষ কৰি যাবলৈ ধৰিলে। ১০৩১॥

ৰাক্ষসবিলাকৰ অবৰ্ণনীয় অত্যাচাৰ দেখি পৰ্বতৰাজ সুখালিকাৰ অতান্ত খং উঠিল। তেওঁ ৰাক্ষস বিলাকক হুংকাৰ কৰি ক'লে- তহঁতে এতিয়াও সুখালিকাৰ পৰাক্ৰম বুজি পোৱা নাই। তহঁতে মোক এটা সামান্য প্ৰাণী বুলি গণ্য কৰিবলৈ আহিছ। লগে লগে সুখালিকাই আনুমাম, আষ্কাতা, মহেন্দ্ৰ,আৰু দেবেন্দ্ৰ এই চাৰিজন বান্দৰক আদেশ দিলে ৰাক্ষস বিলাক বধ কৰিব লাগে। ১০৩২॥

আদেশ পোৱাৰ লগে লগে চাৰিও বীৰ বান্দৰে হাতৰ পৰা অস্ত্ৰ শস্ত্ৰ কাঢ়িলৈ ৰাক্ষসৰ লগত তয়াময়া যুদ্ধ কৰিবলৈ ধৰিলে। তেওঁলোকে এফালৰ পৰা ৰাক্ষস নিধন কৰি গ'ল। ১০৩৩॥

ৰাক্ষস সেনাপতিয়ে প্ৰাণ টাকি যুদ্ধ কৰিলে। পোহোত্তোৱে বান্দৰ সেনালৈ বাণ মাৰিবলৈ ধৰিলে। নীলা বান্দৰে শিল দলিয়াবলৈ ধৰিলে। ৰাক্ষস সেনাপতি পোহোত্তো ধৰাশায়ী হ'ল। অৱশিষ্ট সেনাবিলাকে কথমপি প্ৰাণটো লৈ ৰজাক খবৰ দিলেগৈ। ১০৩৪॥

## ॥ ৰাৱণৰ যুদ্ধ যাত্ৰা ॥

চাৰিজন বীৰ ৰাক্ষসে বান্দৰৰ হাতত প্ৰাণ এৰিলে। চিপহৌলাঙ্কাই এই কথা শুনি ভয়ৰ মানিলে। চিপহৌলাঙ্কাই শেষত নিজে গৈ যুদ্ধ কৰিবলৈ খিৰাং কৰিলে। ৰজা যুদ্ধৰ বেশেৰে ওলোৱাত গোটেই ৰাক্ষস সেনাই সাজি কাচি যুদ্ধলৈ ওলাল। ১০৩৫॥

এইবাৰ চিপহৌলাঙ্কাৰ লগত বান্দৰৰ তুমুল যুদ্ধ আৰম্ভ হ'ল। তেওঁ ক'লে- হেৰ' ইতৰ

প্ৰাণীহঁত। তহঁতে ক'ৰ পৰা আহি মোৰ ৰাজ্যত আক্ৰমণ চলাইছহঁক ? তহঁতে মোৰ পৰাক্ৰমক অৱমাননা কৰিছ। গতিকে এইবাৰ তহঁতৰ কোনোপথ্যে ৰক্ষা নহ'ব। অৰণ্যত বাস কৰা সমস্ত বান্দৰ আজি মই মাৰি শেষ কৰি পেলাম। চিপহৌলাঙ্কাই নিজৰ সৈন্য বাহিনীক ক'লে- তোমালোকে মোৰ লগত এতিয়া ঢাল, তৰোৱাল, যাঠি, গদা লৈ ওলোৱাহঁক। ১০৩৬।।

ৰজাৰ আদেশক্ৰমে ৰাজ্যৰ সমস্ত ৰাক্ষসসেনা, ৰথ, হাতী, ঘোঁৰা আদিলৈ বিভিন্ন বাদ্য যন্ত্ৰ বজাই সদলবলে জয়ধনি কৰি যুদ্ধ ক্ষেত্ৰলৈ ৰাওনা হ'ল। সকলোৱে হাতত লোহাৰ গদা, তীক্ষ্ণবাণ, ঢাল, তৰোৱাল লৈ গ'ল। ১০৩৭।।

ৰাক্ষসবিলাকৰ কিছুমানে বগাশঙ্খ,তুৰ্য্য, নেগাড়া আদি বাদ্যযন্ত্ৰ বজাই শোভাযাত্ৰা কৰি গ'ল। ৰাক্ষসৰ বাদ্যযন্ত্ৰ বজাওতাৰ সংখ্যা আছিল দহলাখ। ৰাক্ষস বিলাকৰ দুৰ্জয় যুদ্ধ অভিযানত মেদিনী কঁপি গৈছিল। তেওঁলোকে আকাশ পাতাল মুখৰিত কৰি গৈছিল। চিপহৌলাঙ্কাৰ সৈন্যৰ সংখ্যা আছিল দহ অক্ষৌহিনীতকৈও বেছি। ১০৩৮।।

যুদ্ধ অভিযানত চিপহৌলাঙ্কাই ৰাজপোচাক পৰিধান কৰি গৈছিল। তেওঁৰ ডিঙি সোণৰ অলঙ্কাৰে শোভিত কৰিছিল। তেওঁৰ দহোটা শিৰত দহোটা মুকুট জিলিকি গৈছিল। তেওঁৰ সুযোগ্য সন্তানৰ সংখ্যা আছিল দহলাখ। ১০৩৯।।

চিপহৌলাঙ্কাই যুদ্ধ যাত্ৰা কৰাৰ লগে লগে তেওঁৰ সকলো পুত্ৰই কাল বিলম্ব নকৰি যুদ্ধ ক্ষেত্ৰলৈ দৌৰি গৈছিল। তেওঁৰ নাতিৰ সংখ্যাও কম নাছিল। কোটি কোটি নাতিৰ সৈতে ৰাজ্যৰ পশ্চিম দ্বাৰেদি যুদ্ধ ক্ষেত্ৰলৈ ওলাই গৈছিল। ১০৪০।।

চিপহৌলাঙ্কাৰ যুদ্ধ অভিযানৰ দৃশ্য স্বৰ্গৰ পৰা নামি অহা যেন লাগিছিল। তেওঁ স্বৰ্ণৰে নিৰ্মিত ৰথত আৰোহণ কৰি বিজয় উল্লাসেৰে গৈছিল। তেওঁৰ প্ৰত্যেকখন হাতন্তে ধনুকাঁড়, তৰোৱাল আৰু নানা প্ৰকাৰৰ অস্ত্ৰ শস্ত্ৰৰ সম্ভাৰ সু সজ্জিত আছিল। ১০৪১।।

চিপহৌলাঙ্কাক অহা দেখি লামাঙে পিকিছানাক সুধিলে- সোণৰ মুকুট পৰিধান কৰি অহা জন বাৰু কোন ? লামাঙৰ প্ৰশ্নৰ উত্তৰত পিকিছানাই ক'লে-সেইজনেই ৰাজ্যৰ ৰজা চিপহৌলাঙ্কা আৰু মোৰ দাদা। তেওঁ আজি নগৰৰ পৰা যুদ্ধ ভূমিলৈ নিজেই সু সজ্জিত হৈ আহিছে। ১০৪২।।

লামাঙে তেতিয়া ক'লে- চিপহৌলাঙ্কা সকলো ধৰণৰ স্বৰ্ণ আভূষণেৰে ভূষিত। অন্যহাতেদি তেওঁ কঠোৰ ব্ৰত সাধনা কৰি ব্ৰহ্মাৰ পৰাও অমোঘ বৰ আৰু অস্ত্ৰ শস্ত্ৰ প্ৰাপ্ত কৰিছে। তেওঁ স্বৰ্ণৰে নিৰ্মিত ৰথতহে উঠি বিচৰণ কৰে। তেওঁৰ ৰাজপ্ৰসাদো নিশ্চয় সকলো সম্ভাৰেৰে পৰিপূৰ্ণ। ১০৪৩।।

তথাপি লঙ্কেশ্বৰ কোনো কালৰ পৰাই সুখী হ'ব পৰা নাই। তেওঁক ছয়বিপুয়ে সদায় ভাৰাক্ৰান্ত কৰি ৰাখিছে। তেওঁৰ মৃত্যু হ'ব কেৱল অমানুষিক অপৰিসীম ক্ৰোধ মোহৰ নিমিত্তেই

তাৰ পাছত চিপহৌলাঙ্কাই কাল বিলম্ব নকৰি যুদ্ধৰ অভিযান আৰম্ভ কৰি দিলে। এনে পৰিস্থিতিত পৰ্বতৰাজ সুৰালিকা নিষ্ক্রিয় হৈ থাকিব নোৱাৰিলে। ১০৪৪॥

সুৰালিকাই দৃঢ়স্বৰে কৈ উঠিল- মোৰ লগত আনুমাম, চাম্পুমাম, আঙ্কাতা থাকোতে কিহৰ ভয় ? প্ৰভু যদি আপুনি মোক আদেশ দিয়ে তেন্তে মই পলকতে লঙ্কা ৰাজ্যৰ সকলো ৰাক্ষস বিনাশ কৰি পেলাব পাৰো। তাকে কৰিবলৈ প্ৰভুৰ আজ্ঞা নোহোৱা হেতুকে চিপহৌলাঙ্কাই মদমত্ত হৈ যুদ্ধ ক্ষেত্ৰলৈ দৌৰি আহিব পাৰিছে। পৰ্বত ৰাজৰ গৰ্ব্বোক্তি শুনি লঙ্কেশ্বৰ গৰ্জি উঠিল। চিপহৌলাঙ্কাৰ দম্ভ দেখি সুৰালিকা নীৰৱে থাকিব নোৱাৰিলে। ১০৪৫॥

সুৰালিকা পাহাৰৰ ওপৰত জপিয়াই পৰিল। লগে লগে এটুকুৰা পাহাৰ উভালি লৈ জোৰেৰে চিপহৌৰ গালৈ মাৰি দিলে। চিপহৌলাঙ্কাই লগে লগে ধনুৰ জ্যা টানিলে। চিপহৌলাঙ্কাৰ বাণৰ প্ৰহাৰত বান্দৰ বিলাক মূৰ্চ্চিত হৈ পৰিবলৈ ধৰিলে। বান্দৰ বিলাকে ভয়তে পেঁপুৱা লাগি পলাবলৈ ধৰিলে। তাকে দেখি লাখানাই দৌৰি আহি লামাঙক ক'লে- দাদা, আপুনি মোক আজ্ঞা কৰক, যিমান বিলাক ৰাক্ষস সেনা আছে, সেই সকলোকে মই বিনাশ কৰি পেলাম। লামাঙে তেতিয়া লাখানাক বুজালে যে দশমুণ্ডৰ কোনোপধ্যে মৃত্যু নাই। ১০৪৬॥

আনুমামে লাখানাক ক'লে- প্ৰভু, মই সেই পাপিষ্ঠক বধ কৰিম। সেই বুলি আনুমামে চিপহৌলাঙ্কাৰ হাতত থাপ মাৰি ধৰিলে। আৰু ক'লে- তুমি ব্ৰহ্মাৰ পৰা অমোঘ বৰ লাভ কৰি অহঙ্কাৰত উন্মত্ত হৈছা। ১০৪৭॥

চিপহৌলাঙ্কাই বান্দৰ বিলাকক আক্ৰমণ কৰিলে। কিন্তু আনুমামে চিপহৌলাঙ্কাৰ অৱস্থা কাহিল কৰি পেলালে। চিপহৌলাঙ্কাই অমৰ হ'বলৈ বৰ লাভ নকৰা হ'লে হয়তো মৰিলেইহেঁতেন। শেষত চিপহৌলাঙ্কাই গদাৰে আনুমামক প্ৰহাৰ কৰি অচেতন কৰিলে। ১০৪৮॥

আনুমামৰ অৱস্থা দেখি নীলাই চিপহৌলাঙ্কাক আক্ৰমণ কৰিলে। নীলাই ক'লে- তোমালোক সকলোৱেই লামাঙৰ হাতত মৃত্যু বৰণ কৰিবা। তেনেতে চিপহৌলাঙ্কাই বাণ মাৰিলে। কিন্তু নীলা বান্দৰে এটা কেৰ্কেটুৱাৰ সমান হৈ চিপহৌলাঙ্কাৰ মুকুটত সোমাই বগাবলৈ ধৰিলে। চিপহৌলাঙ্কাই বিচাৰি বিচাৰি হাবাথুৰিহে খালে। কিন্তু কেৰ্কেটুৱাটো ধৰিব নোৱাৰিলে। ১০৪৯॥

অকস্মাৎ কেৰ্কেটুৱাৰ ৰূপলৈ নীলা বান্দৰে চিপহৌলাঙ্কাৰ মূৰত উঠি পছকি তহিলং কৰিলে। দশাননে তাক তলকিবই নোৱাৰিলে। নীলা বান্দৰে নিজ বুদ্ধি আৰু কৌশলেৰে চিপহৌলাঙ্কাৰ গাত প্ৰেসাৰ কৰি ৰজাৰ মূল্যৱান সাজপাৰ তিয়াই পেলালে। চিপহৌলাঙ্কাই তাৰো ভু নাপালে। এনে কাণ্ড দেখি চিপহৌলাঙ্কা খঙে ৰাগে অস্থিৰ হৈ পৰিল। নীলা বান্দৰৰ উপস্থিত বুদ্ধিৰ আগত চিপহৌলাঙ্কা হাৰি গৈছিল। এবাৰ নীলা ৰজাৰ মূৰৰ পৰা জাপ মাৰি ৰজাই বাণ মাৰি তাক বধিবাই

পেলালে। ১০৫০||

তাকে দেখি লাখানাই দৌৰি আহি তীক্ষ্ণ বাণ নিক্ষেপ কৰিবলৈ ধৰিলে। লাখানাক দেখি চিপহৌলাঙ্কাই হাঁহি হাঁহি ক'লে- হেৰা তপস্বী! তুমি একেবাৰে সক ল'ৰা। তুমি তোমাৰ পিতৃ মাতৃৰ ওচৰলৈ গুছি যোৱা। তেনেকৈ তাচিল্যৰ সুৰত কোৱা কথা শুনি খঙ উঠি লাখানাই বাণ মাৰিবলৈ ধৰিলে। তেওঁ ৰজাৰ বাণবিলাক ছিন্ন ভিন্ন কৰি পেলালে। চিপহৌলাঙ্কাৰ অৱস্থা দেখি বান্দৰ বিলাকে ৰজাক উপহাস কৰিবলৈ ধৰিলে। ১০৫১||

তেনেকৈ ঠাট্টা বিদ্রূপ কৰা দেখি চিপহৌলাঙ্কাৰ মনে মনে খুব খঙ উঠিল। সুখালিকা পৰ্বত ৰাজে বীৰ বান্দৰ বিলাকক আদেশ দিলে। তোমালোকে কি চাই আছাহঁক? তোমালোকে ৰাক্ষসকুল সমূলঞ্চে ধ্বংস কৰি দিয়াহঁক। ১০৫২||

ৰজাৰ আদেশানুসাৰে বান্দৰ বীৰসকলে ততালিকে ৰাক্ষসৰ ওপৰত জপিয়াই পৰিল। কিছুমানে ৰাক্ষসৰ পকা চুলি উভালিবলৈ ধৰিলে। কিছুমানে প্ৰকাণ্ড শিল গালে মাৰি অসংখ্য ৰাক্ষস নিধন কৰিলে। ১০৫৩||

একোটাইঁত পাহাৰ নিক্ষেপ কৰি বহু ৰাক্ষসকে নিধন কৰিলে। ৰাক্ষসবিলাকো কম নহয়। সিহঁতেও সুবিধা বুজি বান্দৰৰ ওপৰত আক্ৰমণ কৰি ভালে সংখ্যক বান্দৰ নিধন কৰিলে। এইদৰে দুয়ো পক্ষৰ তুমুল যুদ্ধত তেজৰ নদী বৈ গৈছিল। ১০৫৪||

চিপহৌলাঙ্কাই লাখানাৰ প্ৰতি বাণ নিক্ষেপ কৰিলে। লাখানাই সেই বাণ খণ্ড বিখণ্ড কৰি পেলালে। এপাট কাঁড় মাৰি চিপহৌলাঙ্কাৰ শৰীৰ একেবাৰে ক্ষত বিক্ষত কৰি পেলালে। এইবাৰ চিপহৌলাঙ্কাই ব্ৰজবাণ নিক্ষেপ কৰিলে। ১০৫৫||

সেইবাণে লাখানাৰ সমস্ত শৰীৰ ক্ষত বিক্ষত কৰি পেলালে। লাখানা যেতিয়া অচেতন হৈ পৰি গ'ল তেতিয়া চিপহৌলাঙ্কাই লাখানাক টানি আজুৰি নগৰৰ ফালে লৈ যোৱাৰ চিন্তা কৰিলে। চিপহৌলাঙ্কাই কুৰিখন হাতেৰে দাঙি নিয়াৰ প্ৰয়াস কৰিলে। কিন্তু বিছখন হাতেৰে চেষ্টা কৰিলে কি হ'ব। তেওঁ লাখানাৰ শৰীৰটোকে লৰাব নোৱাৰিলে। ১০৫৬||

চিপহৌলাঙ্কাই ভাবি চিন্তি পাৰ নোপোৱা হ'ল। লাখানা এটা সৰু ল'ৰা। ইয়াক দণ্ডাটোকেই মোৰ কাৰণে টানহৈ পৰিল। ইও আচৰিত কথা।

আনুমানে দেখিলে যে লাখানা চিপহৌলাঙ্কাৰ বাণত পৰিল। চিপহৌলাঙ্কাই লাখানাক ধৰিলৈ যোৱাৰ আপ্ৰাণ চেষ্টা কৰিলে। লাখানাক জোৰ কৰি ধৰা অৱস্থাত আনুমানে চল চাই এজোপা প্ৰকাণ্ড গছ উভালি লৈ চিপহৌলাঙ্কাক প্ৰহাৰ কৰিলে। ১০৫৭||

আনুমানে পুনৰ লাখানাক কোচত তুলি লামাঙৰ ওচৰলৈ লৈ আহিল। লামাঙে লাখানাৰ

সর্বশৰীৰ তেজেৰে লুতুৰি পুতুৰি হোৱা দেখি খণ্ডত বিহ্বল হৈ পৰিল। লামাঙে চাম্পুমামক ক'লে- তুমি লাখানাক নিৰীক্ষণ কৰি থাকা মই এই পাষণ্ড দুৰাচাৰী চিপহৌলাঙ্কাক মাৰি যমপুৰ দৰ্শন কৰাম। ১০৫৮॥

এইবুলি লামাঙে ধনুশৰ তুলিলৈ চিপহৌলঙ্কাৰ লগত যুদ্ধ কৰিবৰ নিমিত্তে গ'ল। আনুমামে ক'লে- প্ৰভু ! চিপহৌলাঙ্কা কেনিবাদি পলাই যাব পাৰে। গতিকে আপুনি মোৰ পিঠিত উঠি বাণ প্ৰহাৰ কৰক। আনুমামৰ কথামতেই লামাঙে যুদ্ধলৈ প্ৰস্তুত হ'ল। তেওঁ ক'লে- হেৰা চিপহৌলাঙ্কা! এইবাৰ তোমাৰ মৃত্যু অনিৱাৰ্য্য। ১০৫৯॥

মোৰ এই অমোঘ বাণৰ প্ৰহাৰত তোমাৰ প্ৰাণ বায়ু ওলাই যাব। চিপহৌলাঙ্কাই কোনো উত্তৰ নিদিলে। নিজৰ শৰীৰটো জোকাৰ মাৰি ত্ৰিছ যোজন কৰি ল'লে। নেজৰ দৈৰ্ঘ্যতা পঞ্চাছ যোজন কৰি আকাশৰ ফালে জাপ মাৰিলে। আনুমামৰ দীঘল নেজ দেখি ৰজা চিপহৌলাঙ্কাৰ মনত ভয়ভাৱৰ উদয় হ'ল। ১০৬০॥

চিপহৌলাঙ্কা ক্ৰমান্বয়ে পিছুৱাই গ'ল। লামাঙে চিপহৌলাঙ্কালৈ বাণ নিক্ষেপ কৰিলে। লামাঙৰ বাণৰ আঘাতত চিপহৌলাঙ্কাৰ শিৰ বিছিন্ন হৈ পৰিল। মূৰৰ পৰা কিৰিটি সুলকি উফৰি গ'ল। উপায় নাপাই চিপহৌলাঙ্কা যুদ্ধ ভূমিৰ পৰা পলাই গ'ল। ১০৬১॥

ৰাক্ষসৰ সেনাবিলাক চিতিকি কেনিবাদি পিয়াপি দিলে। বান্দৰ সৈন্যই ৰাক্ষসবিলাকক পিছে পিছে খেদি গ'ল।

মূৰৰ মুকুট খহি পৰাত চিপহৌলাঙ্কাই অমঙ্গলৰ আশঙ্কা কৰিলে। ৰাক্ষস সেনাবিলাকৰ লগতে চিপহৌলাঙ্কা পলোৱাত লামাঙে হাঁহিলে মাথোন। ১০৬২॥

## ॥ কুম্ভকৰ্ণৰ জাগৰণ ॥

পিছদিনা ৰাতিপুৱা চিপহৌলাঙ্কাই সৈন্য বিলাকক ক'লে- কুমকানখা (কুম্ভকৰ্ণ) আজি চাৰি পাঁচ মাহ ধৰি শুই আছে। তেওঁক এতিয়া জগাই তুলিব লাগে। শত্ৰুৱে চাৰিওফালৰ পৰা দেশ আক্ৰমণ কৰিব ধৰিছে। শত্ৰুসেনা বিলাকক কুমকানখাই ধৰি ধৰি খাই পেলাওক। ১০৬৩॥

চিপহৌলাঙ্কাৰ আদেশক্ৰমে তিনিলাখ ৰাক্ষস সেনাই ঢোল, পেঁপা, বাঁহী, ডবা, শঙ্খ আদি বজাই কুমকানখানক জগাবৰ কাৰণে সাজি কাচি গ'ল। কুমকানখানৰ প্ৰাসাদত গৈ সৈন্যবিলাকে প্ৰচণ্ড শব্দ কৰি বাদ্যযন্ত্ৰবিলাক বজাবলৈ ধৰিলে। কিন্তু কুমকানখানৰ টোপনি ক্ৰমান্বয়ে বেছিহে হ'ল। গাটোকে নলবোৱা হ'ল। যাঠি জোং লৈ নাক কাণৰ বিন্ধাইনি প্ৰহাৰ কৰিও তেওঁক জগাব পৰা নহ'ল। অৱশেষত চুলাই মদৰ লগত ঔষধ দি নাকত মেলি দিয়াত তেওঁ হাঁচি মাৰি বহিল। ১০৬৪॥

কুমফানখা সাৰ পাই বহিয়েই খাবলৈ বিচাৰিলে। ৰাক্ষস সেনাবিলাকে বিধে বিধে ভাত, আঞ্জা, মাংস, মদ বিভিন্ন ব্যঞ্জন খাবলৈ দিলে। কুমফানখানৰ ভোজন হৈ যোৱাৰ পিছত তেওঁ সুধিলে- তোমালোকে মোক অসময়ত কিয় জগাই তুলিলা ? ৰাক্ষস সেনা বিলাকে ভয়ে ভয়ে ক'লে- আপোনাক মহাৰাজে ৰাজভৱনলৈ মাতিছে। কুমফানখাই এটা ডাঙৰ উগাৰ মাৰি ৰাজপ্ৰাসাদৰ ফালে যাত্ৰা কৰিলে। ১০৬৫ ॥

ৰাজপ্ৰাসাদত প্ৰৱেশ কৰি চিপহৌলাঙ্কাক ক'লে- মহাৰাজ , আপুনি জানে যে মোক ব্ৰহ্মাই ছমাহ শুবৰ নিমিত্তে সময় দিছিল। কিন্তু এতিয়া এই অসময়ত মোক জগাই তোলাৰ কাৰণ কি ? ৰাজ্যত কিবা অঘটন বা অমঙ্গলে দেখা দিছে নেকি ? কুমফানখানৰ প্ৰশ্নৰ উত্তৰত চিপহৌলাঙ্কাই ক'লে-মোৰ ভনী ছুপানাখাক সমুদ্ৰতীৰত এখন অৰণ্যভূমিত থাকিবলৈ দিছিলো। কিন্তু লামাঙ আৰু লাখানা নামেৰে দুজন মনুষ্য কুমাৰে ভনীক নাক কাণ কাটি যেদি পঠালে। ১০৬৬॥

## অধ্যায়-২২

তাইক কৰা অপমানৰ কথা যেতিয়া মোক কান্দি কাটি ক'লেহি তেতিয়া মই লামাঙৰ পত্নীক হৰণ কৰি আনি তেওঁক এতিয়া আমাৰ ৰাজ্যত ৰাখি থ'লোহি। পৰিণাম স্বৰূপে মনুষ্য কুমাৰদ্বয়ে অগণন বান্দৰসেনালৈ আহি আমাৰ ৰাজ্যৰ চাৰিওফালে আক্ৰমণ কৰিব ধৰিছে। এতিয়া আমি তোমাৰ নিমিত্তেই বাট চাই আছো। সিহঁতৰ প্ৰতিশোধ কেনেকৈ ল'ব পাৰি তাৰহে ব্যৱস্থা কৰিব লাগে। ১০৬৭॥

চিপহৌলাঙ্কাৰ কথা শুনি কুম্ভকৰ্ণই ক'লে- হে ৰাজন মৃত্যুক কোনেও ৰোধ কৰিব নোৱাৰে। য'তেই নহওঁক মৃত্যু এদিন হ'বই। আপুনি মাত্ৰ এতিয়া আদেশ প্ৰদান কৰক। কাৰণ আপুনি তো স্বৰ্গ, মৰ্ত্য, পাতাল আদিত বিচৰণ কৰি ফুৰিছিল। আৰু সিবিলাকৰ লগত মিত্ৰতা স্থাপন কৰিছিল। কিন্তু আজি বান্দৰ আৰু মনুষ্যৰ মাজত বিবাদ প্ৰতিষ্ঠা হোৱাৰ কি কাৰণ বা ৰহস্য থাকিব পাৰে ? ১০৬৮॥

চিপহৌলাঙ্কাই ক'লে- এয়া মাত্ৰ আমাৰ পূৰ্বকৰ্মৰ বিপাকৰ ফল মাত্ৰ। মনুষ্যই অৰণ্যৰ বান্দৰৰ লগত মিত্ৰতা কৰি আমাৰ ৰাজ্য আক্ৰমণ কৰিছেহি। কুম্ভকৰ্ণই (কুমফানখান) তেতিয়া ক'লে- দাদা! লঙ্কেশ্বৰ, সঁচায় সাগৰত সেতু বান্ধি বান্দৰ আৰু মনুষ্যই ৰাক্ষসৰ ৰাজ্য আক্ৰমণ কৰাটো আচৰিত কথা। ১০৬৯॥

মোৰ বোধেৰে মনুষ্যৰূপী লামাঙ আৰু লাখানা কম পুৰুষ নহ'ব। সিহঁত স্বৰ্গৰ দেৱতা। মনুষ্যৰ বেশত অৰণ্যৰ বান্দৰৰ লগত মিত্ৰতা কৰি সাগৰত বিশাল সেতু বান্ধি লঙ্কা আক্ৰমণ কৰিছেহি। চিপহৌলাঙ্কাই তেতিয়া ক'লে- যদি সি একমাত্ৰ বোধিসত্ত্ব-স্বয় তেন্তে এজনী নাৰীলৈ

এনেদৰে বনে বনে কেতিয়াও ঘূৰি নুফুৰে। ১০৭০॥

কুম্ভকৰ্ণবাই ক'লে-দাদা ! বোধিসত্ত্ব হ'ল বুলিযে পত্নী লৈ বনে বনে ঘূৰি নুফুৰিব সেইটো নহয়। চিপহৌলাঙ্কাই ক'লে- যদি সিহঁত একান্তই ৰাজপুত্ৰই হয় তেন্তে বছৰৰ পিছত বছৰ ধৰি অৰণ্যৰ মাজে মাজে ঘূৰি ফুৰাৰ কি দৰ্কাৰ আছে ? কুম্ভকৰ্ণবাই ক'লে- ৰাজপুত্ৰ হলেও বনে বনে বিচৰণ কৰি ধৰ্মাচৰণ কৰিব পাৰে। চিপহৌলাঙ্কাই ক'লে- সি নিজৰ মাইকী জনী লৈ ঘৰত থাকিব লাগে অৰণ্যত অনাই বনাই ফুৰাৰ অৰ্থ কি ? ১০৭১॥

যদি তেওঁবিলাক একান্তই ধৰ্মৰ অধিষ্ঠাতা আৰু মহাপুৰুষেই হয় তেন্তে আমাৰ ভনী ছুপানাখাৰ নাক, কাণ কাটি অধৰ্ম আচৰণ কৰি তাৰ পাছত বান্দৰৰ লগত মিত্ৰতা স্থাপন কৰি আমাৰ ৰাজ্য আক্ৰমণ কৰাৰ পৰা কি লাভ হ'ব ? সেই কথা তুমি দ'কৈ গমি চাইচানে ? কুম্ভকৰ্ণবাই তেতিয়া ক'লে- হে ৰাজন ! আপুনি ৰজা হৈ সিহঁতৰ ওচৰত মাৰাত্মক অপৰাধ কৰিছে। কাৰণ ৰজা হ'লে প্ৰজা তথা অন্যৰ প্ৰতি সমভাৱ থাকিব লাগে। ১০৭২॥

আপোনাৰ সৈন্যৰ সংখ্যা কোনো গুণে কম নহয়। এনে স্থলত বান্দৰ আৰু মনুষ্যই এই বিশাল সমুদ্ৰত সেতু বান্ধি কেনেকৈ পাৰহৈ আহিল ? মই ভাবো আপুনি প্ৰজা বা পাৰিষদবৰ্গৰ কথা মানিব নোখোজে। অন্যহাতেদি আপুনি নিজকে এজন ডাঙৰ ৰজা বুলি অহঙ্কাৰ কৰিছে। সেই কাৰণেই আপোনাৰ গৰ্ব অহঙ্কাৰ চুৰ্ণ কৰিবৰ নিমিত্তেই তেওঁলোকে সমগ্ৰ সেনালৈ আপোনাৰ ৰাজ্য আক্ৰমণ কৰিছে। কুম্ভকৰ্ণবাৰ কথাত চিপহৌলাঙ্কা গৰ্জ্জি উঠিল। ১০৭৩॥

তুমি একেবাহে শুই থাকিবা। তোমাৰ শোৱাৰ বাহিৰে অন্য কাম নাই। দেশত বা ঘৰৰ ল'বলে তোমাৰ অকনো ভ্ৰুক্ষেপ নাই। তোমালোকৰ দুৰ্বল মনোবৃত্তিৰ কাৰণে শত্ৰুৱে চাৰিওফালৰ পৰাই লাই পাই আমাৰ ৰাজ্য এতিয়া ছাৰখাৰ কৰি পেলাব। এই বুলি বিছটা চকুৰে কটাক্ষ কৰি চিপহৌলাঙ্কাই কুম্ভকৰ্ণবাক দপদপাই উঠিল- মই ত্ৰিভুৱনৰ ৰজা। পূৰ্বকৃত কৰ্মৰ বিপাকৰ নিমিত্তেই আজি মোৰ এনে দশা হৈছে। মোৰ ভাই পিকিছানাইও মোক শত্ৰুজ্ঞান কৰি আনৰ আশ্ৰয় প্ৰাৰ্থী হৈ আছে। ১০৭৪॥

মাজু ভাই কুম্ভকৰ্ণবায়ো একেবাহে শুই থাকি এতিয়া মোৰ ওচৰলৈ আহি নানা ঠাট্টা মস্কৰা কৰি শুনাইছে। চিপহৌলাঙ্কৰ কথা শুনি কুম্ভকৰ্ণবাই ক'লে- দাদা! আপুনি মোৰ কথাত বেয়া পোৱাটো উচিত হোৱা নাই। মই আপোনাক নীতি সম্মত কথাহে কৈছো। আমাৰ ভাগ্যত যি লিখা আছে সেই মতেহে কাম হ'ব। আপুনি এতিয়া খং ৰাগ পৰিত্যাগ কৰি মোক কি আদেশ দিব বিচাৰে তাক প্ৰদান কৰক। সেই মনুষ্য কুমাৰ দুজনক মই ধৰি আনি আপোনাৰ হাতত সমৰ্পণ কৰিম। সুবালিকা, চান্দুমাম, মাল্লা, নীলা, কামুক্তা বান্দৰক মই চোবাই গিলি খাই পেলাম। আপুনি চিন্তা

নকৰিব। ১০৭৫॥

সীমান্ত প্ৰহৰী বিলাককো মই খাই শেষ কৰি পেলাম। কুমফানখাৰ উৎসাহপূৰ্ণ কথা শুনি চিপহৌলাঙ্কাই বৰ সন্তোষ পালে। লগে লগে চিপহৌলাঙ্কাই ৰাজভৱনৰ পৰা বহুমূলীয়া সাজপাৰ আৰু কিৰিটি আনি পিন্ধাই দিলে। আৰু তেওঁক যুদ্ধক্ষেত্ৰলৈ প্ৰেৰণ কৰিলে। ১০৭৬॥

কুমফানখাৰ হাতত থকা গদাডালৰ দৈৰ্ঘ্যতা দহ অযুত যোজন আছিল। গদা আছিল পৰ্বত সমান। গদাডাল দুই লাখ ৰাক্ষসেহে কোনোমতে দাঙিব পাৰিছিল। সেই গদালৈ কুমফানখাঁ যুদ্ধক্ষেত্ৰলৈ ওলাই গ'ল। তাকে দেখি বান্দৰ বিলাক যেনি তেনি পলাই পত্ৰং দিব ধৰিলে। ডাঙৰ ডাঙৰ বীৰ বিলাকো পলাবলৈ ধৰিলে।আনহে নালাগে চাম্পুমাম কামুক্তা আদি মহাবীৰ সকলো প্ৰাণৰ ভয়ত পলাল। ১০৭৭॥

বান্দৰ সেনাবিলাক পলোৱা দেখি যুৱৰাজ জাউআঙ্কাতাই তৰ্জন গৰ্জন কৰি ক'বলৈ ধৰিলে- তোমালোকে যুদ্ধ এৰি কিয় পলাইছা ? ১০৭৮॥

মই পলকৰ ভিতৰতে এই কুমফানখাঁৰ প্ৰাণ ল'ম। পুৰুষৰ জন্মলৈ সম্মুখ ৰণৰ পৰা বিচলিত হোৱাটো কাপুৰুষৰ চিনহে। ১০৭৯॥

তেওঁ সকলো বান্দৰকে পলাই যোৱাৰ পৰা ঘূৰাই আনি জাপ মাৰি পৰ্বতৰ ওপৰত উঠিল আৰু কুমফানখাঁৰ গালৈ শিল দলিয়াবলৈ ধৰিলে। অন্য বান্দৰ বিলাকেও কুমফানখাৰ গালৈ প্ৰকাণ্ড গছ, পৰ্বত, পাহাৰ, শিল আদি নিক্ষেপ কৰিবলৈ ধৰিলে। ১০৮০॥

বান্দৰ বিলাকৰ এনে আক্ৰমণত কুমফানৰ ভীষণ খং উঠিল। লগে লগে বান্দৰ বিলাক এটা এটাকৈ গিলি খাবলৈ ধৰিলে। কুমফানখাই বান্দৰক কৰা অত্যাচাৰ দেখি নীলা, কামুক্তা, নালা, আনুমাম, আঙ্কাতা আদি বীৰ বান্দৰ সকলে ডাঙৰ ডাঙৰ গছ, পৰ্বত উভালি কুমফানখানক আক্ৰমণ কৰিবলৈ ধৰিলে। কিন্তু কুমফানখাই যিমান বিলাক বান্দৰ গিলি খাইছিল সেই সকলো কুমফানখাঁৰ নাক, কাণৰ বিন্ধাইদি সৰাসৰে সৰকি আহিবলৈ ধৰিলে। ১০৮১॥

কুমফানৰ নাকৰ বিন্ধা একোটা বাটৰ সমান। যুদ্ধ চলি থকা অৱস্থাত আনুমামে খঙৰ বেগত দৌৰি আহি এটা প্ৰকাণ্ড পাহাৰ সদৃশ শিল আনি কুমফানখাঁৰ গদাৰ ওপৰত পেলাই গদা ডাল টুকুৰা টুকুৰ কৰি ভাঙি পেলালে। সুখালিকাইও এটা ডাঙৰ শিল আনি কুম্ভকৰ্ণৰ গাত প্ৰহাৰ কৰিলে। কুমফানখাই খঙত সুখালিকাক ক'বলৈ ধৰিলে- হে পৰ্বত ৰাজ বানৰ! যদি তোমাৰ প্ৰাণলৈ মমতা আছে তেন্তে তুমি তোমাৰ পৰ্বত ৰাজ্যলৈ ঘূৰি যোৱা। সুখালিকাই কুমফানখাঁৰ কথালৈ কোনো কাণসাৰ নকৰি কেৱল কুমফানখাঁনক প্ৰহাৰ কৰিবলৈ ধৰিলে। ১০৮২॥

সুখালিকাৰ ব্যৱহাৰত কুমফানখাঁ অত্যন্ত ক্ৰুদ্ধ হ'ল। তেওঁ ঠিৰাং কৰিলে যে এই বান্দৰৰ

উৎপাত আৰু সহিব নোৱাৰি। এতেকে এই বান্দৰক ধৰি নি ৰাজসভাত চমক্কাই দিয়াই উত্তম হ'ব। কুম্ভকানখাঁই সুখালিকাক গৰা মাৰি ধৰি বজাৰ ওচৰলৈ লৈ গ'ল। কিন্তু সুখালিকাই বাটতে কুম্ভকানখাঁৰ নখেৰে আঁচুৰি নাক কাণ আৰু সৰ্বশৰীৰ একেবাৰে ক্ষত বিক্ষত কৰি তেওঁ পুনৰ লামাঙৰ শিবিৰ পালেহি। ১০৮৩॥

এনে পৰিস্থিতিত কুম্ভকানখাঁই চিন্তা কৰিলে, সুখালিকাই এতিয়া নিশ্চয় বান্দৰ বিলাকৰ আগত মোৰ কথা ক'বগৈ। মোক সিহঁতে হাঁহি খিকিন্দালি মাৰি হয়তো উকৰাই দিব। গতিকে কেইটামান ডাঙৰ বান্দৰ ধৰিলৈ যোৱাই শ্ৰেয়: হ'ব। এই বুলি বান্দৰ বিলাক খাব ধৰিলে। কিন্তু বান্দৰ বিলাক পেট নৌ পাওঁতেই নাকে কানে ওলাই গুছি গ'ল। লামাঙৰ আগত কোৱাত লাখানাই ধনুশৰ যুৰিলে। লাখানাক দেখি কুম্ভকানখাঁই ক'লে- তুমি কুকলিয়া ল'ৰা, অবাৰতে প্ৰাণ এৰিবলৈ কিয় আহিছা ? তুমি গৈ তোমাৰ ককায়েৰাক পঠাই দিয়া। ১০৮৪॥

প্ৰথমতে মই তোমাৰ লামাঙৰ তেজ শোষণ কৰিম তাৰ পিছত তোমাৰ। কুম্ভকানখাঁৰ অহঙ্কাৰ আৰু দম্ভালি কথা শুনি লামাঙে ক'লে- হেৰা নিৰ্লজ কুম্ভকৰ্ণ। প্ৰথমতে তোমাৰ ককায়েৰা চিপঠ্যৌলাকৰ আৰু তাৰ পিছত তোমাৰ প্ৰাণ শেষত পিকিছানাক লঙ্কাৰ অধীশ্বৰ পাতিম। লামাঙৰ কথাত কুম্ভকৰ্ণই হাঁহি মাৰি ঠাট্টা মস্কৰা কৰি ইফালে সিফালে জপিয়াই ব্যঙ্গ কৰিব ধৰিলে। ১০৮৫॥

কুম্ভকানখানে ক'লে- কোনো দেৱ মনুষ্যই মোক পৰাস্ত কৰিব নোৱাৰে। এই সংসাৰত মোৰ সমকক্ষ বীৰ কোনো জন্ম হোৱা নাই। মোৰ নাম শুনিলেই সমস্ত সংসাৰ কম্পিত হ'য়। লামাঙে তেতিয়া ক'লে- বাৰু তেন্তে মোৰ হাতত যি ব্ৰহ্ম অস্ত্ৰ আছে তাৰেই তোমালোকক এজন এজনকৈ সবংশে ধ্বংস কৰি তোমালোকৰ মুক্তিৰ পথ প্ৰশস্ত কৰিম। লামাঙৰ কথা শুনি কুম্ভকানখানে ক'বলৈ ধৰিলে- তুমি মোৰ শৰীৰৰ কলেৱৰ বোধকৰো মন কৰা নাই ? মোৰ এই দেহ দেখি সমস্ত সংসাৰ থৰহৰি কম্পমান হৈ থাকে। তুমিনো মোৰ আগত কোন কূটা ? ১০৮৬॥

লামাঙে ক'লে- তোমাৰ অস্ত্ৰই মোৰ শৰীৰত এডাল নোমো লৰাব নোৱাৰে। তুমি যে তোমাৰ শৰীৰ আৰু অস্ত্ৰক লৈ গৌৰৱ কৰিছা এবাৰ মোৰ লগত তোমাৰ শক্তি পৰীক্ষা কৰি দেখুৱাচোন। ১০৮৭॥

এইবুলি কৈয়েই লামাঙে চিহ্ন মো নামৰ এপাট বাণ নিক্ষেপ কৰিলে। কুম্ভকানখাঁৰ গাত বাণ পৰাত তেওঁ ক'লে- মোৰ দাদা চিপঠ্যৌলাকাই তোমাৰ পত্নীক হৰণ কৰি আনিলে। হ্যবিয়ে অংঘলে ঘূৰি ঘূৰি তুমি আজি পৰিমিত এৰো কৰিব পৰা নাই। ১০৮৮॥

## ॥ কুম্ভকৰ্ণৰ পতন ॥

তীব্ৰ ব্যঙ্গভাৱে অট্টহাস্য কৰি কুম্ভকানখাঁই মুখ মেলি লামাঙক খাবৰ নিমিত্তে খেদি আহিল।

কিন্তু লামাঙে ব্ৰহ্ম অস্ত্ৰ মাৰি কুমফানখাঁৰ হাত দুখন কাটি পেলালে। হাত দুখন শেষ কৰি দিয়া সত্ত্বেও কুমফানখাঁই হাও হোৱনি মাৰি লামাঙক খাবলৈ আহিল। ১০৮৯॥

কিন্তু লামাঙে তীব্ৰ চোকা বাণ প্ৰহাৰ কৰি কুমফানখাঁৰ মূৰ ছিঙি মাটিত পেলাই দিলে। তেতিয়া আনুমামে কুমফানখাঁৰ মূৰটো থাপতে লৈ গৈ সাগৰত পেলাই দিলে। ১০৯০॥

বাকী কুমফানখাঁৰ শৰীৰটো পাহাৰ সদৃশ হৈ মাটিত পৰি থাকিল। কুমফানখাঁৰ এনে অৱস্থা দেখি সৈন্য বিলাক পলাই পত্ৰং দিলে। ৰাক্ষস সেনা বিলাকে কোনোমতে প্ৰাণটোলৈ ৰজা চিপহৌলাঙ্কাৰ বীৰ সেনাপতি কুমফানখাঁৰ মৃত্যুৰ বাতৰি দিলে। ১০৯১॥

ভায়েক কুমফানখাঁৰ মৃত্যুৰ বাতৰিয়ে চিপহৌলাঙ্কাৰ হৃদয় আৰু আসন লৰাই পেলালে। ৰজা চিন্তা সাগৰত পৰিল। ৰজাৰ সোঁহাত স্বৰূপ মহান যোদ্ধা কুমফানখাঁৰ (ছয়দিনৰ যুদ্ধত মৃত্যু) মৃত্যুয়ে ৰজাৰ কঁকাল ভাঙি পেলালে। ১০৯২॥

চিপহৌলাঙ্কা দুখে বেজাৰে ম্ৰিয়মান হোৱা দেখি পুতেক মেঘনাতে দৌৰি আহি পিতাকৰ ক্ৰন্দনৰ কাৰণ বুজিবলৈ চেষ্টা কৰিলে। অত্যন্ত চিন্তাক্লিষ্ট দেখি মেঘনাতে বাপেকক অভয়দান কৰি ক'লে- বান্দৰৰ বীৰ বিলাকক যেনে তেনে মাৰি খাষ্টাং কৰিম আৰু লামাঙ লাখানাক ধৰি বান্ধি আনি আপোনাৰ ওচৰত উপস্থিত কৰিম। অৱশিষ্ট বান্দৰ সেনাবিলাকক কিংত্ৰা ৰাজ্যলৈ খেদি পঠাম। আপুনি এই বিষয়ে অকনো চিন্তা নকৰিব। কেৱল মোক অনুমতি দিয়ক। ১০৯৩॥

বীৰ পুত্ৰৰ মুখত সাহসিকতাপূৰ্ণ কথা শুনি ৰজা চিপহৌলাঙ্কাই ক'লে- বোপা! তোমাৰ যি ইচ্ছা তাকে কৰা। মোৰনো কৰলগীয়া কি আছে ? পিতাকৰ অনুমতি পাই মেঘনাতে দশাহাজাৰ লিগিৰা লিকচৌ লৈ মাকৰ ওচৰত উপস্থিত হৈ ক'লে- আই পিতাই মোক যুদ্ধৰ কাৰণে পঠাইছে। গতিকে আপুনিও মোক আশীৰ্বাদ পূৰ্বক যুদ্ধ যাত্ৰাৰ আদেশ দিব লাগে। ১০৯৪॥

## ॥ মেঘনাদৰ প্ৰতি মাতৃৰ উক্তি ॥

পুতেকে যুদ্ধৰ কাৰণে অনুমতি প্ৰাৰ্থনা কৰাত মাকে ক'লে- বোপা মেঘনাত! লামাঙ নামে যিজন মনুষ্য মহাপুৰুষে আমাৰ ৰাজ্য আক্ৰমণ কৰিছে তেওঁ সাধাৰণ পুৰুষ নহয়। তেওঁ হ'ল বৰ্ষৰ বোধিসত্ত্ব। ১০৯৫॥

তেওঁ তুষিত ৰাজ্যৰ পৰা আহি মৰ্ত্যলোকত মনুষ্যৰূপে অৱতাৰ গ্ৰহণ কৰিছেহি। আজি পৰিমিত যিমানবিলাক আমাৰ মহানবীৰ ৰাক্ষসে তেওঁৰ লগত যুদ্ধ কৰিছে, সেই সকলো বিলাকেই তেওঁৰ হাতত প্ৰাণ বিসৰ্জন দিয়াৰ বাহিৰে অন্য গত্যন্তৰ হোৱা নাই। এতিয়া তুমি সেইজনা মহাপুৰুষৰ লগতে যুদ্ধ কৰিবলৈ ওলাইছা, কিন্তু মোৰ হৃদয়ত শংকা হৈছে- সেই যুদ্ধ ক্ষেত্ৰৰ পৰা তুমি ঘূৰি আহিব পাৰিবানে নোৱাৰা। যুদ্ধৰ বিষয়ে তোমাৰ পিতাক[illegible] ভীষণ পাপ কৰিলে। পৰিণামস্বৰূপে

আজি লঙ্কা নগৰৰ কোনো প্ৰজাৰ হৃদয়ত শান্তি নোহোৱা হৈছে। ১০৯৬॥

এতিয়াও যথেষ্ট সময় আছে। যদি নাংসীতাক স-সম্মানে লামাঙৰ ওচৰত সমৰ্পণ কৰি মিত্ৰতা স্থাপন কৰা হ'লে লঙ্কা বাসীৰ কল্যাণ হ'লহেঁতেন। ইফালে তোমাৰ খুড়াদেৱেৰো পিফিছানাক পিতাৰাই ৰাজসভাত প্ৰহাৰ কৰি অপমান কৰিছে আৰু ৰাজ্যৰ পৰা খেদি পঠাইছে। তেওঁ মনৰ দুখ বেজাৰত সৈ বোধিসত্ত্ব লামাঙৰ ওচৰত শৰণ ল'লে। মোৰ অনুৰোধ, তুমি এতিয়া সেই মহাপুৰুষ লামাঙৰ লগত যুদ্ধ কৰিব নালাগে। ১০৯৭॥

মাকৰ কথা শুনি মেঘনাতে ক'লে- আই, আপুনি নাজানে আমাৰ পিতাৰ গাত অমোঘ শক্তি আছে, সেই শক্তিৰ আগত কোনেও টিকিব নোৱাৰিব। পিতাই কেৱল মনুষ্য নাৰী নাংসীতাক হৰণ কৰাই নহয়, তেওঁ অনেক পৰস্ত্ৰী হৰণ কৰিছে। আপুনি পিতাৰ সহধৰ্মিনী হৈ স্বামীৰ প্ৰতি এনেদৰে নিন্দা কৰাটো উচিত হোৱা নাই। আপুনি পিতা নৰকগামী হোৱাৰ চিন্তাহে কৰিছে। আপুনি যিজন বোধিসত্ত্বৰ কথা কৈছে তেওঁ আমাৰ সম্মুখত কোনো গুণে ডাঙৰ হ'ব নোৱাৰে। ১০৯৮॥

## ॥ মেঘনাদৰ যুদ্ধ যাত্ৰা, যুদ্ধত ৰাম-লক্ষ্মণ মেঘনাদৰ বাণত মূৰ্চ্ছিত ॥

মেঘনাতে মাকৰ ওচৰৰ পৰা বিদায় লৈ যুদ্ধ যাত্ৰা কৰিলে। ৰাজ্যৰ সকলো সেনাই অস্ত্ৰ শস্ত্ৰ লৈ যুদ্ধৰ বেগেৰে বাদ্য যন্ত্ৰ বজাই যুদ্ধ যাত্ৰা কৰিলে। ১০৯৯॥

কিছুমানে হাতত তৰোৱাল, কিছুমানে গদা, কাৰোবাৰ ধনুশৰ, কিছুমানে যাঠি আদিৰে সদলবলে শোভাযাত্ৰা কৰি মেঘনাতৰ জয়ধ্বনি কৰি যাবলৈ ধৰিলে। মেঘনাতৰ যুদ্ধ অভিযানত ন কোটি ন লাখ সৈন্য আৰু অসংখ্য সেনা বাহিনীয়ে মেদিনী কঁপাই যুদ্ধ যাত্ৰা কৰিলে। বাদ্যযন্ত্ৰ বজাওঁতা ৰাক্ষস বাহিনীয়ে বাঁহী, বীণ, ঢোল, নাগাৰা, তবলা, ডবা, শঙ্খ আদি বজাই আকাশ বতাহ মুখৰিত কৰি গৈছিল। ৰাক্ষস সেনাবাহিনীয়ে দা, কুঠাৰ, যাঠি, জোং, শেল, ঢাল, তৰোৱাল, গদা, তীৰ, ধনু আদিৰে সদলে যাত্ৰা কৰিছিল। ১১০০॥

মেঘনাত সেনাপতিৰ সেনাবাহিনী দেখি নীলা বান্দৰে উচ্চস্বৰে মাত লগালে। হেৰ' অধম মেঘনাত আজি তুমি মোৰ হাতত তিলমাত্ৰও ৰক্ষা নাপাবা। এইবাৰ তুমি তোমাৰ ৰাজ্যলৈ ঘূৰি যোৱা নহ'ব। আজি তুমি চিৰনিদ্ৰাত মগন হ'ব লাগিব। ১১০১॥

নীলা সেনাপতিয়ে বান্দৰ সৈন্যবিলাকক ৰাক্ষস বাহিনীক আক্ৰমণ কৰিবৰ কাৰণে আদেশ দিলে। কিন্তু ৰাজ্যৰ অধীশ্বৰ সুৰাশিকায়ো মাত লগালে- হেৰ' শাবক মেঘনাত মই সুদূৰ প্ৰান্তৰ পৰা আহিয়ে ইয়াত উপস্থিত হৈছোহি, কিহৰ কাৰণে জানানে? তোমাৰ নিধনৰ হেতুকে। ১১০২॥

তোমাৰ পিতাৰা চিপহৌলাক্কাক বধ কৰি ধাৰ্ম্মিক পিফিচ্ছানাক লঙ্কাৰ ৰজা পাতিম। এই বুলি কৈয়েই সুখালিকাই বান্দৰ সেনাবিলাকক আক্ৰমণ কৰিবলৈ আদেশ দিলে। বান্দৰ সেনাবিলাকে প্ৰকাণ্ড গছ, পৰ্বত, পাহাৰ উভালি ৰাক্ষসৰ সেনাবিলাকক জধে মধে মাৰিবলৈ ধৰিলে। এনে অৱস্থাত মেখনাতে ৰাক্ষস সেনাবিলাকক ৰথ চলাবলৈ নিৰ্দেশ দি নিজে মেঘৰ আঁৰৰ পৰা তুমুল যুদ্ধ কৰিবলৈ ধৰিলে। ১১০৩||

তেওঁ বান্দৰ সৈন্যবিলাকক এফালৰ পৰা কাটি মাৰি শেষ কৰি দিবলৈ আদেশ দিলে। ৰাক্ষস বিলাকে আদেশ পাই হাতত ঢাল, তৰোৱাল, যাঠি, জোং লৈ বান্দৰবিলাকক আক্ৰমণ কৰিবলৈ ধৰিলে।বান্দৰ সেনা আৰু ৰাক্ষস সেনাৰ মাজত এনেদৰে তুমুল সংগ্ৰাম হ'ল যাৰ পৰিণাম স্বৰূপে দুয়ো দলৰে তেজৰ নদী ববলৈ ধৰিলে। মেখনাতে মেঘৰ আঁৰৰ পৰা গৈ পূবফালে আশ্ৰয় ল'লে। ১১০৪||

এইদৰে মেখনাতে মেঘৰ আঁৰৰ পৰা গৈ এনেদৰে তীক্ষ্ণবাণ নিক্ষেপ কৰিবলৈ ধৰিলে যে তাৰ প্ৰভাৱত অগণন সৈন্যই প্ৰাণ এৰিব লগাত পৰিল। মেখনাতে এইবাৰ গৈ দক্ষিণ দ্বাৰৰ পৰা বাণ নিক্ষেপ কৰিবলৈ ধৰিলে। কিন্তু দক্ষিণ দ্বাৰত যুৱৰাজ আঙ্কাতা যুদ্ধৰ কাৰণে প্ৰস্তুত হৈ আছিল। মেখনাতক দেখি যুৱৰাজ আঙ্কাতাই মাত লগালে- হেৰ' মূৰ্খ মেখনাত, চোৰৰ দৰে মেঘৰ আঁৰৰ পৰা যুদ্ধ কৰিবলৈ আহিছ, তোৰ লাজ লগা নাই ? যদি একান্তই তই ৰাক্ষস পুৰুষ হব তেন্তে সম্মুখ সমৰত অৱতীৰ্ণ হ। ১১০৫||

এইবাৰ তোক যমলোক দৰ্শন কৰাব পাৰোনে নোৱাৰো চাই ল। যুৱৰাজ আঙ্কাতাৰ কথালৈ কৰ্ণপাত নকৰি মেখনাতে অবিৰাম বাণ বৰিষণ কৰি অসংখ্য বান্দৰ সেনা নিপাট কৰিলে। তাৰ পাছত তেওঁ উত্তৰ দিশলৈ গ'ল। উত্তৰ দিশৰ পৰা দুই লাখতকৈ অধিক বান্দৰ সেনা নিধন কৰি দক্ষিণ দিশলৈ বুলি বাওনা হ'ল। তেওঁ বীৰ বান্দৰ বিলাক আৰু লামাণ্ড তথা লাখানাকো বিষাক্ত বাণ প্ৰহাৰ কৰি মূৰ্চ্ছিত কৰি পেলালে। ১১০৬||

যেতিয়া সন্ধ্যা হৈ আহিল তেতিয়া মেখনাতে ভাবিলে- অসংখ্য বান্দৰ সেনা নিধন কৰা হ'ল যেতিয়া আজিলৈ যুদ্ধ ইয়ানতে সামৰণি মৰা যাওঁক। মৰি পৰি থকা বান্দৰ বিলাকক কাটি কুটি থবিকাত দি ৰাক্ষস বিলাকক পেট পুৰাই খাবলৈ ভোজন দিয়া হওঁক। ১১০৭||

এইবুলি মেখনাতে ৰাক্ষসসেনাবিলাকৰ সৈতে জয়ধ্বনি কৰি নগৰৰ অভিমুখে শোভাযাত্ৰা কৰি যাবলৈ ধৰিলে। ৰাজ্যত গৈ তেওঁ পিতাক চিপহৌলাক্কাক ক'লে- আজি মই বান্দৰ সেনা সকলোকে শেষ কৰি আহিলো। ১১০৮||

আনহে নালাগে লামাণ্ড আৰু লাখানাকো মাৰি ধৰাশায়ী কৰি থৈ আহিছো। মেখনাতে

বীৰদৰ্পে পিতাকৰ আগত নিজ বীৰত্বৰ কথা দাঙি ধৰাত বাপেকে বৰ সন্তোষ প্ৰকাশ কৰিলে। মেঘনাত আৰু বীৰ ৰাক্ষস সকলক ৰাজ ভড়ালৰ বহুমূলীয়া পুৰস্কাৰ প্ৰদান কৰি সম্মানিত কৰা হ'ল। ১১০৯॥

ইফালে ৰণভূমিৰ লামাঙ আৰু লাখানাকে মূখ্য কৰি সুবালিকা (সুগ্ৰীৱ), নালা(নল), নীলা (নীল), কামুক্তা, কণ্ঠমা, কামযুক্তা, ছুলাকা, কোপাখা, সুষেণ (সুষেন), মহেন্দ্ৰ, দেবেন্দ্ৰ আদি বীৰ বান্দৰবিলাক ৰণত মেঘনাতৰ বাণত মূৰ্চ্ছিত হৈ পৰি থাকিল। ১১১০॥

ইফালে মেঘনাতৰ অমোঘ শক্তিৰ আগত কোটি কোটি বান্দৰ সেনাই প্ৰাণ এৰিলে আৰু বাকী পৰাজিত বীৰ বান্দৰ বিলাক অচেতন হৈ পৰি থাকিল। ৰণভূমিত বান্দৰ সেনাবিলাক বালিৰ দ'মৰ দৰে দ'ম বান্ধি পৰি থাকিল। কেৱল আনুমাম আৰু পিকিছানা হে বাচি থাকিল। এওঁবিলাক এইকাৰণেই বাচি থাকিল পূৰ্বে ব্ৰহ্মাই এওঁবিলাকক বৰ প্ৰদান কৰা আছিল যে কোনো অস্ত্ৰ শস্ত্ৰই এওঁবিলাকক আঘাত কৰিব বা মন্ত্ৰৰ দ্বাৰা অভিভূত কৰিব নোৱাৰে। ১১১১॥

## ॥ হনুমানৰ গন্ধমাদনৰ পৰা ঔষধ আনয়ন।।

এনে পৰিস্থিতিত পিকিছানা আৰু আনুমামে গৈ বৈদ্য চাম্পুমাম (জাম্ববান) ক নিবেদন কৰিলে যে আপুনি বেজালি কামত সুনিপুন। গতিকে আপুনি ৰুকণা নকৰিলে অগণন সেনা নিপাত হ'ব। তদুপৰি লামাঙ আৰু লাখানাও মৃত্যুৰ মুখত পৰিব। পিকিছানাৰ অনুৰোধত চাম্পুমামে ক'লে- মেঘনাতৰ তীব্ৰ বিষাক্ত বাণৰ প্ৰহাৰত ময়ো অলৰ অচৰ হৈ চকু মেলিব নোৱাৰাত পৰিছো। ১১১২॥

আপুনি বীৰ আনুমামক মোৰ ওচৰলৈ মাতি দিয়ক। চাম্পুমামৰ পৰামৰ্শমতে পিকিছানাই আনুমামক হাত বাউল দি মাতিলে। ১১১৩॥

আনুমাম উপস্থিত হোৱাত চাম্পুমামে ক'লে- লিখ্যামুক পৰ্বতৰ সিপাৰে এৌলা পৰ্বত। তাতে চাহামপাতি ব্ৰহ্মাই সৃষ্টিৰ আদি পাতনিতে চাৰিবিধ ঔষধ ৰোপণ কৰি গৈছিল। তাতেই মৃতসঞ্জীৱনী ঔষধ আছে। চাৰিবিধ ঔষধ-পিছোকৰণী, মান্দিতাব্দন, চোলোলী, চুপন কোলোলী হল আমিলিনী। ১১১৪॥

তুমি সেই পৰ্বতৰ পৰা সেই চাৰিবিধ ঔষধ লৈ আহাগৈ। সাৱধান, ঔষধ আনোতে যাতে ৰাতি নুপুৱাই। ৰাতি পুৱালে আমি সকলোৱেই মৰিম। যোজ কাটি গলে ১২ (বাৰ) বছৰ লাগিব। তুমি অতি সোনকালে ঘূৰি আহিবা। ১১১৫॥

চাম্পুমামৰ পৰামৰ্শমতে আনুমামে চকুৰ পচাৰতে আকাশ মাৰ্গলৈ জাপ মাৰিলে। তেওঁ বায়ুবেগে গৈ মৃত সঞ্জীৱনী ঔষধ থকা পৰ্বতত উপস্থিত হ'ল। আনুমামে ঔষধ চিনি নোপোৱাত মহা

বিপাঙত পৰিল। ১১১৬॥

কোনো উপায় নাপাই আনুমামে সেই পৰ্বতত বাস কৰা দেৱ দেৱী সকলক প্ৰাৰ্থনা কৰিবলৈ ধৰিলে- মই বোধিসত্ত্ব লামাঙৰ একান্ত ভক্ত। মই তেওঁৰ নিমিত্তেই এই পৰ্বতত দৰৱ বিচাৰি আহিছো। লঙ্কাধিপতি চিপহৌলাঙ্কাই লামাঙৰ পত্নী নাংসীতাক হৰণ কৰি নি লঙ্কাত ৰাখিছে। প্ৰভু লামাঙে এতিয়া চিপহৌলাঙ্কাৰ ৰাক্ষস সৈন্যৰ লগত অবিৰাম যুদ্ধ কৰি আছে। ১১১৭॥

ৰণভূমিত এতিয়া ৰাক্ষসৰ বিষাক্ত বাণৰ প্ৰহাৰত তেওঁবিলাক মূৰ্চ্ছা গৈ আছে। সুখালিকা নালা, নীলা আদি বীৰ বান্দৰ আৰু লামাঙ তথা লাখানাও অচেতন হৈ পৰি আছে। তেওঁ বিলাকৰ আৰোগ্যৰ নিমিত্তে চাম্পুমামে মোক এই পৰ্বতৰ পৰা দৰৱ নিবলৈ পঠাইছে। ১১১৮॥

তোমালোকে দয়া কৰি মোক ঔষধ তুলি দি অতি সোনকালেতেওঁবিলাকৰ ওচৰলৈ বিদায় দিয়া। আনুমামে গোটেই পৰ্বতটো ঔষধ বিচাৰি চলাথ কৰিলে। কিন্তু ক'তো দৰৱৰ সন্ধান নাপাই অত্যন্ত ক্ৰোধত তেওঁ জ্বলি পকি উঠিল। কোনো উপায় নাপাই অৱশেষত পৰ্বতটোকে খণ্ড বিখণ্ড কৰি উঠাই লৈ যোৱাৰ সিদ্ধান্ত কৰিলে। আনুমামে শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰি পৰ্বতটো জোকাৰিবলৈ ধৰিলে। জোকাৰত গছ গছনি তথা জীৱ জন্তু বিলাকৰ চিঞৰ বাখৰত পৰ্বতৰাজে ঋষিৰ বেশেৰে আহি আনুমামৰ ওচৰত থিয় হৈ ক'লে- এই পৰ্বতটো খহোৱাৰ তোমাৰ উদ্দেশ্য কি ? ১১১৯॥

ঋষিৰ প্ৰশ্নৰ উত্তৰত আনুমামে ক'লে- এই পৰ্বতটো দাঙি সাগৰৰ পাৰলৈ লৈ যাম। কাৰণ সাগৰৰ তীৰত লামাঙ আৰু লাখানা তথা অসংখ্য বান্দৰ সেনা যুদ্ধ কৰি মূৰ্চ্ছিত হৈ পৰি আছে। এই পৰ্বতত ঔষধৰ বৃক্ষ আছে। গতিকে পৰ্বতটোকে দাঙি নিয়াৰ মানস কৰিছো। ১১২০॥

আনুমামৰ কথাত ঋষিয়ে ক'লে- তুমি পৰ্বতটো উঠাই নিব নালাগে। মই তোমাৰ আৱশ্যকীয় দৰৱ দেখুৱাই দিম। আনুমামৰ অটল পৰাক্ৰমত বশীভূত হোৱা পৰ্বতৰাজ ঋষিয়ে কাল বিলম্ব নকৰি আনুমামক ঔষধৰ গছ দেখুৱাই দিলে। আনুমামেও ঔষধ পাই সময় নষ্ট নকৰি বায়ুবেগে গৈ লামাঙ আৰু লাখানাৰ কাষ পালেগৈ। এইদৰে আনুমামে অচেতন হৈ পৰি থকা লামাঙ আৰু লাখানা তথা সেনাবিলাকৰ গাত ঔষধ সানি দি বিছনিৰে বা দিয়াত সকলোটি উঠি বহিল। ১১২১॥

ৰণক্ষেত্ৰত লামাঙৰ বিমানবিলাক সৈন্য সামন্ত অচেতন হৈ পৰিছিল সেই সকলোৱেই লামাঙৰ মহিমামণ্ডিত অপাৰ শক্তিৰ প্ৰভাৱত প্ৰাণ পাই উঠিল। কোনো সৈন্যৰ হানি বিঘিনি হোৱা নাছিল। সৈন্যবিলাকে প্ৰাণ পাই উঠি পুনৰ আনন্দত কিৰিলি পাৰিবলৈ ধৰিলে। ৰাতি পুৱাৰ লগে লগে কোলাহল শুনি চিপহৌলাঙ্কাই ভাবিলে যে লামাঙ আৰু লাখানাৰ মৃত্যু হোৱা নাই। ১১২২॥

*চিপহৌলাঙ্কাৰ বাঙে গৈ দুৱৰ চুলিৰ আগ পালেগৈ। ততালিকে ৰাক্ষস বিলাকক আদেশ*

দিলে তহঁতে দুৱাৰত ডাং মাৰি লগাই বাহিৰত পহৰা দি থাকহ'ক। চিপহৌলাঙ্কাই মনে মনে গুণা গঁথা কৰিবলৈ ধৰিলে। আমাৰ সৈন্য মৰিলে পুনৰ ঘূৰি নাহে। কিন্তু লামাঙৰ সৈন্য মৰিলে পুনৰ প্ৰাণ পাই জপিয়াই উঠে। চিপহৌলাঙ্কাই ৰাক্ষসসেনাবিলাকক সাৱধানে পহৰা দি থাকিবলৈ ক'লে। ১১২৩॥

বান্দৰ সেনাৰ অধিপতি সুখালিকাই প্ৰাণ পাই উঠি ক'লে- হে প্ৰভু ! লামাঙ ! আজি চাৰি পাঁচ দিনে ৰাক্ষসবিলাকে শিবিৰৰ বাহিৰ হোৱা নাই। সকলো ৰাক্ষসে দুৱাৰত ডাং লগাই ভিতৰ সোমাই আছে। ১১২৪॥

## ॥ ৰাক্ষস শিবিৰত অগ্নিসংযোগ ॥

সুখালিকাৰ কথাত লামাঙে চাম্পুমামক মাতি আনি ইয়াৰ ৰহস্যনো কি গণনা কৰি চাবলৈ ক'লে। লামাঙে ক'লে-ৰাক্ষসবিলাক যুদ্ধক্ষেত্ৰলৈ কিয় অহা নাই ? আজি চাৰি পাঁচদিনে দুৱাৰত দুৱাৰ দাং লগাই ৰাক্ষসৰ লগত চিপহৌলাঙ্কাই কি মন্ত্ৰণা কৰি আছে তাৰহে ৰহস্য বুজিব পৰা নাই। গতিকে তোমাৰ জ্যোতিষী প্ৰতিভাৱে ভালদৰে মঙ্গলখন চোৱাচোন। লামাঙৰ কথা শুনি চাম্পুমামে ক'লে-প্ৰভু ! আপুনি আমাৰ বান্দৰ সেনাবিলাকক আদেশ দিয়ক যাতে সিবিলাকে গৈ ৰাক্ষসৰ ঘৰ বিলাকত অগ্নি সংযোগ কৰে। তেতিয়া সিহঁতে অনায়াসে বাহিৰলৈ ওলাই আহিব। চাম্পুমামৰ পৰামৰ্শমতে লামাঙে বান্দৰ সেনাবিলাকক আদেশ দিলে। বান্দৰ বিলাকেও কাল বিলম্ব নকৰি ৰাক্ষসৰ শিবিৰ বিলাকত জপিয়াই পৰিল আৰু অগ্নিসংযোগ কৰিলে। ১১২৫॥

অগ্নিসংযোগ কৰি দিয়াৰ ফলস্বৰূপে ৰাক্ষস বিলাকৰ ঘৰ দুৱাৰ বিলাক পুৰি ভস্ম হ'ল। জ্বলন্ত অগ্নিৰ সম্মুখত ৰাক্ষস বিলাকে তিষ্ঠিব নোৱাৰি যেনি তেনি পলাবলৈ ধৰিলে। কিছুমান ৰাক্ষস অগ্নিত পৰি জাহ গ'ল। কিছুমান পুখুৰীত জাপ দি আৰু কিছুমান অগ্নিদগ্ধহৈ মৰিল। ১১২৬॥

কিছুমান ৰাক্ষসক বাটত ধৰি বান্দৰ বিলাকে মাৰধৰ কৰিলে, কিছুমানক হত্যা কৰিলে। কিমান ৰাক্ষস মৰিল তাৰ সীমা নাই। আনুমানে হাতত এজুৰা জোৰলৈ ৰাক্ষসবিলাকৰ মূৰে গায়ে জুই লগাবলৈ ধৰিলে। মুঠতে পুখুৰীত আৰু জুইত জাপদি মৰা ৰাক্ষসৰ সংখ্যা অগণন। ১১২৭॥

অগ্নিসংযোগৰ ফলত ত্ৰিশকোটিৰো অধিক ৰাক্ষসে প্ৰচণ্ড অগ্নিত দগ্ধ হৈ মৃত্যু বৰণ কৰিলে। সেই প্ৰচণ্ড অগ্নিত লঙ্কা মহানগৰীৰ অসংখ্য হাতী, ঘোঁৰা, ৰথ, ঘৰ দুৱাৰ পুৰি একেবাৰে ভস্মীভূত হ'ল। জুইৰ ফিৰিঙতি বিলাক আকাশৰ ফালে চাৰিহ যোজন পৰিমাণ ধুলজাৰিৰ দৰে ব'ৰ ধৰিছিল। ৰাক্ষসৰ মাজত হাহাকাৰ লাগিল। ১১২৮॥

যুৱৰাজ আক্ৰাতাই বান্দৰ সেনাবিলাকক আদেশ দিলে- তোমালোক প্ৰত্যেকেই দুৱাৰ মুখে মুখে পহৰা দি থাকিবাহঁক। ৰাক্ষসবিলাক তোমালোকৰ ওচৰলৈ আহিলে সিহঁতৰ গাত জুই লগাই

দিবাইঁক। এইদৰে বান্দৰবিলাকে ৰাক্ষসৰ ঘৰে ঘৰে পহৰা দিয়েই থাকিল। ১১২৯॥

## ॥ কুম্ভ নিকুম্ভৰ ৰণ যাত্ৰা আৰু মৃত্যুবৰণ॥

এনে পৰিস্থিতিত লঙ্কাধিপতি চিপহৌলাঙ্কাই ৰাক্ষসবিলাকক আদেশ দিলে- তইঁতে গৈ বান্দৰবিলাক ধৰি ধৰি খাই পেলাইঁক। তেওঁ কুম্ভ নিকুম্ভ নামেৰে সেনাপতি দুজনক আদেশ দিলে - তোমালোকে বান্দৰ সেনা বিলাকক সমূলঞ্চে ধ্বংস কৰি আহাইঁক। ১১৩০॥

চিপহৌলাঙ্কাৰ আদেশানুসাৰে কুম্ভ নিকুম্ভই কোটি কোটি সৈন্য সামন্ত লৈ বান্দৰবিলাকক আক্ৰমণ কৰিবৰ কাৰণে আগবাঢ়িল। তেওঁলোক দুই ককাই ভাইয়ে পশ্চিম দুৱাৰেদি পাৰহৈ গৈ বান্দৰ সেনাক আক্ৰমণ কৰিলে। কুম্ভ নিকুম্ভ দুই ককাই ভাই কুম্ভকৰ্ণৰ পুতেক আছিল। ১১৩১॥

ৰাক্ষস সেনাবিলাকে হাতত তৰোৱাল আৰু প্ৰকাণ্ড গদালৈ বান্দৰবিলাকক প্ৰচণ্ডভাৱে আক্ৰমণ কৰিবলৈ ধৰিলে। ধনুৰ শৰত আৰু মাৰধৰৰ কোবত বহুত বান্দৰ সেনাই প্ৰাণ এৰিলে। বান্দৰ বিলাকেও শিল, পাথৰ আদিৰে ৰাক্ষসবিলাকক আক্ৰমণ কৰিবলৈ ধৰিলে। এইদৰে ৰাক্ষসৰ সৈন্যৰ মৃত্যুৰ সংখ্যাও অধিক হ'ল। মুঠৰ ওপৰত দুয়োপক্ষৰ মাজত তুমুল সংগ্ৰাম হ'বলৈ ধৰিলে। ১১৩২॥

যুদ্ধভূমি বৃষ্টিপাত আৰু ধুমুহা বতাহৰ কোবত ধূৱলি কুঁৱলী হ'ল। দুয়োপক্ষৰ হতাহতি, যুদ্ধ আৰু সংঘৰ্ষৰ ফলত তেজৰ নদী বৈ গৈছিল। ১১৩৩॥

যুৱৰাজ আঙ্কাতা আৰু থুমালা ছামপাতিয়ে ত্ৰিশযোজন প্ৰমাণ শিলাখণ্ড নিক্ষেপ কৰি কুম্ভ নিকুম্ভৰ অৱস্থা একেবাৰে কাহিল কৰি তুলিলে। সেনাপতি ৰাক্ষসদুজনেও ধনুৰ বাণ মাৰি বান্দৰ সেনাক ছেদেলি ভেদেলি কৰি দিলে। তেতিয়া লামাঙে ৰাক্ষস বিলাকক খেদি পঠাবৰ কাৰণে বান্দৰ সেনাসকলক আদেশ দিলে। ১১৩৪॥

লামাঙে কামুক্তা, কোপাখা, ছুখেন বীৰক ক'লে- তোমালোকে ৰাক্ষসবিলাক মৰিয়াই সীমান্তৰ বাহিৰ কৰি দিয়া। গছ উভালি লৈ তাৰে প্ৰহাৰ কৰি আৰু শিলাখণ্ড দলিয়াই ৰাক্ষসবিলাকক হটাব পৰা নাছিল। ৰাক্ষসৰ উৎপাত সহিব নোৱাৰি সুখালিকা ৰাক্ষসৰ ৰথৰ ওপৰত জঁপিয়াই পৰিল। তেওঁ ৰাক্ষসবিলাকক তীব্ৰ ভাবাবে ক'বলৈ ধৰিলে। ১১৩৫॥

এইবাৰ তইঁতৰ কোনোপধ্যে ৰক্ষা নহ'ব। ৰাক্ষস বীৰ সকলেও প্ৰত্যুত্তৰত ক'লে- এইবাৰ ৰাক দেখা যাব, তোমালোকে কি উপায়েৰে আমাক নিহত কৰিবলৈ আহিছা? এইবুলি কুম্ভ নিকুম্ভই অবিৰাম বাণ বৰিষণ কৰিবলৈ ধৰিলে। তাকে দেখি সুখালিকাই ক'লে- [illegible] অধম ৰাক্ষসইঁত! তইঁতৰ চাৰিটা বাণেৰে আহি প্ৰাণ বিসৰ্জন দি গ'ল। এতিয়া তইঁতৰ পাল পৰিছে। এইবুলি কৈয়েই সুখালিকা সিহঁতৰ ওপৰত জঁপিয়াই পৰিল। আৰু সিহঁতৰ ধনুৰ তথা [illegible] বিলাক কাটি

ল'লে। ১১৩৬॥

সুখালিকাই ক'লে- হেৰ' পাষণ্ড ৰাক্ষসইঁত ! তইঁতে গম নাপাবনে কি যে তইঁতৰ বাপেৰ কুমফানখাঁই আমাৰ হাততেই প্ৰাণ এৰিলে। বাকী তইঁতৰ ধনু কাঁড় মোৰ হাততেই আছে বুলি সিইঁতৰ ওপৰত জপিয়াই পৰিল আৰু কুম্ভ নিকুম্ভৰ ওপৰত অত্যাচাৰ চলাব ধৰিলে। ১১৩৭॥

কুম্ভৰ মৃত্যুৰ পিছত নিকুম্ভই বান্দৰৰ ওপৰত জপিয়াই পৰিল। সুখালিকা আৰু নিকুম্ভৰ মাজত অবিৰাম যুদ্ধ কৰি সুখালিকা ভাগৰি পৰিছিল হেতুকে আনুমামে নিকুম্ভক আক্ৰমণ কৰিলে। ১১৩৮॥

নিকুম্ভই গদাৰে আনুমামক প্ৰহাৰ কৰিলে। গদাৰ কোবত আনুমাম অচেতন হৈ পৰিল। তাৰ পাছত নিকুম্ভ নগৰলৈ গুচি গ'ল। ১১৩৯॥

আনুমামৰ অৱস্থা দেখি ৰাক্ষস বিলাকে খিল খিল কৰি হাঁহিবলৈ ধৰিলে। আনুমাম লাহে লাহে সুস্থ হৈ আহিবলৈ ধৰিলে। চকুৰ পচাৰতে তেওঁ দাঁত কামুৰি নিকুম্ভৰ মূৰটো ছিঙি পেলালে। আৰু জাপ মাৰি গৈ লামাঙক এই খবৰ দিলেগৈ। ১১৪০॥

ইফালে লঙ্কাধিপতি চিপহৌলাঙ্কা পুত্ৰৰ বিয়োগত শোকাভিভূত হৈ পৰিল। ১১৪১॥

## ॥ তৰণী সেনক যুদ্ধলৈ প্ৰেৰণ ॥

চিপহৌলাঙ্কাৰ হাত সুদা হৈ গ'ল। কাৰণ তেওঁৰ যিমান বিলাক সাহসী বীৰ আছিল সেই সকলোৱেই যুদ্ধ ক্ষেত্ৰত প্ৰাণ বিসৰ্জন দিলে। অৱশেষত ৰাক্ষস ৰাজে ন কৈ পিফিছানাৰ পুত্ৰ তৰণী সেনক মাতি আনি যুদ্ধ কৰিবলৈ ক'লে। ১১৪২॥

আমাৰ দেশৰ প্ৰায়বিলাক মহাবীৰে যুদ্ধত প্ৰাণ বিসৰ্জন দিলে। তোমাৰ পিতাৰাই মোৰ ওপৰত খং ৰাগ কৰি শত্ৰু পক্ষৰ লগত হাত মিলাই শত্ৰুৰ আশ্ৰয় প্ৰাৰ্থী হৈ আছে। তুমি এতিয়া শত্ৰু পক্ষৰ লগত যুদ্ধ কৰি ৰাজ্যৰ মান সম্মান তথা গৌৰৱ অক্ষুন্ন ৰাখিব লাগিব। ৰজাৰ আদেশ পাই তৰণী সেন যুদ্ধৰ বেশেৰে মাকৰ ওচৰত বিদায় ল'বলৈ গ'ল। ১১৪৩॥

তৰণী সেনে মাকক গৈ ক'লে- মোক ৰজাই যুদ্ধৰ নিমিত্তে পঠাইছে। গতিকে আপুনি আৰ্শীবাদ প্ৰদান কৰি আনন্দ মনেৰে মোক বিদায় দিয়ক। মাকে ক'লে-বোপা এটা কথা, লামাঙৰ বিপক্ষে তুমি যুদ্ধ কৰা উচিত নহ'ব। ১১৪৪॥

কাৰণ তোমাৰ পিতাৰাই ৰজাৰ লগত মনোমালিন্য ঘটাৰ কাৰণে ৰাজ্য ত্যাগ কৰি লামাঙৰ আশ্ৰয় লৈছে। লামাঙ সাধাৰণ মনুষ্য নহয়। তেওঁ স্বৰ্গৰ বোধিসত্ত্ব। তেওঁ নৰৰূপে আহি অযুধ্যাৰ তাতচাৰাথাৰ ঘৰত জন্ম গ্ৰহণ কৰিছে। মাকৰ কথা শুনি তৰণী সেনে ক'লে- আই ! ৰজাৰ আদেশ অমান্য কৰাটো উচিত নহয়। যদি মোৰ মৃত্যু লামাঙৰ হাতত আছে তেন্তে মোৰ আত্মাই স্বৰ্গত চিৰ

শান্তি লাভ কৰিব। ১১৪৫॥

## অধ্যায়- ২৩

তৰণীসেনে সৈন্য সামন্ত সহিত যুদ্ধ ক্ষেত্ৰলৈ ওলাল। সৈন্যবিলাকে ঢাল, তৰোৱাল, যাঠিলৈ বাদ্যযন্ত্ৰ বজাই যাবলৈ ধৰিলে।১১৪৬॥

তৰণীসেনে লামাওৰ নাম লিখি ৰথৰ আগত আঁৰি ল'লে। পোচাকত নাম লিখি ল'লে আৰু ধীৰে ধীৰে ৰামনামী পতাকা উৰুৱাই যাবলৈ ধৰিলে। ১১৪৭॥

ৰথ লাহে লাহে লামাওৰ শিবিৰৰ ফালে আগবাঢ়িল। ৰাক্ষসৰ ৰথত লামাওৰ নাম লিখা পতাকাখন দেখি নালা বান্দৰ হুংকাৰি উঠিল -এতিয়া তুমি ৰামনামী পতাকা দেখুৱাই কোনো লাভ নাই। এতিয়া লামাওৰ হাতত তোমাৰ প্ৰাণ বায়ু উৰি যাব। এই বুলি নীলা বান্দৰে সেনাবিলাকক ৰাক্ষসক আক্ৰমণ কৰিবলৈ আদেশ দিলে। ১১৪৮॥

বান্দৰ সেনাবিলাকে কাল বিলম্ব নকৰি ৰাক্ষস সেনাৰ ওপৰত জপিয়াই পৰিল। কিন্তু তৰণী সেনৰ অমোঘ বাণৰ প্ৰহাৰত তিষ্ঠিব নোৱাৰি যেনি তেনি পলাই পত্ৰং দিবলৈ ধৰিলে। তৰণী সেনৰ বল বিক্ৰম দেখি লামাওে পিফিছানাক সুধিলে- এইজনতো কম বীৰ নহয়। এওঁ বাৰু কোন? পিফিছানাই তেতিয়া ক' লে- তেওঁৰ নাম তৰণী সেন। তেঁৱো ৰাজকুলৰে পুত্ৰ। ১১৪৯॥

পিফিছানা আৰু লামাওৰ কথোপকথনত তৰণীসেনে ভাবিলে- লামাওে তেওঁক বধ নকৰিবনে কি ? যদি লামাওে বধ নকৰে তেন্তে ৰাজ্যৰ ফালে ঘূৰি যাব লাগিব। এই বুলি তৰণীসেনে লামাওৰ ফালে ৰথ চলাই যাবলৈ ধৰিলে। নীলা বান্দৰে তৰণীক বাট আগচি ধৰি ক'লে-অধম ৰাক্ষস ! তুমি আমাৰ প্ৰভু লামাওলৈ তিলমাত্ৰও ভয় কৰা নাই। ইমানেই তোমাৰ অহংকাৰ, এইবাৰ তোমাৰ কোনোমতেই নিস্তাৰ নহ'ব। ১১৫০॥

লামাওে মনে মনে খিৰাং কৰিলে এওঁ নিশ্চয় পিফিছানাৰে পুত্ৰ হ'ব। বান্দৰ বিলাকে তৰণী সেনক ইতিকিং কৰি ক'লে- লামাওৰ ভয়ত লামাওৰ নাম তোমাৰ ৰথত আৰু পোচাকত লিখি চতুৰালি কৰিছা। ১১৫১॥

বান্দৰ বিলাকে গছ উভালি লৈ তৰণীক প্ৰচণ্ড আঘাত কৰিবলৈ ধৰিলে। কিন্তু তৰণীয়ে তীক্ষ্ণবাণ নিক্ষেপ কৰি নীলাক মূৰ্চ্ছিত কৰি পেলালে। নীলাৰ অৱস্থা দেখি আনুমানে তৰণীৰ ৰথখন জোকাৰিবলৈ ধৰিলে। কিন্তু তৰণীয়ে লোহাৰ গদাৰে আনুমান আৰু যুৱৰাজ আকাতাকো তৰণীয়ে গদাৰে প্ৰহাৰ কৰি ওকৰাই পেলালে। মুঠতে মহান বীৰ বান্দৰ বিলাকক তৰণীয়ে অচেতন কৰি পেলালে। তেতিয়া লাবানাই বাণ প্ৰহাৰ কৰিলে। কিন্তু তৰণীয়ে লাবানাৰ বাণ কাটি খণ্ড বিখণ্ড কৰি পেলালে। তৰণী আৰু লাবানাৰ মাজত এনে সংঘৰ্ষ হ'ল যে কোনেও কাকো হটাব পৰা নাই।

১১৫৩||

লামাঙে তেতিয়া ক'লে- মই ভাবিছিলো তৰণীয়ে মোৰ প্ৰতি ভয় ৰাখি সন্মান ৰাখি কাম কৰিব। কিন্তু মোৰ প্ৰতি তেওঁ অলপো কেৰেপকে কৰা নাই। তেওঁ মোৰ প্ৰতি শ্ৰদ্ধা ভক্তি ৰখা হ'লেতো মোলৈ কেতিয়াও বাণ প্ৰহাৰ নকৰিলেহেঁতেন। পিফিছানাই ক'লে-যদি তেওঁক মৰাত পলম কৰে তেন্তে কাৰ্য্যত সিদ্ধি লাভ কৰা টান হ'ব। ১১৫৪||

কাৰণ তৰণী সেনৰ হাতত ব্ৰহ্ম অস্ত্ৰ আছে। গতিকে তৰণী সেনক নিধন কৰিব নোৱাৰিলে পৰিস্থিতি বিষম হ'ব। তৰণী সেনক ব্ৰহ্ম অস্ত্ৰ প্ৰহাৰ কৰিহে মাৰিব পৰা হ'ব। পিফিছানাৰ পৰামৰ্শমতে লামাঙে ব্ৰহ্ম অস্ত্ৰ প্ৰহাৰ কৰি তৰণী সেনক বধ কৰিলে। ১১৫৫||

তৰণীৰ মৃত্যুত পিফিছানাই মৰাশটোৰ ওপৰত পৰি হুৰাওৰাৰে কান্দিবলৈ ধৰিলে। এনে আচৰিত শোকাবহ পৰিস্থিতি দেখি লামাঙে পিফিছানাক সুধিলে- তুমি তৰণীৰ মৃত্যুত কিয় শোক কৰিব লগাত পৰিল। ইয়াৰ নিশ্চয় কিবা ৰহস্য আছে। পিফিছানাই তেতিয়া ক'লে- হে প্ৰভু! এইটো মোৰ অতি আদৰৰ আৰু মৰমৰ পুত্ৰ। ১১৫৬||

লামাঙে ক'লে-এইটো বৰ ডাঙৰ কথা হ'ল। তুমি মোক আগতে কিয় নকলা ? তোমাৰ পুত্ৰ বুলি জনা হ'লেতো মই তৰণীক কেতিয়াও বধ নকৰিলোহেঁতেন। পিফিছানাই প্ৰত্যুত্তৰত ক'লে- ক্ষত্ৰিয় হ'লে ক্ষত্ৰিয় ধৰ্ম্ম ৰক্ষা কৰিবই লাগিব। ১১৫৭||

এনে শোকাবহ পৰিস্থিতিত লামাঙ, লাখানা আৰু বান্দৰ সেনাবিলাকে পিফিছানাক তৰণীৰ মৃত্যুত সান্ত্বনা দিবলৈ ধৰিলে। আৰু তৰণীৰ আত্মাৰসদগতি কামনা কৰিলে। ইফালে ৰাক্ষস সেনাই গৈ চিপহৌক তৰণীৰ মৃত্যুৰ বাতৰি দিয়াত শোকত বিহ্বল হ'ল। ১১৫৮||

এটা দুটা কৰি মোৰ সকলো বিলাক পুত্ৰই যুদ্ধক্ষেত্ৰত প্ৰাণ ত্যাগ কৰিলে। মহা মহা বীৰ ৰাক্ষস বিলাকো যুদ্ধলৈ গৈ পুনৰ ঘূৰি নাহে এই বুলি উচ্চস্বৰে কান্দি কান্দি ৰাক্ষস ৰাজ ব্যাকুল হৈ পৰিল। ১১৫৯||

চিপহৌলাফাই আক্ষেপ কৰি ক'লে- লামাঙৰ সেনা যুদ্ধ ক্ষেত্ৰত মৰিলেও পুনৰ জীৱিত হৈ উঠে। কিন্তু মোৰ সেনা বিলাক মৰিলে আৰু জীৱিত হৈ নুঠে।এই বুলি ৰাক্ষসৰাজে বিলাপ কৰিবলৈ ধৰিলে। ১১৬০||

চিপহৌলাফাৰ বিলাপৰ ধ্বনিয়ে ৰাজভৱনত খলকনি লগালে। বিলাপত এটাই মাত্ৰ ধ্বনি, সেয়া হ'ল "মোৰ পৰাক্ৰমী বীৰ পুত্ৰ আৰু বীৰ সেনাবিলাক ৰণভূমিৰ পৰা পুনৰ ঘূৰি নাহে।" চিপহৌলাফাৰ কান্দোনত পুতেক মেঘনাতে স্থিৰেৰে থাকিব নোৱাৰি ক'লে- পিতা ! আপুনি ইমান ক্ৰন্দন কিয় কৰিছে ? মোৰ নিচিনা বীৰ পুত্ৰ থাকোতে আপুনি কি নিমিত্তে চিন্তা

কৰিছে। আপুনি এই বিষয়ে তিলমাত্রও চিন্তা নকৰিব। ১১৬১॥

পুতেকৰ সাহসপূৰ্ণ কথাত চিপহৌলাঙ্কাই কিছু সান্ত্বনা লাভ কৰিলে। বোপা! তুমি মেঘৰ আঁৰৰ পৰা সকলো বান্দৰ সেনা নিধন কৰিবা। প্ৰথমতে আনুমামক বধ কৰিবা। ১১৬২॥

কাৰণ বান্দৰ সেনাবিলাক মৰাৰ লগে লগে আনুমামে ঔষধ আনি সেনাবিলাকক পুনৰ জীয়াই তোলে। আমাৰ সৈন্য মৰিলে জী উঠাৰ প্ৰশ্নই নুঠে। কিন্তু বান্দৰ সেনাৰ ক্ষেত্ৰত ওলোটা। গতিকে আনুমামক বধ কৰিব পাৰিলে বাকী বান্দৰ অনায়েসে ঘৰমুৱা হ'ব। ১১৬৩॥

## অধ্যায়-২৪

## ॥ মায়া নিৰ্মিত সীতাৰ শিৰচ্ছেদ॥

চিপহৌলাঙ্কাৰ অনুমতি পাই মেখনাতে ৰাজসভাত গৈ চিন্তাভাৱনাত নিমগ্ন হ'ল। কি উপায়েৰে গৈ বান্দৰ সেনা বিলাকক সমুলঞ্চে নিধন কৰিব পাৰি তাৰ উপায় চিন্তা কৰিবলৈ ধৰিলে। বান্দৰ সেনাবিলাকৰ মৰণ পিত্তুচি ৰাক্ষসৰ মায়া জালৰ দ্বাৰাহে সম্ভব হ'ব। ৰাজমিস্ত্ৰী পিত্তুচিক মাতি আনি মেখনাতে ক'লে- তুমি নাংসীতাৰ এনে এটা অবিকল প্ৰতিমূৰ্ত্তি নিৰ্ম্মাণ কৰা যাক দেখুৱালে বান্দৰ সেনাবিলাক ভয়ত ত্ৰাহি ত্ৰাহি হৈ নিজ দেশলৈ ঘূৰি যাব। যুৱৰাজ মেখনাতৰ আদেশক্ৰমে পিত্তুচিয়ে নাংসীতাৰ এটা প্ৰতিমূৰ্ত্তি নিৰ্ম্মাণ কৰিলে। ১১৬৪॥

ৰাজমিস্ত্ৰী পিত্তুচিয়ে নাংসীতাৰ অবিকল প্ৰতিমূৰ্ত্তিটো আনি যুৱৰাজৰ হাতত দিয়াত মূৰ্ত্তি দেখি মেখনাত বৰ আনন্দিত হ'ল। অগণন সেনাবাহিনী লৈ মেখনাতে ততালিকে ৰণক্ষেত্ৰলৈ যাত্ৰা কৰিলে। ৰাক্ষস সেনাবিলাকক সুসজ্জিত কৰি মেখনাতে ৰথলৈ আকাশৰ ফালে যাত্ৰা কৰিলে। ১১৬৫॥

মেঘৰ আঁৰৰ পৰা মেখনাতে মাত লগালে- হেৰ' মূৰ্খ বান্দৰহঁত! এইবাৰ তহঁতৰ কোনোপথে নিস্তাৰ নহ'ব। তাৰ পাছত দুয়োপক্ষৰ মাজত তয়ামযা যুদ্ধ আৰম্ভ হ'ল। বীৰ বান্দৰ বিলাকে গছ উভালি, শিল, পাথৰলৈ তয়ামযা যুদ্ধ কৰিবলৈ ধৰিলে। ১১৬৬॥

আনুমামে এজোপা প্ৰকাণ্ড গছ উভালিলে মেঘৰ আঁৰে আঁৰে মেখনাতক বিচাৰি ঘূৰিবলৈ ধৰিলে। কিন্তু যুদ্ধ চলি থকা অৱস্থাতে মেখনাতে নাংসীতাক মায়া মূৰ্ত্তিটো খণ্ড বিখণ্ড কৰি কাটি তাৰ পৰা হুলা হুলে তেজৰ নদী বোৱাই বান্দৰ সেনাবিলাকক দেখুৱাবলৈ ধৰিলে। ১১৬৭॥

তাকে দেখি আনুমামে তৰ্জন গৰ্জন কৰি ক'লে- হেৰ' মূৰ্খ ৰাক্ষস মেখনাত! তই নাৰী হত্যা

কৰি মহাপাপ কৰিলি। তই এতিয়াই নৰকগামী হ'ব লাগিব। পুৰুষহে নাৰীৰ ওপৰত ইমান পাশৱিক অত্যাচাৰ কিয় ? নাৰী হত্যাকাৰী তোৰ সমান পাপিষ্ঠ আৰু এই সংসাৰত হয়তো নোলাব। ১১৬৮॥

আনুমামৰ নীতিপূৰ্ণ বচন শুনি মেঘনাতে আকাশৰ পৰা মাত লগালে- হেৰ' মূৰ্খ অৰণ্যৰ বান্দৰ। বনত ঘূৰি ফুৰা বান্দৰে এইবিলাক নীতি শিক্ষানো ক'ৰ পৰা পালি ? মোৰ কাম কি তইঁতে চাই ল। প্ৰথমতে নাংসীতাৰ শিৰচ্ছেদ। তাৰ পাছত লামাঙ আৰু লাখানাক টুকুৰা টুকুৰ কৰি কাটি ছিঙি ৰাক্ষস বিলাকক খাবলৈ দিম। ১১৬৯॥

বাকী যিমান বিলাক অৰণ্যৰ বান্দৰ কিংতা ৰাজ্যৰ পৰা আহিছে সিহঁতৰ প্ৰত্যেকটোকে কাটি কুটি লণ্ড ভণ্ড কৰি ৰাক্ষস বিলাকক ভোজন কৰিবলৈ দিয়া হ'ব। এই বুলি সাৱধান বাণী শুনাই মেঘনাতে নাংসীতাক দুটুকুৰা কৰি কাটি পেলালে। এই দৃশ্য দেখি আনুমাম একেবাৰে মৰ্মাহত হ'ল। ১১৭০॥

অৱশেষত বান্দৰ সেনাবিলাকে শোকত অভিভূত হৈ প্ৰভু লামাঙক নিবেদন কৰিলে- প্ৰভু ! আমি ইমান কষ্ট কৰি এনেয়ে যুদ্ধ কৰিলো। কাৰণ আমাৰ চকুৰ আগতে পাৰশু মেঘনাতে নাংসীতাক আহি দুটুকুৰা কৰি তেজৰ নদী বোৱাই দিলে। গতিকে ইমান কষ্টেৰে কৰা আমাৰ লঙ্কা অভিযানৰ পৰা কোনো লাভ নহ'ব। ১১৭১॥

আনুমামৰ কথা শুনি সকলো বান্দৰে দুখ কৰিবলৈ ধৰিলে। লামাঙ, লাখানা, সুখালিকা আৰু যুৱৰাজ আৱাতাই হুৰাওৱাৰে কান্দিবলৈ ধৰিলে। ১১৭২॥

লামাঙ আৰু লাখানাৰ বিলাপ শুনি শিবিৰৰ পৰা লৰা ঢপৰাকৈ পিফিছানাই আহি বিলাপৰ কাৰণ সুধিলে। তেওঁক কোৱা হ'ল যে মেঘনাতে আনুমামৰ সাক্ষাতে নাংসীতাক কাটি পেলালে। ১১৭৩॥

পিফিছানাই তেতিয়া লামাঙ আৰু লাখানাক নিৰ্ভয় দি ক'লে- আপোনালোকে এই বিষয়ে অকনো চিন্তা নকৰিব। কাৰণ ৰাক্ষসৰ মায়াৰ অন্ত নাই। নাংসীতাক কোনেও কাটিব নোৱাৰে। যি নাংসীতাক মেঘনাতে কাটিছে সেয়া মায়া নিৰ্মিত নাংসীতাহে। ১১৭৪॥

আপোনালোকে যদি মোৰ কথাত বিশ্বাস কৰা নাই তেন্তে অশোকবনত নিৰীক্ষণ কৰি আহক। পিফিছানাৰ কথামতে আনুমামে অশোকবনলৈ যাত্ৰা কৰিলে। ১১৭৫॥

আনুমামে নাংসীতাক অশোকবনত বহি থকা দেখি আহি সকলো সম্বাদ কোৱাত সকলোৱেই আনন্দ লাভ কৰিলে। ইফালে মেঘনাতে ৰাজ্যলৈ ঘূৰি গৈ সকলো বৃত্তান্ত পিতাকক অৱগত কৰিলে। ১১৭৬॥

মেঘনাতে গৈ চিপাহীবিলাকক ক'লে- মই এজনী নাংসীতাৰ মায়াময় প্ৰতিমূৰ্ত্তি সজাই দি

বান্দৰ সেনাৰ আগত কাটি দিয়াত সিহঁতে ভয়ত আৰু শোকত আতুৰ হৈ লামাঙক সবিশেষ জনাইছে আৰু যুদ্ধ পৰিত্যাগ কৰি নিজ দেশলৈ যাবলৈ প্ৰস্তুত হৈছে। এতিয়া যুদ্ধৰ কাৰণে কোনো চিন্তা নাই। পুতেকৰ বুদ্ধি কৌশল দেখি চিপহৌলাক্ষাই প্ৰসন্ন হৈ তেওঁক বহুমূল্য পুৰস্কাৰ প্ৰদান কৰিলে। ১১৭৭॥

লামাঙে পিফিছানাক সুধিলে- এই মেখনাতক কোনেও নেদেখে। ইয়াক দেখাৰ উপায় কি? যি পৰিমিত মেখনাতক নিধন কৰিব পৰা নাযায়, সেই পৰ্যন্ত আমাৰ দুৰ্জ্জয় অভিযানৰ সফলতা লাভ কৰিব পৰা নাযাব। গতিকে মেখনাতক বধ কৰাৰ কিবা এটা ব্যৱস্থা কৰিব লাগে। ১১৭৮॥

পিফিছানাই ক'লে-প্ৰভু! মেখনাতক সংসাৰৰ কোনেও নেদেখে আৰু মাৰিবও নোৱাৰে। কাৰণ তেওঁ ব্ৰহ্মাৰ পৰা ব্ৰহ্ম অস্ত্ৰ লাভ কৰা আছে। কোনো দেৱ মনুষ্যই নেদেখা আৰু মাৰিব নোৱাৰা বৰ লাভ কৰি থৈছে। ১১৭৯॥

ব্ৰহ্মাই মেখনাতক সেই বৰ প্ৰদান কৰি থোৱা হেতুকে কোনেও তেওঁক মাৰিব নোৱাৰে। সি যি কি নহওঁক, মেখনাতক কেৱল লাখানাইহে মাৰিব পাৰিব। এতেকে লাখানাক আপুনি মোৰ লগত পঠাই দিয়ক। লাখানাইহে মেখনাতক দেখা পাব আৰু মাৰিব পাৰিব। তেওঁৰ ব্যতিৰেকে আনে মৰাটো অসম্ভৱ। ১১৮০॥

পিফিছানাই ক'লে- এই কথা মই আগৰ পৰাই জানো। কিবা প্ৰকাৰে যদি মেখনাত আকাশৰ মেঘৰ আঁৰত লুকাই যায় তেন্তে কোনো দেৱ মনুষ্যই তেওঁক দেখা নাপাব। লাখানাৰ লগত আপুনি কেইজনমান ভাল ভাল বাছকবনীয়া বীৰো পঠাই দিয়ক। মেখনাত থকা ঠাই ডোখৰ মই দেখুৱাই দিম। সেইমতে লাখানাই মেখনাতক মাৰিব পাৰিব। ১১৮১॥

## ॥ মেঘনাদ বধ ॥

পিফিছানাৰ পৰামৰ্শক্ৰমে লামাঙে লাখানাৰ লগত আনুমাম, কামযুক্তা, কণ্ঠমাৰ্দন, কোপাখা, মহেন্দ্ৰ, দেবেন্দ্ৰ, ছামপাতি এই সুদক্ষ সাতজন বীৰ বান্দৰক পঠাই দিলে। ১১৮২॥

তেওঁলোক মেখনাতৰ অন্বেষণত ওলাল। গৈয়ে মেখনাতৰ দুৱাৰ মুখত থিয় দিলে। মেখনাতে মহা মহা বীৰ ৰাক্ষস বিলাকৰ লগত গভীৰ আলোচনাত ব্যস্তহে আছিল। আনুমামে এটা পৰ্বতলৈ দুৱাৰত মাৰি দুৱাৰ ভাঙি পেলালে। দুৱাৰ ভাঙি যোৱাত ৰাক্ষস বিলাক যেনি তেনি পলাই পত্ৰং দিলে। আনুমামে জাপমাৰি মেখনাতক বেঢ়ি ধ'লে। মেখনাতে আনুমামক দেখি ক'লে- হেৰ' অৰণ্যৰ বান্দৰ তোক এতিয়াই মই বাণেৰে নিহত কৰিম। ১১৮৩॥

আনুমামে ক'লে- অধম ৰাক্ষস, ইমান দিনে পলাই পলাই যুদ্ধ কৰি আছিলা কিন্তু আজি বুঢ়াৰ হাতত চেঙেলি পৰিলা।আজি ক'ত সাৰিবা ? মোৰ এই ভয়াবহ গদাৰ প্ৰহাৰেৰে তোমাক

যমলোক দৰ্শন কৰাম। পিফিছানাই তেতিয়া লাখানাক ক'লে- তুমি এতিয়া এই সুযোগতে মেঘনাতলৈ বাণ নিক্ষেপ কৰা। ১১৮৪॥

লাখানাই কাল বিলম্ব নকৰি হাতত ধনুকাঁড় লৈ মেঘনাতক ক'লে- আজি তোমাৰ কোনোপধ্যেই ৰক্ষা নহ'ব। তোমাৰ জীৱন লীলা এই মনুষ্যৰ হাততেই শেষ হ'ব। তেতিয়া মেঘনাতে খুড়াক পিফিছানাক ক'লে- তুমি আজি বংশৰ ঘোৰ শত্ৰুহে খাৰ্ম্মিক বোলাবলৈ আহিছা ? আজি তুমি বংশৰ কালহে বংশ, জাতি কুটুম্বক বিনাশ কৰিবলৈ আহিছা ? তোমাৰ দেশাত্ম বোধ ইমানেইনে? ১১৮৫॥

তেতিয়া পিফিছানাই ক'লে- এনেকুৱা ঘৰশত্ৰু হয়তো সংসাৰত বিৰল। মেঘনাত, তোমাৰ পিতৃয়ে ৰাজ্যৰ ঋষিমুনি বিলাক মাৰি খাই শেষ কৰি পেলালে। অন্ত:পুৰত ইমান বিলাক মহিষী থকা সত্ত্বেও পৰৰ মনুষ্য নাৰী হৰণ কৰি ৰাজ্যত ৰাখিবলৈ তেওঁৰ অকনো লজ্জাবোধ নহল নে ? এনেকুৱা পাপী আৰু কামাতুৰৰ নৰকগামী হোৱাৰ বাহিৰে অন্য গতি আছেনে ? তেনেলোকৰ কোনো কালে উদ্ধাৰ নহ'ব। ১১৮৬॥

চিপহৌলাঙাৰ মৃত্যুৰ ক্ষণ ওচৰ চাপি আহিছে। অলপ দিনৰ ভিতৰতে তেওঁৰ জীৱন নৰ মনুষ্যৰ বাণত নি:শেষ হ'ব। মেঘনাত আৰু পিফিছানাৰ মাজত বাৰ্ত্তালাপ চলি থকা অৱস্থাতে লাখানাই চলচাই শৰ প্ৰহাৰ কৰিলে। লাখানাৰ একেপাট বাণৰ প্ৰহাৰতে মেঘনাত মাটিত বাগৰি পৰিল। ১১৮৭॥

ৰাক্ষস বিলাকে মায়া কৰি ৰথ আনি মেঘনাতৰ ওচৰত উপস্থিত কৰিলে। ৰথৰ ওপৰত ৰাক্ষস বিলাকক দেখি বান্দৰ বিলাকে অৰ্তকিতে আক্ৰমণ কৰিলে। ৰাক্ষসবিলাকে প্ৰাণৰ মমতাত যেনি তেনি পলাবলৈ ধৰিলে। চকুৰ পচাৰতে মেঘনাতে আকাশৰ ফালে জাপ মাৰিব বিচাৰিছিল কিন্তু আনুমামে একেজাপে মেঘনাতৰ ডিঙি চেপি ধৰিবলৈ আহিলে। আনুমাম আৰু মেঘনাতৰ মাজত তযামধ্যা যুদ্ধ চলি থকা অৱস্থাত মেঘনাতে ফাকতে ওলাই দক্ষিণ দুৱাৰৰ ফালে দৌৰ মাৰিলে। পিফিছানাই মেঘনাতৰ হাতত খাপ মাৰি ধৰি ক'লে- এইবাৰ তুমি ক'ত সাৰিবা ? সেই সময়তে লাখানাই ব্ৰহ্মঅস্ত্ৰ মাৰি মেঘনাতৰ ডিঙি কাটি পেলালে। ১১৮৮॥

মেঘনাতৰ ডিঙি ছিঙি মাটিত পৰি যোৱাৰ লগে লগে আনুমামে ডিঙিটো নি সাগৰত পেলাই দিলেগৈ। মেঘনাতক বধ কৰি বান্দৰ বিলাকে লামাঙক খবৰ দিলেগৈ। মেঘনাতৰ নিধনত লামাঙ আৰু বান্দৰ সেনাবিলাকে আনন্দত আত্মহাৰা হ'ল। মেঘনাতৰ মৃত্যুত বান্দৰ বিলাকে জয়ধ্বনি কৰি যুদ্ধভূমি তোলপাৰ লগালে। ১১৮৯॥

ৰাক্ষসবিলাকে মেঘনাতৰ মৃত্যুৰ বাতৰি চিপহৌলাঙাক জনালেগৈ। অন্যহাতেদি

ৰাক্ষসবিলাকে মেঘনাতৰ মৰাশৰে সৈতে তেওঁৰ ৰথখন নি ৰাজসভাৰ সম্মুখত ৰাখিলেগৈ। মেঘনাতৰ মৃতদেহ দেখাৰ লগে লগে চিপহৌলাঙ্কা আসনৰ পৰা ধাচ কৰে মাটিত বাগৰি পৰিল। পুতেকৰ গুণানুকীৰ্ত্তন কৰি চিপহৌলাঙ্কাই হুৰাওৰাৰে কান্দিবলৈ ধৰিলে। ৰজা মূৰ্চ্ছিত হৈ পৰি থকাত ৰাক্ষস বিলাকে আথে বেথে তেওঁক মাটিৰ পৰা তুলি দিলে। ১১৯০॥

লঙ্কেশ্বৰে যেতিয়া চেতনা ঘূৰাই পালে তেওঁ পুনৰ আৰ্তনাদ কৰি বিলাপ কৰিবলৈ ধৰিলে। হে মোৰ প্ৰিয় পুত্ৰ মেঘনাত ! তুমি মেঘ গৰ্জনৰ সময়ত জন্ম লাভ কৰিছিলা। সেইকাৰণে মেঘৰ দৰে তৰ্জন গৰ্জন কৰি খ্যাতি অৰ্জন কৰিছিলা। এতিয়া তোমাৰ মৃত্যুত শত্ৰুবিলাকে আনন্দত কিৰিলি পাৰি ফুৰিছে। কিন্তু মোৰ স্বৰ্ণলঙ্কা এতিয়াহে চাৰখাৰ হ'ল। ১১৯১॥

নীৰৱতা আৰু অন্ধকাৰে মোৰ ৰাজ্য চাৰিওফালৰ পৰাই ছানি ধৰিছে। মোৰ বুকু ছিৰি মোৰ কলিজা হৰণ কৰি লৈ গুছি গ'ল। তোমাৰ অবিহনে এতিয়া মোৰ জীয়াই থকা নহ'ব। এই স্বৰ্ণলঙ্কাৰ ৰাজসিংহাসনত বহিব পৰা যোগ্য লোক আৰু নোলাব। ১১৯২॥

## অধ্যায়-২৫

মেঘনাতৰ মৃত্যুত ৰাজমহল একেবাৰে শূণ্য হ'ল। চিপহৌলাঙ্কাৰ কান্দোনে ৰাজভৱনত ভীষণ তোলপাৰ লগালে। ৰজাৰ বিলাপত অন্ত:পুৰৰ ৰাণী সকলে উচ্চস্বৰে ৰোদন কৰিবলৈ ধৰিলে। মেঘনাতৰ মাতৃ মুক্তাজালীয়ে মৃত পুতেকৰ গাত ধৰি উচুপি উচুপি বিলাপ কৰিবলৈ ধৰিলে। অন্তপুৰৰ চল্লিছ হাজাৰ ৰাণীয়ে মেঘনাতৰ মৃত দেহৰ ওপৰত হাত বুলাই ইনাই বিনাই কান্দিবলৈ ধৰিলে। মাক অচেতনহৈ মাটিত বাগৰি পৰিল। মৃত মেঘনাতক লৈ ৰাজ্যৰ প্ৰজাবৰ্গই কান্দি কাটি বাউল হৈ পৰিল। অৱশেষত মৃত দেহটো ৰথত তুলি বাদ্য যন্ত্ৰ বজাই শোভাযাত্ৰা কৰি নি প্ৰজাবৰ্গই মেঘনাতৰ দাহ সংস্কাৰ কৰিলে। ১১৯৩॥

শেষত চিপহৌলাঙ্কাই খঙত অধীৰ হৈ ক'লে- সেই সামান্য নৰমনুষ্য হালক মই কাটি কুটিলে চোবাই খাই শেষ কৰিম। বাকী অৰণ্যৰ বান্দৰবিলাকক মাৰি ৰাক্ষস বিলাকক ভোজন কৰাম। এতিয়া তোমালোকে কাল বিলম্ব নকৰি মোৰ লগত যুদ্ধ ক্ষেত্ৰলৈ ওলোৱাহঁক। ১১৯৪॥

চিপহৌলাঙ্কাৰ লগত ৰাজ্যৰ ৰাক্ষস প্ৰজাবৰ্গই সদলবলে যুদ্ধলৈ ওলাল। ৰাক্ষস সেনাবিলাকে হাতত ঢাল তৰোৱাল, দা, যাঠি, গদা, শেল আদি যুদ্ধৰ অস্ত্ৰ শস্ত্ৰলৈ ওলাল। ৰথেৰে, ঘোঁৰাৰে আৰু হাতীৰ ওপৰত উঠি ৰাক্ষস সৈন্যই যুদ্ধ কৰিবলৈ গ'ল। ১১৯৫॥

যুদ্ধ কৰিবৰ কাৰণে শিৱক্ৰোণ শিক্তি হাতত অস্ত্ৰ শস্ত্ৰলৈ ওলাল। তেওঁলোকে উচ্চস্বৰে ক'বলৈ ধৰিলে- হেৰ' অৰণ্যৰ নৰবান্দৰহঁত ! এইবাৰ তহঁতৰ কোনোপধ্যে ৰক্ষা নহ'ব। ১১৯৬॥

আমি ভোকত অনাই বনাই হাবিয়ে বননিয়ে ঘূৰি ফুৰিছো। আজি যেতিয়া তহঁতক মুখৰ

আগত পাইছো, আজি কাটি মাৰি তহঁতৰ তেজ পি পি খামহঁক। ১১৯৭॥

ৰাক্ষসবিলাকে তেজোদীপ্ত সুৰত বীৰদৰ্পে বান্দৰসেনাক এইদৰে অনেক দাবি ধমকি দিবলৈ ধৰিলে। চিপহৌলাঙ্কাই বিভিন্ন সাজপাৰ পৰিধান কৰি যুদ্ধভূমিলৈ ৰাওনা হ'ল। ৰজাৰ দুয়োকাষে ৰাক্ষস সেনাবিলাকে শোভাযাত্ৰা কৰি পেপা, বাঁহী, গগনা বজাই ওৰে বাট তোলপাৰ লগাই যাবলৈ ধৰিলে। ১১৯৮॥

ৰাক্ষসৰ যুদ্ধ যাত্ৰাৰ বিপুল ধ্বনিয়ে সমস্ত আকাশ পাতাল মুখৰিত কৰিলে। ৰাক্ষসৰ পদযাত্ৰাত গোটেই ৰাজ্য ধূলিময় হৈ গ'ল। ৰণক্ষেত্ৰত চিপহৌলাঙ্কাই বান্দৰ সেনাবিলাকক দেখি ৰাক্ষস সেনাবিলাকক অৰ্তকিতে আক্ৰমণ কৰিবৰ কাৰণে আদেশ দিলে। আদেশ গ্ৰহণ কৰাৰ পিছত ৰাক্ষসবিলাকে নিজ নিজ অস্ত্ৰ শস্ত্ৰলৈ বান্দৰ বিলাক য'তে আছিল ত'তে আক্ৰমণ কৰিব ধৰিলে। ১১৯৯॥

ৰাক্ষসবিলাকে বান্দৰ সেনাৰ ওপৰত অৰ্তকিতে আক্ৰমণ কৰি অমানুষিক অত্যাচাৰ চলোৱা দেখি কিংতা ৰাজ্যৰ অধিপতি সুখালিকাই বান্দৰ সেনা বিলাককো ঘূৰাই আক্ৰমণ কৰিবলৈ লগাই দিলে। ১২০০॥

ৰজাৰ আদেশানুক্ৰমে বান্দৰ সেনাবিলাকে হাতত শিল, পাথৰ, গছ উভালি লৈ ৰাক্ষস বিলাকক যাকে য'তে পালে মাৰিবলৈ ধৰিলে। ১২০১॥

এইদৰে দুয়োপক্ষৰ মাজত তয়াময়া যুদ্ধ লাগিল। এনেকুৱা ভয়াবহ যুদ্ধ আৰম্ভ হ'ল যে পৃথিৱীত একেবাৰে তোলপাৰ লাগি গ'ল। দুয়োপক্ষৰ অবিৰাম যুদ্ধৰ পৰিণাম স্বৰূপে তেজৰ নদী ববলৈ ধৰিলে। অসংখ্য বান্দৰ আৰু ৰাক্ষস সেনাৰ নিপাত হ'ল। জুলাকা বান্দৰে বিৰাট আকৃতিৰ ৰাক্ষস বিলাকক দুয়োটা হাতেৰে ধৰি চেপি মাৰিবলৈ ধৰিলে। ১২০২॥

বান্দৰ সেনাবিলাকে ৰাক্ষস বিলাকৰ নাক কাণ মুখ আদিত কামুৰি আঁচুৰি থকা সৰকা কৰি পেলালে। তাকে দেখি চিপহৌলাঙ্কাৰ দুগুণে খং উঠিল। তেওঁ ধাৰাসাৰে বাণ নিক্ষেপ কৰিবলৈ ধৰিলে। চিপহৌলাঙ্কাৰ বাণৰ প্ৰহাৰত তিষ্ঠিব নোৱাৰি বান্দৰ সেনাবিলাক যেনিয়ে তেনিয়ে পলাবলৈ ধৰিলে। ১২০৩॥

কণ্ঠমা বান্দৰে অসহ্য যন্ত্ৰণাত পৰি চটফটাবলৈ ধৰিলে। চিপহৌলাঙ্কাৰ ত্ৰিছপাত বাণৰ আঘাত নালা বান্দৰৰ গাত লাগিল। কামুক্তৰ গাত ত্ৰিছ পাট, চাম্পুমামৰ গাত নব্বৈ পাট, কামুক্তা কোপাধাৰ গাত দহ দহ পাট বাণ লাগিল। সুকেনৰ গাত পঞ্চাছ পাট। এইদৰে কোটি কোটি বাণ চিপহৌলাঙ্কাই নিজৰ শক্তি অনুসাৰে নিক্ষেপ কৰি বান্দৰ সেনাবিলাক ৰণ ভূমিৰ পৰা হেদেলি ভেদেলি কৰি পঠালে। ১২০৪॥

অৱশেষত চিপহৌলাঙ্কাই লামাঙৰ ফালে ৰথ চলাই দিলে। চিপহৌলাঙ্কা লামাঙৰ সম্মুখত ঠিয় দিয়াৰ লগে লগে লামাঙ ধনুশৰ লৈ প্ৰস্তুত হ'ল। লামাঙৰ ধনুৰ্বাণ দেখি চিপহৌলাঙ্কাৰ হৃদয় কঁপি উঠিল। চিপহৌলাঙ্কাই মনে মনে অনুভৱ কৰিছিল যে লামাঙ সাধাৰণ পুৰুষ নহয় এওঁ এজন স্বৰ্গৰ বোধিসত্ত্ব। চিপহৌলাঙ্কাই পলায়ন কৰাত লাখানাই তেওঁক উদ্দেশ্য কৰি শৰ মাৰিবলৈ ধৰিলে। ১২০৫॥

## ॥ লক্ষ্মণৰ মূৰ্চ্ছা আৰু ৰামৰ বিলাপ ॥

লাখানাৰ তীক্ষ্ণবাণে চিপহৌৰ ৰথৰ আগভাগ ছিঙি পেলালে। চলচাই চিপহৌৱে অসুৰবাণ মাৰি লাখানাক মূৰ্চ্ছিত কৰি পেলালে। লাখানাৰ অৱস্থা দেখি বান্দৰ বিলাক পলাবলৈ ধৰিলে। লামাঙে সুখালিকাক বাণ উলিয়াবলৈ আদেশ দিলে। ১২০৬॥

লাখানাৰ গাত সোমোৱা বাণ উলিয়াবলৈ সুখালিকা অসমৰ্থ হোৱাত লামাঙে নিজেই লাহে লাহে বাণ পাট উলিয়াই আনিলে। বান্দৰ বিলাকে দুয়ো ভাইক সাৱধানে ৰাখি থাকিল। ১২০৭॥

চিপহৌলাঙ্কাৰ এনে অমানুষিক ব্যৱহাৰত লামাঙে এনেকুৱা বাণ নিক্ষেপ কৰিলে যাৰ প্ৰভাৱত হাজাৰ হাজাৰ ৰাক্ষস পলকতে ভিতৰতে নিধনহৈ গ'ল। চিপহৌলাঙ্কায়ো ৰাণৰ প্ৰকোপ দেখি ৰণক্ষেত্ৰৰ পৰা ৰথলৈ পলাই গ'ল। ৰাক্ষস সেনাবিলাকেও প্ৰাণৰ মমতাত পলাবলৈ ধৰিলে। ১২০৮॥

লামাঙে সৈন্য সামন্ত সহিত ভায়েক লাখানাক দাঙি শিবিৰলৈ লৈ আহিল। লামাঙে ভায়েকৰ দেহটো সাৱটি ধৰি ইনাই বিনাই কান্দিবলৈ ধৰিলে - আমি যেতিয়া পিতাৰ আজ্ঞামতে বনবাসলৈ আহিলো তেতিয়া পিতাই আমাৰ বিৰহতে প্ৰাণ ত্যাগ কৰিলে। অৰণ্যৰ মাজে মাজে বিচৰণ কৰি থকা অৱস্থাত পাষণ্ড চিপহৌলাঙ্কাই নাংসীতাক হৰণ কৰি আনিলে। ১২০৯॥

নবৌয়েৰা নাংসীতাৰ অন্বেষণত আহি আমি লঙ্কা পালোহি। এতিয়া ৰাক্ষসৰ লগত তুমুল যুদ্ধত প্ৰবৃত্ত হ'লো। যুদ্ধত ৰাক্ষসে তোমাৰ ওপৰত বাণ নিক্ষেপ কৰি তোমাৰ প্ৰাণ হৰণ কৰিব খুজিছে। এনে অৱস্থাত যদি তুমি প্ৰাণ পাই নুঠা তেন্তে নাংসীতাক উদ্ধাৰ কৰি মোৰ কোনো লাভ নাই। তোমাৰ অবিহনে মই এক তিলো জীয়াই থাকিব নোৱাৰো। তোমাৰ যদি কিবা অঘটন ঘটে তেন্তে মই আৰু ৰাজ্যলৈ ঘূৰি নাযাওঁ। মইো এই বিশাল সমুদ্ৰত জাপ দি মোৰ প্ৰাণ বিসৰ্জন দিম। ১২১০॥

## ॥ হনুমানক বিশল্যকৰণী আনিবলৈ প্ৰেৰণ ॥

লামাঙৰ শোকাকুল অৱস্থা দেখি বান্দৰ সেনাবিলাকেও বিলাপ কৰিবলৈ ধৰিলে। সেই

শোকাকুল পৰিবেশৰ মাজতে সুখেনে আহি লামাওক ক'লে-প্ৰভু! আপুনি এই বিষয়ে অকনো চিন্তা নকৰিব। লাখানাই প্ৰাণ পাই পুনৰ বহিব। সুখেনে আনুমামক পৰামৰ্শ দিলে তুমি গন্ধমাৰ্দন পৰ্বতত বিশল্যকৰণী ঔষধ আছে। তুমি তুৰন্তে গৈ সেই দৰব লৈ আঁহা। ১২১১॥

চাবা বিশল্যকৰণীৰ দৰবৰ পাতবিলাক হালধীয়া ৰঙচুৰা বৰণৰ। গন্ধমাৰ্দন পৰ্বতটো দেশৰ উত্তৰ পূব কোণত অৱস্থিত। এখন নদী তাৰ পৰা ওলাই প্ৰবাহিত হৈ আছে। সেই পৰ্বত মালাত বিভিন্ন প্ৰকাৰৰ ঔষধৰ গছ বিৰাজমান হৈ আছে। তুমি অনতিপলমে গৈ সেই ঔষধৰ গছলৈ আঁহা। কিন্তু ৰাতি নৌপুৱাওঁতেই সেই দৰব আনি পোৱাব লাগিব। ১২১২॥

তুমি এতিয়া আকাশমাগেদি যাত্ৰা আৰম্ভ কৰা। আনুমামে সুখেনৰ পৰামৰ্শমতে নিজৰ শৰীৰটো জোকাৰ এটা মাৰি আকাৰ বঢ়াই ল'লে। ১২১৩॥

আনুমামৰ উচ্চতা ত্ৰিছযোজন আৰু নেজ ডালৰ দৈৰ্ঘ্য পঞ্চাছ যোজন কৰি ল'লে। লগে লগে আকাশৰ ফালে জাপ মাৰিলে। আকাশ মাৰ্গত প্ৰৱেশ কৰিয়েই আনুমামে বিশাল বায়ুমণ্ডল ভেদ কৰি তীব্ৰ বেগে পৰ্বতৰ ফালে যাত্ৰা কৰিলে। ১২১৪॥

## ॥ কাল নেমিৰ বৃত্তান্ত॥

বিশাল বায়ুমণ্ডল ভেদ কৰি যোৱা আনুমামক চিপহৌলাঙ্কাই নিৰীক্ষণ কৰিলে। তেওঁ অনুমান কৰিলে যে আনুমামে নিশ্চয় লাখানাৰ নিমিত্তে গন্ধমাৰ্দন পৰ্বতৰ পৰা ঔষধ আনিবলৈ গৈছে। যাতে আনুমাম সোনকালে আহি নাপায়হি তাৰ এটা ব্যৱস্থা কৰিব লগাত পৰিল। এই বুলি ভাবি চিপহৌলাঙ্কাই অতি সোনকালে কালছোনোমি ৰাক্ষসক আনুমামৰ পথত বাধা দিবলৈ গন্ধমাৰ্দন পৰ্বতলৈ পঠালে। ১২১৫॥

আনুমামে লাখানাৰ কাৰণে ঔষধ আনিবৰ কাৰণে গন্ধমাৰ্দন পৰ্বতলৈ গৈছে। গন্ধমাৰ্দনত মৃতসঞ্জীৱনী ঔষধ আছে। ৰাতি পুৱালেই লাখানাৰ মৃত্যু হ'ব। গতিকে তুমি আনুমামে যাতে ঔষধ বিচাৰি নাপায় তাৰকাৰণে ৰাতিপুৱাৰ ব্যৱস্থা কৰিবা। চিপহৌৰ পৰামৰ্শত কালছোনোমিয়ে ক'লে- আনুমামে মোক তাতে বধ কৰিব। ১২১৬॥

চিপহৌলাঙ্কাই ক'লে- কোনো ভয় নকৰিবা। তাতগৈ তুমি এজন ঋষিৰ ৰূপ ধাৰণ কৰিবা। সেই পৰ্বতত কুম্ভকিনী নামেৰে এজনী দেৱী আছে। তাইক মোৰ কথা কৈ দিলে আনুমামক তাই খাই পেলাব। তুমি ঋষি ৰূপ ধাৰণ কৰি আনুমামক ফলমূল খাবলৈ দিবা তেতিয়া এনেয়েও সময়খিনি অতিবাহিত হৈ যাব। ১২১৭॥

ৰাক্ষস চিপহৌলাঙ্কাৰ কথা শুনি ক'লে- হে ৰাজন ! আনুমাম কম প্ৰাণী নহয়। কাৰণ

তেওঁৰ ওচৰত কোনেও মায়া কৰি সাৰিব নোৱাৰে। আগত আপোনাকে দেখোন গুৰিয়াই ভুকুৱাই ৰথৰ ওপৰৰ পৰা বগৰাই পেলাইছিল। আমাৰ নিচিনা বিলাক আনুমামৰ ওচৰত কোন কুটা ? ১২১৮॥

ৰাক্ষসৰ এনে চতুৰালি কথাত চিপহৌলাঙ্কাৰ ভীষণ খং উঠিল। তেওঁ কুৰিটা চকুৰে ৰাক্ষসটোক পুৰি মাৰিবলৈ উদ্যত হ'ল। চিপহৌলাঙ্কাৰ ভমক দেখি কালছোনোমিয়ে ঋষিৰ ৰূপ ধাৰণ কৰি গন্ধমাৰ্দন পৰ্বতলৈ যোৱাৰ সিদ্ধান্ত কৰিলে। সেই ৰাক্ষসে গন্ধমাৰ্দনত গৈ আশ্ৰম পাতি থাকিবলৈ ল'লে। ১২১৯॥

গোটেই গন্ধমাৰ্দন পৰ্বতত আনুমামে ঔষধ বিচাৰি চলাথ কৰিলে। কিন্তু ক'তো ঔষধৰ সন্ধান নাপালে। অৱশেষত তেওঁ ঋষিৰ আশ্ৰমত প্ৰৱেশ কৰিলে। আনুমামে ঋষিক প্ৰণাম জনাই ক'লে- ঋষিবৰ ! আপুনি মঙ্গলে আছেনে ? ঋষিয়ে ক'লে- মোৰ সৰ্বতো প্ৰকাৰে মঙ্গল। কিন্তু তোমাক দেখিছো দুখে ভাগৰে ক্লান্ত হৈ ঘূৰি ফুৰিছা। ১২২০॥

সি যি কি নহওঁক, সৌ পুখুৰীটোত স্নান কৰি আহি আশ্ৰমত থকা ফলমূল খাই কিছু সময় বিশ্ৰাম লোৱা। তেতিয়া আনুমামে ক'লে- ঋষিবৰ, ফলমূল খাবলৈ আৰু বিশ্ৰাম ল'বলৈ মোৰ অকনো আহৰি নাই। মই এটা বিশেষ জৰুৰী কামত ইয়ালৈ আহিছো। অযুঠা ৰাজ তাতচাৰাথাৰ পুত্ৰ লামাঙ আৰু লাখানা। তেওঁলোক দুয়ো আৰু লামাঙৰ পত্নী সীতাই আহি বনত বাস কৰি আছিল। ১২২১॥

তেওঁলোকে বনত ঘূৰি পকি ফুৰোতেই এদিন লঙ্কাধিপতি চিপহৌলাঙ্কাই নাংসীতাক হৰণ কৰি লৈ গ'ল। নাংসীতাক উদ্ধাৰ কৰিবৰ কাৰণে লামাঙ আৰু লাখানাই অসংখ্য সেনালৈ ৰাক্ষসৰ লগত যুদ্ধ কৰিলে। পৰিণাম স্বৰূপে লাখানা চিপহৌৰ শক্তিশেলত পৰিল। ১২২২॥

গতিকে লাখানাৰ আৰোগ্যৰ হেতুকে মই এই পৰ্বতৰ পৰা ঔষধ নিবৰ কাৰণে আহিলো। আপুনি এতিয়া সেই ঔষধৰ গছজোপা মোক চিনাক্ত কৰি দিয়ক। আনুমামৰ প্ৰশ্নৰ উত্তৰত ঋষিয়ে ক'লে- আজি উৰুকা তিথি আছে। মই শীল ধৰ্ম গ্ৰহণ কৰি আছো। গতিকে তুমি সেই সৰোবৰত স্নান কৰি আহি ফলমূল গ্ৰহণ কৰা। ১২২৩॥

অন্যথা ঋষিৰ শিলাদি পালনৰ কোনো অৰ্থ নাথাকিব। আনুমামে খুব সাৱধানেৰে সৰোবৰত স্নান কৰিবলৈ নামিল। সৰোবৰত নমাৰ লগে লগে গন্ধমাৰ্দন পৰ্বতত থকা দেৱ কন্যাই তুৰন্তে গৈ আনুমামক সুধিলে। তুমি ক'ৰ পৰা আহি কি নিমিত্তে এই সৰোবৰত নামিছাহি। ১২২৪॥

আনুমামে তৎক্ষণাত বৃক্ষৰ ওপৰলৈ জাপ মাৰি উঠিল। এৰেজাপে গছৰ পৰা নামি আহি দেৱ কন্যাৰ হাতত খাপ মাৰি ধৰি সুধিলে-কোন তুমি ? কিয় মোৰ পাহ্নে কৰ্ত্তব্যত বাধাদান

কৰিছা? দেৱ কন্যাই ভয়তে ক'লে- মই এই পৰ্বতৰ অধিষ্ঠাত্ৰী। মোক দেৱ কন্যা বুলিয়েই সকলোৱে জানে। ঋষিৰ আদেশ ক্ৰমেহে মই তোমাক ধৰিছিলো। ১২২৫॥

দেৱ কন্যাই স্বৰূপ কথা দাঙি ধৰাত ঋষিৰূপী ৰাক্ষসে মনে মনে ভাবিলে-এইবাৰ সৰ্বনাশ। এইবাৰ আনুমামৰ হাতত মোৰ কোনোপধ্যে ৰক্ষা নহ'ব। এতিয়া মই গৈ চিপহৌলাঙ্কাক ক'ব লাগিব। এই উপায়েৰে কাম নহ'ব। সূৰ্য্যদেৱতাক বাধাদান কৰিব লাগিব। ১২২৬॥

দেৱকন্যাক এৰি আনুমামে আশ্ৰমত থকা ঋষি ৰূপী ৰাক্ষসৰ ওচৰ পালেগৈ। আশ্ৰম পোৱাৰ লগে লগে ঋষিৰূপী ৰাক্ষসে ততাতৈয়া কৰি আনুমামক ফলমূল খাবলৈ দিলে। কিন্তু আনুমামে ঋষিক সুধিলে-হেৰা তুমিতো প্ৰকৃত ঋষি নোহোৱা। তুমি লঙ্কা ৰাজ্যৰ দাসহে। তুমি মোক অনুসৰণ কৰি আহি এই ঠাই পাইছাহি। তোমাক এই অৰণ্যৰ মাজতে এতিয়া মই নিধন কৰিম। ১২২৭॥

আনুমামৰ কথা শুনি ঋষিয়ে ৰাক্ষসৰ ৰূপ ধাৰণ কৰিলে। কিন্তু আনুমামে ৰাক্ষসক ধৰি থিক মতে কোবালে। আনুমাম সিমানতে ক্ষান্ত নাথাকি নেজেৰে ৰাক্ষসটোক মেৰিয়াই লঙ্কাৰ ফালে দলি মাৰি পঠালে। ১২২৮॥

কালছোনোমি ৰাক্ষস গৈ লঙ্কা মহানগৰীৰ মাজত এটা প্ৰকাণ্ড শব্দ কৰি থেমেহ্ কৰি পৰিল। ৰাক্ষস বিলাকে তাৰ অৱস্থা দেখি আচৰিত মানিলে। তাৰ শৰীৰত আনুমামৰ নেজৰ কোব আৰু মাৰপিটৰ অসংখ্য দাগ। তাক ৰাক্ষসবিলাকে চোচোৰাই নি চিপহৌলাঙ্কাক দেখুৱালেগৈ। ৰজায়ো আনুমামৰ গতিপথত বাধা দান কৰিবলৈ পঠোৱা ৰাক্ষস দূতৰ অৱস্থা দেখি আতঙ্কিত হৈ পৰিল। ১২২৯॥

সেই সময়ত ৰাজসভাত চন্দ্ৰ আৰু সূৰ্য্যই কিবা আলোচনা কৰি আছিল। ৰজাই সূৰ্য্যদেৱতাক (নুউন) উদ্দেশ্য কৰি ক'লে- লামাঙৰ ভায়েক লাখানা আজি মোৰ শেলত পৰি আছে। আজি যদি সূৰ্য্য উদয় নহয় তেন্তে লাখানা জী উঠিব। গতিকে তুমি ৰখলৈ ততালিকে যোৱা যাতে অতি সোনকালে মাজৰাতিৰ ভিতৰতে ৰাতি পুৱাই যায়। তোমাৰ উদয়ৰ লগে লগে লাখানাৰ মৃত্যু হ'ব। ১২৩০॥

চিপহৌলাঙ্কাৰ আদেশক্ৰমে সূৰ্য্যদেৱতাই ৰথলৈ গজব্যাহানত উদিত হ'বলৈ গ'ল। ইফালে আনুমামে অনুভৱ কৰিলে যে সূৰ্য্যদেৱতাই অসময়ত কিৰণ বিকিৰণ কৰিব ধৰিছে। সূৰ্য্যদেৱতাৰ কাম দেখি আনুমামে জাপ মাৰি সূৰ্য্যৰ ৰথ ৰখ পিছফালৰ পৰা টানি ধৰিলে। ৰথীয়ে ক'লে- ৰথ আগুৱাবলৈ অসমৰ্থ হৈছো। কাৰণ ৰথখন পিছফালৰ পৰা আনুমামে টানি ৰাখিছে। তেতিয়া আনুমামে সূৰ্য্যদেৱতাক ক'লে- ১২৩১॥

মই লামাঙৰ দাস। লামাঙৰ ভায়েক লাখানা শক্তি শেলত পৰি আছে। তেওঁক বচাবৰ

নিমিত্তে মই গন্ধমাৰ্দন পৰ্বতত ঔষধ বিচাৰি আহিছিলো। আপুনি এতিয়া অন্য দ্বীপৰ ফালে গতি কৰক। সূৰ্য্যদেৱতাই ক'লে- আমি চিপহৌৰ অধীন। গতিকে তেওঁৰ কথা লঙ্ঘন কৰিলে আমাৰ বিপদ হ'ব। লাখানা ৰজাৰ শক্তি শেলত পৰি আছে। গতিকে চিপহৌলাক্কাই মোক সোনকালে উদয় হ'বলৈ কৈছে। ১১৩২॥

সূৰ্য্য যদি সোনকালে উদয় হয় তেন্তে লাখানাৰ মৃত্যু হ'ব। লাখানাক জীয়াবৰ কাৰণে আনুমাম সেই পৰ্বতৰ পৰা দৰৱ আনিবলৈ গৈছে। লাখানাৰ শোকত লামাঙে ও প্ৰাণ ত্যাগ কৰিব। বায়ুৰ পুত্ৰই ঔষধ বিচাৰি গৈছে। গতিকে মোক সোনকালে উদয় হ'বলৈ নিৰ্দেশ দিছে। তেতিয়া আনুমামে ক'লে হে সূৰ্য্য দেৱতা! ময়েই বায়ু পুত্ৰ। মোৰ নাম আনুমাম। ১২৩৩॥

গতিকে মোৰ অনুৰোধ, আপুনি অন্য দ্বীপত গৈ উদিত হওঁক। আপোনাৰ কৃপাতেই লাখানাই যেন পুনৰজীৱন লাভ পায়। আনুমামৰ অনুৰোধত সূৰ্য্যদেৱতাই ক'লে- তুমি বেয়া নাপাবা। কাৰণ মই ৰজাৰ কথা লঙ্ঘণ কৰিব নোৱাৰো। ১২৩৪॥

আনুমামে ক'লে- আপুনি এই বিষয়ে চিন্তা নকৰিব। কাৰণ লঙ্কাত গৈ আপুনি ক'ব যে উদয় হ'বলৈ যাওঁতেই সাগৰত ৰথখন পৰি গ'ল। সেই হেতুকে উদয় হ'ব নোৱাৰিলো। সূৰ্য্যদেৱতাই ক'লে-আনুমাম ! আমিও লামাঙ আৰু লাখানাৰ জীৱন লাভৰ কামনা কৰো। ১২৩৫॥

কিন্তু চিপহৌলাক্কাৰ পৰা অসুবিধা। বোধিসত্ত্ব অযুঠা ৰাজ্যলৈ ঘূৰি যাব। তাৰ পিছত চিপহৌলাক্কাই মোৰ ওপৰত বা কি প্ৰতিশোধ লয় কোনে জানে ? গতিকে লাখানাৰ জীৱন লাভৰ কোনো উপায়েই মই কৰিব নোৱাৰো। ১২৩৬॥

সূৰ্য্যদেৱতা লাখানাৰ প্ৰাণ লাভ কৰাত সহায় কৰিবলৈ দিয়াত অসমৰ্থ হোৱা হেতুকে আনুমামে ক'লে- চিপহৌলাক্কাৰ কাৰণে আপুনি তিলমাত্ৰও চিন্তা নকৰিব। আপুনি বাচি যোৱাৰ উপায় আছে। কাৰণ আপোনাৰ আন এটা নাম হ'ল ভানু। মোৰ নাম আনুমাম। আমি দুয়োজনৰে একে নাম। গতিকে আমাৰ দুজনৰ কোনো বিপদৰ ভয় নাই। কাৰণ আমি দুয়োজনে বোধিসত্ত্বৰ কামকে কৰি আছোঁহঁক। ১২৩৭॥

বোধিসত্ত্বৰ অমোঘ প্ৰভাৱতে আমাৰ দুজনৰ বিপদৰ কোনো ভয় নাই। কাৰণ ভানু আৰু হনু দুয়োৰে একে নাম। আমি এতিয়া পাৰস্পৰিক বন্ধু হোৱাৰনিমিত্তে আমাৰ কোনো অমঙ্গল নহয়। হনু আৰু ভানুৰ কথা বাৰ্ত্তা শুনি হনুমানৰ বুদ্ধিৰ চাতুৰ্য্য দেখি দেৱতাসকলে হাঁহিলে আৰু প্ৰশংসা কৰিলে। ১২৩৮॥

আনুমামৰ বুদ্ধি চাতুৰ্য্যত আবদ্ধ হৈ সূৰ্য্যই বিয়োৰত পৰি অস্তাচলত অন্যপথেদি গতি কৰিবলৈ বাধ্য হ'ল। ইয়াৰ পিছত আনুমামে গন্ধমাৰ্দন পৰ্বতৰ ফালে গতি কৰিলে। সেই পৰ্বতত

গৈ আনুমামে দেৱ দেৱী সকলক অনুৰোধ কৰিলে তেওঁলোকে যেন অতি সোনকালে মৃত সঞ্জীৱনী ঔষধ বিচাৰি দিব লাগে। বোধিসত্ত্ব লামাঙে চিপহৌলাঙ্কাৰ লগত যুদ্ধ কৰি আছে। ১২৩৯॥

যুদ্ধত লাখানা চিপহৌলাঙ্কাৰ শক্তি শেলত পৰি মূৰ্চ্ছা গৈ আছে। তোমালোকে মোক ঔষধ বিচাৰি দিয়া। মই সেই ঔষধ বাতি নৌপুৰাওঁতেই লৈ গৈ লাখানাক পুনৰ জীৱিত কৰিব পাৰো। আনুমামৰ কথা শুনি পৰ্বতৰ ৰক্ষক, ৰক্ষয়িত্ৰী সকলে ক'লে- তুমি যিজন বোধিসত্ত্বৰ কথা কৈছা সেইজনক আমি চিনি জানি নাপাওঁ। আমি কেৱল হাং, হাং, হুং হুঙকহে চিনি পাওঁ। ১২৪০॥

তুমি কোন অৰণ্যৰ পৰা আহি আমাক ইয়াত আমনি কৰিছাহি। এই বুলি কৈয়েই তেওঁলোকে হাতত যাঠি, জোং আদি লৈ আনুমামক মাৰিবলৈ খেদি গ'ল। আনুমামে পৰ্বত দেৱতা বিলাকৰ অত্যাচাৰত তথমৎ নাপাই আকাশলৈ জাপ মাৰি উঠিল। ১২৪১॥

আনুমামে এজোপা প্ৰকাণ্ড গছ উভালি ল'লে। আৰু সিইঁতক দুই হাতেৰে থমহ্ থমহ্ কৰি কোবাবলৈ ধৰিলে। আনুমামৰ নিৰ্মম প্ৰহাৰত আক্ৰমণকাৰীবিলাক যেনি তেনি পলাবলৈ ধৰিলে। হাং হাং হুং হুং আদিয়ে হাতত ধনুকাঁড় লৈ আনুমামক আক্ৰমণ কৰিবলৈ ধৰিলে। আনুমামে একেজাপে তেওঁলোকৰ অস্ত্ৰ শস্ত্ৰ বিলাক কাটি ভাঙি ছিন্নি দলিয়াই পেলালে। ১২৪২॥

বাকী সৈন্য সামন্ত বিলাকে আনুমামৰ প্ৰকোপত তিষ্ঠিব নোৱাৰি যেনি তেনি পলাবলৈ ধৰিলে। কোনো উপায় নেদেখি আনুমামে পৰ্বতটোকে দাঙিলৈ যাবলৈ মনস্থ কৰিলে। পৰ্বতটোৰ ওজন আছিল ছয়সত্তৰ যোজন। তেওঁ দুয়োহাতে পৰ্বতটো দাঙি ল'লে। ১২৪৩॥

পৰ্বতটো লৈ আনুমামে আকাশমাৰ্গে গৈ থাকোতে ভাবিলে এই পৰ্বতত বাস কৰা তিনিকোটি সৈন্য মই বধ কৰিলো। কালনেমিছোমিকো মই নিধন কৰিলো। গতিকে এতিয়া মই অযুঠাৰ বাটেদি গৈ জাউকাৰাতাক খবৰটো দি যোৱাই ভাল হ'ব। ১২৪৪॥

আনুমামে পৰ্বতটো দাঙি নি দক্ষিণ দিশে যাবলৈ ধৰিলে। জাউকাৰাতাই (ভৰত) পৰ্বতটো দাঙি অনা দেখি ভাবিলে- এইটো কোনোবা ৰাক্ষস হ'ব। পৰ্বতৰ ছাঁটোৱে অযুঠা ৰাজ্যখন অন্ধকাৰ কৰি তুলিলে। জাউকাৰাতাই ৰাজভৱনৰ পৰা নিৰীক্ষণ কৰি থাকিল। জাউকাৰাতা থকা ভৱনৰ ৰাজসিংহাসন খনত লামাঙৰ যোতাৰ মাটিৰও আৰু ওপৰত শ্বেতছত্ৰ আৰি থোৱা আছিল। ১২৪৫॥

অযুঠা নগৰখন ক্ৰমান্বয়ে যেতিয়া অন্ধকাৰত নিমগ্ন হ'ল তেতিয়া জাউকাৰাতাই ভায়েক ছাতালু (শত্ৰুঘ্ন) ক তেওঁ সেইটোনো কিহে প্ৰকাণ্ড পৰ্বতটো দাঙি লৈ আহিছে, তাৰকে ছাতালুক নিৰীক্ষণ কৰিবলৈ ক'লে। ছাতালুৱে অনুমান কৰিলে যে এটা বান্দৰে প্ৰকাণ্ড পৰ্বতটো দাঙি লৈ আহিছে। আনুমামৰ খুব ভাগৰ লাগিছিল। তেওঁ লামাঙ লামাঙ বুলি তিনিবাৰ মাতিলে পৰ্বতটো

মাটিত থ'লে। আনুমামৰ মুখত লামাঙৰ নাম শুনি ছাতালুৱে জাউফাৰাতাক সেই কথা ক'লে। ১২৪৬॥

দুয়ো ভাই ককাইয়ে আনুমাম বান্দৰৰ মুখত লামাঙৰ নাম শুনি আশ্চৰ্য্য প্ৰকাশ কৰিলে। তেওঁলোকে আনুমামৰ ওচৰত গৈ উপস্থিত হ'ল। আৰু সুধিলে- হেৰা, তুমি বনৰ বান্দৰ হৈ কিয় আমাৰ ভাতৃ লামাঙৰ নাম লৈছা ? তুমি তেওঁৰ কিবা খবৰ পোৱানে কি ? আমাৰ দাদা লামাঙে ৰাজ্য ত্যাগ কৰি বনে বনে ঘূৰি ফুৰা আজি বহুত দিন হ'ল। তুমি তেওঁলোক তিনিজনক কৰবাত লগ পাইছানে কি ? ১২৪৭॥

আনুমামে ক'লে হে ৰাজকুমাৰদ্বয় । লামাঙ, নাংসীতা আৰু লাখানা তিনিও হাবিয়ে বননিয়ে ঘূৰি ফুৰি থকা অৱস্থাত লঙ্কাৰ দুষ্টমতি চিপহৌলাঙ্কাই নাংসীতাক হৰণ কৰি লৈ গ'ল। তেওঁ বিলাক দুয়ো ভাই ককাইয়ে বৰ্ত্তমান নাংসীতাৰ অন্বেষণত গৈ চিপহৌলাঙ্কাৰ লগত তুমুল যুদ্ধ কৰি আছে। চিপহৌলাঙ্কাৰ বাণত লাখানা এতিয়া মূৰ্চ্ছা গৈ আছে। মোক সঞ্জীৱনী ঔষধ নিবৰ কাৰণে গন্ধমাৰ্দন পৰ্বতলৈ পঠালে। সেই পৰ্বতত ঔষধ চিনি নাপায় মই পৰ্বতটোকে দাঙিলৈ আহিছো। ১২৪৮॥

কিবা প্ৰকাৰে যদি সূৰ্য্য উদয় হয় তেতিয়া লাখানাৰ মৃত্যু হ'ব। সামান্য বিশ্ৰামৰ কাৰণে মই তোমালোকৰ ইয়াত ৰ'লো। আনুমামৰ মুখত লামাঙ, নাংসীতা, আৰু লাখানাৰ মৰ্মান্তিক বৰ্ণনা শুনি জাউফাৰাতা আৰু ছাতালুৱে ৰোদন কৰিবলৈ ধৰিলে। ১২৪৯॥

শেষত জাউফাৰাতাই আনুমামক অনুৰোধ কৰিলে- মোকো তুমি লঙ্কালৈ লৈ ব'লা। তাতগৈ মই দাদাইঁতৰ লগত চিপহৌলাঙ্কাৰ বিৰুদ্ধে যুদ্ধ কৰিম। আনুমামে তেতিয়া ক'লে- মোক প্ৰভুৱে আদেশ কৰা নাই। গতিকে মই তোমাক লৈ যাব নোৱাৰো। তুমি নিশ্চিন্ত মনেৰে ৰাজ্য শাসন কৰি থাকা। মই এই ঔষধ ৰাতি নৌপুৱাওঁতেই নি লাখানাক দিব লাগে। অন্যথা তেওঁৰ প্ৰাণৰ সংশয়। ১২৫০॥

জাউফাৰাতাক (ভৰত) সান্ত্বনা দি আনুমামে বিশাল পাহাৰ খণ্ড দাঙিলৈ আকাশী মাগেদি হো হোৱাই বায়ু মণ্ডল ভেদ কৰি যাবলৈ ধৰিলে। পাহাৰটো নি লামাঙৰ ওচৰত নমালে। তেওঁ লামাঙক ক'লে- প্ৰভু মই ঔষধ বিচাৰি নাপাই সমস্ত পৰ্বতটোকে দাঙিলৈ আহিছো। এতিয়া আপুনি সুখেনক কৈ দিয়ক, তেওঁ পৰ্বতটোৰ পৰা দৰৱ বিচাৰি নি তাক লাখানাৰ গাত সানি দি তেওঁক জীৱিত কৰক। ১২৫১॥

লামাঙৰ আজ্ঞানুসাৰে সুখেনে পৰ্বতৰ মাজৰ পৰা বিশল্যকৰণী তুলি আনি লাখানাৰ গাত সানি দিলে। লাখানাৰ গাত ঔষধ পৰাৰ লগে লগে তেওঁ উঠি [illegible]। লাখানাৰ চেতন অৱস্থা

ঘূৰি অহাত বান্দৰ বিলাকে আনন্দ উল্লাসত হৈ চৈ কৰিবলৈ ধৰিলে। ৰণক্ষেত্ৰত যিমান বিলাক সেনা অচেতন হৈ পৰিছিল সেই সকলোটি জী উঠিল। পুনৰ জীৱন লাভ কৰি বান্দৰ বিলাকে লামাঙৰ ওচৰলৈ আহি তেওঁৰ চৰণ স্পৰ্শ কৰি জয়ধ্বনি দিবলৈ ধৰিলে। ১২৫২॥

সকলোটি সুস্থ হৈ উঠাৰ পিছত লামাঙে আনুমামক ক'লে- কাৰ্য সিদ্ধি হ'ল যেতিয়া এই গন্ধমাৰ্দন পৰ্বতটো পুনৰ আগৰ ঠাইত থৈ আহাঁগৈ। আদেশ পাই আনুমামে পৰ্বতটো লৈ একে জাপে ওপৰ উঠি বায়ুবেগে যাবলৈ ধৰিলে। চিপহৌলাক্কাই চাৰিজন ডাঙৰ ৰাক্ষসক আনুমামৰ পিছে পিছে যাবলৈ ক'লে আৰু অৰণ্যৰ মাজতে সেই বান্দৰক মাৰি পেলাবলৈ আদেশ দিলে। তেওঁ ক'লে- মই মোৰ তীক্ষ্ণবাণেৰে বাৰে বাৰে মাৰোঁ, কিন্তু সিহঁত বাৰে বাৰে জী উঠে। ১২৫৩॥

কিন্তু আনুমামে বাৰে বাৰে গৈ দৰৱ আনি সিহঁতক জীয়াই তোলে। আনুমামক মাৰিব পাৰিলেই ঔষধ অনা বন্ধ হৈ যাব। লগে লগে বাকী বিলাককো সহজে মাৰিব পৰা যাব। তোমালোকে এতিয়া গৈ তাক মাৰিব পাৰিলে যিমান পুৰস্কাৰ লাগে সিমান দিবলৈ মই ৰাজী আছো। লোহাৰ গদালৈ চাৰিওটা ৰাক্ষসে আনুমামৰ পিছ ল'লে। ১২৫৪॥

আনুমামক ৰাক্ষস চাৰিটাই আক্ৰমণ কৰাত আনুমামে চাৰিওটা ৰাক্ষসকে নেজেৰে মেৰিয়াই ল'লে আৰু এজোপা প্ৰকাণ্ড গছ উভালি লৈ ৰাক্ষস কেইটাক ভাল দৰে প্ৰহাৰ কৰিবলৈ ধৰিলে। তাৰ পাছত লঙ্কা মহানগৰীৰ ফালে ফমৃতি মাৰি পঠালে। সিহঁত আথামৰা হৈ লঙ্কাত পৰিলহি। ১২৫৫॥

গন্ধমাৰ্দন পৰ্বতটো ও বাৰ যোজন দূৰলৈকে মাৰি পঠালে। ৰাক্ষস চাৰিটাই কিছু সময় পৰিথকাৰ পিছত চেতন পাই ৰজাৰ ওচৰত গৈ জনালে- হে ৰাজন ! আনুমামৰ হাতৰ পৰা আমি কোনোমতেহে সাৰি আহিছো। আমাৰ চাৰিওজনকে ধৰি আনুমামে খুব কোবালে আৰু ধৰি ৰাজ্যি আমাক ৰাজ্যলৈ দলি মাৰি পঠালে। আনুমামক সহজে মাৰিব পৰা নাযাব। ৰজাও তেতিয়া চিন্তাত পৰিল। ১২৫৬॥

চিপহৌলাক্কা মহা চিন্তাত পৰিল। কাৰণ দেশৰ যিমান বিলাক মহাবীৰ যোদ্ধা আছিল, সাহসী বীৰ পুত্ৰ আছিল, আৰু অণ্ডহী বণ্ডহী সেনা আছিল সকলোৱেই যুদ্ধ ক্ষেত্ৰত প্ৰাণ বিসৰ্জন দিয়াত চিপহৌলাক্কা অঠাই সাগৰত পৰিল। মনে মনে দুখে শোকে জৰ্জৰিত হৈ তেওঁ মনে মনে বিধিৰ বিপাকৰ কথা ভাবিবলৈ ধৰিলে। বিধিয়েনো মোৰ কপালত কি লিখিলে। আনৰ সৈন্য মৰিলে পুনৰ জী উঠে, কিন্তু মোৰ হ'লে কোনো এজনো যুদ্ধৰ পৰা ঘূৰি নাহে। ১২৫৭॥

## ॥ মহীৰাৱণৰ বৃত্তান্ত॥

এই বুলি চিপহৌলাক্কাই ৰাজপ্ৰাসাদত ইনাই বিনাই কান্দিবলৈ ধৰিলে। তেনে অৱস্থাত

চিপহৌৰ মাকে আহি পুতেকক আশ্বাস দি ক'লে- মোৰ বুজনিত তুমি কৰ্ণপাত নকৰিলা। ভায়েৰাৰ দ্বাৰা বুজোৱাত মাৰি কিলাই খেদি পঠালা। তেওঁও গৈ শত্ৰুৰ আশ্ৰয়ত আছে। তোমাৰ ৰাজ্যত কেৱল এজন বীৰহে আছে, তেঁৱেই মহীৰাৱণ (মহীলা)। তেওঁ পাতাল পুৰীত দেৱ পূজা কৰি আছে। ১২৫৮॥

তোমাৰ এই দুৰ্য্যোগৰ সময়ত তেওঁৰ বাহিৰে সহায় কৰোতা আৰু কোনো নাই। মাকৰ কথাত ৰজাই অকণমান সকাহ পাই মহীলাক মাতি আনিবৰ কাৰণে দূত পঠালে।

মহীলা আহি পিতাক চিপহৌলাঙ্কাৰ চৰণ স্পৰ্শ কৰি সুধিলে- পিতা। আপুনি কি নিমিত্তে মোক মাতি পঠালে। মই আপোনাৰ কি কাৰ্য সাধন কৰিব পাৰো আজ্ঞা কৰিব লাগে। মহীৰাৱণৰ নম্ৰ কথা শুনি চিপহৌলাঙ্কাই কান্দি কান্দি ক'লে। ১২৫৯॥

হে মোৰ পুত্ৰ মহীলা। তোমাৰ পেহীয়েৰা ছুপানাখাক লাখানাই নাক কাণ কাটি বিকলাঙ্গ কৰি পঠালে। সেই দৃশ্য মনত পৰিলে গাৰ নোম শিঁয়ৰি যায়, বুকু ফাটি চিৰা চিৰ হয়। মহীলাই সবিশেষ ঘটনা বিৱৰি ক'বৰ কাৰণে চিপহৌলাঙ্কাক অনুৰোধ কৰিলে। ১২৬০॥

চিপহৌলাঙ্কাই সকলো ঘটনা ক্ৰমান্বয়ে বৰ্ণনা কৰি যাবলৈ ধৰিলে। ছুপানাখা তোমাৰ পেহীয়েৰা। তেওঁক থাকিবৰ নিমিত্তে মই এখন অটব্য অৰণ্যত ঘৰবাৰী পাতি দিছিলো। অযুঠাৰাজৰ চাৰিজন পুত্ৰ আছিল। ডাঙৰ জনৰ নাম লামাঙ আৰু সৰুজনৰ নাম লাখানা। লামাঙৰ পত্নীৰ নাম নাংসীতা। এওঁ বিলাক তিনিও বনবাস খাটিছিল বাপেকৰ আদেশক্ৰমে। ১২৬১॥

অৰণ্যৰ মাজত ঘূৰি ফুৰোতে এদিন হঠাতে ছুপানাখা লাখানাৰ ওচৰ চপাত লাখানাই ধনুশৰ মাৰি ছুপানাখাৰ নাক কাণ কাটি একেবাৰে বিকলাঙ্গ কৰি পঠালে। সিহঁত সিমানতে ক্ষান্ত নাথাকি তাইৰ ৰাজ্যৰ এক লাখৰো অধিক সংখ্যক ৰাক্ষস সেনা মাৰি নিপাত কৰিলে। ছুপানাখাৰ বিলৈ বিপত্তি দেখি মই লামাঙৰ পত্নী নাংসীতাক হৰণ কৰি লৈ আহিলো। ১২৬২॥

সেই দুজন মনুষ্যই বিপুল বান্দৰ সেনাৰ সৈতে বিশাল সমুদ্ৰ পাৰহৈ আহি আমাৰ লঙ্কা আক্ৰমণ কৰিছে। অগণন সেনা নিপাত কৰি ৰাজ্যৰ চাৰিওফালে ৰামৰ সেনাই ঘেৰি আছে। আমি এতিয়া সিহঁতৰ লগত প্ৰচণ্ড যুদ্ধ কৰি আছো। নগৰৰ কোনো বীৰেই বৰ্তমান জীৱিত নাই। মোৰ সকলো বীৰ পুত্ৰই যুদ্ধত নিহত হ'ল। মোৰ বীৰ পুত্ৰ মেঘনাতেই প্ৰাণ বিসৰ্জন দিলে। আনহে নালাগে তোমাৰ খুড়াৰ কুমকানখাও যুদ্ধত নিপাত হ'ল। যুদ্ধৰ ওপৰত মোৰ সকলো পুত্ৰ আৰু সৈন্য সামন্ত যুদ্ধ ক্ষেত্ৰতে শেষহৈ গ'ল। এতিয়া মোৰ নি:সহায় অৱস্থা। তুমিহে একমাত্ৰ বাচি আছা। এতিয়া তোমাৰ ওপৰতে সকলো ভৰসা কৰা হৈছে। তুমি যি ভাল দেখা তাকে কৰা। ১২৬৩॥

পিতাকৰ কথা শুনি মহীলাই এই বুলি গপগপাই উঠিল- সাধাৰণ এজনী নাৰীৰ কাৰণেই সমস্ত ৰাজ্য উচন হৈ গৈছে। বিপুল সেনাবাহিনীয়ে প্ৰাণ বিসৰ্জন দিছে। ইয়াতকৈ আৰু পৰিতাপৰ বিষয় কি হ'ব পাৰে ? সিহঁতে যেতিয়া সাগৰ পাৰ হয়, তেতিয়া আপুনি মোক কিয় মতাই নানিলে? আগতে কত দেৱ দেৱীক ধৰি আনি আপোনাৰ ওচৰত থিয় কৰাই দিলো, আপোনাৰ সেই কথা নিশ্চয় মনত আছে। এতিয়া সেই সামান্য মনুষ্য দুটা আৰু এমুঠি বান্দৰ সেনাক ধৰি বান্ধি আনি আপোনাৰ ওচৰত থিয় কৰাবলৈ কিমান সময় লাগে ? দেৱৰাজ ইনতাচিকত্ৰাকো ধৰি আনি আপোনাৰ ওচৰত উপস্থিত কৰাইছিলো। ১২৬৪॥

আপুনি এতিয়া নিশ্চিন্ত মনেৰে ৰাজকাৰেঙত বহি থাকক। মই লামাঙ আৰু লাখানাক ধৰি বান্ধি আনি নগৰৰ দেৱীৰ আগত বলি দিম। পিতা পুত্ৰৰ মাজত হোৱা এই আলোচনা পিফিছানাই এটা ক্ষুদ্ৰ পক্ষীৰূপ ধৰি ঘৰৰ চালত পৰি শুনি আছিল। ১২৬৫॥

মহীলাই লামাঙ আৰু লাখানাক কি দৰে বান্ধি আনি দেৱীৰ পূজাত লগাব সেই সকলো কথা বিৱৰি পিতাকক ক'লে। তাৰ পাছত নিজে ভাবি চিন্তি লামাঙৰ ওচৰলৈ গ'ল। ১২৬৬॥

মহীলা চিপহৌলাক্কাৰ পুতেক আৰু অসুৰৰ নাতি। মহীলা মায়া বিদ্যাত সুনিপুন। পৃথিৱীত কোনো প্ৰাণীয়েই মহীলাৰ যাদুমন্ত্ৰৰ আগত তিষ্ঠিব নোৱাৰে। পাতাল পুৰীত তেওঁ দেৱী পূজা কৰি থাকে। তেওঁৰ নিমিত্তে সকলোৰেই ভয়ত ত্ৰাহি ত্ৰাহি হৈ থাকে। কাৰণ কোন সময়ত কি কৰিব কোনেও তং ধৰিব নোৱাৰে। ১২৬৭॥

এতিয়া চাম্পুমামে যি ব্যৱস্থা কৰে সেয়ে। চাম্পুমামে আনুমামক মাতি ক'লে- তুমি পোহৰ নোহোৱা পৰ্যন্ত লামাঙ আৰু লাখানাক সাৱধানে পহৰা দি থাকিবা। বান্দৰৰ ভিতৰত তুমিয়েই শক্তিশালী। ১২৬৮॥

অকস্মাৎ কোনোবা আহিলেও তুমি দুৱাৰ খুলি নিদিবা। আনুমামে ক'লে- এতিয়া একোৰে চিন্তা নাই, কাৰণ বীৰ ৰাক্ষসবিলাকৰ অন্ত পৰিল। কেৱল মহীলাহে বাকী আছে। আমি তাক যেনেকৈ যেকিয়াই আচাৰি থেকেচি সাগৰত পেলাই দিমহঁক। পিফিছানাই তেতিয়া ক'লে- সম্মুখ সমৰত তুমি কোৱাৰ দৰেই হ'ব। কাৰণ তোমাৰ দৰে বীৰে সেই কাম কৰাটো সম্ভৱ হ'ব। কিন্তু এতিয়া কোৱাৰ দৰে নহ'বও পাৰে। ১২৬৯॥

চাম্পুমামে মাত লগালে এটা কথা আনুমাম, তোমাৰ মুখামুখি হ'লে অৱশ্যে কোনো বীৰেই তোমাৰ হাতৰ পৰা সাৰি যোৱাটো অসম্ভৱ। কিন্তু মহীলা ৰাৱণে মায়া ৰূপত আহিব পাৰে। সেই কাৰণে তুমি লামাঙ আৰু লাখানাৰ ওচৰত সাৱধানে থাকিবা। এইদৰে আনুমামে হাতত খাৰ্ড়ি, জোং, গদা আদি লৈ বীৰ বান্দৰৰ সৈতে পহৰা দি থাকিল। ১২৭০॥

সন্ধ্যা দেৱীয়ে মেলানি মাগিলে। সমস্ত ৰাজ্য অন্ধকাৰময় হ'ল। তেতিয়া পিফিছানা আহি আনুমামক সাৱধান কৰি দিলে। এতিয়া সম্পূৰ্ণ অন্ধকাৰ হ'ল। গতিকে লামাঙ আৰু লাখানাৰ শয়ন কক্ষত যাতে কাকো সোমাবলৈ নিদিয়া। ৰাক্ষসে মায়া কৰি আহিব পাৰে। এই বুলি কৈ পিফিছানা নিজৰ শয়ন কক্ষলৈ গুচি গ'ল। ১২৭১॥

সময় আৰু সুবিধা অনুসৰি মহীৰাৱণে লামাঙৰ শিবিৰত প্ৰৱেশ কৰিলে। তেওঁ মনে মনে চিন্তা কৰিবলৈ ধৰিলে - কি উপায়েৰে লামাঙ আৰু লাখানাক এই শিবিৰৰ পৰা হৰণ কৰি নিব পাৰি ? সমস্যা হ'ল প্ৰতি খোজতে পিফিছানাই মোক অনুসৰণ কৰিব। যি কি নহওঁক, প্ৰথমে মহীলাই তাতচাৰাথাৰ বেশ ধৰি আনুমামৰ ওচৰত উপস্থিত হৈ ক'লে- মই মোৰ মৰমৰ কুমাৰদ্বয়ক দেখা কৰিবৰ নিমিত্তে ইয়াত প্ৰৱেশ কৰিছোঁহি। আনুমাম তুমি অকণমান দুৱাৰখন খুলি দি সিহঁতক মোক চাবলৈ দিয়া। ১২৭২॥

আনুমামে ক'লে- মই পিফিছানাৰ বিনা অনুমতিত কদাপি দুৱাৰ খুলিব নোৱাৰো। ইফালে আনুমাম আৰু মায়াবী মহীলাৰ কথা বাৰ্ত্তা বিলাক পিফিছানাই শুনি আছিল। তেওঁ ধমকি দিয়াত মহীলা অন্তৰ্ধান হ'ল।

মহীলাই পুনৰ জাউকাৰাতাৰ বেশ ধৰি আহি আনুমামক ক'লে- মই মোৰ দাদা লামাঙ আৰু অনুজ লাখানাক লগ পাবৰ কাৰণে আহিছো। গতিকে দুৱাৰ খুলি মোক তেওঁলোকক লগ পাবলৈ দিয়ক। ১২৭৩॥

কাৰণ তেওঁলোকে ৰাজ্য ত্যাগ কৰি অহা বহুত দিন অতিক্ৰম হ'ল। তেওঁ বিলাকক চাবৰ নিমিত্তেই মই আহি ইয়াত উপস্থিত হৈছোহি। তুমি মোক দুৱাৰ খুলি দাদাইঁতৰ ওচৰলৈ যাবলৈ দিয়া। আনুমামে ক'লে -পিফিছানাৰ বিনা অনুমতিত মই দুৱাৰ খুলিব নোৱাৰো। এইবাৰো পিফিছানাই ধমক দিয়াত মহীলা সাউৎকৰে গুচি গ'ল। তৃতীয়বাৰ চানেক (জনক)ৰজাৰ ঋষিৰূপ ধৰি আহি আনুমামক সুধিলে-। ১২৭৪॥

অ' বান্দৰ ৰোপা ! তোমাক দেখোন মই চিনি পোৱা নাই। তোমাৰ নাম কি ? আনুমামে তেতিয়া ক'লে- মোৰ নাম আনুমাম। তুমিনো ক'ৰপৰা আহি আমাৰ শিবিৰত প্ৰৱেশ কৰিছাহি ? ঋষিয়ে ক'লে- মই মিকথিলা ৰাজ্যৰ পৰা আহিছো। ১২৭৫॥

মই লামাঙৰ শহুৰেক হওঁ। তেওঁবিলাকৰ দুখ নিকাৰ শুনি সিবিলাকৰ খা খবৰ লবৰ কাৰণে আহিলো। তেওঁলোক দুজন বাক ক'ত আছে ? অনুগ্ৰহ কৰি মোক দুৱাৰ খন খুলি দি চাবলৈ দিয়া। ১২৭৬॥

এইবাৰো ৰাক্ষসে মায়া কৰি উপস্থিত হোৱাৰ লগে লগে পিফিছানাই গালি গালাজ পৰাত

মহীলা আঁতৰি গুছি গ'ল। পিকিছানাই আনুমামক ক'লে- বুজিছা, ৰাক্ষসে বিভিন্ন মায়া কৰি আহি ছলনা কৰিব খুজিছে গতিকে তুমি সাৱধানে পহৰা দি থাকিবা। এই বুলি কৈয়েই পিকিছানা গৈ নিজ শয়ন কক্ষত সোমাই শুই থাকিল। ১২৭৭॥

মহীলাই মনে মনে চিন্তা কৰিলে যে যি ৰূপতে নাযাওঁ লাগে আনুমামে বিশ্বাস কৰিব নোখোজে। তাৰোপৰি পিকিছানাই আহি বাৰে বাৰে দাবি ধমকি দি মোক খেদাই দিয়ে। গতিকে এইবাৰ পিকিছানাৰ বেশত গ'লে হয়তো আনুমামে বিশ্বাস কৰি ল'ব। তেতিয়া লামাণ্ড আৰু লাখানাক লৈ যাব পৰা হ'ব। এইবাৰ গৈ মহীলাই মায়া কৰি পিকিছানাৰ ৰূপ ধাৰণ কৰিলে। তেওঁ সেই বেশেৰে গৈ আনুমামৰ ওচৰত উপস্থিত হ'ল। ১২৭৮॥

বিভীষণৰূপী মহী ৰাৱণে আনুমামক ক'লে- বুজিছা মায়াবী ৰাক্ষসে ঘনে ঘনে আহি আমনি কৰিব ধৰিছে। গতিকে লামাণ্ড আৰু লাখানাক যাতে কোনো অপকাৰ কৰিব নোৱাৰে মই কেইটামান ভাল মন্ত্ৰ শিকাই দি আঁহো। সেই মন্ত্ৰ তেওঁ বিলাকে জপ কৰি নিশ্চিন্তমনে শুই থাকিব। তেতিয়া মায়াবী ৰাক্ষসে কোনো অপকাৰ কৰিব নোৱাৰিব। ১২৭৯॥

গতিকে তুমি দুৱাৰখন অকণমান খুলি দিয়া। এইবাৰ আনুমামে পিকিছানা বুলি দুৱাৰ খুলি দিলে। লগে লগে মহীলা গৈ শুই থকা অৱস্থাৰ পৰা লামাণ্ড আৰু লাখানাক হৰণ কৰি নি পাতাল পুৰীৰ কাৰাগাৰত বন্দী কৰি ৰাখিলেগৈ। লামাণ্ড লাখানাৰ চাৰিওফালে পহৰাৰ ব্যৱস্থা কৰি নিজে সভালৈ গুছি গ'ল। ১২৮০॥

পিকিছানাই সাৰ পাই উঠি আনুমামৰ ওচৰলৈ গ'ল। আৰু আনুমামক সুধিলে- এতিয়া কোনোবা ইয়ালৈ আহিছিলনে কি ? পিকিছানাৰ কথা শুনি আনুমাম আচৰিত হ'ল। আপুনিতো এইমাত্ৰ আহি লামাণ্ড আৰু লাখানাক মন্ত্ৰ শিকাই দিম বুলি কৈ গৈছে। মই ভাবিছো আপুনি তেওঁ বিলাকৰ ওচৰতে বহি আছে। ১২৮১॥

আপুনি এতিয়া আহি প্ৰশ্ন কৰাত মই আচৰিত হৈছো। পিকিছানাই ক'লে- মই বুজিলো, মায়াবী মহীলাই তোমাৰ চকুত ধূলি দি গ'ল। এই বুলি দুয়ো শয়ন কক্ষত সোমাই দেখে যে লামাণ্ড আৰু লাখানা শয্যাত নাই। পহৰাদাৰ বান্দৰবিলাকো হাতত দা, যাঠি, গদালৈ টোপনিত লালকাল হৈ পৰি আছে। কুমাৰদ্বয়ক শয়ন কক্ষত নেদেখি সকলোৰে হৃদয়ত অগ্নি দপ্ দপ্ কৰি জ্বলি উঠিল। ১২৮২॥

অচেতন হৈ পৰি থকা বান্দৰ বিলাকৰ গাত হাত বুলাই দিয়াৰ লগে লগে তেওঁলোকে সাৰ পালে। লামাণ্ড আৰু লাখানাৰ কথা জানিব পাৰি বান্দৰ সেনাবিলাকে কান্দিবলৈ ধৰিলে। ৰজা সুগ্ৰীৱকায়ো লামাণ্ড আৰু লাখানাৰ হৰণত বিলাপ কৰিবলৈ ধৰিলে। আনুমাম, চাম্পুবাম, আঙ্গদ, নালা, নীলা আদি বান্দৰেও লামাণ্ড লাখানা অন্তৰ্ধান হোৱাত হুৰাওবাৰে কান্দিবলৈ ধৰিলে। ১২৮৩॥

বৈদ্য চাম্পুমামে সমবেত সেনা বাহিনীক নিবেদন কৰিলে-আমি এতিয়া কান্দি কাটি থাকিলে নহ'ব। বোধিসত্ত্ব লামাঙ আৰু লাখানাৰ অনিষ্ট সাধন কোনেও কৰিব নোৱাৰে। কাৰণ তেওঁবিলাকে এই সংসাৰৰ জ্বালা যন্ত্ৰণাত পীড়িত মনুষ্যক ভৱসাগৰৰ পৰা উদ্ধাৰ কৰিব। আৰু সকলোৰে মুক্তিৰ পথ মুকলি কৰিব। তেওঁবিলাক দেৱ মনুষ্যৰ ৰক্ষক আৰু ত্ৰাণকৰ্ত্তা। সকলো প্ৰাণীয়েই তেওঁবিলাকৰ আশ্ৰিত। ১২৮৪॥

মহাৰাজ সুখালিকাই এতিয়া আনুমামক আদেশ দিব লাগে যাতে তেওঁ স্বৰ্গ, মৰ্ত্ত্য, পাতালপুৰীত লামাঙ আৰু লাখানাৰ অনুসন্ধান কৰি আহে। পৱন পুত্ৰ আনুমামৰ সমান পৰাক্ৰমী বীৰ এই ত্ৰিভুৱনত নাই। আনুমামৰ ব্যতিৰেকে এই কাম অসম্ভৱ। গতিকে আনুমামক আদেশ প্ৰদান কৰিব লাগে। ১২৮৫॥

সুখালিকাই আনুমামক মাতি আনি স্বৰ্গ, মৰ্ত্ত্য আৰু পাতাল পুৰীত লামাঙ লাখানাক অনুসন্ধান কৰি আহিবলৈ ক'লে। আনুমামেও কাল বিলম্ব নকৰি ৰজাক প্ৰণাম জনাই প্ৰথমে গৈ পাতালপুৰীত প্ৰৱেশ কৰিলে। ১২৮৬॥

পাতাল পুৰীৰ এক অৰণ্যভূমিত ঋষি, মুনি, নাগ, গন্ধৰ্ব, কিন্নৰ, দেৱতা আৰু অপেশ্বৰী আদি প্ৰায় তিনিকোটি দেৱতাই বাস কৰি আছে। আনুমামে তাত কোনো সন্ধান নাপাই মহীলাৰ পূজা কৰা স্থান দেখিবলৈ পালে। ১২৮৭॥

আনুমামে মনে মনে দেৱতাবিলাকক মিনতি কৰিবলৈ ধৰিলে- মোক মোৰ আৰাধ্য প্ৰভু লামাঙ আৰু লাখানাক দেখুৱাই দিয়ক। কিছুদুৰ গৈ আনুমামে মহীলাৰ লিগিৰা লিগিৰী আৰু অপচৰা বিলাকে হাঁহি ধেমালি কৰি থকা দেখিলে। বিশাল এক পৰ্বত, তাত হাতী, ঘোঁৰা, ৰথ আদিৰে সুসজ্জিত এখন মনোমোহা ৰাজ্য। আনুমামে ভাবিলে প্ৰভু লামাঙৰ দৰ্শন ইয়াতেই হ'ব। ১২৮৮॥

আনুমামে মহিলা ৰাক্ষসৰ ৰাজসভাত আগে পাগে হাবিয়ে বননিয়ে লামাঙ আৰু লাখানাক বিচাৰি ফুৰিছিল। আনুমামক দেখি ৰাক্ষসবিলাকে কোৱাকুই কৰিবলৈ ধৰিলে- এই বগা বান্দৰটো ক'ৰ পৰা আহি আমাৰ ইয়াত অনাই বনাই ফুৰিছে ? আনুমামক দেখি সিহঁত বৰ আচৰিত হ'ল। তেনেতে এজন বৃদ্ধ দেৱতাই ক'লে- "পূৰ্বে লুপপিনি (লুম্বিনী) দেৱীয়ে মহীলাক ভৱিষ্যত বাণী কৰিছিল যে তেওঁৰ কেতিয়াও মৃত্যু নহয়। ১২৮৯॥

মহীলাইও গৰ্ব কৰি কৈছিল যে কোনোৱেও তেওঁক প্ৰহাৰ বা বধ কৰিব নোৱাৰে। দেৱীয়ে কৈছিল- যদি তুমি বৃক্ষ কেতিয়াও অৱতীৰ্ণ নোহোৱা, তেন্তে মৃত্যু কেতিয়াও নহয়। [illegible] কোনো দেৱতাৰ। মহীলাই ভাবিলে বৃক্ষ কাহানিও মোক মাৰিব নোৱাৰে, [illegible]।

১২৯০॥

দেৱীয়ে ক'লে- মৰণ কোনো কথা নহয়। কিন্তু দুটা বস্তুৰ কাৰণে হ'লে ভয় আছে। এটা হ'ল মনুষ্য আৰু আনটো হ'ল বনৰ বান্দৰ। মহীলাই ক'লে-সিহঁতৰ কাৰণে মোৰ কোনো চিন্তা নাই। কাৰণ সিহঁতে মোৰ ভোজনৰ সামগ্ৰী মাত্ৰ। সিহঁতৰ নাম ন'ল'লেও হ'ব। কিন্তু মহীলা তুমি মনত ৰাখিবা সেই দুটা প্ৰাণীৰ ওচৰত যদি কিবা প্ৰকাৰে মোৰ লগোৱা তেন্তে তোমাৰ মৃত্যু অনিবাৰ্য্য। ১২৯১॥

দেৱীয়ে এইদৰে মহীলাক ভৱিষ্যত বাণী কৰি গৈছিল। মহীলাই দুজন মনুষ্য কুমাৰক ধৰি আনি বন্দী কৰি ৰাখিছেহি। এতিয়া আকৌ এটা বান্দৰ আহি ইয়াত ঘূৰি ফুৰিছেহি। মহীলাৰ যে মৃত্যুক্ষণ ওচৰ চাপি আহিছে সেইটো নিশ্চিত। এইদৰে সিহঁতৰ ভিতৰত কথা বাৰ্ত্তা পাতি থাকোতে আনুমাযে সিহঁতৰ ভাব ভঙ্গী বিলাক নিৰীক্ষণ কৰি থাকিবলৈ ধৰিলে। এইদৰে লামাণ্ড আৰু লাবানাক অনুসন্ধান কৰি থকা সময়তে আনুমাযে কিছুমান মাইকী মানুহে কাষত কলহলৈ পানী নিয়া দেখিলে। পানীলৈ ঘূৰি যোৱাৰ পিছত এজনী লিগিৰীয়ে ক'লে-। ১২৯২॥

আমাৰ ৰাজসভাত আগতে নাচগান, আমোদপ্ৰমোদ অতি সুন্দৰভাৱে সকলোৱেই মনপুতি কৰিছিল। কিন্তু আজি প্ৰায় কিছু দিনৰ পৰা মনুষ্য কুমাৰ দুজনক বন্দী কৰি থোৱা হেতুকে কাৰো হৃদয়ত আনন্দ আৰু মুখত হাঁহি নোহোৱা হৈছে। ১২৯৩॥

আনুমাযে লিগিৰীজনীৰ কথা বাৰ্ত্তা বিলাক ভালদৰে উপলব্ধি কৰিছিল। আনুমাযে এটা মাখিৰ ৰূপ ধাৰণ কৰি সিহঁতৰ পিছে পিছে যাবলৈ ধৰিলে। তেওঁ গৈ দেখিবলৈ পালে লামাণ্ড আৰু লাবানাক কাৰাগাৰত অচেতন কৰি পেলাই থৈছে। আনুমাযে কাৰাগাৰত প্ৰৱেশ কৰি লামাণ্ড আৰু লাবানাক জগাই দিলে। লামাণ্ড আৰু লাবানাই সাৰ পাই উঠি বহিল। দুয়ো উঠিয়েই মুখমণ্ডল, আঙ্কাতা, পিন্ধিছানা আদিক বিচাৰ কৰিলে তেওঁবিলাক ক'ত ? ১২৯৪॥

আনুমাযে তেতিয়া ক'লে- মহীলা ৰাক্ষসে আপোনালোকক হৰণ কৰি আনি ইয়াত ৰাখিছেহি। আপোনালোকে কি এই কথা বুজিবই পৰা নাই ? লামাণ্ডে তেতিয়া ক'লে- এতিয়া কি উপায় কৰা যায় ? কাৰণ আমাৰ হাতত যে কোনো অস্ত্ৰ শস্ত্ৰ নাই। এতিয়া আমি কি উপায়েৰে ৰক্ষা পাব পাৰো অৱশ্যে এটা ব্যৱস্থা কৰিব লাগে। আনুমাযে ক'লে-তাৰ কাৰণে প্ৰভু এককণিকো চিন্তা কৰিব নালাগে। কাৰণ ৰাক্ষস কুলক ধ্বংস কৰিবৰ কাৰণেই আপুনি মৰ্ত্তলোকত আবিৰ্ভাৱ হৈছে। ১২৯৫॥

ৰোকিসকলৰ নিমিত্তে অস্ত্ৰৰ কি প্ৰয়োজন ? মই গছ, শিল, পাথৰ আদিৰে এই ৰাক্ষসবিলাকক শেষ কৰি দিব পাৰিম।

আপোনালোকক যি দৰাকী দেৱীৰ ওচৰত বলি দিবৰ কাৰণে বন্দী কৰি ৰাখিছেহি, সেই

গৰাকী দেৱী অতি পূজনীয়া। আপোনালোকে এতিয়া ইয়াতে থাকক। মই অকলে দেৱীৰ ওচৰলৈ যাম। এই বুলি আনুমামে দেৱীৰ ওচৰত বিনীতভাৱে প্ৰাৰ্থনা কৰিলেগৈ-হে মাতৃ ! হে সকলোৰে পূজনীয়া দেৱী ! ১২৯৬॥

মহীলা ৰাক্ষসে লামাঙ আৰু লাখানাক হৰণ কৰি আনি কাৰাগাৰত ৰাখিছেহি। সিবিলাকক আনিবৰ কাৰণে আপুনিয়েই অনুমতি দিছিল নেকি ? মই হ'লে মহীলাক ধৰি সাগৰত পেলাই দিম। মই প্ৰভু লামাঙ আৰু লাখানাৰ দাস। আনুমামৰ কথাত দেৱীয়ে হাঁহিলে আৰু ক'লে- লামাঙ আৰু লাখানাক স্বৰ্গৰ দেৱতা বিলাকে মৰ্ত্ত্যলোকত জন্ম ল'বৰ কাৰণে পঠাইছে। যদি সেই লামাঙ আৰু লাখানাক মহীলাই হৰণ কৰি আনিছে, তেন্তে তেওঁৰ অবিলম্বে মৃত্যু ঘটিব। ১২৯৭॥

তুমি এতিয়া গৈ লামাঙ আৰু লাখানাক মোৰ ওচৰলৈ মাতি আনা। মহীলাকো মই মাতিছো বুলি ক'বা। সিনো মোৰ আগত কি কয় ? তুমি তেতিয়া তাৰ ডিঙি কাটি দিবা। লামাঙ দেৱ মনুষ্যৰ উদ্ধাৰ কৰোতা। পৃথিৱীৰ সকলো দেৱ মনুষ্যই তেওঁৰ প্ৰতীক্ষাৰত হৈ আছে। তেওঁ বুদ্ধ ৰূপে জন্মহৈ ভৱসাগৰৰ পৰা ধৰ্ম্মৰূপী নৌকাত সকলো দেৱ মনুষ্য সংঘকে ভৰাই পৰিত্ৰাণ কৰিব। সেই মহান ধৰ্ম্মাত্মা বোধিসত্বক মোৰ ওচৰলৈ মাতিছে বুলি ক'বা। ১২৯৮॥

দেৱীৰ মুখত এনে সাৰগৰ্ভিত কথা শুনি আনুমামে বৰ আনন্দ পালে। তেওঁ লামাঙৰ ওচৰলৈ গৈ দেৱীয়ে কোৱা কথা বিৱৰি ক'লে।

পূজাৰ সময় উপস্থিত হ'ল। মহীলাই পূজাৰ সকলো সামগ্ৰী গোটাই সসৈন্যে বাদ্য যন্ত্ৰ বজাই আনন্দ উৎসৱ কৰি দেৱীৰ পূজাৰ বেদীৰ কাষ চাপিল। মহীলা নিজ আসনত বিৰাজমান হ'ল। লগে লগে আনুমামে দেৱীৰ ওচৰত সাষ্টাংগে প্ৰণাম জনাই ক'লে- হে দেৱী ! আপুনি সৃষ্টিৰ আদি পাতনিৰে পৰা জগত তাৰিণীৰূপে বিৰাজমান। আজি মহীলাইনো কি অভিপ্ৰায়েৰে লামাঙ আৰু লাখানাক হৰণ কৰি আনি আপোনাৰ ওচৰত বলি দিব বিচাৰিছে। ১২৯৯॥

তেতিয়া দেৱীয়ে কৈ উঠিল- তোমালোকে মোৰ কথা শুনাহঁক। দেৱতা, গন্ধৰ্ব, কিন্নৰ আৰু অস্ত্ৰ ধাৰী বিলাক ! লামাঙ আৰু লাখানা হৈছে পৃথিৱীৰ শ্ৰেষ্ঠ মনুষ্য। তেওঁ বিলাকে তুষিত স্বৰ্গত বাস কৰি আছিল। এতিয়া মৰ্ত্ত্যলোকত আহি নৰমনুষ্য ৰূপে বাস কৰিছেহি। ১৩০০॥

দেৱীৰ কথা শুনি এজন গন্ধৰ্ব দেৱতাই অৰ্হৎ (জ্ঞান প্ৰাপ্ত ভিক্ষু) ৰ ৰূপ ধৰি আহি হাঁহি হাঁহি মহীলাৰ প্ৰতি ক'লে- তুমি মোক দেখি মুখ লুকুৱাইছা ? এতিয়া তোমাৰ কোনোমতে নিস্তাৰ নহ'ব। কাৰণ তোমাৰ মৃত্যুলৈ আৰু বেছি সময় নাই। মহীলা ৰাক্ষসে জ্ঞান প্ৰাপ্ত ভিক্ষুজনক দেখি মুখ ঘূৰাই ৰহিছিল। অৰ্হতে ক'লে-তুমি যি পাপ কৰিছা, তাৰ প্ৰতিফল এতিয়া হাতে হাতে পাবা। ১৩০১॥

তুমি ৰাক্ষসৰূপে জন্ম গ্ৰহণ কৰি পাতাল পুৰীত ৰাজকাৰ্য্য চলাই আছাহি। অহংৰ কথা শুনি মহীলাই ওলোটাই ক'লে- তুমি যি কথা কৈছা সি মূল্যহীন, কাৰণ তোমাৰ হৃদয়ত জ্ঞান অকনো নাই। যদি তুমি প্ৰকৃত জ্ঞানী হ'লাহেতেন, তেন্তে সমস্ত বিশ্বব্ৰহ্মাণ্ডৰ কথা ক'ব পাৰিলাহেঁতেন। মই তোমাৰ ৰাজ্যতে আছো। তথাপি তুমি মোক অভিশাপ দিছা। ১৩০২॥

মই কোনো গৰ্বিত বা অসৎ কাম কৰা নাই। তেতিয়া অহংতে ক'লে- তুমি পাতাল পুৰীত থাকি বিভিন্ন মায়াৰ বলত অহঙ্কাৰত মত্ত হৈ পৰিছা। কেৱল দিনে ৰাতিয়ে আনন্দ আৰু প্ৰমোদতে দিন কটাই আছা। তুমি তোমাৰ ৰাক্ষসকুল ধ্বংসৰ আকাংখ্যা কৰিছা। তুমি মায়াৰ সহায়েৰে হৰণ কৰি আনি বন্দী কৰি থোৱা লামাণ্ড আৰু লাবানা স্বৰ্গৰ মহান দেৱতা। তেওঁ বিলাকক দেৱতাসকলে নৰৰূপে মৰ্ত্ত্যলোকত জন্মগ্ৰহণ কৰিবলৈ পঠাইছে। কিন্তু মহাপাপৰ ভাগী হৈ কোনো অন্যায় নাই কৰা বুলি নিজকে বিশ্বাসৰ মহান পাত্ৰ বোলাবলৈ গৈছা ? ১৩০৩॥

আজি বান্দৰৰ হাতত তোমাৰ শিৰ ছিগি পৰিব। গতিকে তোমাক মই আগতীয়া কৰি সাৱধান কৰি দিছো। যদি তোমাৰ মোৰ কথাত কোনো বিশ্বাস জন্মা নাই তেন্তে ইয়াৰ পৰিণাম কিমান ভীষণ হ'ব তাক এতিয়া ভোগ কৰিবলৈ পাবা। এই বুলি কৈ অহং জন তাৰপৰা অন্তৰ্দ্ধান হ'ল। ইফালে পাতাল পুৰীৰ দেৱতাসকলে মহীলাৰ মৃত্যুৰ বেহৰূপ চাবৰ কাৰণে দেৱীৰ ওচৰত বিৰাজমান হৈ থাকিল। ১৩০৪॥

ৰাক্ষস বিলাকে পূজাৰ উপযুক্ত সময় হ'ল বুলি ঢোল, পেপা, বিভিন্ন বাদ্যযন্ত্ৰ বজাই আনন্দ কৰিবলৈ ধৰিলে। মহীলাই ধীৰে ধীৰে গৈ দেৱীক সেৱা জনালে। ইফালে জোপলৈ থকা আনুমামে সাউৎকৰে আহি মহীলাৰ ডিঙি চেপি মোহাৰি ছিঙি পেলালে। দেৱী কেৱল মৌন হৈয়েই থাকিল। ৰাক্ষসবিলাকে মহীলাৰ মৃত্যুৰ বাতৰি নি মহীলাৰ পত্নীক দিলেগৈ। ১৩০৫॥

স্বামীৰ মৃত্যুৰ খবৰ পায়েই মহীলাৰ পত্নীয়ে আউলী বাউলী হৈ সসৈন্যে যুদ্ধ যাত্ৰা কৰিলে। তেওঁ আহি আনুমামৰ লগত তুমুল ৰণ কৰিবলৈ ধৰিলে। আনুমামে প্ৰকাণ্ড গছ উভালি ৰাক্ষস বিলাকক মাৰি থাণ্টোং কৰিবলৈ ধৰিলে। ১৩০৬॥

ৰাক্ষসৰ সেনা ইমান বিলাক নিধন হ'ল যে সেয়া কল্পনাৰো অতীত। আনুমামে মহীলাৰ পত্নীৰ বুকুত জপিয়াই পৰি তেওঁকো মাৰি পেলালে। ৰাণী তেতিয়া দহমহীয়া গৰ্ভৱতী আছিল। আনুমামৰ গোৰত ৰাণীৰ গৰ্ভৰ সন্তান বাহিৰ হৈ সিয়ো হাতত গদালৈ আনুমামৰ লগত যুদ্ধ কৰিবলৈ ধৰিলে। আনুমামে হাতেৰে ধৰি তিনিবাৰ মান জোকাৰিও তাক একো কৰিব নোৱাৰিলে। কাৰণ তাৰ শৰীৰটো অতি পিছল আছিল। গতিকে সি হাতৰ পৰা পিছলি ওলাই যায়। আনুমামে কোনোমতে হাতত ধৰি ৰাখিব নোৱাৰে। সেই ৰাক্ষস শিশুৰ গতিবেগ আছিল বায়ুৰ দৰে। ১৩০৭॥

নৱজাতক শিশুটোৰ কাণ্ড কাৰখানা আৰু প্ৰকোপ দেখি আনুমাম বিস্মিত হৈছিল আৰু তেওঁ মনে মনে হাঁহিছিল। লামাঙ আৰু লাখানাইও শিশুটিৰ কাৰ্যকলাপত খুব হাঁহিলে। আনুমামে ঠিতাতে এটা শিল মাৰি শিশুটিৰ প্ৰাণ হৰি পেলালে। আনুমামৰ পৰাক্ৰমৰ সম্মুখত ৰাক্ষস বিলাক তিষ্টিব নোৱাৰি ফৰিংফুটা দিলে। যুদ্ধ ক্ষেত্ৰত ৰাক্ষসবিলাকক নিধন কৰি বাট মোকোলাই লৈ তেওঁ লামাঙ আৰু লাখানাৰ ওচৰ পালেগৈ। ১৩০৮॥

কালীদেৱী আৰু পাতালপুৰীৰ দেৱতা সকলে লামাঙ আৰু লাখানাৰ উত্তৰোত্তৰ উন্নতি কামনা কৰি সিবিলাকক বিদায় দিলে। এইদৰে আনুমাম, লামাঙ আৰু লাখানাই পাতালপুৰীৰ দেৱতাৰ পৰা শুভেচ্ছা গ্ৰহণ কৰি লঙ্কাৰ অভিমুখে যাত্ৰা কৰিলে। লঙ্কাত সুখালিকা, পিফিছানা. চাম্পুমাম, নালা, নীলাই লামাঙ আৰু লাখানাক ঘূৰাই পাই স্বস্তিৰ নিশ্বাস পেলালে। পুনৰ কেঁকোৰা ঠেঙেৰে তৈয়াৰী মাৰিৰে ঢোল পিটি বান্দৰ বিলাকে ৰণভূমি খলক লগালে। যুদ্ধ ক্ষেত্ৰ পুনৰ সজীৱ হৈ উঠিল। ১৩০৯॥

## ॥ মন্দোদৰীৰ পৰামৰ্শ অগ্ৰাহ্য কৰি ৰাৱণৰ যুদ্ধ ॥

মহীলাৰ আনুমামৰ হাতত মৃত্যু হ'ল। আৰু আনুমামে পাতালপুৰীৰ ৰাক্ষস বিলাক ধ্বংস কৰি লামাঙ আৰু লাখানাক উদ্ধাৰ কৰি আনিলে। এই খবৰ শুনাৰ লগে লগে চিপহৌলাঙ্কাৰ মন একেবাৰে অস্থিৰ হৈ পৰিল। এতিয়া চিপহৌলাঙ্কাক সহায় কৰিবলৈ আৰু কোনো নাই। এই বুলি চিপহৌলাঙ্কাই বিছটা চকুৰে কান্দি কান্দি চকুৰ পানীৰে নৈ বোৱাই দিলে। তেতিয়া ৰাণী মুক্তাঞ্জলীয়ে আহি ৰজাক সান্ত্বনা দি ক'লে- হে নাথ ! লামাঙ সাধাৰণ মনুষ্য নহয়। স্বৰ্গৰ দেৱতা। মৰ্ত্যলোকত আহি নৰৰূপে অৱতাৰ লৈছে। ভৱিষ্যতবাণী মই আপোনাক আগতেই কৰিছিলো। লামাঙৰ লগত বিৰোধিতা কৰাটো মঙ্গলজনক নহ'ব বুলি। ১৩১০॥

আপুনি মোৰ কথাক তৃণ জ্ঞান কৰি উৰাই দিছিল। এজনী মনুষ্য স্ত্ৰী নাংসীতাৰ নিমিত্তেই নিজৰ পুত্ৰ আৰু দেশৰ ধৰণীধৰ সেনাবিলাক ধূলিসাৎ হৈ গ'ল। এতিয়াও আপুনি নাংসীতাক ঘূৰাই দিয়ক। যদি ঘূৰাই নিদিয়ে, হয়তো আৰু বিপদ হ'ব। তেতিয়া চিপহৌলাঙ্কাই ক'লে- প্ৰিয়ে তোমাৰ অন্তৰৰ কথা মই বুজো। কিন্তু এতিয়া নাংসীতাক ঘূৰাই দিলে সংসাৰ বাসীয়ে মোক হাঁহিব। ১৩১১॥

শত্ৰুৰ গৃহত থকা ভাই পিফিছানায়োঁ হাঁহিব। তেওঁ ক'ব এতিয়া আমালৈ ভয় কৰি নাংসীতাক ঘূৰাই দিছে। দেৱতাবিলাকেও ক'ব-অৱশেষত ভয়ৰ বশৱৰ্তী হৈ নাংসীতাক ঘূৰাই দি ক্ষমা প্ৰাৰ্থনা কৰিছে। গতিকে মোৰ ভাগ্যত যি ঘটিব লগীয়া আছে সেয়ে হ'ব। যুদ্ধত প্ৰাণ এৰিলেও মোৰ মান সম্মান আৰু মৰ্য্যাদা মৃত্যুতকৈ বহুত গুণে শ্ৰেষ্ঠ। ১৩১২॥

ৰাণীক এইদৰে কৈ উঠিযেই চিপহৌলাঙ্কাই ধুনীয়া সাজপাৰ পিন্ধি যুদ্ধৰ কাৰণে সাজু হ'ল। ৰাণীয়ে তেওঁৰ দহ হাজাৰ লিগিৰীলৈ ভিতৰ সোমাল। ৰজাই দহোটা স্বৰ্ণ মুকুট দহোটা মূৰত ধাৰণ কৰি ল'লে। লগে লগে পুত্ৰৰ কথা মনলৈ অহাত শোক আৰু খঙত টিঙিৰি তুলা দি উঠিল। ১৩১৩॥

## অধ্যায়-২৬

ৰাজ্যত যিমানবিলাক প্ৰজা আছিল সকলোকে যুদ্ধৰ নিমিত্তে ওলাই আহিবলৈ আদেশ দিলে। অৱশিষ্ট সকলো প্ৰজা অস্ত্ৰ শস্ত্ৰ আদিলৈ যুদ্ধৰ বেগেৰে ৰণক্ষেত্ৰলৈ ওলাই আহিল। ৰাক্ষস বিলাকৰ গাৰ নোম বিলাক কেঁকোৰা কেঁকুৰি আৰু সৰ্বশৰীৰ ঢাকখাই থকা আছিল। ১৩১৪॥

ৰথ, ঘোঁৰা আৰু হাতীত উঠি সৈন্যবিলাকে ঢোল, পেঁপা, বাঁহী বজাই হাতত দা, যাঠি, ঢাল, শেল আৰু তৰোৱাল আদি লৈ সু সজ্জিত হৈ যাবলৈ ধৰিলে। ১৩১৫॥

ৰাক্ষসৰ কোলাহলে সমস্ত মেদিনী ভূমিকম্পৰ দৰে কঁপাই তুলিলে। ৰজা চিপহৌলাঙ্কা নগৰৰ পূব দুৱাৰেদি এনেদৰে নামিল যেন স্বৰ্গৰ পৰা মৰ্ত্ত্যলোকলৈহে নামি আহিছে। স্বৰ্ণৰে নিৰ্মিত ৰথৰ ওপৰত উঠি হাতত ধনুশৰ লৈ ৰাক্ষসৰাজে লামাঙক ক'লে-। ১৩১৬॥

হেৰা লামাঙ। এইবাৰ তোমাৰ কোনোপধ্যে ৰক্ষা নহ'ব। এই অমোঘ বাণেৰে তোমাৰ শৰীৰ ক্ষত বিক্ষত কৰা হ'ব। বাকী তোমাৰ বান্দৰ সৈন্য বিলাককো যমপুৰ দৰ্শন কৰাম। তোমালোক দুয়োজনৰে মৃতদেহ নি নাংসীতাক দৰ্শন কৰোৱাম। ১৩১৭॥

যাতে নাংসীতা কান্দি কান্দি অচেতন হৈ যায়। চিপহৌলাঙ্কাৰ গৰোক্তি শুনি সুখালিকাই ক'লে- অধম ৰাক্ষস চিপহৌলাঙ্কা। তোমাৰ এতিয়াও লাজ নহ'ল। সমস্ত পুত্ৰ আৰু বীৰ ৰণক্ষেত্ৰত মৃত্যুৰ মুখত পৰিল কিন্তু তোমাৰ এতিয়াও লজ্জাবোধ হোৱা নাই। ১৩১৮॥

এতিয়া তুমিহে মাত্ৰ বাকী আছা। তুমি এতিয়া অহঙ্কাৰ কৰিলে নচলিব। আজি তোমাৰ প্ৰাণ আমাৰ হাতত বলি হ'ব। তোমাৰ যে মৃত্যু বোধিসত্ত্বৰ হাতত হ'ব সেইটো অৱশ্যম্ভাবী। প্ৰভু বোধিসত্ত্ব লামাঙে আজ্ঞা প্ৰদান কৰা হ'লে তোমাৰ স্বৰ্ণ লঙ্কা কেতিয়াবাই ছাৰখাৰ হৈ গ'লহেঁতেন। তোমাৰ ৰাজ্যৰ যিমান বিলাক ৰাক্ষস সেই সকলোকে কাটি কুটি লণ্ড ভণ্ড কৰি পেলালোহেঁতেন। কিংবা ৰাজ্যৰ ৰজাৰ পৰাক্ৰম তোমালোকে এতিয়াও জনা নাই। তোমাক মই তৃণ যেন ও জ্ঞান নকৰো। তোমাৰ স্বৰ্ণলঙ্কাৰ উত্তৰাধিকাৰী হ'ব তোমাৰ ভাই পিপিছানা। তোমাৰ জীৱন লীলা আজিয়েই নিঃশেষ কৰা হ'ব। ১৩১৯॥

সুখালিকাৰ কথাত চিপহৌলাঙ্কাৰ ক্ৰোধময় ৰং উঠিল। লামাঙে তেতিয়া ক'লে- মই তুষিত ৰাজ্যৰ পৰা আহি মৰ্ত্ত্যলোকত নৰৰূপে জন্ম গ্ৰহণ কৰিছোঁহি। মই দশশীল ধৰ্ম্ম পালন

কৰো। মোৰ হাতত এইয়া দেৱপ্ৰদত্ত ধনুৰ্ব্বাণ সুৰক্ষিত হৈ আছে। ডাল বৃক্ষ ভেদ কৰাৰ দৰে তোমাকো আজি মই ভেদ কৰিম। তুমি বোধকৰো এতিয়াও দ'কৈ ভাবি চিন্তি চোৱা নাই। ১৩২০॥

লামাঙৰ কথাত পিফিছানাই ক'লে- হেৰ' চিপহৌ ! তোমাক ব্ৰহ্মাই ত্ৰিভুৱনৰ ওপৰতহে অধিপতি পতা আছিল। তাৰ ভিতৰত বান্দৰ মনুষ্য আৰু অস্ত্ৰ শস্ত্ৰৰ ওপৰত নহয়। তোমাক এতিয়া এই তিনিবিধে আক্ৰমণ কৰিব। এতিয়া তুমি পূৰ্বৰ জ্ঞানৰ কথা চিন্তা কৰা। ১৩২১॥

পিফিছানাই যেতিয়া চিপহৌলাঙ্কাৰ পূৰ্বজ্ঞানৰ কথা সোঁৱৰাই দিলে তেতিয়া চিপহৌলাঙ্কাই চিন্তা কৰি চাই মনে মনে গৰ্ব কৰিবলৈ ধৰিলে যে তেওঁৰ মৃত্যু কোনোপধ্যে হ'ব নোৱাৰে। মোক বিশ্বপিতাই আমৰণ অস্ত্ৰ দিয়া আছে যাক মই ৰাজভড়ালত সুৰক্ষিত কৰি ৰাখিছো। ভাবি চিন্তি থাকোতেই চিপহৌলাঙ্কাৰ মৃত পুতেক হঁতৰ কথা মনত পৰিল। তেওঁ ক্ৰোধত অগ্নিশৰ্মাহৈ সৈন্য বিলাকক আদেশ দিলে- তোমালোকে কি চাই আছা ? ১৩২২॥

তোমালোকে বান্দৰবিলাকক মাৰি ভোজনৰূপে ব্যৱহাৰ কিয় কৰা নাই? লগে লগে ৰাক্ষস বিলাকে যাঠি, জোং শেল আদিলৈ বান্দৰবিলাকক অৰ্তকিতে আক্ৰমণ কৰিলে। বান্দৰবিলাকে তেতিয়া ভয়তে পলাবলৈ ধৰিলে। ১৩২৩॥

বান্দৰবিলাকে পলায়ন কৰাত সুখালিকাই দাবী দি ক'লে- তোমালোকে কিয় পলাইছাহঁক? তোমালোকে ৰাক্ষস বিলাক একালৰ পৰা শেষ কৰি যোঁৱা। সিহঁতৰ মাংস যাতে কুকুৰ শিয়ালে খাই জঁকাটোহে বাকী ৰাখে। ১৩২৪॥

সুখালিকাৰ আদেশত বান্দৰবিলাকে প্ৰাণ পণে ৰাক্ষসৰ লগত তুমুল যুদ্ধ কৰিবলৈ ধৰিলে। প্ৰকাণ্ড গছ আৰু শিলাখণ্ডলৈ বান্দৰবিলাকে ৰাক্ষস বিলাকক একালৰ পৰা মাৰি নিঃশেষ কৰি যাবলৈ ধৰিলে। কোনো পক্ষই কম নহয়। ১৩২৫॥

দুয়োপক্ষৰ মাজত এনে তয়াময়া যুদ্ধ হ'ল যে সমস্ত পৃথিৱীতে তোলপাৰ লাগি গ'ল। বান্দৰ আৰু ৰাক্ষসৰ বিকট চিঞৰ আৰু অট্টহাস্য তথা হাতী, ঘোঁৰাৰ চিঞৰে আকাশত মেঘে গজাৰ দৰে শব্দৰ সৃষ্টি কৰিছিল। ১৩২৬॥

## ॥ ৰাম ৰাৱণৰ যুদ্ধ ॥

দুয়ো পক্ষৰ সেনা মৰি তেজৰ নদী বৈ গৈছিল। চিপহৌলাঙ্কাই বৰষুণৰ দৰে বাণ বৰষিবলৈ ধৰিলে। আৰু লামাঙৰ বাণে চিপহৌলাঙ্কাৰ বাণ কাটি টুকুৰা টুকুৰ কৰিলে। ১৩২৭॥

ইফালে দেৱৰাজ ইন্দ্ৰই স্বৰ্গধামৰ পৰা নামি আহি লামাঙক বিভিন্ন বাণৰ যোগান ধৰি আছে। দেৱতা সকলে ঢোল, পেঁপা, বাঁহী, বীণ বজাই লামাঙক দুগুণে উৎসাহিত কৰি তুলিছে। ১৩২৮॥

দেৱতাসকলৰ কাৰ্য্যকলাপ দেখি চিপহৌলাঙ্কা খণ্ডত অতিষ্ঠ হৈ চিঞঁৰিবলৈ ধৰিলে- হেৰ' নীচ কুলৰ দেৱতাইঁত। এই যুদ্ধৰ সামৰণি পৰিলেই তইঁতৰ প্ৰত্যেকৰে মূৰ কাটি মাৰি তইঁতৰ বংশ মৰ্যাদা নিচিহ্ন কৰি পেলাম। এই মোৰ তীক্ষ্ণ ঢালেৰে তইঁতৰ ডিঙি কাটি চূৰমাৰ কৰিম। ১৩২৯॥

চিপহৌলাঙ্কাই তৰ্জন গৰ্জন কৰি উঠিল- মই জীৱিত থকা সত্ত্বেও তইঁতে কেৱল মোৰ শত্ৰু লামাঙৰ গুণ গানহে কৰি থাকিবলৈ লৈছইঁক। তইঁতক কাটি কুটি কৈচামাংস নাখাওঁ মানে মোৰ শান্তি নহ'ব। এই বুলি গালি গালাজ পাৰি চিপহৌলাঙ্কাই বাণ নিক্ষেপ কৰিলে। কিন্তু সেই বাণে লামাঙক একো কৰিব নোৱাৰিলে। পুনৰ এপাট বাণ মাৰিলে। লগে লগে লামাঙে শৰ মাৰি চিপহৌলাঙ্কাৰ সমস্ত বাণ খণ্ডন কৰি পেলালে। এইবাৰ চিপহৌলাঙ্কাই নাগবাণ প্ৰয়োগ কৰিলে। কিন্তু লামাঙে গৰুড়বাণ নিক্ষেপ কৰিলত সেই বাণ গিলি খাই পেলালে। ১৩৩০॥

চিপহৌলাঙ্কাই যিমান বিলাক বাণ প্ৰয়োগ কৰিলে, সেই সকলো লামাঙে ব্যৰ্থ কৰি পেলালে। লঙ্কেশ্বৰে এইবাৰ শেল প্ৰয়োগ কৰিলে। কিন্তু লামাঙে তাকো খণ্ডন কৰি পেলালে। পুনৰ লঙ্কেশ্বৰে গদাৰে প্ৰহাৰ কৰিলে। তাকো লামাঙে হাতেৰে চূৰমাৰ কৰিলে। ১৩৩১॥

চিপহৌলাঙ্কাৰ অগ্নিবাণক লামাঙে বায়ুবাণ মাৰি ঘূৰাই পঠালে। বায়ুবাণে ভালে সংখ্যক ৰাক্ষসক উৰুৱাই নিলে। ৰাক্ষসৰ অগ্নিবাণে বিশেষভাৱে ৰাক্ষসৰহে অনিষ্ট সাধন কৰিলে। ১৩৩২॥

এনে পৰিস্থিতিত চিপহৌলাঙ্কাই তীক্ষ্ণবাণ নিক্ষেপ কৰি লামাঙক মাটিত বগৰাই পেলালে। পুনৰ লামাঙে তীক্ষ্ণবাণ নিক্ষেপ কৰি চিপহৌলাঙ্কাক ৰথৰ পৰা বগৰাই পেলালে। ১৩৩৩॥

লামাঙে অতি ক্ৰোধেৰে চিপহৌলাঙ্কাক ক'লে- হেৰা মূৰ্খ ৰাক্ষস! বলাহে মোৰ সুন্দৰী স্ত্ৰী হৰণ কৰি আনিবলৈ তোমাৰ অকনো লজ্জাবোধ নহ'লনে? এইবাৰ মোৰ এই তীক্ষ্ণবাণৰ সন্মুখত তোমাৰ কোনোপধ্যে ৰক্ষা ন'হব। ইফালে চিপহৌলাঙ্কাই অগ্নি গদালৈ লামাঙৰ ফালে চোঁচা ল'লে। ১৩৩৪॥

সেই অগ্নি গদা যাৰ গাত পৰিব তাৰ আৰু কোনোমতে ৰক্ষা নহ'ব। চিপহৌলাঙ্কাই যেতিয়া যোৱাত লামাঙে বাণ মাৰি অগ্নিগদা ডাল টুকুৰা টুকুৰ কৰি পেলালে। অগ্নিগদাৰ ওজন পঞ্চাশ মোন আছিল। অগ্নিগদাৰ ফিৰিঙতি বিলাকে গৈ ৰাক্ষসবিলাকৰহে অনিষ্ট কৰিলে। সেই বাণৰ প্ৰহাৰত কোটি কোটি ৰাক্ষস নিহত হ'ল। ১৩৩৫॥

তাৰ পাছত লামাঙে আৰু এপাট বাণ নিক্ষেপ কৰিলে। চিপহৌলাঙ্কা ৰথৰ পৰা বাগৰি পৰিল। লঙ্কেশ্বৰৰ সাৰথিয়ে মনত ভয় পাই ৰথখন এক যোজন আঁতৰলৈ লৈ গ'ল। ৰাক্ষসবিলাকে তেতিয়া পিছে পিছে খেদি গ'ল। চিপহৌলাঙ্কাই চেতনা পাই সাৰথিক খঙেৰে ক'লে- তুমি ৰথ ঘূৰাই কিয় আনিলা? ব'লা, আকৌ লামাঙৰ ফালে ৰথ চলাই দিয়া। এইবাৰ চিপহৌলাঙ্কাৰ ক্ৰোধ

ক্ৰমে বেছি হ'ল। তেওঁ তীব্ৰগতিত শৰ মাৰিবলৈ ধৰিলে। ১৩৩৬॥

সেই শৰৰ প্ৰহাৰত বান্দৰবিলাক যেনি তেনি পলাই পত্ৰং দিব ধৰিলে। লামাঙ আৰু লাখানায়ো চকুমুদি বাণ নিক্ষেপ কৰিবলৈ ধৰিলে। তেতিয়া ৰাক্ষসবিলাকে প্ৰাণৰ মমতাত ফৰিঙ ছিটিকা দিলে। ১৩৩৭॥

চিপহৌলাঙ্কাই প্ৰাণে পণে বাণ নিক্ষেপ কৰিবলৈ ধৰিলে। কিন্তু লামাঙে ইন্দ্ৰবাণ নিক্ষেপ কৰি চিপহৌলাঙ্কাৰ মূৰ ছিঙি মাটিত পেলাই দিলে। আৰু এপাট বাণ মাৰি লঙ্কেশ্বৰৰ বিছখন হাত কাটি পেলালে। কিন্তু চিপহৌৰ মূৰ হাত জোৰা লাগি গ'ল। লামাঙ আৰু লাখানাই যুদ্ধ কৰি ভাগৰ অনুভৱ কৰা দেখি সুখালিকাই তেওঁবিলাকক শিবিৰৰ ফালে বিশ্ৰামৰ নিমিত্তে লৈ গ'ল। ১৩৩৮॥

চিপহৌলাঙ্কায়ো ক্ষন্তেক জিৰণিৰ নিমিত্তে সৈন্যসহ নিজ শিবিৰলৈ যাত্ৰা কৰিলে। শিবিৰত গৈ লামাঙৰ ডাঙৰ চিন্তা হ'ল। কাৰণ চিপহৌলাঙ্কাৰ মূৰ আৰু হাত বাৰে বাৰে কাটি দিয়া সত্বেও জোৰা লাগি যায়। তেনে অৱস্থাত নাংসীতাক উদ্ধাৰ কৰাটো অসম্ভৱ। এতিয়া কি উপায়েৰে চিপহৌলাঙ্কাক নিধন কৰিব পৰা যায় তাৰহে উপায় উলিয়াব লাগে। এইবুলি লামাঙে পিকিছানাক সুধিলে। ১৩৩৯ ॥

পিকিছানাই লামাঙক পূৰ্বৰ কথা স্মৰণ কৰাই দিলে। পূৰ্বে ব্ৰহ্মাই চিপহৌলাঙ্কাক বৰ প্ৰদান কৰা আছে যে তেওঁৰ হাত ভৰি আৰু মূৰ ছিগি গলেও পুনৰ জোৰা লাগি যায়। ১৩৪০॥

কাৰণ দাদা চিপহৌলাঙ্কাই ব্ৰহ্মাৰ পৰা আমৰণ বৰ বিচাৰিছিল। ব্ৰহ্মাই তেওঁক সকলো অঙ্গ ক্ষত বিক্ষত হৈ ছিগি গ'লেও পুনৰ জোৰা লাগিব বুলি বৰ দিয়া আছে। ১৩৪১॥

পুনৰ ব্ৰহ্মাই ক'লে-তুমি আৰু অন্যবৰ খুজিবৰ কোনো কাৰণ নাই। কিন্তু চিপহৌলাঙ্কাই কেৱল একেটা বৰকে লেৰা নেপেৰাকৈ খুজি থাকিবলৈ ধৰিলে। কোনো উপায় নাপাই ব্ৰহ্মাই চিপহৌলাঙ্কাই এপাট ''অমৰণ অস্ত্ৰ'' নিৰ্ম্মাণ কৰি দি কলে-এইপাট অস্ত্ৰ খুব সাৱধানে ৰাখিবা। এই অস্ত্ৰ ৰক্ষা কৰিব নোৱাৰিলে তোমাৰ মৃত্যু সুনিশ্চিত হ'ব। গতিকে ইয়াক খুব সাৱধানে ৰাখিবা। ১৩৪২॥

এইবুলি কৈয়েই ব্ৰহ্মা অন্তৰ্ধান হ'ল। লামাঙে তেতিয়া ক'লে- সিয়ো এটা চিন্তাৰ বিষয় হৈ পৰিছে। সেইপাট অস্ত্ৰ বা তেওঁ কোন ঠাইত সুৰক্ষিত কৰি ৰাখিছে। কোনেনো সেইপাট অস্ত্ৰ আনি মোক সহায় কৰিব ? লামাঙৰ গভীৰ চিন্তা ভাৱনাত আনুমানে বীৰভাৱে মাত লগালে। ১৩৪৩॥

প্ৰভু ! আপুনি এই বিষয়ে তিলমানো চিন্তা নকৰিব। সেই অস্ত্ৰপাট আপোনাৰ কৃপা হ'লে মই আপোনাৰ হাতত আনি দিবহি পাৰিম। লামাঙে আনুমানৰ সাহস আৰু পৰাক্ৰমত সাধুবাদ কৰিলে। ১৩৪৪॥

## ॥ হনুমানৰ দ্বাৰা ৰাৱণৰ অমৰণ অস্ত্ৰ হস্তগত ॥

লামাঙৰ পৰা বিদায় লৈ আনুমামে এজন বৃদ্ধ ব্ৰাহ্মণৰ বেশ ধাৰণ কৰিলে। দাড়ি চুলি বিলাক পকা কৰি লৈ তেওঁ ৰাণী মুক্তাতাস্তালীৰ গৃহত প্ৰৱেশ কৰিলে। আনুমামে মায়াবী ৰূপেৰে ৰাণীক শুভেচ্ছা অভিনন্দন জনালে। ৰাণীয়ে ব্ৰাহ্মণ জ্যোতিষীক আদৰ সাদৰ কৰি বহুৱালে আৰু আনুমামেও ৰাণীক বহিবলৈ সঙ্কেত কৰিলে। ১৩৪৫ ॥

ৰাণীয়ে বৃদ্ধ জ্যোতিষী ব্ৰাহ্মণক ক'লে- হে জ্যোতিষীৰাজ ! আপোনাৰ আগমনৰ অভিপ্ৰায়নো কি ? বৃদ্ধ ব্ৰাহ্মণে ক'লে- ৰাজ্যত কিছুমান হুলস্থূলীয়া পৰিবেশৰ সৃষ্টি হৈ থকাৰ হেতুকে তাৰে খা খবৰ লবৰ নিমিত্তে মই আহি ইয়াত উপস্থিত হৈছোঁহি। শুনিবলৈ পাইছোঁ বোলে আমাৰ ৰজাই হেনো দুজন মনুষ্য কুমাৰ আৰু কিছুমান বান্দৰ সেনাৰ লগত অবিৰাম যুদ্ধ বিগ্ৰহ কৰি আছে। অৱশ্যে যুদ্ধত আমাৰ ৰজাৰেই জয়ী হ'ব। মোৰ গণনাৰ মতে কোনো ব্যতিক্ৰম নহয়। চিন্তাৰ কোনো কাৰণ নাই ১৩৪৬ ॥

মুক্তাতাস্তালী ৰাণীয়ে হুমুনিয়াহ ছাৰি বেজাৰ মনেৰে ক'লে-আমাৰ ৰাজ্যত যিমান বিলাক বীৰ বীৰাঙ্গনা আৰু মহান সেনাপতি আছিল সেই সকলোৱেই যুদ্ধত প্ৰাণ বিৰ্সজন দিলে। এতিয়া একমাত্ৰ ৰজাহে বাকী আছে। তেওঁৰ বা কি অৱস্থা হয় মই একো ভাবি পোৱা নাই। ১৩৪৭ ॥

গতিকে হে জ্যোতিষী ! আমাৰ ৰজাৰ বিষয়ে এখন ভাল মঙ্গল চাই দিয়কচোন। ব্ৰাহ্মণে ক'লে- ৰজাৰ কোনো অসুবিধা নহয়। ৰাণীয়ে প্ৰশ্ন কৰিলে- আপুনি কেনেকৈ জানিলে ? ভেশহল ধৰি থকা বৃদ্ধ আনুমামে ক'লে- মোৰ পুথি পাজি বিলাকত সকলো কথা বিৱৰি লিখা আছে। সেই মৰ্মে জানিব পাৰিছোঁ যে ৰজাৰ কোনো ক্ষতি নহ'ব। কাৰণ ৰজাৰ অমৰণ অস্ত্ৰ পাট আপোনাৰ হাততেই সুৰক্ষিত আছে। গতিকে ৰজাৰ মৃত্যু কোনোপধ্যে হ'ব নোৱাৰে। ৰাণীয়ে ক'লে- মোৰ হাতত কোনো অস্ত্ৰ শস্ত্ৰ নাই। আপুনিনো মোৰ হাতত অমৰণাস্ত্ৰ আছে বুলি কেনেকৈ জানিলে ? আনুমামে তেতিয়া ক'লে তেন্তে মই কোৱা কথাখিনি মিছাহে হ'ল। মোৰ শাস্ত্ৰৰ মতেহে মই কৈছোঁ। ১৩৪৮ ॥

যদি আপোনাৰ হাতত মৰণাস্ত্ৰ নাই আৰু মোৰ কথাত আপোনাৰ কোনো বিশ্বাস হোৱা নাই তেন্তে এইবিলাক আপোনাৰ আগত গাই মেলি মোৰ কোনো লাভ নাই। মই তেন্তে এতিয়া উঠোহে। মই কোৱাদি যদি মৰণাস্ত্ৰ আপোনাৰ হাতত পোৱাহ'লে মই সেই অস্ত্ৰপাটত নতুনকৈ মন্ত্ৰফুকি দি আৰু সতেজ কৰি দিলোহেঁতেন। তেতিয়া মৰণাস্ত্ৰ আৰু বলবান হ'লহেঁতেন। মই ভাবিছিলো, আমাৰ ৰজা আৰু বিভীষণৰ মাজত শত্ৰুতা হৈ থকা কাৰণে বিভীষণেই হয়তো ৰজাৰ কেনেবা অমৰণাস্ত্ৰ পাট চুৰি কৰি লৈ যাব পাৰে। গতিকে কোনেও একো কৰিব নোৱাৰা আৰু সতৰ্ক কৰি

গ'লোহেঁতেন। আপোনাৰ হাতত অক্ৰপাট নাই বুলি কৈছে যেতিয়া মই মোৰ ঘৰৰ অভিমুখে গৈ থাকো। মই ভাবিছিলো আপুনি অবলা নাৰী। পিফিছানাই হয়তো বল প্ৰয়োগ কৰি অমৰাণাত্ৰ লৈ যাব পাৰে। আৰু ফলস্বৰূপে ৰজাৰ মৃত্যু ঘটিব পাৰে। আপোনাৰ হাতত নাই যেতিয়া কোনো কথা নাই, মই আহোঁহে। ১৩৪৯॥

কিছু পৰৰ পিছত ৰাণীৰ মৰণাস্ত্ৰৰ কথা মনত পৰিল। লগে লগে বৃদ্ধ ব্ৰাহ্মণক পুনৰ বহিবলৈ ক'লে। ব্ৰাহ্মণে তেতিয়া ক'লে- হে দেৱী পুনৰ আপুনি কি নিমিত্তে মোক মাতিলে ? ৰাণীয়ে ক'লে- আমাৰ ৰাজ্যৰ এই অচলাৱস্থানো কেতিয়াৰপৰা সবল হ'ব আপুনি আৰু এবাৰ ভালদৰে গণনা কৰি চাই দিয়কচোন। ১৩৫০॥

বৃদ্ধ ব্ৰাহ্মণে তেতিয়া ক'লে- হে ৰাণী ! মই যিখন পুথিৰ দ্বাৰা মঙ্গলামঙ্গল চাওঁ সেইখন পুথি ঘৰতে এৰি আঁহিলো। মই ঘৰতে চাই আপোনাক খবৰটো দিবৰ কাৰণে লৰালৰিকৈ আহিছিলো। মোৰ ঘৰত কেইবা প্ৰকাৰৰো পুথি পাজি আছে। সেইবিলাক তন্ন তন্ন কৰি চাই চিতিহে আপোনাক সবিশেষ পুনৰ জনাব পাৰিম। ১৩৫১॥

মোৰ হাতত বৰ্ত্তমান যি কেইখন পুথি আনিছো সেইকেইখনৰ মতে আপোনাৰ হাততে অমৰণাত্ৰ থাকিব লাগে। ৰাণীয়ে তেতিয়া ক'লে-হে গুৰুদেৱ! মই পাহৰিয়েই গৈছিলো। সেই অমৰণাত্ৰ পাট আমাৰ ৰাজভড়ালত সুৰক্ষিত কৰি ৰখা আছে। সেই পাট বুলি ৰাণীয়ে আঙুলিৰে সঙ্কেত কৰিলে আৰু ক'লে- কালিলৈ ৰাতিপুৱা আহি সকলো মঙ্গলা মঙ্গল মোক জনাবহি। ১৩৫২॥

বৃদ্ধ জ্যোতিষীয়ে অমৰানাত্ৰৰ প্ৰকৃত সন্ধান পাই পুনৰ আনুমামৰ বেশ ধৰি ৰাজভড়ালত জপিয়াই পৰিল। অমৰনাত্ৰ পাট সযত্নে লৈ লামাণ্ডৰ ওচৰলৈ তেওঁ ঢাপলি মেলিলে। লামাণ্ডৰ ওচৰ পাই আনুমামে অমৰনাত্ৰ পাট উলিয়াই তেওঁৰ হাতত অৰ্পণ কৰিলে। লামাণ্ডে আনুমামৰ ভীষণ সাহস আৰু বুদ্ধি কৌশলত অত্যন্ত সুখী হ'ল আৰু তেওঁক ভূৰি ভূৰি প্ৰশংসা কৰিলে। সুখালিকাই বান্দৰ সেনাবিলাকক যুদ্ধলৈ ওলাবৰ কাৰণে আদেশ দিলে। বান্দৰ সেনা বিলাকে গছ, উভালিলৈ, গদালৈ প্ৰচুৰভাৱে ৰাক্ষসবিলাকক আক্ৰমণ কৰিবলৈ ধৰিলে। ১৩৫৩॥

ইফালে চিপহৌলাক্কায়ো ৰাক্ষস সেনাবিলাকক বান্দৰ সেনাৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ আদেশ দিলে। ৰজাৰ আদেশক্ৰমে ৰাক্ষসবিলাকে বান্দৰ সেনাবিলাকৰ লগত যুদ্ধ কৰিবলৈ ধৰিলে। ১৩৫৪॥

## ॥ ৰাক্ষস বধ ॥

চিপহৌলাক্কায়ো ৰথ লামাণ্ডৰ ফালে চ[illegible] আগবাঢ়ি গ'ল। তেওঁ কোটি কোটি বাণ প্ৰহাৰ কৰিবলৈ ধৰিলে। লামাণ্ডৰ সেনাৰ ওপৰত ধা[illegible]ৰে বাণ বৰিষণ কৰিবলৈ ধৰিলে। ৰাক্ষস কুলৰ বাণৰ সংখ্যা দেখি লামাণ্ডে তবধ মানিলে [illegible]দেৱতাসকলক কাতৰ প্ৰাৰ্থনা কৰিবলৈ ধৰিলে।

ইন্দ্ৰাদি দেৱতাসকলে ঢোল, পেঁপা, বাঁহী বজাই লামাঙক উৎসাহ প্ৰদান কৰিলে। ১৩৫৫॥

দেৱতাৰ বাণে সমস্ত মেদিনী কপাঁবলৈ ধৰিলে। লামাঙে চিপহ্ৰৈঁলাঙ্কাৰপ্ৰতি বাণ নিক্ষেপ কৰিলে। চিপহ্ৰৌৱে লামাঙৰ হাতত ধনুৰ্বাণ দেখি ভয়ত ক্ৰম্পমান হ'ল। লামাঙৰ হাতত এনে এপাট অমৰনাস্ত্ৰ দেখি চিপহ্ৰৌলাঙ্কাই মনে মনে ভাবিলে- এই বাণ সাংঘাটিক অস্ত্ৰ। ইয়াৰ প্ৰভাৱত মোৰ মৃত্যু চমু চাপি আহিছে। এইবাৰ মোৰ কোনোপধ্যে নিস্তাৰ নহব। ১৩৫৬॥

চিপহ্ৰৌলাঙ্কাই ভাবি চিন্তি থাকোতেই লামাঙে বাণ প্ৰহাৰ কৰিলে। সেই বাণৰ শব্দই আকাশ পাতাল নিনাদিত কৰি পেলালে। চিপহ্ৰৌলাঙ্কা একেপাট শৰতে মাটিত ধাঁচকৰে বাগৰি পৰিল। কিন্তু চিপহ্ৰৌলাঙ্কাৰ জীৱই তথাপি দেহত্যাগ কৰা নাছিল। মৃত্যু শয্যাত পৰিলেও চিপহ্ৰৌ কিছুসময়ৰ পিছত উঠি বহিল। দেৱতাসকলৰ মাজত আলোচনা হৈছিল যে আগতেও চিপহ্ৰৌলাঙ্কা এনেদৰে মৰে আৰু পুনৰ প্ৰাণ পাই উঠে। গতিকে বান্দৰ বিলাকৰ সাহস হোৱা নাছিল যে এবাৰ গৈ চাই আহিব। ১৩৫৭॥

লামাঙে লাখানাক নিৰ্দেশ দিলে- তুমি গৈ চাই আঁহাচোন। লাখানাই ক'লে- যদি চিপহ্ৰৌলাঙ্কাই আমি তেওঁৰ ওচৰলৈ যোৱাৰ কাৰণে প্ৰশ্ন কৰে তেন্তে কি উত্তৰ দিয়া হ'ব ? তেতিয়া লামাঙে ক'লে-মই পঠোৱা বুলি ক'বা। ১৩৫৮॥

তুমি ক'বা আমি দুয়ো ভাই ককাই। বয়সত নবীন আৰু কোমল। আমি ৰাজনীতি জ্ঞান ভালদৰে নাজানো। আপুনি বয়োবৃদ্ধ আৰু ৰাজনীতিত সুনিপুণ। গতিকে আপুনি যোৱাৰ আগতে আমাক কিছু ৰাজনীতি জ্ঞান দি যাব লাগে। লাখানাৰ কথা শুনি বান্দৰ বজাই লামাঙক পঠাই দিবলৈ ক'লে। ১৩৫৯॥

লাখানাই আহি সবিশেষ জনোৱাত দুয়ো ভাই ককাই ততালিকে লক্ষেশ্বৰ পৰি থকা ঠাইত উপস্থিত হ'ল। চিপহ্ৰৌলাঙ্কাই তেতিয়া হাতযোৰ কৰি লামাঙৰ প্ৰতি ক'লে- হে প্ৰভু লামাঙ। মই এতিয়া আপোনাৰ ওচৰত সৰ্বদোষৰ নিমিত্তে ক্ষমা প্ৰাৰ্থনা বিচাৰিছো। মোৰ অলপ সময়ৰ পিছতে মৃত্যু ঘটিব। মই আপোনালোকক ৰাজনীতি জ্ঞান আৰু নীতিজ্ঞান দিব নোৱাৰিম। এতিয়া আপোনাৰ চৰণ দুখানি অনুগ্ৰহ কৰি মোৰ কপালত ৰাখক। চিপহ্ৰৌলাঙ্কাই যি জন্মৰ কৰ্মফলত বহুত বিনি দোষৰ ক্ষমা প্ৰাৰ্থনা বিচাৰিলে। ১৩৬০॥

আপুনি সকলো দেৱ মনুষ্যৰ মুক্তিদাতা। গতিকে মোকো আপুনি এই পাপ সাগৰৰ পৰা উদ্ধাৰ কৰক। মই যেন শিশু হৈ দোষ আচৰিলো আৰু বৃদ্ধ হৈ আপোনাৰ লগত শত্ৰুতা আচৰণ কৰিলো। আপুনি এতিয়া ল'ৰা বুলি ধৰিয়েই সৰ্বদোষ ক্ষমা কৰিব। অন্যথাতেও মোৰ গুণকাৰণে আপুনি মোৰ সৰ্বদোষ ক্ষমা কৰিব। ১৩৬১॥

লামাঙে তেতিয়া ক'লে- মই আপোনাৰ দোষ কি ৰূপে ক্ষমা কৰিব পাৰো ? আপুনি নিজেই ভাবি চিন্তি চাওঁক। আপোনাৰ পাপৰ প্ৰায়শ্চিত্ত কেৱল যমৰাজেহে কৰিব। লামাঙৰ কথা শুনি চিপহৌলাঙ্কাই ক'লে- হে প্ৰভু ! মই যমপুৰীত গৈ যমৰাজৰ লগত যুদ্ধ কৰিছিলো। এতিয়া হয়তো যমৰাজে মোক একো নকৰ। এইবুলি কৈয়েই চিপহৌলাঙ্কা চিৰদিনৰ কাৰণে চকু মুদিলে। ১৩৬২ ||

চিপহৌলাঙ্কাৰ মৃত্যুৰ বাতৰি পাই দেৱ সমাজ আৰু বান্দৰ সেনাৰ মাজত আনন্দৰ জোৱাৰ উঠিল। আনুমামে চিপহৌলাঙ্কাৰ ৰথখন টানিলৈ গ'ল। জাউআক্কাতাই লঙ্কেশ্বৰৰ তৰোৱালখন ল'লে। নীলাই ডিঙিৰ হাৰডাল পিন্ধি ল'লে। নালাই আঙঠিতো পিন্ধিলে। চাম্পুমামে ৰাজমুকুটতো পিন্ধিলে। বাকী কামুক্তা চুলাফা, খুমালা, চামপাতি আদিয়ে চিপহৌৰ সমস্ত অলঙ্কাৰ পাই উত্ৰাৱল হৈ পৰিল। ১৩৬৩ ||

চিপহৌলাঙ্কাৰ বিভিন্ন ৰঙৰ পোচাক বিলাক পিন্ধিলৈ বান্দৰ বিলাকে অনেক বাদ্য যন্ত্ৰ বজাই চিপহৌলাঙ্কাৰ গাৰ ওপৰত উঠি আনন্দ কৰিবলৈ ধৰিলে। ইফালে ভায়েক পিফিছানাই চিপহৌলাঙ্কাৰ গাত হাত বুলাই হুৰাওৰাৰে কান্দিবলৈ ধৰিলে। দাদা তোমাক মই কিমান বাৰ বুজালো, তুমি মোৰ এটা কথাৰো গুৰুত্ব নিদিলা। অৱশেষত কৰ্ণলঙ্কা ছাৰখাৰ কৰি নিজেও মৃত্যুবৰণ কৰিলা। ১৩৬৪ ||

লঙ্কেশ্বৰৰ পত্নী মুক্তাতাস্তালীয়ে দহ হেজাৰ লিগিৰী লৈ মৃত স্বামীৰ গুণগান কৰি কান্দিবলৈ ধৰিলে- কেৱল নাংসীতাৰ কাৰণেই ৰাজ্যৰ সমস্ত গৌৰৱ আপুনি চূৰ্ণাকৃত কৰিলে। তেওঁবিলাকৰ কান্দোন শুনি লামাঙে ক'লে- এতিয়া কান্দি একো লাভ নাই। ১৩৬৫ ||

চিপহৌলাঙ্কাই অদমনীয় লোভ মোহৰ নিমিত্তেই মৃত্যুক আকোৱালি ল'লে। এতিয়া তোমালোকে লঙ্কেশ্বৰৰ মৃত দেহৰ সংস্কাৰ কৰি পেলোৱা। মুক্তাতাস্তালীয়ে লামাঙৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি তেওঁ আদেশ শিৰোধাৰ্য্য কৰি ল'লে। আৰু পিফিছানাই মৃত দেহ সংস্কাৰ কৰিবলৈ আজ্ঞা বিচাৰিলে। ১৩৬৬ ||

## অধ্যায়-২৭

লামাঙে চিপহৌলাঙ্কাৰ দেহ সংস্কাৰ কৰিবৰ কাৰণে পিফিছানাক অনুমতি প্ৰদান কৰিলে। পিফিছানাই ৰাক্ষসবিলাকৰ সৈতে লগ লাগি ক্ৰমান্বয়ে চিপহৌলাঙ্কাৰ দাহ সংস্কাৰ কৰিলে। অৱশেষত লামাঙে বান্দৰ সেনাবিলাকক ক'লে যে ৰাক্ষসৰ কোনো যদি অ'ত ত'ত লুকাই আছে তেন্তে অতি সোনকালে মোৰ ওচৰলৈ লৈ আহা। ১৩৬৭ ||

## ॥ মালাৱানৰ উক্তি ॥

বান্দৰ বিলাকে পৰ্বতে পাষণ্ডে বিচাৰি গৈ মালাৱান নামৰ বুঢ়া ৰাক্ষসজনৰ লগ পাই ধৰিলৈ আহিল। মালাৱানৰ মূৰৰ চুলি বিলাক তুলাৰ দৰে বগা হ'ল। চকু দুটা ছালৰ মাজত সোমাই পৰিল। মৃত্যুৰ ভয়ত বোলে মালাৱান খালত বাগৰি পৰি আছিল। কিন্তু বান্দৰবিলাকে মালাৱানক ধৰি লামাঙৰ ওচৰলৈ লৈ আহিল। ১৩৬৮॥

মালাৱানে লামাঙক নমস্কাৰ জনাই ক'লে- সৃষ্টিৰ আদি পাতনিতে ব্ৰহ্মাই এই ৰাজ্যত আমাক থাকিবৰ কাৰণে অনুমতি প্ৰদান কৰিছিল। মোৰ এজনী দিপ্ লিপ্ কন্যা আছিল। তাই ৰূপে গুণে বৰ অতুলনীয় আছিল। তাই অৰণ্যৰ মাজত সোমাই তপস্যাৰত হৈ আছিল। তপস্যাৰ ফলস্বৰূপে তাইৰ গৰ্ভত তিনিজন পুত্ৰ আৰু এজনী কন্যাৰ জন্ম হ'ল। ১৩৬৯॥

সিহঁত অৰণ্যৰ মাজতে চন্দ্ৰকলাৰ দৰে ক্ৰমে ডাঙৰ হ'বলৈ ধৰিলে। শেষত সিহঁতে লঙ্কা ৰাজ্যত আহি ৰাজত্ব কৰিবলৈ ধৰিলে। ৰজা হোৱাৰ পিছত তেওঁৰ নাম চাৰিওফালে বিয়পি পৰিল। গৰুড়, নাগ, গন্ধৰ্ব, চাতুমাহা, অসুৰ দেৱতাবিলাকে তেওঁৰ বশ্যতা স্বীকাৰ কৰিলে। তেওঁৰ ৰাজপ্ৰাসাদ দুখন আছিল, দুইখন স্বৰ্ণনিৰ্মিত আৰু বহুত দূৰৰ পৰাই জিলিকি আছিল। তেওঁ যেন স্বৰ্গপুৰীতহে বাস কৰিছিল। মালাৱানে ক'লে- মোৰ নাতিহঁতৰ গৌৰৱ গাথা আৰু মান মৰ্য্যাদাৰ কথা কৈ কৈ অন্ত কৰিব নোৱাৰি। কিন্তু তেওঁ অহঙ্কাৰ আৰু লোভৰ বশবৰ্ত্তী হৈ আপোনাৰ অপৰূপা দিপ্ লিপ্ পত্নী নাংসীতাক হৰণ কৰি আনিলে। ১৩৭০॥

বিশাল মহাসমুদ্ৰৰ ওপৰত বান্দৰ সেনা বিলাকে শিলৰ সেতু নিৰ্ম্মাণ কৰি লঙ্কাত প্ৰৱেশ কৰিলে। চিপহৌলাঙ্কাই ও মদমত্ত আৰু লোভৰ বশবৰ্ত্তী হৈ সবৰ বিনাশ কৰি শেষত নিজেও দেহত্যাগ কৰিলে।

সংসাৰত মূৰ্খ চাৰিবিধ। সেই চাৰিবিধৰ লক্ষণ চিপহৌলাঙ্কাৰ গাত প্ৰকাশ পাইছিল।

১/ বান্দৰবিলাকে গছৰ ওপৰত বাস কৰে। সিহঁতে কেতিয়াবা ভাৱে যে পৃথিৱীখন হঠাতে নাইকীয়া হৈ যাব পাৰে। সেইকাৰণে মনৰ দুৰ্বলতাৰ হেতু গছৰ পৰা নামি তিনিবাৰ মাটি স্পৰ্শ কৰে।

২/ বালী মাহী চৰায়ে বোলে আকাশখন ভাগি পৰাৰ ভয়ত সদায় ওপৰ মুৱাকৈ শোৱে।

৩/ মাটিৰ তলত থকা কেঁচুৱে বোলে মাটি কম হোৱাৰ ভয়ত কেঁচুমাটি তুলি থাকে।

৪/ পানীত বাস কৰা কেঁকোৰাই বোলে পানী কমি যোৱাৰ ভয়ত বেছি পানী নাখায় আৰু তেজ নবঢ়াই।

এই চাৰিবিধ মূৰ্খতাৰ প্ৰভাৱ চিপহৌলাঙ্কাৰ গাত পৰাৰ হেতুকে ৰাজ্যৰ তথা নিজৰ অন্তও তেনে কৰিলে। এতিয়া এই ৰাজ্যৰ পৰিস্থিতি কিবে হ'ব ক'ব পৰা নাই। এই বুলি মালাৱানে কৈয়েই

লামাঙক পুনৰ নমস্কাৰ কৰিলে। ১৩৭২॥

লামাঙে তেতিয়া ক'লে- এই বৃদ্ধ মালাৱানেই হয়তো পিফিছানাৰ ককাক। এওঁ অৰণ্যত থাকি ধৰ্ম্ম আলোচনা কৰে। এওঁৰ সাত্বিকতাত আৰু সৎকৰ্ম্মত ব্যাঘাট জন্মোৱাটো উচিত নহব। বৃদ্ধ মালাৱানক পুনৰ অৰণ্যত থৈ আহিবৰ কাৰণে লামাঙে নিৰ্দেশ দিলে। পিফিছানাই লামাঙৰ আদেশক্ৰমে ককাক মালাৱানক আথে বেথে নি অৰণ্যত থৈ আহিল গৈ। ১৩৭৩॥

## ।। বিভীষণৰ অভিষেক ॥

পিফিছানাৰ পবিত্ৰ হৃদয়খনৰ প্ৰতি লামাঙ বৰ আকৃষ্ট হ'ল। লগে লগে এটা ডাঙৰ উৎসৱ পাতি পিফিছানাক লঙ্কাৰ ৰজা পাতি ৰাজ্যৰ পুন: শ্ৰীবৃদ্ধি আৰু কল্যাণ কামনাৰ চিন্তা কৰিলে। ১৩৭৪॥

লামাঙৰ নিৰ্দেশক্ৰমে বান্দৰ আৰু ৰাক্ষস একত্ৰিত হৈ লঙ্কাত এক বিৰাট উৎসৱৰ আয়োজন কৰিলে। সেই উৎসৱতে ৰাক্ষস আৰু বান্দৰৰ মাজত থকা বৈৰীভাৱ শেষ হ'ল। ডেকা , বুঢ়া, যুৱক, যুৱতীয়ে ঢোল, পেঁপা, আদি বাদ্য যন্ত্ৰ বজাই সাতদিন একাদিক্ৰমে আনন্দ উৎসৱ কৰিলে। ১৩৭৫॥

সেই আনন্দ উৎসৱতে লামাঙে ভাল দিন বাৰ চাই পিফিছানাৰ ওপৰত মুক্তাতাম্ভালীৰ দায়িত্ব অৰ্পণ কৰিলে। আৰু পিফিছানাক লঙ্কা ৰাজ্যৰ ৰজা পাতি সকলোৱে মঙ্গল কামনা কৰিলে। ১৩৭৬॥

পিফিছানা লঙ্কাৰ ৰজা হ'ল। ৰজা হৈ প্ৰত্যেকজন বান্দৰ সেনাক দহজনী কৰি ৰাক্ষসী যুৱতী পুৰস্কাৰ ৰূপে প্ৰদান কৰিলে। বান্দৰ বিলাকে ৰাক্ষসী কন্যা লাভ কৰি অতি আনন্দ প্ৰকাশ কৰিলে। ১৩৭৭॥

## ॥ সীতাক আনিবৰ কাৰণে হনুমানক প্ৰেৰণ ॥

লঙ্কা ৰাজ্যৰ সকলো সমস্যা সমাধান কৰি লামাঙে আনুমানক মাতি নাংসীতাক উপবনৰ পৰা লৈ আহিবলৈ ক'লে। লামাঙৰ আদেশক্ৰমে আনুমানে একেজাপে গৈ উপবনত থকা নাংসীতাৰ ওচৰ পালেগৈ। আৰু নাংসীতাক যাবলৈ সাজু হ'বলৈ ক'লে। ১৩৭৮॥

নাংসীতাই ক'লে ৰাক্ষসে হৰণ কৰি আনি মোক ইয়াত ৰাখিছেহি। এতিয়া ৰাক্ষস বিলাক সমূলে ধ্বংস হ'লনে ? ৰাক্ষসে মোক হৰণ কৰি আনিছিল যেতিয়া এতিয়া ৰাক্ষসেই মোক ইয়াৰ পৰা নি মোৰ স্বামীৰ হাতত সমৰ্পণ কৰিব লাগিব। হে আনুমান ! তুমি মোৰ স্বামীক এই কথা কৈ দিবাগৈ। তাৰ পাছত নাংসীতাক সংৰক্ষিত কৰি ৰখা ৰাক্ষসী বিলাকে পালে পালে আহি নাংসীতাৰ

কাষ চাপিল। ৰাক্ষসী বিলাকক দেখি আনুমামে মাত লগালে -হেৰ' পাপীইঁত, তইঁতে নাংসীতাক বহুত কষ্ট আৰু যন্ত্রণা ভোগ কৰালিইঁক। আজি তইঁতক কোবাই ছাল ছিঙি দিম। ১৩৭৯॥

আনুমামৰ কথা শুনি ৰাক্ষসীবিলাকে ভয়তে পেপুৰা লাগি নাংসীতাৰ ওচৰত কাকুতি মিনতি কৰিবলৈ ধৰিলে- হে দেৱী। আমি আপোনাৰ ওচৰত কোনো অপৰাধ কৰা নাই। আপুনি আমাক বচাওঁক। নাংসীতাই তেতিয়া আনুমামক ক'লে- এওঁলোকক কোনো অত্যাচাৰ নকৰিবা। কাৰণ এওঁলোকৰ গাত কোনো দোষ নাই। তুমি ততাতৈয়াকৈ গৈ মোৰ স্বামীক খবৰ দিয়াগৈ মাত্র। ১৩৮০॥

আনুমামে একেজাপে গৈ লামাঙক সেৱা জনালে আৰু নাংসীতাৰ বিতং বাতৰি জনালে। ১৩৮১॥

## অধ্যায়-২৮

## ॥ বিভীষণৰ দ্বাৰা সীতা আনয়ন ॥

আনুমামৰ কথা শুনি পিফিছানাই ৰাক্ষস বিলাকক ৰথ সুসজ্জিত কৰিবলৈ ক'লে। ৰথ সাজু কৰিলৈ পিফিছানা ৰাক্ষসৰ সৈতে গৈ অশোকবনত উপস্থিত হ'ল। পিফিছানাই নাংসীতাক সম্মান জনাই ক'লে-দেৱী! আপোনাক আগবঢ়াই নিবৰ কাৰণে ৰথ সাজু কৰি ৰখা হৈছে। আপুনি এতিয়া ৰথত আৰোহণ কৰিব লাগে। নাংসীতাই পিফিছানাৰ অনুৰোধক্রমে গৈ ৰথত বিৰাজমান হ'ল। লগে লগে পিফছানাই নাংসীতাক আনি লামাঙৰ ওচৰত উপস্থিত কৰালেহি। ১৩৮২॥

নাংসীতাক দেখি লামাঙে ক'লে- হে মোৰ প্রিয়ে! তোমাক ৰাক্ষসে ধৰি আনি বহুত কষ্ট দিলে। তুমি মোৰ পৰা আজি বহুত দিন ধৰি বিচ্ছেদ হৈ থাকিলা, তথাপি তোমাৰ সতীত্ব, সততা, পৱিত্রতা তুমি বজাই ৰাখিছা। কিন্তু লোক সমাজে হয়তো সেই কথা স্বীকাৰ কৰি ল'বলৈ টান পাব। ১৩৮৩॥

পতিকে তোমাৰ পৱিত্রতা আৰু সতীত্বৰ প্রমাণ দেৱ সমাজৰ আগত দেখুৱাই দিয়া। যাতে তোমাৰ ওপৰত থকা সন্দেহবিনি লোক মানসৰ পৰা দূৰ হয়। তেতিয়া নাংসীতাই নিজৰ পৱিত্রতাৰ চিন স্মৃতি প্রমাণ দিবলৈ অগ্নি প্রজ্বলিত কৰিবলৈ ক'লে। নাংসীতাই ক'লে- অগ্নিক সাক্ষী কৰি দেৱ সমাজক মই মোৰ শুদ্ধতাৰ যি প্রমাণ দেখুৱাম সি সকলোৰে মাজত বৈ বৈ থাকিব।১৩৮৪॥

## ॥ সীতাৰ অগ্নি পৰীক্ষা॥

লামাঙে সৈন্য সামন্ত বিলাকক খৰি আনিবলৈ আদেশ দিলে। সেনা বিলাকে খৰি আনি অগ্নি সংযোগ কৰিলে। নাংসীতাই প্রজ্বলিত অগ্নিৰ চাৰিওফালে প্রদক্ষিণ কৰি নিজ পৱিত্রতাৰ

কথা ঘোষণা কৰিলে। ১৩৮৫ ॥

নাংসীতাই অগ্নিক সাক্ষী কৰি ক'লে- যদি মই মোৰ স্বামীৰ জীৱিত অৱস্থাত পৰপুৰুষৰ লগত সহবাস কৰিছো আৰু সংসাৰত অন্য পুৰুষৰ লগত কিবা প্ৰকাৰে যদি কামোত্তেজিত হৈ হাঁহি ধেমালী আৰু ৰং তামাচা কৰিছো আৰু মোৰ স্বামীৰ ব্যতিৰেকে যদি কোনোবা পৰপুৰুষে বলাৎকাৰ কৰি মোৰ সতীত্ব নষ্ট কৰিছে তেন্তে এই জ্বলন্ত অগ্নিয়ে মোক গ্ৰাস কৰিব। মৃত্যুৰ পিছত মোৰ আত্মাই ঘোৰ নৰকত গৈ জ্বালা যন্ত্ৰণা ভোগ কৰিব। যদি হাজাৰ বা লাখ লাখ বুদ্ধ হৈ ও ধৰ্ম্ম প্ৰচাৰ কৰি মোক উদ্ধাৰ কৰিব খোজে তথাপি মোৰ এই পাপী আত্মাক উদ্ধাৰ কৰিব নোৱাৰিব। ১৩৮৬ ॥

যদি মোৰ গাত সতীত্ব, পবিত্ৰতা, সত্যতা বিৰাজমান হৈ আছে, তেন্তে মোৰ এই দেহ অগ্নিয়ে কেতিয়াও স্পৰ্শ কৰিব নোৱাৰে। মই এই জ্বলন্ত অগ্নিৰ মাজত জাপ দিয়াৰ লগে লগে জ্বলি থকা অগ্নি শীতল হৈ পৰিব। আৰু মোৰ শৰীৰত যি বিলাক আভুষণ আৰু মূল্যৱান বস্ত্ৰ পৰিধান কৰি আঁছো, এই বিলাকৰো কোনো অনিষ্ট হ'ব নোৱাৰে। মোৰ হাতত থকা ফুলো কোনোপধ্যে মৰহি নাযাব। সজীৱ ফুল গছৰ দৰে জীৱন্ত হৈ থাকিব। হে মোৰ জন্ম দাত্ৰী বসুমতী! আৰু সংসাৰ বাসী তথা দেৱসমাজ, তোমালোক সকলোৱেই মোৰ এই ভীষণ অগ্নি পৰীক্ষা স্ব-চক্ষুৰে চাই লোৱা। ১৩৮৭ ॥

নাংসীতাই এই বুলি কৈ দপ্ দপ্ কৰি জ্বলি উঠা প্ৰচণ্ড অগ্নি কুণ্ডত জপিয়াই পৰিল। নাংসীতাই হাতত থকা সু-বিমল ফুল পাহি লৈ অগ্নিকুণ্ডৰ মাজত স্থিৰভাৱে উমলি থাকিবলৈ ধৰিলে। তেওঁৰ খোপাত খাজি লোৱা ফুল পাহিও সজীৱ হৈয়েই থাকিল। সমবেত দেৱসমাজে নাংসীতাৰ কাৰ্যসমূহ দেখি আশ্চৰ্য্য প্ৰকাশ কৰিলে। এইদৰে কিছু সময় অগ্নিৰ মাজত খেলি থাকি নাংসীতাই লাহে লাহে বসুমতীৰ গৰ্ভত প্ৰৱেশ কৰিলে। ১৩৮৮ ॥

নাংসীতা অন্তৰ্ধান হ'লত লামাঙে বুকু ভুকুৱাই ৰোদন কৰি ক'লে- নাংসীতাৰ প্ৰতি এনে ব্যৱহাৰ আৰু ব্যৱস্থা আগবঢ়োৱাৰ হেতুকে তেওঁ নিৰুদ্দেশ হৈ গ'ল। লামাঙৰ প্ৰচণ্ড বিৰহ বেদনাত দেৱসমাজে ভৱিষ্যবাণী কৰিলে- হে প্ৰভু লামাঙ ! আপুনি নাংসীতাৰ নিমিত্তে অকনো চিন্তা নকৰিব। কাৰণ তেওঁ এতিয়া বসুমতীৰ কোলাত কিছু জিৰণি লৈছে। ১৩৮৯ ॥

নাংসীতা পুনৰ বসুমতীৰ কোলাৰ পৰা ওলাই আহিব। দেৱতা সকলৰ কথাত লামাঙে প্ৰত্যয় যাব নোৱাৰিলে। তেওঁ ভাবিলে অগ্নিয়ে নিশ্চয় নাংসীতাৰ শৰীৰ ভস্মীভূত কৰি পেলালে। অগ্নিকুণ্ডৰ জুই লাহে লাহে নুমাই শীতল হৈ আহিল। নাংসীতাও ধীৰ [illegible] ভাবে বসুমতীৰ কোলাৰ পৰা হাতত এপাহি সুন্দৰ ফুল লৈ বাহিৰলৈ ওলাই আহিল [illegible] বোধিসত্ত্বৰ চৰণত কমায়োৱে প্ৰণাম জনালে। ১৩৯০ ॥

## ॥ ৰাম সীতাৰ পুনৰ্মিলন ॥

দেৱ সমাজ আৰু সংসাৰবাসীয়ে নাংসীতাৰ পবিত্ৰতা আৰু সতীত্বৰ প্ৰভাৱ দেখি সাধু সাধু কৰিবলৈ ধৰিলে। সকলোৱে বাদ্য যন্ত্ৰ বজাই নাংসীতাৰ সততাৰ গুণ বখানিবলৈ ধৰিলে। নাংসীতাক পুনৰ লাভ কৰি লামাঙে সুধিলে- হে মোৰ হৃদয়েশ্বৰী ! তুমি মোক এৰি পলকৰ ভিতৰতে ক'লৈ গুচি গৈছিলা ? ১৩৯১ ॥

প্ৰত্যুত্তৰত নাংসীতাই ক'লে- প্ৰিয়তম ! আপুনি যুদ্ধ জয় কৰা বহুত দিন হ'ল। কিন্তু আপোনাৰ সান্নিধ্যলৈ মোক কিয় অনা নাছিলা ? উদ্যানৰ মাজত নীৰৱতাৰে আপোনাৰ চৰণ চিন্তা কৰি কতকাল প্ৰতীক্ষাৰত হৈ আছিলো। আপুনি ইমান পলম কিয় কৰিলে ? লামাঙে ক'লে- বুজিছা প্ৰিয়ে ! প্ৰথমতে মই চিপহৌলাক্কাক বধ কৰিলো। তাৰ পিছত দেখিলো যে ৰাজ্যৰ কোনো চুকে কোণে হয়তো হিংসুক ৰাক্ষস লুকাই থাকিবও পাৰে। গতিকে সিইতক বিচাৰ কৰি কণ্টকময় পথ সুগম কৰিহে তোমাৰ ওচৰ পাইছো। লগে লগে লঙ্কাত এটা ডাঙৰ উৎসৱৰ আয়োজন কৰি পিফিচ্ছানাক ৰজা পাতিলো। পিফিচ্ছানাৰ হৃদয়খন সাত্বিকতা আৰু পবিত্ৰতাৰে ভৰা। কিন্তু ধাৰ্মিক পিফিচ্ছানাক চিপহৌলাক্কাই অনেক তিৰস্কাৰ আৰু মাৰকিল কৰি ৰাজ্যৰ পৰা খেদি পঠাইছিল। তেওঁ গৈ মোৰ আশ্ৰয়ত আছিল আৰু মোক বহুত সহায় কৰিলে। ১৩৯২ ॥

সেই ধাৰ্মিক পুৰুষজনৰ এটা সু-ব্যৱস্থা কৰি তোমাৰ ওচৰলৈ আহোঁতে মোৰ পলম হৈছে। এইদৰে লঙ্কাৰ বিস্তৃত বৰ্ণনা দিয়াৰ পিছত লামাঙে প্ৰিয়তমা নাংসীতাক আলফুল কৰি বুকুৰ মাজলৈ টানি আনিলে। অনেক মৰম চেনেহ আৰু চুম্বন কৰিলে। লামাঙ আৰু নাংসীতাৰ মাজত সাত্বিকতাপূৰ্ণ পবিত্ৰ প্ৰেমৰ জোঁৱাৰ দেখি দেৱতাসকলে অপাৰ আনন্দ অনুভৱ কৰিলে। লামাঙ আৰু নাংসীতাক সাধুবাদ জ্ঞান কৰিলে। লামাঙে নাংসীতাক ক'লে- হেৰা প্ৰিয়তমা ! তোমাৰ আৰু মোৰ মাজত যে এইদৰে পুনৰমিলন হ'ব কল্পনাই কৰা নাছিলো।১৩৯৩॥

আমি অৰণ্যৰ মাজে মাজে ঘূৰি ফুৰোতে এঠাইত তোমাৰ চেলুৱা দেখিবলৈ পালো। আমি ভাবিলো হয়তো কোনোবা দুৰ্দান্ত ৰাক্ষসে তোমাক খাই পেলালে। দুখে বেজাৰে আমি কিছু দূৰ গৈ এজোপা গছত জটায়ু পক্ষীক বহি থকা দেখিবলৈ পালো। পিয়ে তোমাক খালে বুলি কনুৰ ঘূৰিছিলো। ১৩৯৪ ॥

কিন্তু পক্ষীয়ে তোমাক চিপহৌলাক্কাই ধৰি নৈ যোৱা বুলি কিতং কাতৰি জনালে। এই কথা কৈয়েই পক্ষী বৃক্ষৰ ওপৰৰ পৰা মাটিত বাগৰি পৰিল। তেওঁৰ মৃত দেহৰ অগ্নিসংস্কাৰ কৰি আহি আনুৱাৰৰ লগত আমাৰ পৰিচয় হয়। সেইত আনুৱাৰে আমাক পৰ্বতৰাজ সুবালিখনৰ ওচৰলৈ লৈ যায়। ১৩৯৫ ॥

সুখালিকাৰ ককায়েক পালিমাঙে ৰাজ্যৰ পৰা খেদি পঠাইছিল। পালীমাঙক বধ কৰি সুখালিকাক ৰজা পাতিম বুলি আমি প্ৰতীজ্ঞাবদ্ধ হ'লো। শেষত পালীমাঙক বধ কৰি সুখালিকাক কিংতা ৰাজ্যৰ ৰজা পাতিলো। ১৩৯৬।।

অৱশেষত আমি মিলিত হৈ অসংখ্য বান্দৰ সেনাৰ সৈতে সমুদ্ৰত সেতু বান্ধি লঙ্কা অধিকাৰ কৰিলোহি। এইদৰে লামাঙে সংক্ষেপে নাংসীতাক সকলো ঘটনা বিৱৰি কোৱাৰ পিছত নিজ দেশলৈ প্ৰত্যাবৰ্ত্তনৰ সিদ্ধান্ত কৰিলে। ১৩৯৭ ।।

লামাঙৰ স্বদেশলৈ ঘূৰি অহাৰ সিদ্ধান্ত শুনি পিফিছানাই লামাঙক নিবেদন কৰিলে- প্ৰভু ময়ো আপোনাৰ লগতে অযুঠা ৰাজ্যলৈ যাব বিচাৰো। আপোনাৰ চৰণ সেৱা কৰিয়েই মোৰ জীৱন অতিবাহিত কৰিম। আপোনাৰ দয়াৰ ফলতে মই অযুঠা ধামত দৰ্শন কৰিবলৈ আৰু তাত থাকিবলৈ সুবিধা পাম। পিফিছানাৰ আগ্ৰহ দেখি লামাঙে ক'লে- মই তোমাৰ শ্ৰদ্ধা ভক্তিত অত্যন্ত সুখী হৈছো। ১৩৯৮।।

মই এনেহেন আনন্দ অনুভৱ কৰিলো যেন তুমি মোক অযুঠা নগৰত থৈহে আহিলা। লামাঙে ক'লে- যিজন ব্যক্তিয়ে ধৰ্ম্ম কৰ্মৰ মোল নুবুজে তেওঁ অনেক শ্ৰদ্ধা ভক্তি দেখুৱালেও মিছা। সেই বিলাকৰ কাৰণে ওচৰো বহুত দূৰ যেন লাগে। আৰু যিজনে ধৰ্ম্মৰ মূলমন্ত্ৰ বুজি পায় তেওঁ সেৱা শুশ্ৰূষা নকৰিলেও বহুত দূৰত থাকিলেও ওচৰত থকা যেন বোধ হয়। ১৩৯৯।।

## ।। ৰামৰ অযোধ্যালৈ প্ৰত্যাবৰ্ত্তন।।

লামাঙৰ সাৰগৰ্ভিত নীতি বচন শুনাৰ পাছত লঙ্কাৰাজ পিফিছানাই এখন সুন্দৰ ৰথ নিৰ্ম্মাণ কৰালে। ৰথখন দীঘে প্ৰস্থই প্ৰায় দহযোজন আছিল। লামাঙৰ লগত যাবৰ কাৰণে তিনিকোটি ৰাক্ষস সেনা নিয়োগ কৰিলে। ১৪০০।।

পৰ্বতৰাজ সুখালিকায়ো তেত্ৰিছ কোটি বান্দৰ সেনাক লামাঙৰ লগত যাবৰ নিমিত্তে সুসজ্জিত কৰি ৰাখিছিল। এই কথা পিফিছানা আৰু সুখালিকাই গৈ লামাঙৰ ওচৰত নিবেদন কৰিলে। লামাঙে সুন্দৰ পোচাক পিন্ধি যাবৰ কাৰণে সাজু হ'ল। তিনিওজন ৰজা ৰথত বিৰাজমান হ'ল। অগণন ৰাক্ষস আৰু বান্দৰ সেনাই শোভাযাত্ৰা কৰি বাদ্যসহ [illegible] [illegible] কৰিলে। ১৪০১।।

পিফিছানাই ৰথ দ্ৰুতগতিত চলাই দিলে। সকলোৱেই বিশাল সমুদ্ৰ পাৰহৈ সাগৰৰ পাৰত শিবিৰ নিৰ্ম্মাণ কৰিলে। ১৪০২।।

সমুদ্ৰ পাৰ হোৱাৰ পিছত লামাঙে ক'লে- আমি [illegible] কষ্ট কৰি সাগৰত সেতু নিৰ্ম্মাণ কৰিছিলো। এতিয়া এই সেতু ভাঙি পেলোৱাই শ্ৰেয়: [illegible] ১৪০৩।।

# ॥ বিভীষণ আৰু সুগ্ৰীৱৰ প্ৰতি ৰামৰ উপদেশ ॥

সুৰালিকা আৰু পিকিছানাই পৰামৰ্শ আগবঢ়ালে। আমি আপোনাক অযুঠা ৰাজ্যত আগবঢ়াই থৈ আহিমহঁক। সিবিলাকৰ আগ্ৰহত লামাঙে ক'লে- তোমালোকে মোৰ লগত যাব নালাগে। কাৰণ অযুঠা ৰাজ্য ইয়াৰ পৰা বহুত দূৰত। তোমালোকৰ অহা আৰু যোৱাত বহুত কষ্ট হ'ব। লামাঙে ক'লে- তোমালোক দুয়ো এতিয়া নিজ ৰাজ্যলৈ ঘূৰি যোৱাহঁক। ১৪০৪॥

তোমালোকে এতিয়া মোৰ উপদেশ ভালদৰে হৃদয়ঙ্গম কৰি লোৱাহঁক। ৰাজ্যশাসন সদায় সুচাৰুৰূপে কৰিব লাগে। বুঢ়াৰ পৰা আৰম্ভ কৰি সকলো প্ৰজাকে সমান চকুৰে চাঁবা। সকলোৰে প্ৰতি সমদৃষ্টি ৰাখিবা। জ্ঞাতি কুটুম্ব আৰু মিতিৰ আদিৰ প্ৰতিও সমভাৱ ৰাখি চলিব লাগে। ১৪০৫॥

সদায় সত্যত চলিবা। সকলোৰে প্ৰতি মিষ্টভাষণ আৰু নম্ৰ ব্যৱহাৰ কৰিবা। আনে যাতে তোমালোকক ভাল পায় তাৰ কাৰণে নিজে সংযমশীল হৈ থাকিবা। অসৎ আৰু অন্যায়ী পাপী ব্যক্তিকো সৎ উপদেশ প্ৰদান কৰিবা। বিচাৰৰ ক্ষেত্ৰতো সদায় সমভাৱ ৰাখিবা। দেশৰ শাসন আৰু নীতিৰ ক্ষেত্ৰত দূৰদৰ্শী হ'বাহঁক। জেঠজনৰ কথামতে কাম কৰিবা। ঋষি মুনিসকলৰ প্ৰতি সদায় শ্ৰদ্ধা ভক্তি ৰাখি চলিবা। পূৰ্ণিমা তিথি আদিত শীলাদি পালন কৰি চলিবা। ১৪০৬॥

স্পষ্টবাদিতা আৰু সত্যৰ আশ্ৰয়লৈ সদায় সিংহাসনৰ মান মৰ্য্যাদা ৰাখি চলিব লাগে। ধৰ্ম আৰু সত্যৰ দোহাই দি সদায় পঞ্চশীলৰ নীতি বিলাক হৃদয়ঙ্গম কৰিব লাগে। ঋষিমুনি বিলাকক সদায় পবিত্ৰ হৃদয়েৰে দান দক্ষিণা কৰিব লাগে। সেই কাৰণে তোমালোক দুয়ো পবিত্ৰ হৃদয়েৰে সৈতে প্ৰজা পালন কৰিবা। দান দক্ষিণা কৰিবা। মই তোমালোকক যিবিলাক নীতি মূলক আৰু সাৰগৰ্ভিত কথা ক'লো সেইখিনি মনত ৰাখি নিজ কাৰ্য পৰিচালনা কৰিবা। ১৪০৭॥

এইদৰে লামাঙে সৎ উপদেশৰ দ্বাৰাই দুয়োকে সাদৰেৰে বিদায় সম্ভাষণ জনালে। কিংতো ৰাজ্যৰ ৰজা সুৰালিকাই নতশিৰে ক'লে- আনুমাম, চাম্পুমাম, নালা, নীলা, এই কেইজন আৰু লগতে তেত্ৰিছকোটি বান্দৰ সেনাই আপোনাক দেশত গৈ আগবঢ়াই আহিব। কাৰণ আপোনাৰ দেশ বহুত দূৰত। ১৪০৮॥

পিকিছানায়ো ৰামক তেওঁৰ খুমালা সেনাপতিক পঠালে তিনি কোটি সেনাৰে সৈতে আপোনাক দেশত থৈ আহিবগৈ। এই কথা কৈ পিকিছানাই লামাঙক প্ৰণাম জনালে। লামাঙেও সিবিলাকৰ কথাত সম্মতি হৈ দুয়োকে সাদৰেৰে বিদায় দিলে। পৰ্বতৰাজ সুৰালিকাই কিংতো ৰাজ্যৰ ৰজাই শান্তিৰে ৰাজ কাৰ্য্য কৰিবলৈ ধৰিলে। পিকিছানায়ো লংকালৈ ঘূৰি গৈ সুখেৰে প্ৰজাবৰ্গৰ সহিত জীৱন যাপন কৰিবলৈ ধৰিলে। ১৪০৯॥

## ॥ ৰামৰ আদেশত লক্ষ্মণে সমুদ্ৰত বন্ধা সেতু ভঙ্গ কৰে॥

সকলোৰে বিদায় সম্ভাষণ হৈ যোৱাৰ পিছত লামাণ্ডে ক'লে- আমি বৰ কষ্ট কৰি এই সেতু নিৰ্ম্মাণ কৰিছিলোহঁক। কিন্তু এই সেতু যদি আমি ভাঙ্গি নেপেলাওঁ তেন্তে বেপাৰ বাণিজ্য কৰা নৌ বাহিনী বিলাকে বিৰাট অসুবিধা পাব। গতিকে ভৱিষ্যতে কোনো বদনাম নুশুনা কৰি আমি এই সেতু ভাঙ্গি পেলোৱাই উত্তম হ'ব। লামাণ্ডে ধনুশৰ মাৰি লাখানাক সেতু ভাঙ্গি পেলাবলৈ আদেশ দিলে। আদেশানুসাৰে লাখানাই ধনুৰে বাণ মাৰি সেতু ভাঙি পেলালে। ১৪১০॥

লাখানাই সেতু ভাঙি গৈ লামাণ্ডক সবিশেষ জনালে। লামাণ্ডে লাখানাৰ পৰাক্ৰমত সন্তোষ প্ৰকাশ কৰি ক'লে- আমি শিল, বালি , পাহাৰ আদিৰে এই সেতু নিৰ্ম্মাণ কৰিছিলো। অদূৰ ভৱিষ্যতে ব্যৱসায়ী বিলাকে আমাক দোষাৰোপ কৰিব। গতিকে কলঙ্কৰ হাত সাৰি থকাই ভাল। পিছদিনা ৰাতিপুৱা তিনিও ৰথ সহিত অযুঠাৰ ফালে যাত্ৰা কৰিলে। ১৪১১॥

বান্দৰ আৰু ৰাক্ষসৰ ছয়কোটি সৈন্য সহিত অৰণ্য ভেদ কৰি ৰথ চলিবলৈ ধৰিলে। ৰথগৈ অযুঠা ৰাজ্যৰ ঋষিৰ আশ্ৰম পালেগৈ। তেওঁ বিলাকে গৈ সেই আশ্ৰমতে বিশ্ৰাম লোৱাৰ ব্যৱস্থা কৰিলে। লামাণ্ডে আনুমামক ক'লে- তুমি গৈ জাউকাৰাতা আৰু ছাতাকক আমি অহাৰ কথা জনোৱাগৈ। ১৪১২॥

লামাণ্ডৰ আদেশক্ৰমে আনুমামে গৈ জাউকাৰাতাৰ ওচৰ পালেগৈ। জাউকাৰাতা লামাণ্ডৰ আগমনৰ কথা শুনি ৰাজ্যত সকলোকে জনাই দিলে আৰু সিবিলাকক আদৰ অভ্যৰ্থনা জনাই আদৰেৰে ৰাজ্যলৈ আনিবৰ কাৰণে ব্যৱস্থা কৰিলে। পুৰোহিত বৰ্গ আৰু তিনি গৰাকী মাদেয়ে লামাণ্ডক আগবঢ়াই আনিবলৈ গ'ল। ঢোল বাদ্য বজাই জাউকাৰাতে লগে লগে লামাণ্ডক সিংহাসনত বহুৱাব খুজিলে। ১৪১৩॥

## ॥ ৰামৰ মাতৃসকলৰ লগত সাক্ষাৎ॥

লামাণ্ডে প্ৰজাবৰ্গৰ সৈতে ঋষিৰ আশ্ৰমত প্ৰৱেশ কৰিলে। হাতী, ঘোঁৰা, ৰথ আৰু অসংখ্য পদাতিক সৈন্যসহ হেন্দোলদোপ কৰি ৰাজ্যত সোমাল। ১৪১৪॥

লামাণ্ডে গৈ মাকক সাষ্টাঙ্গে প্ৰণাম জনালে। তিনিও মাতৃক সৎকাৰ কৰি তেওঁ নিজ আসনত উপবিষ্ট হ'ল। ১৪১৫॥

তেওঁবিলাকক দেখি মাতৃ সকলে প্ৰশ্ন কৰিলে- ইমান দিন তোমালোকে অৰণ্যৰ মাজত কুশলে আছিলানে ? বনবাসৰ কালছোৱাত তোমালোকৰ জীৱনলৈ কোনো বিপদ বোৱকৰো অহা নাছিল। মাতৃসকলৰ প্ৰশ্ন শুনি লামাণ্ডে অনুসৰণ কৰি ক'ল। তেওঁ আৰু একো ক'ব নোৱাৰিছিল।

১৪১৬॥

লামাণ্ডে ক'লে বনবাসৰ কালছোৱাত আমাৰ কোনো ৰোগ ব্যাধি আৰু অশান্তি হোৱা নাছিল। এদিন ৰাক্ষসে অৰণ্যে আমাক ডাঙৰ বিপদত পেলাইছিল। ৰাক্ষসে স্বৰ্ণমৃগৰ ৰূপলৈ কুটীৰৰ ওচৰত বিচৰণ কৰি ফুৰিছিল। স্বৰ্ণমৃগৰ পাছে পাছে যেদি গৈ বহুত দূৰত তাক বধ কৰিলো। ১৪১৭॥

স্বৰ্ণমৃগই মোৰ মাত অনুসৰণ কৰি ভাই লাখানাক মাতিবলৈ ধৰিলে। লাখানায়ো কাল বিলম্ব নকৰি মোৰ মাত অনুসৰণ কৰি মোক বিচাৰি গ'ল। অৰণ্যে যোৱাৰ আগতে তেওঁ পৰ্ণকুটীৰৰ সন্মুখত আঁচ টানি গৈছিল। চিপহৌলাক্কাই ঋষিৰ ৰূপ ধাৰণ কৰি নাংসীতাৰ ওচৰত ভিক্ষা মাগিলেহি। নাংসীতায়ো প্ৰকৃত ঋষি বুলি ভাবি কুটীৰৰ ভিতৰৰ পৰা ভিক্ষাদানৰ অভিপ্ৰায়েৰে বাহিৰলৈ ওলাই আহিল। ১৪১৮॥

কিন্তু দুষ্টমতি চিপহৌল..এই ভিক্ষা দিয়াৰ সুযোগতে নাংসীতাৰ হাতত খাপ মাৰি ধৰি লঙ্কালৈ লৈ গ'ল। আমি বনৰ পৰা ঘূৰি আহি নাংসীতাক নেদেখি বিভিন্ন বন উপবনত বিচাৰি ফুৰিবলৈ ধৰিলো। বনৰ এডোখৰ ঠাইত তেজৰ দাগ দেখিবলৈ পালো। নাংসীতাক কোনো ৰাক্ষসে খাই পেলালে বুলি ভাবি ইফালে সিফালে অন্বেষণ কৰি থাকোঁতেই জটায়ু পক্ষীক লগ পালো।

সেই পক্ষী বোলে আমাৰ পিতাৰ বন্ধু আছিল। তেওঁ আমাক বিতং খবৰ দিলে যে লঙ্কাৰ ৰজাই নাংসীতাক হৰণ কৰি লৈ গৈছে বুলি আমাক জানিবলৈ দিলে। ১৪১৯॥

জটায়ুৱে ক'লে- নাংসীতাৰ নিমিত্তে মই অনেক যুঁজিলো। তথাপি নাংসীতাক মই বচাব নোৱাৰিলো। চিপহৌলাক্কাই মোৰ পাখি দুখন কাটি পেলালে। এই কথা কৈয়েই তেওঁ প্ৰাণ ত্যাগ কৰিলে। অৱশেষত আমি পক্ষীৰ দাহ সংস্কাৰ কৰিলোহঁক। ১৪২০॥

আমি গৈ এজোপা বৃক্ষৰ তলত জিৰণি ল'লো। আমাৰ টৌপনিৰ অৱস্থাত এটা যক্ষ আহি আমাক বহুত প্ৰশ্ন কৰিলে। আমাৰ সম্পূৰ্ণ পৰিচয় পোৱাৰ পিছত আমাক কনুৰ্বাণ দি আমাক কিংতো ৰাজ্যলৈ পঠালে। যক্ষই ক'লে- সেই পৰ্বতত অনেক বান্দৰ সেনা আছে। তাতগৈ তোমালোকে মিত্ৰতা স্থাপন কৰিলে, সিহঁতৰ সহায়ৰ দ্বাৰা নাংসীতাৰ অনুসন্ধান কৰি উদ্ধাৰ কৰিব পাৰিবাহঁক। ১৪২১॥

এইদৰে আমাক ভৱিষ্যতবাণী কৰিয়েই যক্ষ দেৱতা তাৰ পৰা অন্তৰ্ধান হ'ল। আমি গৈ এটা পৰ্বত পালো। তাত এটা বান্দৰৰ লগত আমাৰ সাক্ষাৎ হ'ল। বান্দৰক আমাৰ পৰিচয় দিয়াৰ পিছত বান্দৰে ক'লে- আমাৰ ৰজাই আপোনালোকক মিত্ৰতা স্থাপন কৰিবৰ কাৰণে মাতি পঠাইছে। আমি বান্দৰ ৰাজ্যত উপস্থিত হ'লো। বান্দৰ ৰজাৰ লগত মিত্ৰতা স্থাপন কৰি আমি পৰস্পৰে সহায়

কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হ'লো। ১৪২২॥

বান্দৰ ৰজাই ক'লে- বন্ধু ! মোৰ দাদাৰ নাম পালীমাঙ। তেওঁ মোৰ ওপৰত অনেক অন্যায় অত্যাচাৰ কৰি মোক ৰাজ্যৰ পৰা খেদি পঠিয়ালে। এতিয়া যদি আপুনি মোক কিংতা ৰাজ্যৰ ৰজা পাতিব পাৰে তেন্তে মযো সৈন্য সামন্ত লৈ ৰাক্ষসৰ হাতৰ পৰা নাংসীতাক উদ্ধাৰ কৰি দিম। ১৪২৩॥

আমি দুয়ো পৰস্পৰে বন্ধুত্বৰ দোলত আবদ্ধহৈ সুখালিকাক কিংতা ৰাজ্যৰ ৰজা পাতিলো। আৰু বিশাল সমুদ্ৰত সেতু বন্ধন কৰি অগণন সৈন্যৰ সৈতে লঙ্কাৰ অভিমুখে দুৰ্জ্জয় অভিযান চলালোহঁক। ১৪২৪॥

আপোনালোকৰ অমোঘ আৰ্শীবাদৰ ফলস্বৰূপে ব্ৰহ্মঅস্ত্ৰ লাভ কৰি চিপহৌলাঙ্কাক সবংশে নিধন কৰি নাংসীতাক উদ্ধাৰ কৰি আনিলো। লঙ্কাৰ অধিপতিয়ো কম নাছিল। তেৱোঁ ত্ৰিভুবন বিজয়ী আছিল। ১৪২৫॥

জলচৰ , স্থলচৰ, স্বৰ্গৰ চাতুমাহাৰিক, গৰুড়, নাগ, গন্ধৰ্ব, কিন্নৰ , অসুৰ আদি দেৱতাসকলেও তেওঁৰ ওচৰত বশ্যতা স্বীকাৰ কৰিব লগাত পৰিছিল। তেওঁৰ ৰাজপ্ৰাসাদৰ সৌন্দৰ্য্য অতন্ত বিতুপন আছিল। বিশাল সাম্ৰাজ্যৰ অধীশ্বৰ হৈয়ো তেওঁ লোভ ,মোহ আৰু কামৰ বশবৰ্তী হৈ সকলো হেৰুৱাই মৃত্যুৰ কৰাল গ্ৰাসত পতিত হ'ব লগীয়াত পৰিল। তেওঁৰ পুত্ৰৰ সংখ্যা আছিল এককোটি আৰু নাতি আছিল দহলাখ, সৈন্য সামন্তৰ সংখ্যাও তেওঁৰ কম নাছিল। ১৪২৬॥

চিপহৌলাঙ্কাই ত্ৰিভুবন বিজয়ী হৈ ধৰ্ম্ম কৰ্মৰ প্ৰতি পিঠি দিলে। অত্যাচাৰী পাপাচাৰী হৈ সংসাৰত অন্যায়.অঘটন কৰি থাকিব ধৰিলে। সেই কাৰণে তেওঁৰ ধৰ্মৰক্ষা একেবাৰে ধংস হ'ল। দেশ অনীতিৰে ভৰি পৰিল। শেষত সকলো অন্যায় অনীতি নিৰ্মূল কৰি চিপহৌলাঙ্কাৰ ভায়েক ধাৰ্ম্মিক পিকিছানাক লঙ্কা ৰাজ্যৰ ৰজা পতা হ'ল। লামাঙৰ মুখত এই বিচিত্ৰ কৰুণ কাহিনী শুনি মাক কৌশল্যাই নাংসীতাক সাৱতি ধৰি কান্দিবলৈ ধৰিলে। ১৪২৭॥

## ॥ সীতাৰ লগত শাহুৱেক সকলৰ কথোপকথন॥

কৌশল্যাইঁতে অতি আন্তৰিকতাৰে সৈতে নাংসীতাক সুধিলে- বোৱাৰী ! তুমি বাৰু ইমান বিলাক কষ্ট কি দৰে সহ্য কৰিলা ? আমি ভাবিছিলো তোমালোকে বনবাসৰ সময়ছোৱাত অতি আনন্দ উল্লাসেৰে আছিলাহঁক। কিন্তু তোমালোকে যে ইমান বিলাক কষ্টৰ সন্মুখীন হ'লা, তাক আমি কল্পনাই কৰিব পৰা নাছিলো। তোমালোকৰ গাত সত্য আৰু পবিত্ৰতা থকাৰ হেতুকেহে ৰাক্ষসৰ মুখৰ পৰা সাৰি আহিব পাৰিলাহঁক। তোমালোকৰ হৃদয়ত ধৰ্মৰ পবিত্ৰতা নথকা হ'লে হয়তো তোমালোক বাচি আহিব নোৱাৰিলাহেঁতেন। আমাৰ সন্মুখত তোমালোকৰ মনোৰম মূৰ্ত্তি

এইদৰে দেখিবলৈ নাপালোহেঁতেন। ১৪২৮॥

ৰাণীয়ে নাংসীতাক সুধিলে- ৰাক্ষসে তোমাক যেতিয়া হৰণ কৰি লৈ যায় তেতিয়া তোমাৰ হৃদয়ত চাগে খুব ভয়ৰ সঞ্চাৰ হৈছিল। উত্তৰত নাংসীতাই ক'লে- হে মাতৃ, যি দিন ধৰি আমি আপোনালোকৰ পৰা আঁতৰি গৈ বনত বাস কৰিবলৈ ল'লো, সেই দিন ধৰি আমি কেৱল গছৰ তলত বাস কৰিছো। বনৰ মিঠা, তিতা, কেঁহা ফল খাই জীৱন যাপন কৰিছিলো। ১৪২৯॥

দিনবিলাক কেৱল অৰণ্যৰ মাজে মাজে অনাই বনাই কটাৰ লগাত পৰিছিল। সিমান কষ্টৰে সম্মুখীন হোৱা সত্ত্বেও স্বামীৰ মুখ চাই সকলো দুখ কষ্ট পাহৰি গৈছিলো। ১৪৩০॥

পূৰ্ববিপাকৰ কৰ্ম্মফল অনুসাৰে ৰাক্ষসৰাজ চিপহৌলাক্কাই মোক অৰণ্যৰ মাজৰ পৰাই হৰণ কৰি লৈ গ'ল। সেই সময়ত ভয়, দুখ, কষ্টত মোৰ অৱস্থা অৱৰ্ণনীয় হৈ পৰিছিল। কোনো উপায় নাপাই আত্মহত্যা কৰিম বুলিয়েই ভাবিছিলো।, কিন্তু মোৰ তেনে অৱস্থা হ'লে মোৰ প্ৰাণৰ আৰাধ্য স্বামীয়েও প্ৰাণ ত্যাগ কৰিব বুলি স্বামীৰ চৰণ চিন্তা কৰি কৰি জীৱন ধাৰণ কৰি আছিলো। মোৰ মনৰ পৰিবৰ্ত্তন ঘটাবৰ কাৰণে চিপহৌলাক্কাই অনেক চল চক্ৰান্ত তথা কৌশল উদ্ভাৱন কৰিছিল। ১৪৩১॥

কিন্তু মই দেৱতাসকলক সাক্ষী কৰি প্ৰতিজ্ঞাবদ্ধ হৈছিলো যে মোৰ প্ৰাণ গ'লেও মই কদাপি চিপহৌলাক্কাৰ লগত একমত নহওঁ। তেওঁহে নালাগে স্বয়ং ইন্দ্ৰদেৱতাৰ লগতো মোৰ কদাপি সহবাস নহ'ব। শেষত মোক নি এখন উদ্যানত ৰাখি থ'লে। ১৪৩২॥

মোক কেইজনীমান ৰখীয়া ৰাক্ষসীয়ে পহৰা দি আছিল। সিহঁতে মোৰ মন ঘূৰাই দশাননৰ প্ৰতি অনুৰক্ত কৰিবৰ কাৰণে বহুত চেষ্টা চলাইছিল। ৰজাৰ কথা নুশুনিলে মোক কাটি মাৰি ভাজি খাই পেলাম বুলি কৈছিল। অনেক ভীতি দেখুৱা সত্ত্বেও মই পূৰ্বজন্মৰ কৰ্ম্মৰ বিপাক বুলিয়েই নীৰৱ হৈ আছিলো। ১৪৩৩॥

নাংসীতাই কোৱা করুণ কাহিনী শুনি তিনিও গৰাকী ৰাণীয়ে নাংসীতাক সাৱটি ধৰি হেপাহ পলুৱাই কান্দিবলৈ ধৰিলে। তুমি ইমানখিনি দুখ কষ্ট ভোগ কৰা দেখিও দেৱতাসকলে তোমাৰ প্ৰতি সদয় নহ'লনে ? বৰং এনে জ্বালা যন্ত্ৰণা ভোগ কৰিবলৈ তোমাক এৰিহে দিলে । ১৪৩৪॥

নাংসীতাৰ বিলৈ বিপত্তি বিলাক শুনি ৰাণীসকল একেবাৰে মৰ্মাহত হ'ল। তেওঁলোকে ক'লে- হে আমাৰ আদৰৰ বোৱাৰী ! তোমাৰ নিচিনা সতী, সাধ্বী, পৱিত্ৰ, সাত্ত্বিক কৰ্মানন্দী নাৰী হয়তো ত্ৰিভুবনৰ ক'তো নোলাব। এনেকুৱা সতী ধাৰ্মিকা চৰিত্ৰৱতী নাৰীয়েহে হয়তো নিৰ্বাণ পদৰ অধিকাৰিণী হ'ব পাৰে। ১৪৩৫॥

## ॥ ৰাম ভৰত সংবাদ॥

যুৱৰাজ আউংকাবাতে লামাঙৰ ওচৰত গৈ সতীণিৰে নমস্কাৰ জনালে। লামাঙে সুধিলে-

বাক বোপা ! ৰাজ্যৰ প্ৰজাবৰ্গৰ সৰ্বতো প্ৰকাৰে মঙ্গলনে ? ৰাজ্যত খেতি পথাৰ বেপাৰ বাণিজ্য আৰু বৃষ্টিপাতৰ অভাৱত প্ৰজাৰ মাজত অশান্তিৰ সৃষ্টি নাই হোৱাতো ? ১৪৩৬॥

জাউফাৰাত্নই ক'লে- ৰাজ্যত সকলো প্ৰজাই নিয়মিত ৰূপে খোৱা বোৱা তথা খেতি পথাৰ কৰি আনন্দমনেৰে আছে। প্ৰজাৰ মাজত মিলা প্ৰীতিৰ ভাৱ অক্ষুণ্ণ আছে আৰু তেওঁলোক কোনো অভাৱ অভিযোগৰ সম্মুখীন হোৱা নাই। কিন্তু আমি যেতিয়া শুনিবলৈ পালো যে ৰাক্ষসৰ লগত আপোনলোকৰ তয়াময়া যুদ্ধ চলি আছে তেতিয়া আমাৰ মনত আতঙ্কৰ সৃষ্টি হ'ল। ১৪৩৭॥

আপোনালোকক এতিয়া লগ পাই আমি বৰ আনন্দিত হৈছো। সকলো পৰিস্থিতি সন্তোষ জনক বুলি জানি লামাঙে ভোজনৰ নিমিত্তে ফলমূল আৰু বিভিন্ন খাদ্যবস্তু যোগাৰ কৰিবলৈ আদেশ দিলে। নিৰ্দ্দেশমতে কাম সমাধা হ'ল। অৰ্থাৎ বান্দৰবিলাকৰ নিমিত্তে ফলমূল আৰু ৰাক্ষসবিলাকৰ কাৰণে মাংস ভাত আৰু লামাঙ নাংসীতাৰ নিমিত্তে আহাৰৰ ব্যৱস্থা কৰা হ'ল। ১৪৩৮॥

এইদৰে খোৱা বোৱাৰ ব্যৱস্থা পূৰ্ণউদ্যমেৰে হ'ব ধৰিলে। বান্দৰ আৰু ৰাক্ষসৰ খোৱা শেষ হ'লত লামাঙ, নাংসীতা, লাখানা, জাউফাৰাতা আৰু ছাতাক আদিয়ে আনন্দমনেৰে বহি ভোজন কৰিলে। ভোজন শেষ কৰি চাৰিও ভায়েকে ফলমূল গোটাই দান দিয়াৰ অভিপ্ৰায়েৰে ঋষিৰ ওচৰত গ'ল। ১৪৩৯॥

সিবিলাকৰ লগত পাত্ৰ মন্ত্ৰী, পুৰোহিত বৰ্গ তথা প্ৰজাবৰ্গ আৰু তিনিও গৰাকী ৰাণীয়ে দান দক্ষিণা লৈ গৈ ঋষিক মুক্তহস্তে দান দক্ষিণা কৰিলে। ঋষিয়েও সিবিলাকৰ দীৰ্ঘায়ু কামনা কৰি আশীৰ্বাদ দিলে। ১৪৪০॥

ঋষিয়ে তেওঁবিলাকক পঞ্চশীলৰ নীতি নিয়ম বিলাক শিকাই দিলে। ৰজাৰ মন সদায় দৃঢ় আৰু উদাৰ হ'ব লাগে। পিতৃ মাতৃৰ প্ৰতি তেওঁৰ অচলা স্নেহ ভক্তি থাকিব লাগে। ৰজাই প্ৰজাৰ প্ৰতি সমদৃষ্টি ৰাখিব লাগে। ১৪৪১॥

নিজৰ ককাই ভাইৰ প্ৰতি প্ৰেম-প্ৰীতি আৰু স্নেহৰ সম্পৰ্ক ৰজাই ৰাখিব লাগে। ককাই ভাইকো সকলো বিষয়তে সমান অংশীদাৰ কৰি ৰাখিব লাগে। নাংসীতাৰ প্ৰতি যাতে কোনেও বেয়া ভাৱ পোষণ নকৰে। ঋষিৰ সৎ পৰামৰ্শ বিলাক লামাঙে শিৰোধাৰ্য্য কৰি ল'লে। ঋষিক সাষ্টাঙ্গে প্ৰণাম জনাই তেওঁ যাবৰ কাৰণে ঋষিৰ পৰা বিদায় লৈ ৰথত উঠিল। ১৪৪২॥

লামাঙৰ লগত নকোটি সেনা আছিল। সেই বিলাকৰ থকা মেলাৰ খোৱা বোৱাৰ সু-ব্যৱস্থা কৰি দিয়া হ'ল। প্ৰজাবৰ্গই বিভিন্ন বাদ্য যন্ত্ৰ বজাই সমস্ত পথ আনন্দ মুখৰিত কৰি যাত্ৰা কৰিলে। ১৪৪৩॥

ভায়েক সকলৰ সৈতে লামাঙ, আৰু তিনি গৰাকী ৰাণীক ৰথত লৈ সৈন্য সামন্ত বিলাক

বিপুল জয়ধ্বনি কৰি অযুঠা নগৰত প্ৰৱেশ কৰিলেগৈ। ১৪৪৪॥

## || ৰাম অভিষেক||

অযুঠা মহানগৰীত পদাৰ্পণ কৰিয়েই লামাঙে লগত যোৱা সৈন্য সামন্ত বিলাকৰ থকা মেলাৰ ব্যৱস্থা কৰিবৰ কাৰণে নিৰ্দ্দেশ দিলে। লামাঙ পুনৰ অযুঠা ৰাজ্যলৈ প্ৰত্যাগমন কৰাত দেশৰ বিভিন্ন ঠাইৰ পৰা অসংখ্য লোক অযুঠা নগৰলৈ আহিবলৈ ধৰিলে। জাউফাৰাতা, লাৰানা, আৰু ছাতাকৰে লামাঙৰ পাৱন অভিষেকৰ নিমিত্তে পুৰোহিতৰ ওচৰত উপযুক্ত দিন বাৰ নক্ষত্ৰ চোৱাই ৰাজসিংহাসনত বহুৱাবৰ কাৰণে ব্যৱস্থা কৰিলে। ১৪৪৫॥

পূৰ্বে লামাঙৰ ৰাজঅভিষেক চ'ত মাহৰ পূৰ্ণিমা তিথিত আয়োজন কৰা হৈছিল। কিন্তু মাজুৰাণী কেকেয়ে অনেক মন্ত্ৰণা কৰি লামাঙক ৰাজ্যৰ পৰা বহিষ্কাৰ কৰিলে। প্ৰভু বোধিসত্ত্বৰ পুনৰ অযুঠালৈ আগমন হোৱাত ফাগুণ মাহৰ পূৰ্ণিমা তিথিত ৰজা পাতিবৰ কাৰণে সকলোৱে সিদ্ধান্ত কৰিলে। কাৰণ সৌৰজগতৰ নটা গ্ৰহৰ পূৰ্ণ প্ৰভাৱ আৰু সমস্ত প্ৰকৃতি ৰাজ্যত ফুলে ফলে নদন বদন হৈ এক অপূৰ্ব সৌন্দৰ্য্যৰ সমাবেশ ঘটে আৰু গোটেই পৃথিৱী উষ্ণ আৰু শীতৰ মাধ্যম অৱস্থাত থাকে। ১৪৪৬॥

পুৰোহিত সকলেও ফাগুণৰ পূৰ্ণিমা তিথিটো অতি পবিত্ৰ কাৰণে সেই দিনটো অভিষেকৰ কাৰণে ধাৰ্য্য কৰিলে। সেইদিনাই লামাঙক ৰাজসিংহাসনত বহুৱাব বুলি পৃথিৱীৰ চাৰিওফালে প্ৰচাৰ কৰা হ'ল। তেনেতে বীৰবান্দৰ বিলাকৰ মাজত আলোচনা চলিল যে বান্দৰবিলাকে অৰণ্যৰ পবিত্ৰ জলধাৰাৰ পৰা জল আনি লামাঙৰ চৰণ পখালিব। এই বুলি আনুমান, চাম্পুমান, নালা, নীলাই লামাঙৰ পৰা আদেশ লৈ যাত্ৰা কৰিলে। ১৪৪৭॥

পিকিছানাই পঠোৱা থুমালা ৰাক্ষসেও স্থিৰ কৰিলে- লামাঙ ৰাজ সিংহাসনত বহাৰ উপলক্ষে অৰণ্যৰ পৰা চন্দন কাঠ আৰু চন্দন ফুলৰ ৰেণু লামাঙক উপহাৰ দিব পাৰো। এই বুলি বান্দৰ আৰু ৰাক্ষস দুয়ো পক্ষই নিজনিজ প্ৰিয় বস্তু আনিবৰ কাৰণে অৰণ্যলৈ যাত্ৰা কৰিলে। ১৪৪৮॥

তেওঁ বিলাকে বিলম্ব নকৰি অৰণ্যৰ পৰা নিজ অভিৰুচি সামগ্ৰী লৈ যথা সময়ত আহি অযুঠা ৰাজ্যত উপস্থিত হ'ল। দেৱৰাজ ইন্দ্ৰও অসংখ্য সেনাৰ সহিত হাতত কণ্ঠহাৰলৈ অযুঠা ৰাজ্যত অৱতীৰ্ণ হ'ল। ১৪৪৯॥

বান্দৰ, ৰাক্ষস আৰু মনুষ্য দেৱতা সকলোৱেই লামাঙৰ অভিষেকত বিপুল জয়ধ্বনি কৰি আনন্দ কৰিবলৈ ধৰিলে। বাদ্যযন্ত্ৰ বজাই অযোধ্যাবাসীৰ হৃদয় আনন্দত পুলকিত কৰি তুলিলে। সেই মাঙ্গলিক মহোৎসৱ একাদিক্ৰমে সাতদিন সাতৰাতি চলিছিল। ১৪৫০॥

সকলোৱে হৃদয়ত উলহ মালহৰ গীতে আলোড়িত কৰি তুলিছিল। পুৰোহিত সকলে

আনন্দ উৎসাহেৰে লামাঙ আৰু নাংসীতাক ৰাজপাটত বহুৱালে। লগে লগে মঙ্গলৰ জয়ধ্বনি কৰিলে। লামাঙ আৰু নাংসীতাৰ গলত বনৰীয়া ফুলৰ মালা পিন্ধাই যুগ যুগান্তৰ ৰজা ৰাণীৰ গৌৰৱ গাথা যাতে পৃথিৱীৰ চাৰিওফালে বৈ বৈ যায় তাৰ বাবে আশীৰ্বাদ প্ৰদান কৰিলে। ১৪৫১॥

লামাঙৰ ৰাজঅভিষেক হৈ যোৱাৰ পিছত স্বৰ্গৰ ইন্দ্ৰদেৱতাই ধুনীয়া সাজপোচাক আনি লামাঙক পিন্ধাই দিলে। ৰজা প্ৰজাইও বিভিন্ন প্ৰকাৰৰ উপহাৰ আদি দি ৰজা লামাঙক মহিমা মণ্ডিত কৰি তুলিলে। লামাঙেও প্ৰজাবৰ্গৰ মাজত ধন সোণ আদি দান কৰি সকলোকে আপ্যায়িত কৰিলে। লগে লগে ভায়েক জাউফাৰাতাক যুৱৰাজৰ পদত অধিষ্ঠিত কৰিলে। বাকী দুজন ভায়েক ক্ৰমে লাখানা আৰু ছাতাৰুক দুখন ৰাজ্য দি প্ৰতিষ্ঠা কৰিলে। ১৪৫২॥

লামাঙৰ অভিষেক সমাপ্ত কৰি ইন্দ্ৰ স্বৰ্গধামলৈ গতি কৰিলে। লামাঙে শেষত বান্দৰ আৰু ৰাক্ষস সেনাবিলাকক নিজ নিজ ৰাজ্যলৈ ঘূৰি যাবলৈ আদেশ প্ৰদান কৰিলে। পিফিছানাই লামাঙক যিখন পুষ্পক ৰথৰ দ্বাৰাই অযুঠা ৰাজ্যত থোৱাইছিল সেই ৰথখনো পুনৰ পিফিছানালৈ ঘূৰাই পঠালে। ১৪৫৩॥

লামাঙে সকলো বান্দৰ আৰু ৰাক্ষস সেনাৰ সৰ্বাঙ্গীণ জীৱনৰ উন্নতি কামনা কৰি সাদৰেৰে বিদায় দিলে। কিন্তু আনুমামে লামাঙক সেৱা জনাই নিবেদন কৰিলে যে প্ৰভু মই ৰাজ্যলৈ পুনৰ ঘূৰি নাযাওঁ, আপোনাৰ চৰণ সেৱা কৰিয়েই জীৱন কটাম। চাম্পুমামেও আনুমামৰ দৰেই লামাঙক অনুনয় বিনয় কৰিলে। সিবিলাকৰ আগ্ৰহ দেখি লামাঙে অযুঠাতে থাকিবৰ কাৰণে সম্মতি প্ৰদান কৰিলে। বাকী নালা, নীলা, কামুক্তা, থুমালা, বান্দৰে নিজ ৰাজ্যলৈ গমন কৰাই উচিত। তেওঁবিলাকেও লামাঙ আৰু নাংসীতাক সেৱা জনাই বিদায় মাগিলে। অন্য দেশৰ ৰজা প্ৰজাসকলেও নমস্কাৰ জনাই নিজ ৰাজ্যলৈ বুলি গমন কৰিলে। ১৪৫৪॥

লামাঙ (বোধিসত্ত্ব) বনবাসৰ পৰা ঘূৰি আহি পুনৰ অযুঠা ৰাজ্যৰ ৰাজসিংহাসনত বহিল। তেওঁৰ যশ, মান, খ্যাতি দেশৰ চাৰিওফালে বিয়পি পৰিল। দূৰ দূৰণিৰ ৰজা প্ৰজা আহি তেওঁক সম্মান আৰু উপঢৌকন যাচিলে। পৰ্বতৰ পৰা নামি অহা ঋষিমুনিবিলাকেও লামাঙক ভূৰি ভূৰি আশীৰ্বাদ প্ৰদান কৰিলে। ১৪৫৫॥

## ॥ অগস্ত্য ঋষিৰ আগমন॥

এদিনৰ কথা আকাথা ঋষিয়ে লামাঙৰ ওচৰত আহি নিবেদন কৰিলে- হে শ্ৰদ্ধাভাজন লামাঙ! তুমি তো জানাই ৰাক্ষসৰাজ চিপহৌলাকাই ব্ৰহ্মাৰ পৰা অমোঘ বৰ প্ৰাপ্ত কৰিছিল। তেওঁৰ সমান চতুৰ, মায়াবী, ৰাজনীতিজ্ঞ ৰাক্ষসৰ ৰজা পৃথিৱীত বিৰল। ১৪৫৬॥

দেৱৰাজ ইন্দ্ৰও দেৱতাসকলৰ ভিতৰত শ্ৰেষ্ঠ। দেৱৰাজ ইন্দ্ৰই মুজাৰ বাব দৃষ্টিপাত কৰিও

তেওঁক ধৰা পেলাব নোৱাৰিছিল। তেওঁ আকাশৰ মেঘৰ আঁৰত থাকি যুদ্ধ কৰে। মেঘনাতক কোনো দেৱ মনুষ্যই দেখা নাপায়। তেওঁলৈ সকলোৱে ভয় কৰে। ১৪৫৭ ॥

বৰ আশ্চৰ্য্যজনক কথা যে চিপহৌলাক্ষাৰ পুতেক মেঘনাতে স্বৰ্গাধিপতি দেৱৰাজ ইন্দ্ৰক ধৰি বান্ধি আনি লঙ্কাত বন্দী কৰি ৰাখিছিল। স্বয়ং ব্ৰহ্মাইহে দেৱৰাজক লঙ্কাৰ পৰা মুক্তি কৰি আনিব পাৰিছিল। ইমান চতুৰ কুশলী মায়াবী মেঘনাতক তুমি কেনেকৈ বধ কৰিলা ? ১৪৫৮ ॥

## অধ্যায়-২৯

এইটো কথা একেবাৰে আচৰিত যেন লাগিছে। ঋষিৰ প্ৰশ্নৰ উত্তৰত লামাঙে ক'লে- ঋষিবৰ ! আপুনি স্বয়ং অৰণ্য ভূমিৰ সাধক আৰু তপস্বী। আপুনি আগম নিগম সকলো জানে। আপুনি ৰাক্ষস জাতিটোৰ যি মায়াবী চতুৰালিৰ কথা কৈছে সেইটো একেবাৰে সত্য। কাৰণ দেৱৰাজ ইন্দ্ৰইও তেওঁ বিলাকলৈ ভয় কৰিছিল। ১৪৫৯ ॥

পাষণ্ড অহঙ্কাৰী কামী চিপহৌলাক্ষাক মই ব্ৰহ্ম অস্ত্ৰ প্ৰহাৰ কৰি নিধন কৰিলো। তেওঁৰ ভায়েক কুম্ভফানখাঁক তীক্ষ্ণবাণেৰে বধ কৰিলো। ১৪৬০ ॥

কিন্তু বীৰ মেঘনাতক মোৰ ভাই লাখানাই বধ কৰিছিল। মেঘনাতৰ ভায়েক উতিহাকো ভাই লাখানাই নিধন কৰিছিল। বাকী সমস্ত ৰাক্ষস কুল আমি সকলোৱেই মিলি জুলি তিল তিল কৰি নিধন কৰিলোহঁক। কেৱল সিমানেই নহয় সমস্ত স্বৰ্ণ লঙ্কা ভস্মীভূত কৰি সগৌৰৱে নাংসীতাক উদ্ধাৰ কৰি নিজ ৰাজ্য পালোহি। ১৪৬১ ॥

লামাঙৰ উত্তৰ শেষ হ'লত ঋষিয়ে পুনৰ প্ৰশ্ন কৰিলে - হে বীৰ ! ৰাক্ষসৰ আদি বৃত্তান্ত ব্ৰহ্মাই সৃষ্টি কৰাৰ পৰাই মই জানো। কিন্তু সকলো বীৰতকৈ আচৰিত মানিলো লাখানাক। কাৰণ যি লাখানাই একাদিক্ৰমে চৌদ্ধ বছৰ অনিদ্ৰা, অনাহাৰ, আৰু নাৰীৰ মুখ দৰ্শন নকৰাকৈ যে নিজ প্ৰতিজ্ঞা পালন কৰিলে ইও আচৰিত মানিব লগীয়া কথা। ১৪৬২ ॥

এই কেইটা মহত্বপূৰ্ণ গুণ আৰু অমোঘ প্ৰতিজ্ঞাৰ ফলস্বৰূপেই লাখানাই মেঘনাতক নিধন কৰিবলৈ সমৰ্থ হ'ল। সেই কাৰণে লাখানাৰ দৰে হয়তো ভীষ্ম প্ৰতিজ্ঞা পালন কৰি নিজ কৰ্ত্তব্যত অগ্ৰসৰ হোৱা বীৰ সংসাৰত বিৰল। লাখানাৰ দৃঢ় প্ৰতিজ্ঞাৰ হেতুকেই স্বৰ্ণলঙ্কা ভস্মীভূত হৈ গ'ল। সঁচিকৈ লাখানাৰ মহত্ত্ব প্ৰশংসনীয়। হয়তো সংসাৰত লাখানাৰ দৰে প্ৰতিজ্ঞা পালন কৰা বীৰ নোলাব। ১৪৬৩ ॥

ঋষিৰ কথাত লামাঙে আশ্চৰ্য্য প্ৰকাশ কৰিলে। লাখানাই অৰণ্যৰ পৰা নিজেই ফলমূল বিচাৰি আনে আৰু আমাৰ মাজত ভাগ বাটিলে সেই ফল আমি একে লগে বহি খাওঁহঁক। যেতিয়া ৰাতি হয় তেতিয়াও আমি একেলগে থাকো। বাকী নাংসীতাৰ মুখ লাখানাই সদায়ে দেখি আছে।

১৪৬৪ ॥

তেতিয়া ঋষিয়ে ক'লে- যদিও তোমালোকে একেলগে বনে বনে ঘূৰি, ফলমূল বিচাৰি একেলগে খাইছাহঁক, একেলগে শয়ন কৰিছাহঁক তথাপি লাখানাৰ মহান ব্যক্তিত্ব আৰু জীৱন দৰ্শন মই ভালদৰে জানো। হে লামাণ্ড ! যদি তোমাৰ মোৰ কথাত বিশ্বাস হোৱা নাই তেন্তে তুমি তোমাৰ সেনাপতিৰ দ্বাৰাই লাখানাক মাতি আনি ভালদৰে সোধ পোচ কৰি চাব পাৰা। ১৪৬৫ ॥

লামাণ্ডৰ আদেশক্ৰমে সাৰথিয়ে লাখানাক গৈ ক'লে- লামাণ্ড আৰু ঋষিয়ে তোমালোক বন বাসত থকা সময়ৰ কিছু কথা সুধিবৰ কাৰণে মাতি পঠাইছে। লাখানায়ো বিলম্ব নকৰি মাকক প্ৰণাম জনাই তুৰন্তে আহি লামাণ্ডক প্ৰণাম জনালেহি। তাৰ পাছত তেওঁ আসনত বহিল। ১৪৬৬॥

লাখানাক লামাণ্ডে প্ৰশ্ন কৰিলে- ভাই লাখানা ! আমি একাদিক্ৰমে চৌদ্ধবছৰ বনবাসত আছিলোহঁক। সেই সময়ছোৱাত জানো তুমি তোমাৰ নবৌয়েৰাৰ মুখ দৰ্শন কৰা নাছিলা ? অৰণ্যৰ পৰা তুমিয়েই ফলমূল বিচাৰি আনি আমাৰ মাজত ভাগ বাটি দি তুমিও জানো খোৱা নাছিলা ? বনৰ পৰা ঘূৰি আহি কি পৰ্ণকুটীৰত একেলগে শোৱা নাছিলা ? ১৪৬৭ ॥

লাখানাই উত্তৰত ক'লে- হে ৰাজন ! আমি যেতিয়া তিনিও বনলৈ ওলাই যাওঁ তেতিয়াই মই প্ৰতিজ্ঞা কৰিছিলো যে বনবাসৰ কালত নবৌৰ মুখ কেতিয়াও দৰ্শন নকৰো। নবৌৰ কেৱল চৰণ যুগল দুখনহে মই দৰ্শন কৰিছিলো। তেওঁৰ মুখ কোনো দিনেই দৰ্শন কৰা নাছিলো। ১৪৬৮ ॥

আপোনালোক দুয়ো যেতিয়া আশ্ৰমত শোৱে তেতিয়া মই বাহিৰত পহৰা দি থাকো। কাৰণ মই প্ৰতিজ্ঞা কৰিছিলো যে যি পৰ্যন্ত আপুনি ঘূৰি আহি অযুঠাৰ ৰজা নহয় সেই পৰ্যন্ত টোপনি নাযাওঁ। প্ৰতিজ্ঞা কৰা হেতুকে মোৰ চকুত টোপনি অহা নাছিল। ১৪৬৯॥

বনবাসৰ কালছোৱাত মই কোনো দিনেই বিশ্ৰাম লোৱা নাছিলো। আৰু একতিলো চকুৰ পলক মৰা নাছিলো। বনৰ ফলমূল মই নিজেই আনো আৰু ভাগ কৰি দিওঁ। ১৪৭০॥

আপুনি মোক কোনো দিনেই খাবৰ কাৰণে আদেশ প্ৰদান কৰা নাছিল। আপোনাৰ বিনা অনুমতিত কোনো দিনেই কোনো কাম কৰা নাছিলো। সেই কাৰণে আদেশ নোপোৱা হেতুকে মই ফলমূল খোৱা নাছিলো। মই যিমান দিন ফলমূল খোৱা নাছিলো, সিমান দিনৰ ফলমূল এঠাইত মই দ'মাই থৈ দিছো। এপুৰা মাটিত চৌদ্ধবছৰ ফলমূল মজুতহে আছে। লাখানাৰ এনে আচৰিত কথাত লামাণ্ড বিস্ময়াভিভূত হ'ল। ১৪৭১ ॥

তুমি এতিয়া মোক দ'মাই ৰখা ফলমূলৰ পৰ্বতটো দেখুৱাব পাৰিবানে ? লামাণ্ডৰ আগ্ৰহ দেখি লাখানাই অনুযায়ক মাতি আনি ক'লে- চৌদ্ধবছৰ থৰি ফলমূল জমা কৰি থোৱা আছে। সেই ফলমূলৰ পাহাৰটো তুমি দাঙি লৈ আহাঁগৈ। অনুযায়েও বিলম্ব নকৰি অৰণ্যৰ অভিমুখে আগ

মাৰিলে। ১৪৭২॥

অৰণ্যৰ মাজত পৰ্বত আকাৰ হৈ থকা ফলমূলৰ দ'মটো দেখি তেওঁ আচৰিত মানিলে। অশেষ যত্ন কৰা সত্বেও আনুমামে ফলমূলৰ পাহাৰটো দাঙিব নোৱাৰিলে। আনুমামে চিন্তা কৰিলে এয়া হয়তো লাখানাৰ ভীষ্ম প্ৰতিজ্ঞাৰ ফলস্বৰূপে আজি মই এই পাহাৰ দাঙিবলৈ অসমৰ্থ হ'লো। ১৪৭৩॥

আনুমাম ঘূৰি আহিল। তেওঁ লামাঙক ক'লে- প্ৰভু লাখানাই দ'মাই থকা ফলমূলৰ পাহাৰটো মই দাঙিবই নোৱাৰিলো। গতিকে আপোনাক মই জনালো। আনুমামৰ অক্ষমতাৰ কথা শুনি লাখানাই কেৱল হাঁহিলে। শেষত লাখানাই নিজেই পাহাৰটো দাঙি আনি লামাঙক দেখুৱালে। ১৪৭৪॥

ফলমূলৰ পাহাৰটো দেখি সকলোৱেই বিস্ময় মানিলে। লামাঙে চৌদ্দবছৰৰ ফলমূল হিচাব কৰি দিবৰ কাৰণে লাখানাক ক'লে- লাখানাই পুংখানুপুংখৰূপে চৌদ্দবছৰৰ ফল হিচাব কৰি দেখুৱাই ক'লে- চৌদ্দবছৰৰ ভিতৰত ইয়াত সাত দিনৰ ফলমূল কম আছে। ১৪৭৫॥

কাৰণ এই সাতদিন আমি কোনো ভোজন আদি কৰা নাছিলো। যি দিনা আমি পিতাৰ মৃত্যুৰ খবৰ পাওঁ সেই দিনা আমি একো খোৱা নাছিলো। মনত দুখ আৰু বেজাৰত কোনো ভোজন কৰা হোৱা নাছিল। ১৪৭৬॥

বাকী ছয়দিনৰ ভোজনৰ হিচাব আপোনাক দিওঁ। যি দিনা চিপচ্ৰৌলাকাই নাংসীতাক হৰণ কৰি লৈ যায়, সেইদিনা আমি একো খোৱা নাছিলো। আৰু মেঘনাতে যি দিনা আমাৰ দুয়োকে নাগপাশ মাৰি পেলাই থয় সেইদিনাও আমি একো খোৱা নাছিলো। আৰু মেঘনাতে নকল নাংসীতা কাটি আমাক দেখুৱাৰ দিনাও আমি তথা বান্দৰ বিলাকে একো খোৱা নাছিলো। ১৪৭৭॥

যিদিনা মহীলা ৰাৱণে আমাৰ দুয়োকে মায়া কৰি পাতালপুৰীলৈ লৈ যায় সেইদিনাও আমি একো খোৱা নাছিলো। যি দিনা চিপচ্ৰৌলাকাই মোক শক্তিশেল মাৰি পেলাই থয় সেইদিনাও আমাৰ কোনো ভোজন হোৱা নাছিল। আৰু যি দিনা আপুনি ব্ৰহ্মঅস্ত্ৰ মাৰি চিপচ্ৰৌলাকাক বধ কৰে সেই দিনাও আমি আনন্দত আত্মহাৰা হৈ খোৱা নাছিলো। ১৪৭৮॥

আপুনি বিচৰামতে সাতদিনৰ কম হোৱা ফলমূলৰ হিচাব দেখুৱাই দিয়া হ'ল। বাকী চৌদ্দবছৰৰ হিচাব পূৰা দিয়া হ'ল। লাখানাই লামাঙক ক'লে- শিকহামিৱা ঋষিয়ে যি দিন ধৰি আমাক শিক্ষা দীক্ষা দিছিল সেই দিন ধৰি মই প্ৰতিজ্ঞাবদ্ধ হৈছিলো। হে ৰাজন, মোৰ কৰকণীয়াখিনি ইমানহে। লাখানাৰ হৃদয়ত ভ্ৰাতৃৰ প্ৰতি অকৃত্ৰিম চেনেহ শ্ৰদ্ধা আৰু অচলা ভক্তি দেখি লামাঙে আবেগত ক'ব নোৱাৰিলে। তেওঁ লাখানাক সাৱটি ধৰি মুৰোপালে চুমা খাই আনন্দৰ অশ্ৰুলো বোৱাই দিলে। ১৪৭৯॥

অৱশেষত লামাগুৱে ঋষিক প্ৰণাম জনালে। আৰু ক'লে- ঋষিবৰ! আপুনি অতীত কালৰে পৰাই ৰাক্ষসবিলাকৰ চৰিত্ৰৰ কথা ভালদৰে জানে। ৰাক্ষস বিলাকৰ উৎপত্তি ব্ৰহ্মাৰ পৰাই হোৱা বুলি কথিত আছে। তথাপি ৰাক্ষস বিলাক ইমান হিংসুক কিয় ? চিপহৌলাঙ্কাই কিয় ৰাক্ষসৰ কুলত জন্ম ললে ? ১৪৮০॥

লঙ্কা মহানগৰীক স্বৰ্ণ লঙ্কাত পৰিণত কিয় কৰিলে ? সেই বিষয়ে আপুনি মোক ভালদৰে বুজাই দিয়ক। ৰজাৰ বিনম্ৰ অনুৰোধ শুনি অৰণ্যবাসী ঋষি আকাঠাই লামাগুৰ আগ্ৰহত একাদিক্ৰমে সকলো বিলাক বৃত্তান্ত কৈ যাবলৈ ধৰিলে। ১৪৮১॥

প্ৰাচীন কালত বহুকল্প আৰু কলপান্তৰ ধ্বংস হৈ যোৱাৰ পিছত মহাভদ্ৰ কল্পৰ সৃষ্টি হ'ল। ১৪৮২॥

ব্ৰহ্মাই স্বৰ্গ, মৰ্ত্ত্য আৰু পাতাল সৃষ্টি কৰিলে। এই সংসাৰৰ সৌন্দৰ্য্য বৰ্ধনৰ নিমিত্তে হৰেক প্ৰকাৰৰ জীৱ জন্তু আৰু কীট পতঙ্গ তথা বিনন্দীয়া প্ৰাকৃতিক জগতখন নিৰ্ম্মাণ কৰিলে। শেষত মহাব্ৰহ্মাক ক'লে- হে সৃষ্টিকৰ্ত্তা! আপুনি সকলো প্ৰকাৰৰ সৃষ্টি কৰি জেউতি বঢ়ালে। ১৪৮৩॥

## অধ্যায়-৩০

মনুষ্যকে আদি কৰি সকলো ধৰণৰ কীট পতঙ্গ সৃজন কৰিলে। এতিয়া আপুনি অনুমতি প্ৰদান কৰক যাতে স্বৰ্গ, মৰ্ত্ত্য লোকত সুদূৰ ভৱিষ্যতে নাম উজ্জ্বল হৈ থাকিবৰ কাৰণে কিবা এটা সু-ব্যৱস্থা কৰি দিয়ে যেন। তেতিয়া ব্ৰহ্মাই ক'লে-। ১৪৮৪॥

তুমি তেন্তে মৰ্ত্ত্যলোকত গৈ প্ৰকাণ্ড ৰাক্ষসৰূপে জন্ম গ্ৰহণ কৰা। তেতিয়া তোমাৰ নাম ক্ৰমান্বয়ে উজ্জ্বল হৈ উঠিব। আদেশক্ৰমে এটা বিৰাট ৰাক্ষসৰ ৰূপ ল'লে। তাৰ আকাৰ বিশাল, দাঁত বিলাক জোঙাল আৰু গাৰ নোম বিলাক দীঘল। তেওঁৰ নাম হ'ল হিতা। সৃজন কৰ্তাই হিতাৰ লগত সহবাস কৰিবৰ কাৰণে এজনী দিপ্ লিপ্ কন্যা সঙ্গী কৰি দিলে। ১৪৮৫॥

কন্যাটিৰ নাম পিতুকেছুলী। তাইৰ ৰূপ অতি মনোমোহা আছিল। কন্যাটি বয়সপাতি ব্ৰহ্মাৰ জীয়ৰী ৰূপে জনাজাত হ'ল। ব্ৰহ্মায়ো নিজ কন্যা পিতুকেছুলীক হিতাৰ লগত সহবাস কৰিবৰ কাৰণে অৰণ্যলৈ পঠাই দিলে। এই আদেশ দিয়েই ব্ৰহ্মা নিজ স্থানলৈ গুচি গ'ল। ১৪৮৬॥

তেওঁবিলাক দুয়ো মাত্তা নামেৰে এটা পৰ্বতত বাস কৰিবলৈ ল'লে। বহু বছৰৰ পিছত পিতুকেছুলীয়ে এটি পুত্ৰ জন্ম দিলে। ১৪৮৭॥

কিন্তু সন্তানটো সেই পৰ্বতত অকলশৰে এৰি তেওঁবিলাক অন্যকালে গুচি গ'ল। পুত্ৰ সন্তানটোৱে মাক বাপেকক নেদেখি চিঞৰ বাখৰ কৰিবলৈ ধৰিলে। শিশুটোৱে কান্দি থাকোতে মহেশ্বৰ আৰু পাৰ্বতীয়ে কৈলাসৰ পবিত্ৰ জলধাৰাত স্নান কৰিবলৈ গৈছিল। ১৪৮৮॥

মহেশ আৰু পাৰ্বতীয়ে নৱজাত শিশুটোৰ কৰুণ কান্দোন শুনিবলৈ পালে। মহেশ্বৰে অধিষ্ঠান কৰি অনুমান কৰিলে যে এই সন্তানটো নিশ্চয় ব্ৰহ্মাৰ জীয়েক পিতৃকেছুলীৰে হ'ব। তেওঁ বিলাকে কালবিলম্ব নকৰি শিশুটিক ৰথত তুলি নিজ ঘৰলৈ লৈ গ'ল। আৰু নিজ পুত্ৰৰূপে প্ৰতিপালন কৰিব ধৰিলে। ১৪৮৯॥

তেওঁবিলাকে শিশুটোৰ নাম ৰাখিলে চুকেছা। চুকেছাৰ বয়স ক্ৰমান্বয়ে বাঢ়ি যাবলৈ ধৰিলে। শিৱ পাৰ্বতীয়ে উপযুক্ত এজনী গন্ধৰ্ব সুন্দৰী কন্যাৰ লগত সহবাস কৰিবৰ কাৰণে ব্যৱস্থা কৰি দিলে। চুকেছাই গন্ধৰ্ব কন্যা পাই পিতৃ মাতৃৰ আদেশানুক্ৰমে অৰণ্যৰ মাজত সুখে শান্তিৰে জীৱন যাপন কৰিবলৈ ধৰিলে। ১৪৯০॥

চুকেছাৰ তিনিটি সন্তান জন্ম হ'ল। প্ৰথমটোৰ নাম মালাবান। দ্বিতীয়জনৰ নাম মালী আৰু তৃতীয়টোৰ নাম ছুমালী। ক্ৰমান্বয়ে তিনিওজন ডাঙৰ হৈ আহিল। ১৪৯১॥

মাক বাপেকৰ অনুমতি ক্ৰমে তিনিওজনে অৰণ্যত তপস্যা কৰিবলৈ ধৰিলে। দিনে ৰাতিয়ে তেওঁবিলাকে তপস্যাত মগ্ন হৈ থাকিবলৈ ধৰিলে। তেওঁলোকে একাগ্ৰমনে কঠোৰ তপস্যা কৰিলে। ১৪৯২॥

তেওঁবিলাক তিনিওৰে কঠোৰ তপস্যাত ব্ৰহ্মা স্থিৰেৰে থাকিব নোৱাৰি তেওঁবিলাকৰ ওচৰত উপস্থিত হৈ সুধিলে- তোমালোকে মোক উদ্দেশ্য কৰি ইয়াত ইমান কঠোৰ তপস্যা কিয় কৰিছাহঁক ? তোমালোকৰ তপস্যাত মই সুখী হৈছো। তোমালোকে ইচ্ছামতে বৰ খুজি ল'ব পাৰা। তেতিয়া তেওঁবিলাক তিনিও কৰযোৰে প্ৰাৰ্থনা কৰিলে -হে বিশ্বপিতা ! এই ত্ৰিভুৱনৰ একচ্ছত্ৰী অধিকাৰী হ'বৰ কাৰণে আমাক ক্ষমতা প্ৰদান কৰিব লাগে। দেৱতা বিলাক যাতে আমাৰ অধীন হৈ থাকে, আমাক সেইবৰ প্ৰদান কৰিব লাগে। ১৪৯৩॥

ব্ৰহ্মাই তেতিয়া ক'লে- তোমালোকক মই সকলো প্ৰকাৰৰ বৰ প্ৰদান কৰিব পাৰো। কিন্তু তুষিত ৰাজ্যৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰিবলৈ কোনো বৰ দিব নোৱাৰো। বাকী যিমান বৰ লাগে সকলো তোমালোকে লোৱা। ১৪৯৪॥

তেওঁলোকে ব্ৰহ্মাৰ পৰা অমোঘ বৰ লাভ কৰি চতুৰ্দিশে নিজ শক্তিৰ প্ৰয়োগ কৰিবলৈ ধৰিলে। তেওঁবিলাকক স্বৰ্গ, মৰ্ত্তৰ দেৱতাবিলাকে আদৰ সাদৰ কৰি উপঢৌকন দিবলৈ ধৰিলে। ১৪৯৫॥

মালাবান, মালী আৰু ছুমালীয়ে গন্ধৰ্ব কন্যা ধৰি আনি নিজ পত্নীৰূপে লঙ্কাত সহবাস কৰিব ধৰিলে। ১৪৯৬॥

মালাবানৰ পত্নীয়ে এটি কন্যা জন্ম দিলে। ক্ৰমান্বয়ে মালীৰ পত্নীয়ে দহোটা আৰু ছুমালীৰ

পত্নীয়ে চাৰিটা পুত্ৰ জন্ম দিলে। মালাৱানৰ এটি কন্যাৰ বাহিৰে আৰু সন্তান নাছিল। কন্যাজনীৰ নাম ৰাখিলে কুন্তী। কুন্তী আৰু বাকী চৈধ্যতা সন্তানে লঙ্কাত সুখে সন্তোষে জীৱন যাপন কৰিব ধৰিলে। সেই মালাৱানৰ কন্যা কুন্তীয়েই হ'ল চিপহৌলাঙ্কাৰ মাক। ১৪৯৭ ॥

লঙ্কা ৰাজ্যত মালাৱান, মালী, আৰু ছুমালীয়ে অশেষ ক্ষমতাৰ অধিকাৰী হৈ ৰাজ্য শাসন কৰিবলৈ ধৰিলে। তাৰ পিছত লঙ্কাত চাতুমাহাই ৰাজত্ব কৰে। তেওঁবিলাকৰ পিছত চিপহৌলাঙ্কাই একছত্ৰী ৰজাহৈ ৰাজত্ব কৰে। চিপহৌলাঙ্কাৰ পিছত তেওঁৰ ভায়েক পিফিছানাই ৰাজত্ব কৰে। এইদৰে আকাঠা ঋষিয়ে লামাঙক লঙ্কাত ৰাজত্ব কৰা ৰজাবিলাকৰ নাম ক্ৰমান্বয়ে কৈ শুনালে। ১৪৯৮ ॥

## ॥ লঙ্কাৰ উৎপত্তি কথন ॥

ইয়াৰ পিছত লামাঙে কৰযোৰে ঋষিক ক'লে- হে গুৰুদেৱ। ৰজা সকলৰ নাম জনা হ'ল। এতিয়া লঙ্কা ৰাজ্যৰ উৎপত্তি কেনেকৈ হ'ল সেই বিষয়ে মোক জানিবলৈ দিয়ক। ঋষিয়ে ক'লে- তেন্তে মোৰ বক্তব্য তুমি ভালদৰে শুনি লোৱা। ১৪৯৯ ॥

পুৰণি কালত চান্তা নামেৰে এজন ধনী সদাগৰ আছিল। তেওঁৰ ভড়ালত কোটি কোটি ধন সোণ আছিল। তেওঁৰ দুজন পুতেক ডাঙৰ জনৰ নাম ছুপালা আৰু সৰুজনৰ নাম বিকাখা। দুয়ো বাপেকৰ মৰমৰ পুতেক আছিল। ১৫০০ ॥

ধনী সদাগৰ জনৰ মৃত্যু হোৱাত সকলো ধন সম্পত্তি ছুপালাই পালে। দ্বিতীয়জনক পৈতৃক সম্পত্তিৰ অংশ একেবাৰে নিদিলে। ভায়েকে সম্পত্তি বিচৰাত ককায়েকে ক'লে- পিতাই তোমাক সম্পত্তিৰ ভাগ দি যোৱা নাই। এতিয়া পিতাৰ সকলো ধন দৌলতৰ মালিক মইহে। ককায়েকৰ এনে ব্যৱহাৰত ভায়েকে কোনো উপায় নাপাই গাঁৱৰ মানুহৰ ওচৰত অভিযোগ কৰিলেগৈ। গাঁৱত মেলুৱৈৰ ওচৰত আপত্তি দশাই অনুৰোধ কৰি ক'লে- আপোনালোকে উচিত বিচাৰ আৰু পৰামৰ্শ কৰি যি কোনো উপায়েৰে পিতাৰ সম্পত্তিৰ ভাগ মোক দিয়াব লাগে। ১৫০১ ॥

বিকাখাই আপত্তি দৰ্শোৱাত গাঁৱৰ ৰাইজে বিকাখাৰ ককায়েকক পৰামৰ্শ দিলে যে সকলো সম্পত্তিৰ পাঁচভাগ কৰিব লাগে। গাঁৱ পঞ্চায়তে ৰায় দিলে যে পাঁচ ভাগ সম্পত্তিৰ তিনি অংশ জেঠজনে আৰু দুই অংশ সৰুজনে পাব। পঞ্চায়তত সৰ্বসম্মতি ক্ৰমে গৃহিত ৰায়ৰ কথা বিকাখাই ছুপালাক ক'লেগৈ পৈতৃক সম্পত্তিৰ তিনি অংশ আপোনাৰ আৰু দুই অংশ মোক লবলৈ কৈছে। ১৫০২ ॥

কিন্তু ককায়েক ছুপালাই ভায়েক বিকাখাৰ কথা মানি নললে। ককায়েকে সম্পত্তিৰ নামত কুটা এগছো নিদিও বুলিহে ক'লে। ককায়েকৰ এনে অবিবেচক ব্যৱহাৰত বিকাখাৰ ৰব খং

উঠিল। তেওঁ ককায়েকক এই বুলি অভিশাপ দিলে- তুমি প্ৰকাণ্ড পাহাৰৰ মাজত নাগ হৈ বাস কৰি থাকিবা। ভায়েকে এইদৰে অভিশাপ দিয়াত ককায়েকেও ভায়েকক অৰণ্যৰ মাজত জন্তু হৈ থাকিবলৈ অভিশাপ দিলে। এইদৰে ছুপাবাই পৈতৃক সম্পত্তি ভোগ কৰি বহুত দিনৰ মূৰত মৃত্যু বৰণ কৰি পাহাৰৰ পানী ভাগত নাগ হৈ থাকিল আৰু ভায়েকো মৃত্যুৰ পিছত এটা হাতী হৈ অৰণ্যত বিচৰণ কৰি ফুৰিবলৈ ধৰিলে। ১৫০৩॥

বিপুল সম্পত্তিৰ অধিকাৰী হৈও ছুপালাই মৃত্যুক সাৱটি ল'ব লগাত পৰিল। লোভ আৰু ক্ৰোধৰ বশৱৰ্তী হৈ শেষত নাগৰ জন্মলৈ থাকিব লগাত পৰিল। ভায়েকেও লোভ আৰু ক্ৰোধ দমন কৰিব নোৱাৰি অৱশেষত হাতীৰ জন্মলৈ বনৰ মাজে মাজে ঘূৰি ফুৰিব লগাত পৰিল। সৃষ্টিৰ আদি পাতনিৰে পৰাই জীৱই লোভ, মোহ, কাম, আৰু ক্ৰোধৰ বশৱৰ্তী হৈ সংসাৰত বাৰে বাৰে বিভিন্ন জন্ম লাভ কৰি আহিছে আৰু দুখ সুখ ভুগিব লগাত পৰিছে।গতিকে হে ৰাজন ! লামাগু ! তুমি মোৰ কথাবিলাক ভালদৰে হৃদয়ঙ্গম কৰি যোঁৱা। ১৫০৪॥

এইদৰে এদিন হাতীয়ে অৰণ্যৰ মাজে মাজে বিচৰণ কৰি ফুৰোতে হঠাতে তাৰ পানী খাবলৈ মন গ'ল। হাতীটোৱে গৈ পানী খোৱাৰ মানসেৰে সৰোবৰত নামিল। হাতীটোৱে শুড় ভাল পেলাই সৰোবৰৰ পৰা পানী খাব খোজোতেই সৰোবৰত থকা নাগে পূৰ্ব কৰ্মৰ বিপাকৰ ফলস্বৰূপে হাতীটোক শুড়ত ধৰি সৰোবৰৰ মাজলৈ টানি লৈ গ'ল। কিন্তু হাতীটোৱে তাৰ সৰ্বশক্তি প্ৰয়োগ কৰি নাগটোক শুড়েৰে টানি কাষলৈ চোচোৰাই আনিলে। এইদৰে পৰস্পৰে পৰস্পৰক টনা আজোৰা কৰি থাকোতেই এবছৰ পূৰা হ'ল। কিন্তু কোনেও কাকো ঘটাব পৰা নাই। ইফালে গৰুড় পক্ষীয়ে নাগ আৰু হাতীৰ মাজত চলি থকা টনা আজোৰা দেখি আৰু সিহঁতৰ চিঞৰ বাখৰ শুনি আকাশৰ পৰা নামি আহিল। সিহঁত দুয়োটাকে গৰুড় পক্ষীয়ে নখেৰে খামুচি ওপৰলৈ উঠাই লৈ গ'ল। ১৫০৫॥

গৰুড় পক্ষীয়ে সিহঁত দুয়োটাকে উঠাই লৈ আশ্ৰয়ৰ নিমিত্তে এজোপা বৃক্ষ অনুসন্ধান কৰিবলৈ ধৰিলে। পক্ষীয়ে ঘূৰি ঘূৰি এজোপা প্ৰকাণ্ড গছত পৰিল। ১৫০৬॥

বৃক্ষজোপাত কেৱল চাৰিটা প্ৰকাণ্ড ডাল আছিল। ডাল কেইটাৰ ওজন আছিল পঞ্চাছ যোজন। গছজোপা ওখই আছিল প্ৰায় ছয় যোজন। গছ জোপাৰ এটা ডালতে হাতী আৰু নাগক লৈ পক্ষী বহিল। বহাৰ লগে লগে গছ জোপাৰ ডালটো মৰ্ মৰ্ কৰি ভাগি যোৱাৰ উপক্ৰম হ'ল। ১৫০৭॥

গৰুড় পক্ষীয়ে অনুমান কৰিলে যে বৃক্ষজোপাৰ তলত বালিখিল্য ঋষিয়ে তপস্যা কৰি ধ্যানমগ্ন হৈ আছে। পক্ষীয়ে ভাবিলে যদি এই ডালটো ভাগি পৰে তেন্তে তপস্যাৰত ঋষি মুনি

আটাইকেইজনেই মৰিব। বহুত ভাবি চিন্তি গৰুড় পক্ষীয়ে জন্তু দুটা সাৱটিলে সেই বৃক্ষৰ পৰা আকাশলৈ বুলি উৰা মাৰিলে। ১৫০৮॥

গৰুড় পক্ষী একে কোবেই উৰি গৈ ব্ৰহ্মাৰ ওচৰ পালে। ব্ৰহ্মাক তেওঁ সানুনয়ে নিবেদন কৰিলে- হে প্ৰভু ! আপুনি সকলো প্ৰাণীৰ নিমিত্তে সকলো ব্যৱস্থা কৰি দিছে। মই মোৰ আহাৰ লৈ যেনি তেনি ঘূৰি ফুৰিছো। ক'তো শান্তিৰে বহি ভোজন কৰিবলৈ সুবিধা পোৱা নাই। গতিকে আপুনি মোক এটুকুৰা স্থান বাচি দিব লাগে। যাতে মই ভোজন শান্তিৰে কৰিব পাৰো। ১৫০৯॥

ব্ৰহ্মাই তেতিয়া গৰুড় পক্ষীক ক'লে- যে তুমি তোমাৰ ভোজন সুমেৰু পৰ্বতত বহি কৰিব পাৰা। ব্ৰহ্মাৰ আদেশক্ৰমে গৰুড় পক্ষীয়ে সুমেৰু পৰ্বতত বহিলৈ ইচ্ছামতে নিজ আহাৰ ভোজন কৰিবলৈ ধৰিলে। ১৫১০॥

যিটো বাটত বহি গৰুড় পক্ষীয়ে আহাৰ ভক্ষণ কৰিছিল, সেইটো ৰাস্তা পৱন দেৱতাৰ আছিল। পৱন দেৱতা আহি গৰুড় পক্ষীক ক'লে- তুমি ক'ৰপৰা আহি মোৰ অহা যোৱাৰ পথত বহি প্ৰতিবন্ধকতা জন্মাইছা। ১৫১১॥

অতি সোনকালে তুমি মোৰ পথৰ পৰা আঁতৰি যোৱা। যদি তুমি মোৰ আদেশ অমান্য কৰা, তেন্তে এতিয়াই মই প্ৰবল ধুমুহাৰ সৃষ্টি কৰি তোমাক উৰুৱাই কৰবাত পেলাই দিম। পৱন দেৱতাৰ ধমক শুনি গৰুড় পক্ষীয়ে দুয়োখন পাখী মেলি গোটেই পৰ্বতটো ঢাকি ধৰিলে আৰু ক'লে- এইবাৰ চাওঁ কি উপায়েৰেনো তুমি মোক উৰুৱাই পেলোৱা, মই ইয়াৰ পৰা এখোজো ইফাল সিফাল নকৰো। ১৫১২॥

গৰুড়ৰ কথা শুনি বিতুষ্ট হৈ পৱন দেৱতাই প্ৰবল ধুমুহা বতাহ আৰু বৰষুণৰ সৃষ্টি কৰিলে। একেৰাহে সাতদিন সাতৰাতি প্ৰচণ্ডভাৱে বতাহ বৰষুণ হ'ল। প্ৰাণী বিলাকৰ তৰনি হেৰাল। এই আতঙ্ক সৃষ্টিৰ কথা গৈ ব্ৰহ্মাৰ কাণত পৰিল। ব্ৰহ্মা স্থিৰেৰে থাকিব নোৱাৰি মৰ্ত্তলোকলৈ নামি আহিল। ব্ৰহ্মাই দেৱতাক সুধিলে- তুমি ইমান বতাহ বৰষুণ দিয়াৰ কাৰণ কি ? তুমি সৃষ্টি কৰা এই মহা প্ৰলয়ত প্ৰাণী বিলাকৰ মাজত মহা অশান্তিৰ সৃষ্টি হৈছে আৰু এই পৰ্বতৰ বহুত প্ৰাণীয়েই প্ৰাণ বিসৰ্জন দিব লগাত পৰিছে। ১৫১৩॥

সাতদিন সাতৰাতি একেৰাহে বতাহ বৰষুণ হৈ থকাৰ ফলত প্ৰাণীবিলাকৰ মাজত শান্তি নোহোৱা হ'ল। তোমালোক দুয়োৰে মাজত যি প্ৰতিদ্বন্দ্বিতাৰ ভাৱ উৎপন্ন হৈছে, যদি তোমালোকে তাত লাগি থাকা তেন্তে সংসাৰত কোনো প্ৰাণীয়েই বাচি নাথাকিব। গৰুড়ই যদি পাখি দুখন জপাই নিদিয়ে, তেন্তে পৱনেও এইদৰে প্ৰলয় ঘটাই থাকিব। ১৫১৪॥

এতিয়া তোমালোক দুয়োজন বুজাবুজিৰে নাহিলে হয়তো পৰিস্থিতি বিষম হ'ব। পৃথিৱীত

কোনো প্ৰাণীৰে অস্তিত্ব নাথাকিব। ব্ৰহ্মাৰ কথা শুনি গৰুড়ই পাখি দুখন জপাই দিলে। লগে লগে ধুমুহা বতাহে পৰ্বতটো নি সাগৰৰ মাজত পেলালেগৈ। সাগৰৰ মাজত পৰ্বতটো গৈ পৰাত সেই দ্বীপৰ নাম হ'ল লঙ্কাদ্বীপ। ১৫১৫॥

সেই লঙ্কা দ্বীপতে মালাবান, মালা, আৰু সুমালীয়ে ব্ৰহ্মাৰ পৰা অমোঘ বৰ লাভ কৰাৰ পাছত ডাঙৰ ডাঙৰ অট্টালিকা নিৰ্মাণ কৰি সুখে শান্তিৰে জীৱন নিৰ্বাহ কৰিছিল। লঙ্কা দ্বীপৰ উৎপত্তি যে এইদৰেই হ'ল ঋষিয়ে বজা লামাগুক বুজাই ক'লে। ১৫১৬॥

সেই বিতোপন নগৰৰ নামেই হ'ল লঙ্কা। মালাবানে সেই লঙ্কাতে ৰাজত্ব কৰিছিল। তেওঁবিলাকে সৎ পুৰুষৰ ঔৰষত সৎবংশত জন্ম গ্ৰহণ কৰিছিল। সেই নিমিত্তে গন্ধৰ্ব আদি দেৱতা সকলে তেওঁ বিলাকলৈ ভয় কৰিছিল আৰু তেওঁলোকৰ বশ্যতা স্বীকাৰ কৰি আছিল। ১৫১৭॥

এদিন সকলো দেৱতাই আলোচনা কৰি মহেশ্বৰৰ ওচৰত আপত্তি কৰিলেগৈ- আপোনাৰ পুত্ৰ চুকেছা আৰু নাতিয়েক তিনিজনে আমাৰ ওপৰত অত্যন্ত অন্যায় অত্যাচাৰ কৰি আছে। গতিকে আপুনি ইয়াৰ প্ৰতিকাৰৰ ব্যৱস্থা কৰি দিব লাগে। দেৱতা বিলাকৰ আপত্তি শুনি মহেশ্বৰে ক'লে- ১৫১৮॥

বিশেষ গুৰুত্বপূৰ্ণ কথা হ'ল এয়ে যে সিহঁতে ব্ৰহ্মাৰ পৰা অমোঘ বৰ লাভ কৰি থৈছে। আমাৰ কথাৰ ওপৰত সিহঁতে এতিয়া কোনো গুৰুত্ব নিদিব। সি যি কি নহওঁক, যদি সিহঁতে এইদৰে অন্যায় অত্যাচাৰ আৰু অবিচাৰ কৰি থাকে তেন্তে সিহঁতৰ পদমৰ্য্যাদা আৰু কোনো কালে স্থায়ী হৈ নাথাকিব। তুষিত ৰাজ্যত এতিয়া বোধিসত্ত্বই নিবাস কৰি আছে। তেওঁহে সেই অবিবেচক ৰাক্ষস কুল নিধন কৰিব পাৰিব। ১৫১৯॥

মহেশ্বৰৰ পৰামৰ্শমতে দেৱতাসকলে তুষিত ৰাজ্যলৈ গৈ বোধিসত্ত্বৰ আগত সকলো কথা বিৱৰি ক'লে। আমি ৰাক্ষসৰ উৎপাতত মৰ্ত্ত্যলোকত সুখেৰে থাকিব পৰা নাই। ১৫২০॥

আপুনি এতিয়া ৰাক্ষস বিলাকক মৰ্ত্ত্যলোকৰ পৰা খেদি পঠাব লাগে। বোধিসত্ত্বই দেৱতাসকলৰ কথা মনোযোগ দি শুনিলে। আৰু প্ৰতিশ্ৰুতি দি ক'লে-আমি গৈ সিহঁতক খেদি পঠাম। তোমালোকে এই বিষয়ে কোনো চিন্তা কৰিব নালাগে। এইদৰে তুষিত ৰাজ্যৰ দেৱতাবিলাকে ৰাক্ষসকুল খেদি পঠাবৰ কাৰণে যুদ্ধৰ আয়োজন কৰিলে। ১৫২১॥

তুষিত ৰাজ্যৰ দেৱতাবিলাকৰ আলোচনা আৰু যুদ্ধৰ প্ৰস্তুতি বিলাকৰ কথা নাৰদ (নাৰদ) মুনিয়ে গৈ লঙ্কাৰ অধিপতি মালাবানক সবিশেষ জনালে। ১৫২২॥

মুনিক দেখি ৰাক্ষসবিলাকে আথে বেথে কৰযোৰে আদৰণিৰে আসনত অতিথিক পূজিলে। ১৫২৩॥

মুনিৰ কথা শুনি মালাৱানে ৰাক্ষসবিলাকক ক'লে- দেৱতাবিলাকে আমাক খেদিবৰ নিমিত্তে যুদ্ধৰ প্ৰস্তুতি চলাইছে। ১৫২৪॥

তোমালোক আমাৰ পিতাৰ পৰম বন্ধু। মই দেৱতাসকলে কৰা প্ৰস্তুতিৰ কথা শুনিহে তোমালোকক আগতীয়া কৰি সজাগ কৰিবৰ নিমিত্তে দৌৰি আহিলো। এই সংবাদ জনায়েই নালাতাই স্বৰ্গধামৰ ফালে গমন কৰিলে। মুনি গুছি যোৱাৰ পিছত ৰাক্ষস বিলাকৰ মাজত আলোচনা হ'বলৈ ধৰিলে- দেৱতাবিলাকে অহঙ্কাৰত মত্ত হৈ আমাৰ কথা বাৰ্ত্তা বিলাক স্বৰ্গৰাজ্যত লগাই ভগাই আমাৰ মাজত অশান্তিৰ সৃষ্টি কৰিব ধৰিছে। ১৫২৫॥

ব্ৰহ্মা স্বৰ্গলোকৰ পৰা নামি আহি ৰাক্ষসবিলাকৰ ওচৰত উপস্থিত হ'ল। ব্ৰহ্মাক লগ পাই ৰাক্ষসবিলাকে আদৰ সম্ভাষণেৰে আপ্যায়িত কৰিলে। ব্ৰহ্মাই কথাৰ প্ৰসঙ্গত ৰাক্ষসবিলাকক সকিয়াই দিলে- তোমালোকে মৰ্ত্ত্যলোকৰ দেৱতাবিলাকক সৎদৃষ্টিৰে মৰমেৰে চাবাহঁক। তেওঁলোকৰ হিংসা দ্বেষৰ ভাব কেতিয়াও পোষণ নকৰিবা। ১৫২৬॥

এনেদৰে তোমালোকে ৰাজ্যশাসন কৰিবা যাতে প্ৰজাবৰ্গই শান্তিৰে জীৱন যাপন কৰিব পাৰে। তোমালোকে যদি অন্যায় অবিচাৰ কৰা তেন্তে তোমালোকক প্ৰজাই ভাল চকুৰে নাচাব আৰু তোমালোক গ্লানিৰ পাত্ৰ হ'ব লাগিব। নীতিৰ বিৰুদ্ধে কাম কৰিবলৈ গ'লে তোমালোকৰ অধঃপতন সুনিশ্চিত। ১৫২৭॥

ৰাক্ষস বিলাকক এইদৰে বুজনি দিয়াৰ পিছত ব্ৰহ্মা নিজ স্থানলৈ গমন কৰিলে। ব্ৰহ্মা গুছি যোৱাৰ পিছত ৰাক্ষস বিলাকে আলোচনা কৰিলে- আমি এতিয়া বিলম্ব কৰাৰ কোনো প্ৰয়োজন নাই। দেৱতাৰ বিৰুদ্ধে খিয় দিব লাগে। সিহঁতে আমাৰ লগত যুদ্ধ কৰি হাৰিলে আমাৰ বিৰোধিতা কৰিবলৈ কোনো দিন সক্ষম নহ'ব। ১৫২৮॥

ৰাক্ষস বিলাক দলে বলে যুদ্ধৰ বাবে সাজু হ'ল। ১৫২৯॥

ৰাক্ষস সেনাবিলাকে দলে বলে তুষিত ৰাজ্যৰ দেৱতাৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰিলে। তুষিত ৰাজ্যত গৈ ৰাজ্যৰ চাৰিওফালে আগুৰি ল'লে। আৰু দেৱতাবিলাকক যুদ্ধলৈ প্ৰত্যাহ্বান জনালে। বোধিসত্ত্বৰ ৰাজসভাত ৰাক্ষসবিলাকে কোলাহলৰ সৃষ্টি কৰিলে। ১৫৩০॥

ৰাক্ষসবিলাকৰ উদণ্ডগুলি দেখি বোধিসত্ত্বই দেৱতাসকলক ৰাক্ষসৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ আদেশ দিলে। দেৱতাসকলে অবিলম্বে ৰাক্ষসৰ ওপৰত আক্ৰমণ চলাবলৈ ধৰিলে। বোধিসত্ত্বয়ো হাতত অস্ত্ৰ শস্ত্ৰ লৈ শত্ৰুসেনাৰ লগত যুদ্ধ কৰিবলৈ ধৰিলে। ১৫৩১॥

বোধিসত্ত্বৰ সেনাবাহিনীয়ে বিভিন্ন অস্ত্ৰ শস্ত্ৰ লৈ ৰাক্ষসবিলাকক আক্ৰমণ কৰিবলৈ ধৰিলে। বোধিসত্ত্বই ৰাক্ষসক বাণেৰে প্ৰহাৰ কৰিলে। বোধিসত্ত্বৰ বাণৰ আঘাতত ৰাক্ষস বিলাক হেনেপি

ভেদেলি হৈ ভয়তে পলাবলৈ ধৰিলে। বোধিসত্ত্বৰ বাণৰ শব্দই যেনেকৈ প্ৰলয়কালৰ দৰে সমস্ত তুষিত ৰাজ্য ৰজনজনাই গ'ল। ১৫৩২॥

বোধিসত্ত্বই যি বাণ নিক্ষেপ কৰিছিল সেই বাণৰ শব্দই তুষিত ৰাজ্যত অতি ভয়ঙ্কৰ শব্দৰ সৃষ্টি কৰিলে। দুয়োপক্ষৰ মাজত তয়াময়া ৰণ হ'ল। সেই ৰণত দুয়ো পক্ষৰ সেনা হতাহত হ'ল। দুয়োপক্ষৰ সৈন্যৰ পৰস্পৰে কৰা প্ৰহাৰৰ ফলত তুষিত ভূমিত শোণিতৰ ধাৰা বৈ গৈছিল। ১৫৩৩॥

দেৱতাৰ বাণৰ প্ৰতাপত তিষ্ঠিব নোৱাৰি ৰাক্ষস বিলাক পলাই পত্ৰং দিলে। ৰাক্ষস সেনাবিলাক ভাগৰি পৰাত মালী আৰু সুমালী ৰাক্ষস বীৰে হাতত প্ৰকাণ্ড গদালৈ যুদ্ধ ক্ষেত্ৰত বীৰ বিক্ৰমেৰে জাপিয়াই পৰিল। ১৫৩৪॥

মালী আৰু সুমালীয়ে বোধিসত্ত্বৰ লগত যুদ্ধ কৰি বোধিসত্ত্বৰ গৰুড়ৰ পাখিৰে নিৰ্মিত বাহনখন ভাঙি চুৰমাৰ কৰি পেলালে। বোধিসত্ত্বয়ো গদাৰ কোব সহিব নোৱাৰি তাৰ পৰা পলায়ন কৰিলে। ১৫৩৫॥

বোধিসত্ত্বই পলায়ন কৰা দেখি মালাবানে আনন্দত বিভোৰ হৈ নাচিবলৈ ধৰিলে। তেওঁ ৰাক্ষস বিলাকৰ পৰাক্ৰম দেখি খুব হাঁহিব ধৰিলে। আন ৰাক্ষসে হাত চাপৰি বজাই আৰু কিৰিলি পাৰি হাঁহি বলৈ ধৰিলে। ১৫৩৬॥

বোধিসত্ত্বই আকৌ দেৱতাবিলাকক ৰাক্ষসৰ লগত মুখামুখি হ'বৰ নিমিত্তে আদেশ দিলে। নিজেও গৰুড় পক্ষীৰ পিঠিত উঠি পুনৰ শত্ৰু পক্ষলৈ বাণ নিক্ষেপ কৰিলে। ১৫৩৭॥

সেই বাণে মালীৰ মূৰ কাটি মাটিত পেলালে। পুনৰ আৰু এপাট তীক্ষ্ণবাণ নিক্ষেপ কৰি সুমালীৰ শিৰোচ্ছেদ কৰি চূৰ্ণীকৃত কৰিলে। ৰাক্ষসবীৰৰ অৱস্থা দেখি দেৱতা বিলাকে হাঁহিবলৈ ধৰিলে। ১৫৩৮॥

মালাবানে চেতনা পাই গৰ্জি উঠিল। এইবাৰ তোমালোকৰ কোনোপধ্যে নিস্তাৰ নহ'ব। ১৫৩৯॥

মালাবানৰ এনে গৰ্বিত আৰু তেজোদীপ্ত কথা শুনি বোধিসত্ত্বই মালাবানক সাৱধান কৰি ক'লে- যদি তোমাৰো প্ৰাণলৈ মমতা আছে তেন্তে তোমাৰ সেনা সহিত পাতালপুৰীলৈ পলাই যোৱা। ১৫৪০॥

মালাবানে লোহাৰ গদালৈ বোধিসত্ত্বক আক্ৰমণ কৰিলে। কিন্তু বোধিসত্ত্বই অগ্নিবাণ মাৰি মালাবানক অচেতন কৰি পেলালে। ১৫৪১॥

বোধিসত্ত্বৰ অগ্নিবাণে মালাবানক নাক, কাণ, সমস্ত চুলি, পুৰি তেওঁক বিকলাঙ্গ কৰি পেলালে। মালাবানে উপায় নাপাই সৈন্য সামন্ত সহিত পলায়ন কৰিলে। ১৫৪২॥

মালাবান আৰু অন্য ৰাক্ষস বিলাকে স্বৰ্গৰাজ্যত তিষ্ঠিব নোৱাৰি একে কোবে গৈ পাতালপুৰী পালেগৈ। ৰাক্ষস বিলাকে তেতিয়াৰে পৰাই দলে দলে গৈ পাতাল পুৰীত থাকিবলৈ ল'লে। ১৫৪৩॥

এইদৰে দেৱতাসকলে সমস্ত ৰাক্ষসক লঙ্কালৈ খেদি পঠালে। তাতো সিহঁতে নিজ চৰিত্ৰৰ দোষত তিষ্ঠিব নোৱাৰি পাতালপুৰীত আশ্ৰয়লৈ থাকিব লগাত পৰিল। ইফালে বোধিসত্ত্বই দেৱতাসকলৰ লগত মহাসুখেৰে আমোদ প্ৰমোদত জীৱন অতিবাহিত কৰিবলৈ ধৰিলে। ১৫৪৪॥

লঙ্কা ৰাজ্যৰ উপৰিভাগত চাতুমাহাই ৰাজ্য ভোগ কৰি থাকিল। ঋষিয়ে ক'লে- সেইজন দশানন চিপহৌলাঙ্কাৰ লগতেই তোমাৰ যুদ্ধ হৈছিল। ১৫৪৫॥

ৰজা লামাঙে তেতিয়া ঋষিক প্ৰশ্ন কৰিলে- হে গুৰুদেৱ। চাতুমাহা হ'ল দেৱতাৰ অধীশ্বৰ আৰু চিপহৌলাঙ্কা ৰাক্ষসৰ অধীশ্বৰ । দেৱতা আৰু ৰাক্ষসৰ মাজত ভাই ককাইৰ সম্বন্ধ কেনেকৈ স্থাপিত হ'ল ? আৰু ঋষিৰ ঔৰষত ৰাক্ষসৰ কিয় জন্ম হ'ল ? ১৫৪৬॥

ৰাক্ষস আৰু দেৱতাৰ মাজত সম্বন্ধ কি ৰূপে স্থাপিত হ'ল সেই বিষয়ে আপুনি মোক কিছু আভাস দিয়ক। ঋষিয়ে তেতিয়া ক'লে- হে ৰাজন । বাৰু এতিয়া ৰাক্ষস আৰু দেৱতাৰ মাজৰ সম্পৰ্কৰ কথা মই তোমাক বুজাই ক'ম, তুমি একান্তমনে শুনি যোৱা। ১৫৪৭॥

বহুত দিনৰ আগতে পিকছাছালপা নামেৰে এজন ঋষিয়ে অৰণ্যৰ মাজত দিনে ৰাতিয়ে তপ সাধনা কৰি আছিল। ঋষি বৰ ধাৰ্মিক আৰু দেৱতা বিলাকৰ সান্নিধ্যত তেওঁৰ আশ্ৰম পবিত্ৰ হৈ পৰিছিল। ১৫৪৮॥

দেৱতা পুৰন্দৰৰ তালাকা নামেৰে এজনী দিপ্ লিপ্ কন্যা আছিল। দেৱকন্যা আৰু গন্ধৰ্ব কন্যা বিলাক অৰণ্যৰ মাজত থকা আশ্ৰমত সোমাই সদায় আমোদ প্ৰমোদত দিন অতিবাহিত কৰিছিল। নাচ গান কৰি ঘূৰি ফুৰা কন্যাৰ ভিতৰত পুৰন্দৰ দেৱকন্যা তালাকা আছিল অভিনেত্ৰী। ১৫৪৯॥

## অধ্যায়-৩১

নৰ্ত্তকী বিলাকে নাচি বাগি ঋষিৰ আশ্ৰমত ঘূৰি ফুৰিবলৈ ধৰিলে। ঋষি তপস্যাত মগ্ন আছিল। ঋষি গভীৰ তপস্যাত ব্ৰতী হৈ থকা অৱস্থাত নৰ্ত্তকী বিলাকে লয়লাসে নৃত্যগীত কৰি থাকিবলৈ ধৰিলে। তপোমগ্ন হৈ থকা ঋষিৰ ওচৰত তালাকাই নৃত্য গীত কৰি আছিল। ঋষিয়ে ক'লে- মই এতিয়া তপস্যাত মগ্ন। গতিকে তোমালোকে এতিয়া মোৰ সাধনাৰ সময়ত আমনি নকৰিবা। ১৫৫০॥

ঋষিৰ কথালৈ কাণসাৰ নকৰি নৰ্ত্তকী বিলাকে কেৱল নাচ গান কৰিয়েই থাকিল। ঋষিয়ে খঙত নৰ্ত্তকী বিলাকৰ গৰ্ভত সন্তান জন্ম হওঁক বুলি অভিশাপ দিলে। ১৫৫১॥

অভিশাপৰ ফলস্বৰূপে নৰ্ত্তকী বিলাকৰ জন যুগল সন্তানৰ ওকণি আহিবলৈ ধৰিলে।

নৰ্ত্তকী বিলাক ঋষিৰ ওচৰৰ পৰা আঁতৰি গুচি গ'ল। ঘৰত গৈ মাকক তাইৰ আগত সকলো ঘটনা বিৱৰি ক'লে। ১৫৫২॥

মাকে নিজ স্বামী পুৰন্দৰক নিজ কন্যা তালাকাৰ গৰ্ভৱতী অৱস্থাটোৰ কথা ক'লে। তেতিয়া পুৰন্দৰে এই কথা শুনি ডাঙৰ চিন্তাত পৰিল। যদি কিবা কাৰণত তালাকে বিবাহৰ আগতে সন্তান জন্ম দিয়ে তেন্তে সমাজৰ আগত নাক উলিয়াব পৰা নাযাব। দেৱ সমাজৰ আগত অলপ অপমান নহ'বনে ? স্বামী অবিহনে জাৰজ সন্তান জন্ম দিয়াটো অলপ লাজৰ কথা নহ'বনে ? বহুত কথা ভাবি চিন্তি পুৰন্দৰে অৱশেষত ঋষিৰ ওচৰত গৈ কৰযোৰে প্ৰাৰ্থনা কৰিলে। ১৫৫৩॥

ঋষিৰ ওচৰত কন্যাটিৰ দোষ ত্ৰুটি হোৱা হেতুকে ক্ষমা মাগি নিবেদন কৰিলে- হে ঋষিবৰ! মোৰ কন্যা তালাক সন্তান সম্ভৱা হৈছে। এই কন্যাটিক কোনো দেৱতাই এনে অৱস্থাত গ্ৰহণ নকৰিব। সকলো দেৱ মনুষ্যই মোক হাঁহিব আৰু নিন্দা কৰিব। তাইৰ জীৱনটো একেবাৰে কলঙ্কময় হৈ যাব। ১৫৫৪॥

ঋষিয়ে পুৰন্দৰৰ নিবেদনত ক'লে- মোৰ সাধনা আৰু তপস্যাৰত অৱস্থাত নৰ্ত্তকী বিলাকে আহি নাচি বাগি মোৰ ধ্যান ভঙ্গ কৰিলে। মোৰ তপস্যাত বিঘিনি ঘটোৱা হেতুকে মই সিহঁতক তইঁত গৰ্ভৱতী হ বুলি অভিশাপ দিলো। মোৰ এই অভিশাপ কোনো দিনেই খণ্ডন নহয়। নৰ্ত্তকী কেইজনী কলঙ্কৰ পৰা কেতিয়াও হাত সাৰিব নোৱাৰে। সিহঁতৰ সন্তান হোৱাতো অৱশ্যম্ভাবী। ১৫৫৫॥

পুৰন্দৰে বাৰম্বাৰ ঋষিৰ ওচৰত প্ৰাৰ্থনা জোৰাত ঋষিয়ে তেতিয়া ক'লে- এই বিষয়ে তুমি অকনো চিন্তা নকৰিবা। কাৰণ তোমাৰ কন্যা যে গৰ্ভৱতী হৈছে এই কথা দেৱ মনুষ্য কোনেও নাজানে। জীয়েক তালাকাক ঋষিৰ আশ্ৰমতে থৈ পুৰন্দৰে নিজ স্থানে গমন কৰিলে। ১৫৫৬॥

পুৰন্দৰ ঋষিৰ ওচৰৰ পৰা ঘূৰি যোৱাৰ পিছত ঋষিয়ে অধিষ্ঠান কৰি দেখিলে যে এই কন্যা তালাকাৰ গৰ্ভত পুত্ৰ সন্তান জন্ম হ'ব। দিন অতিবাহিত হোৱাৰ পিছত দেৱকন্যাই এটি পুত্ৰ সন্তান জন্ম দিলে। দেৱকন্যাই পুত্ৰৰ লগতে ঋষিৰ আশ্ৰমত থাকি ধৰ্মাচৰণ কৰি থাকিবলৈ ধৰিলে। ১৫৫৭॥

ঋষিৰ আশীৰ্বাদত জন্ম হোৱা পুত্ৰটি ক্ৰমান্বয়ে ডাঙৰ হৈ আহিল। লগে লগে বিভিন্ন নীতি নিয়ম তথা সদাচাৰ আচৰণৰ শিক্ষা লাভ কৰিলে। দেৱপ্ৰদত্ত পুত্ৰইও খুব কম সময়ৰ ভিতৰতে ত্ৰিপিটকৰ মূল শাস্ত্ৰ বিলাক অধ্যয়ন কৰি মনত ৰাখিলে। দেৱ পুত্ৰই ঋষিৰ পৰা বিদায় লৈ ক্ৰমান্বয়ে এসময়ৰ অৰণ্যৰ মাজত কঠোৰ তপস্যা আচৰণ কৰিলে। ১৫৫৮॥

কুমাৰৰ সাধনাত ব্ৰহ্মা, বৰুণ, ইন্দ্ৰ, পৱন, সূৰ্য আদি কৰি দেৱতা সকলে [illegible] বিভিন্ন প্ৰকাৰৰ বৰ প্ৰদান কৰিলে। লগে লগে আকাশীবাণীৰ পৰা বৰ লাভি আহিল। ১৫৫৯॥

অজস্ৰ ধন সোণ আৰু সুন্দৰ পোচাক আদি উপহাৰ আদিৰে দেৱতাবিলাকে বিদায় ল'লে। ১৫৬০॥

তালাকা পুত্ৰই দেৱতাৰ পৰা অভিলাষিত সকলো বৰ লাভ কৰি এতিয়া নিবাস ক'ত হ'ব ঋষিক সুধিলে। ১৫৬১॥

ঋষিয়েও কালবিলম্ব নকৰি তালাকাৰ পুত্ৰক সাগৰৰ মাজত লঙ্কা দ্বীপত বাস কৰিবৰ কাৰণে পঠাই দিলে। ঋষিয়ে ক'লে- লঙ্কাত এতিয়া ৰাক্ষস বিলাক নাই। কাৰণ তুষিত ৰাজ্যৰ দেৱতাৰ লগত সংগ্ৰাম হোৱাত দেৱতাবিলাকে ৰাক্ষসবিলাকক পাতাল পুৰীলৈ খেদি পঠালে। তুমি এতিয়া লঙ্কাৰ একছত্ৰী শাসকহৈ সুখেৰে জীৱন যাপন কৰাগৈ। ১৫৬২॥

ঋষিৰ আদেশক্ৰমে চাতুমাহাই গৈ লঙ্কাত ৰাজ্য ভোগ কৰি সুখে সন্তোষে থাকিবলৈ ধৰিলে। চাতুমাহাই লঙ্কাত ৰাজত্ব কৰাৰ কাৰণে লঙ্কা নিবাসী ৰাক্ষস কুলৰ মাজত অশান্তিৰ সৃষ্টি হৈছিল। এজন অন্য ৰজাই ৰাজত্ব কৰাত চাতুমাহাই মনে মনে ভাল নাপাইছিল। কিন্তু দেৱতাৰ প্ৰবল প্ৰভাৱৰ ফলত ৰাক্ষসে তেওঁৰ বিশেষ অনিষ্ট কৰিব নোৱাৰিলে। ১৫৬৩॥

ৰাক্ষস বিলাকৰ মাজত এই বুলি আলোচনা চলিল- ৰাক্ষসৰ মাজত এনে এজন বীৰ নাই যি ঋষি পুত্ৰক খেদিব পাৰিব। ঋষিৰ নিৰ্দেশক্ৰমেহে চাতুমাহাই নিৰ্ভয় আৰু সাহসীকতাৰে ৰাজ্যশাসন কৰিবলৈ সক্ষম হৈছে। গতিকে আমি আমাৰ জীয়ৰী কুম্ভীক অৰণ্যৰ মাজত অভীষ্ট বীৰ পুত্ৰ লাভ কৰিবৰ কাৰণে পঠোৱা উচিত হ'ব। ১৫৬৪॥

এইদৰে আলোচনা কৰি মালাৱানে নিজ কন্যা কুম্ভীক বুজাবলৈ ধৰিলে-আমাৰ ৰাজ্য আনে শাসন কৰিব ধৰিছে। চাতুমাহাক খেদিবলৈ কোনো বীৰ পুত্ৰ আমাৰ মাজত নাই। তুমি এতিয়া অৰণ্যত সাধনা কৰি থকা পিকছাছালপা ঋষিৰ আশ্ৰমত গৈ পুত্ৰ লাভৰ অৰ্থে ব্ৰত উপবাস পালন কৰা, যাতে ভৱিষ্যতে আমি আমাৰ হেৰোৱা ৰাজ্য পুনৰ উদ্ধাৰ কৰিব পাৰো। ১৫৬৫॥

তুমি এতিয়া গৈ দসকিলি অৰণ্যৰ পিকছাছালপা ঋষিৰ আশ্ৰমত বীৰ পুত্ৰ কামনা কৰিবলৈ যোঁৱা। তোমাৰ সেই পুত্ৰৰ দ্বাৰাইহে আমাৰ ৰাজ্য উদ্ধাৰ হ'ব। ১৫৬৬॥

পিতাক মালাৱানৰ আদেশক্ৰমে কুম্ভীয়ে ধুনীয়া সাজ পোচাক পৰিধান কৰি পিকছাছালপা ঋষিৰ আশ্ৰমলৈ গ'ল। ঋষি সাধনাত ব্ৰতী আছিল। কুম্ভীয়ে ধীৰে ধীৰে গৈ ঋষিৰ ওচৰত থিয় হৈ পুত্ৰ কামনা কৰি ঋষিক প্ৰাৰ্থনা জনালে। ১৫৬৭॥

কুম্ভীয়ে ঋষিৰ ওচৰত পানীৰ ফলফুল অৰ্পণ কৰি পুত্ৰ লাভৰ আশীৰ্বাদ বিচাৰিলে। ঋষিয়েও তেওঁৰ প্ৰাৰ্থনাত সন্তুষ্ট হৈ তথাস্তু বুলি ক'লে। ১৫৬৮॥

ঋষিয়ে কুম্ভীৰ একান্ত প্ৰাৰ্থনা শুনি চকুমেলি চালে আৰু ক'লে- তোমাৰ চাৰিটা পুত্ৰ সন্তান

লাভ হ'ব। তোমাৰ প্ৰথম যিটো পুত্ৰ হ'ব তাৰ দহোটা মূৰ হ'ব। দ্বিতীয়জনৰ শৰীৰৰ আকাৰ পাহাৰ সদৃশ হ'ব। তৃতীয়জন মহা ধাৰ্মিক হ'ব। চতুৰ্থজনী ছোৱালী হ'ব। তাইৰ হাতৰ আঙুলি বিলাক জোঙা জোঙা হ'ব। প্ৰথম তিনিজন মহাশক্তিশালী হ'ব। তেওঁ বিলাক হ'ব ত্ৰিভুবন বিজয়ী। ১৫৬৯॥

কিন্তু নিজ শক্তি আৰু অত্যাচাৰৰ ফলত সিহঁতৰ অধঃপতন হ'ব। তৃতীয়জন মহাধাৰ্মিক হ'ব কাৰণে তেওঁ লঙ্কাৰ ৰজা হ'ব। তেওঁ সকলো শাস্ত্ৰতে বিদগ্ধ পণ্ডিত আৰু সৎসঙ্গৰ পৱিত্ৰ হৃদয়ৰ অধিকাৰী হ'ব। তৃতীয়জনেহে হেৰোৱা ৰাজ্য উদ্ধাৰ কৰিব। ঋষিৰ ভৱিষ্যত বাণী শুনি কুন্তীয়ে বেজাৰ মনেৰে ক'লে- ঋষিবৰ ! আপুনি এনে বৰ কিয় দিলে। পূৰ্বজন্মৰ কৰ্মফলৰ নিদান ৰূপে ভোগ কৰিব। ১৫৭০॥

সংসাৰলৈ আহিলে প্ৰত্যেক মনুষ্য বা প্ৰাণীয়েই পূৰ্বজন্মৰ কৰ্মফল ভোগ কৰিব লগাত পৰে। সংসাৰত তোমাৰ প্ৰথম দুজন পুত্ৰৰ সমান বীৰ নোলাব। ঋষিৰ আশ্ৰমতে কুন্তীয়ে পৱিত্ৰ হৃদয়েৰে সাধনা কৰি থাকিবলৈ ধৰিলে। কালক্ৰমত তাতে তেওঁ সন্তান প্ৰসৱ কৰিলে। ডাঙৰ জনৰ নাম চিপহোঁ ত্ৰিভুবনত যাৰ সমান প্ৰতাপী নহ'ব। দ্বিতীয়জনৰ নাম শুনিয়েই দেৱ মনুষ্যই কম্পিত হ'ব। ১৫৭১॥

কুন্তীয়ে ঋষিৰ আশীৰ্বাদ শিৰত লৈ দসগিৰি অৰণ্যত নিবাস কৰিবলৈ ধৰিলে। তেওঁৰ পুত্ৰ প্ৰথম জনৰ নাম ৰাখিলে দসগিৰি, দ্বিতীয়জনৰ নাম কুমফানখান, আৰু তৃতীয়জনৰ নাম পিবিক্ষনা তথা ছোৱালীজনীৰ নাম ছুপানাখা ৰাখিলে। ১৫৭২॥

ঋষিয়ে তেওঁৰ মানস পুত্ৰ কেইজনক বিভিন্ন শিক্ষা দীক্ষা তথা জপমন্ত্ৰ শিকাই বিচক্ষণ কৰি তুলিলে। তেওঁবিলাক ক্ৰমান্বয়ে ডাঙৰহে আছিল। পুত্ৰেক হঁতে মাকৰ পৰা বিদায় লৈ অগ্নি প্ৰজ্বলিত কৰি নিজ ইচ্ছামতে তপস্যা কৰিব ধৰিলে। ১৫৭৩॥

কুমফানখাই চাৰিওফালে দপ্ দপ্ কৰি জুই জ্বলাই তাৰ মাজত বহি কঠোৰ সাধনা কৰিবলৈ ধৰিলে। কুমফানখাই ভৰি দুখন ওপৰলৈ তুলি তপস্যা কৰি থাকিব ধৰিলে। কুমফানখাৰ ব্ৰত তপস্যাৰ প্ৰভাৱ দেখি ইন্দ্ৰ আদি দেৱতা বিলাকো আশ্চৰ্য্যচকিত হৈছিল। ১৫৭৪॥

তেওঁবিলাকৰ কঠোৰ সাধনা দেখি দেৱতাবিলাক স্থিৰেৰে থাকিব নোৱাৰিলে। তেওঁলোকে গৈ ব্ৰহ্মাৰ ওচৰত নিবেদন কৰিলে- ইয়াৰ কিবা এটা উচিত ব্যৱস্থা কৰিব লাগে। ব্ৰহ্মা স্থিৰেৰে থাকিব নোৱাৰি মৰ্ত্তলোকলৈ নামি আহিল। ১৫৭৫॥

ব্ৰহ্মাই কি বৰ লাগে বুলি সোধাত ডিপহোঁয়ে এই বুলি বৰ মাগিলে - মোক এনে এটা বৰ দিব লাগে যাৰ প্ৰভাৱত মই ত্ৰিভুবনৰ একচ্ছত্ৰী ৰজাহে মই মোৰ প্ৰভুত্ব বিস্তাৰ কৰিব পাৰো।

দেৱতাবিলাক যাতে মোৰ ভয়ত কম্পামান হৈ থাকে। ১৫৭৬॥

ব্ৰহ্মাই ক'লে -এনে বৰ দিয়াটো সম্ভৱপৰ নহ'ব। কাৰণ তেতিয়া সমস্ত দেৱৰাজ্য ধ্বংসপ্ৰাপ্ত হ'ব। সেই বৰৰ পৰিৱৰ্ত্তে তুমি অন্য বৰ খুজি লোৱা। অন্য যিকোনো বৰ দিবলৈ মই প্ৰস্তুত আছো। ১৫৭৭॥

তেন্তে মোক এনে এটা বৰ দিয়ক যি বৰৰ প্ৰভাৱত কোনেও মোক বধ কৰিব নোৱাৰে। মই নিৰ্ভীকভাৱে যাতে ৰথত উঠি যেনি তেনি বিচৰণ কৰি থাকিব পাৰো। ১৫৭৮॥

ব্ৰহ্মাই তেতিয়া ক'লে- বাৰু, তেন্তে বান্দৰ আৰু মনুষ্যৰ বাহিৰে মই তোমাক সকলো প্ৰাণীৰ পৰা ভয়মুক্ত হ'বলৈ বৰ দান দিছো। চিপহৌৱে ক'লে- সিহঁতৰ কাৰণে মোৰ কোনো চিন্তা নাই। কাৰণ সিহঁত মোৰ পূৰ্বৰে খাদ্য বস্তু। কিন্তু এটা কথা, মোৰ এদিন মৃত্যু অৱশ্যম্ভাৱী। গতিকে মোক অমৰণ বৰ দিব লাগে। ১৫৭৯॥

ব্ৰহ্মাই ক'লে- সংসাৰত কাকোৱেই মই অমৰণ বৰ প্ৰদান কৰা নাই। মই এটা বিশেষ বৰ দিছো -যদি কিবা কাৰণত তোমাৰ হাত ভৰি, মূৰ ছিগি যায় তেন্তে সি অনায়াসে জোৰা লাগি যাব। কিন্তু অমৰ বৰ কদাপিও নিবিচাৰিবা। ১৫৮০॥

তোমাক মই এপাট অমৰণ অস্ত্ৰ দিছো। ইয়াক তুমি ভালদৰে ৰাখিবা। কিন্তু সাৱধান, যদি ই কেনেবাকৈ কাৰোবাৰ হাতত পৰে তেন্তে তোমাৰ খিতাতে মৰণ হ'ব। ব্ৰহ্মাৰ পৰা অস্ত্ৰপাট পাই চিপহৌলাঙ্কাই গোপনে ৰাখিলে। ১৫৮১॥

পিফিছ্যানাই মাত লগালে- হে প্ৰভু ! মোক এনে এটা বৰ প্ৰদান কৰক যাৰ প্ৰভাৱত ত্ৰিপিটকৰ সকলো শাস্ত্ৰ অধ্যয়ন কৰি মই যাতে ব্যুত্পতি লাভ কৰিব পাৰো। মোৰ যাতে সকলো ধৰ্মৰ প্ৰতি সম জ্ঞান হয় আৰু মই শীলাদি পালন কৰিব পাৰো। ব্ৰহ্মাই পিফিছ্যানাৰ আগ্ৰহত সন্তুষ্টি প্ৰকাশ কৰি তথাস্তু বুলি ক'লে। ১৫৮২॥

ইয়াৰ পিছত কুম্ভকানখাঁৰ কণ্ঠত সৰস্বতীক অধিষ্ঠিত কৰাই কোৱাৰ ধৰিলে। কুম্ভকানখাঁই কেৱল বাৰ মাহ শুই থাকিবৰ কাৰণে বৰদান বিচাৰিলে। আৰু শুই উঠাৰ লগে লগে সকলো খাদ্য সামগ্ৰী পাই শান্তিৰে যাতে খাব পাৰে সেই বৰ বিচাৰিলে। এনে বৰ খোজাত ব্ৰহ্মাই তথাস্তু বুলি ক'লে। ১৫৮৩॥

কুম্ভকানখাঁই এনে বৰ লোৱাত চিপহৌ একেবাৰে চকখাই উঠিল। কুম্ভকানখাঁ যদি একেবাহে শুইয়ে থাকে তেন্তে আমাৰ অৱস্থা কি হ'ব ? মোৰ কামত যদি সহায় কৰিব নোৱাৰে তেন্তে কি লাভ হ'ব ? গতিকে হে ব্ৰহ্মাদেৱ ! আপুনি আমাৰ সুবিধাৰ্থে, উপকাৰৰ অৰ্থে অন্যৰূপ নিয়মৰ ব্যৱস্থা কৰিব লাগে। ১৫৮৪॥

চিপহেঁাৰ প্ৰাৰ্থনাত এবছৰ কৰ্তন কৰি কেৱল ছমাহ শুই থাকিবৰ কাৰণে বৰ প্ৰদান কৰিলে। বাকী ছমাহত কুম্ভকৰ্ণখাঁক কোনো অস্ত্ৰ শস্ত্ৰই আঘাত কৰিব নোৱাৰে। যদি ছমাহ পূৰা নৌহওঁতেই জগাই দিয়া হয় তেন্তে তেওঁৰ মৃত্যু অৱশ্যম্ভাৱী হ'ব। এই বৰ প্ৰদান কৰি ব্ৰহ্মা নিজ স্থানে গমন কৰিলে। ১৫৮৫ ॥

চিপহেঁাকে আদি কৰি সকলোৱে বনৰ পৰা অমোঘ বৰ লাভ কৰি আহি মাকক সকলো কথা বিৱৰি ক'লে। এই কথা গৈ লঙ্কাৰ মালাৱানৰ কাণত পৰিল। তেওঁ নাতিয়েকহঁতৰ কাৰ্যকলাপত পৰম সন্তোষ লাভ কৰিলে। এওঁ বিলাকে মাক কুম্ভী আৰু ভনীয়েক ছুপানাখাক ককাকৰ ওচৰলৈ পঠাই দিলে। ১৫৮৬॥

তেওঁলোকে পত্নী লাভৰ অৰ্থে অসুৰৰ ৰাজ্যত প্ৰৱেশ কৰিলে। অসুৰেও ৰাক্ষসৰ পৰাক্ৰম দেখি নিজ কন্যাক চিপহেঁাক দান কৰিলে। তাৰ পিছত চন্দ্ৰলোকত গৈ চন্দ্ৰকন্যাক কুম্ভকৰ্ণখাই লাভ কৰিলে। পিকিছানাই গন্ধৰ্ব কন্যালাভ কৰিলে। ১৫৮৭॥

এইদৰে তিনিওজনে তিনিটি কন্যা বিবাহ কৰি লঙ্কা ৰাজ মালাৱানৰ ওচৰ পালেগৈ। ককাকে নাতিয়েকহঁতৰ বীৰত্ব আৰু পৰাক্ৰমত সন্তোষ লাভ কৰি চিপহেঁাক লঙ্কাৰ অধীশ্বৰ পাতিলে। মালাৱানে ক'লে- মই তোমাৰ মাৰা কুম্ভীক ঋষিৰ ওচৰত বৰ লাভ কৰিবলৈ পঠাইছিলো। তেওঁ মোৰ আদেশক্ৰমে ঋষিৰ ওচৰত গৈ পুত্ৰ ৰত্ন লাভ কৰিলে। এতিয়া তুমি কটকী পঠাই লঙ্কাৰ পৰা চাতুমাহাক খেদি ৰাজ্য অধিকাৰ কৰা। ১৫৮৮॥

ককাকৰ পৰামৰ্শ অনুসৰি চিপহেঁাৱে ক'লে- চাতুমাহা সম্পৰ্কত আমাৰ জেঠ ভাতৃ হয়। গতিকে তেওঁক বলেৰে খেদি পঠাব পৰা নহ'ব। এই বিষয়ে চিন্তা কৰাৰ কোনো আৱশ্যক নাই। চিপহেঁাৰ গম্ভীৰতাত মন্ত্ৰীসকলে ক'লে- চাতুমাহাক ইয়াৰ পৰা খেদি নপঠালে আমাৰ কোনো শান্তি নহ'ব। গন্ধৰ্ব_বিলাকেও ককায়েকৰ পৰা ৰাজ্য কাঢ়িলে ৰাজত্ব কৰি আছে। দেৱৰাজ ইন্দ্ৰইও ককায়েকক মাৰি ইন্দ্ৰপুৰী ভোগ কৰি আছে। হাতী আৰু নাগেও সম্পত্তিৰ প্ৰলোভনত পৰস্পৰে কাজিয়া কৰি আছে। গতিকে আমিও চাতুমাহাক খেদি লঙ্কা দখল কৰি শান্তিৰে থাকিমহঁক। ১৫৮৯॥

প্ৰজাবৰ্গৰ ইচ্ছানুযায়ী চিপহেঁাৱে চাতুমাহাৰ ওচৰলৈ কটকী পঠালে। কটকীয়ে গৈ চাতুমাহাক চিপহেঁাৰ সকলো কথা নিবেদন কৰি ক'লে- আপুনি অনতি পলমে এই ৰাজ্য ত্যাগ কৰিব লাগে বুলি আদেশ দিছে। ১৫৯০॥

কটকীৰ কথাত চাতুমাহাই গৈ পিতাকক ক'লে- চিপহেঁাৱে কটকীৰ জৰিয়তে বাৰ্তা পঠাইছে যে অতি সোনকালে মই লঙ্কা ত্যাগ কৰি যাব লাগে। আপুনি এতিয়া যোক কিবা এটি যুক্তি দিব লাগে। চাতুমাহাৰ কথা শুনি পিতাকে ক'লে- তুমি ৰাক্ষসৰ লগত বিবাদ কৰি জিকিব নোৱাৰা।

লঙ্কা এৰিবলৈ আদেশ দিছে যেতিয়া তুমি লঙ্কা এৰি গৈ সুমেৰু পৰ্বত (নয় মেঙ্ মো )ত থাকিবলৈ লোৱা। চাতুমাহাই পিতাকৰ পৰামৰ্শমতে লঙ্কা ত্যাগ কৰি সুমেৰু পৰ্বতলৈ গ'ল। ১৫৯১॥

চাতুমাহা যোৱাৰ পিছত চিপহৌৰ সৈন্য বাহিনী পালে পালে পাতালপুৰীৰ পৰা আহি লঙ্কাত থাকিবলৈ ল'লে। লাহে লাহে ৰাজ্যৰ শ্ৰীবৃদ্ধি হ'ব ধৰিলে। চিপহৌলাঙ্কা লঙ্কা ৰাজ্যৰ ৰজা হ'ল। ১৫৯২॥

কুম্ভকানখাঁৰ প্ৰাসাদটো ত্ৰিশ যোজন আহল বহল আছিল। দেৱতাবিলাকে ৰথ, হাতী, ঘোঁৰা, আৰু বিভিন্ন প্ৰকাৰৰ উপঢৌকন আনি তেওঁক দিলে। কুম্ভকানখাঁই সেই ৰাজ্যত মহাসুখেৰে ছমাহ কাল সুখেৰে জীৱন কটালে। কুম্ভকানখাঁ শুই থাকে আৰু তেওঁক তিনি কোটি সেনাই দিনে ৰাতিয়ে পহৰা দি থাকে। ১৫৯৩॥

দেৱতাবিলাকে চিপহৌক বিভিন্ন উপহাৰ দি মাজে মাজে সন্তোষ লগাই থাকিবলৈ ধৰিলে। চিপহৌৰ ইচ্ছামতে ইন্দ্ৰপুৰীৰ পৰা কল্পতৰু বৃক্ষ আৰু স্বৰ্গীয় ফলমূলৰ বৃক্ষ আনি লঙ্কাত ৰোপণ কৰি লঙ্কাৰ শোভা বঢ়োৱালে। স্বৰ্গৰ অপ্সৰা, চন্দ্ৰ, সূৰ্য্য, দেৱতা, গন্ধৰ্ব, বৰুণ, নাগ আদিৰ কন্যাবিলাক আনি অন্তঃপুৰত ৰাখিলেহি। পৰ্বতে পাহাৰে তপস্যাৰত ঋষি মুনি সকলৰ ওপৰতো চিপহৌৱে নানা অন্যায় অত্যাচাৰ কৰিবলৈ ধৰিলে। ১৫৯৪॥

ৰাক্ষসবিলাকে মুঠতে নিজৰ ইচ্ছামতে কাম কৰি ফুৰিবলৈ ধৰিলে। এনে বিলাক দুষ্কৰ্যৰ কথা গৈ চাতুমাহাৰ কাণত পৰিল। চাতুমাহায়ো ৰাক্ষসৰ এনে অত্যাচাৰত দুখ প্ৰকাশ কৰিলে। ১৫৯৫॥

চাতুমাহাই চিপহৌৰ ব্যৱহাৰত অতিষ্ঠ হৈ খবৰ পঠালে যে এনে আচৰণত চিপহৌ যদি প্ৰবৃত্ত হয় তেন্তে ভৱিষ্যতে ইয়াৰ ফলাফল ভাল নহ'ব। গতিকে নিজকে কিছু সংযমত ৰাখি প্ৰজাক মৰমৰ চকুৰে চাব লাগে। ১৫৯৬॥

দূতৰ মুখে চাতুমাহাৰ কথা খিনি শুনি চিপহৌ চাতুমাহাৰ ওপৰত ভীষণ ক্ৰুদ্ধ হ'ল। দূতৰ আগত চিপহৌৱে চাতুমাহাক অনেক তিৰস্কাৰ কৰিলে আৰু যুদ্ধৰ কাৰণে তেওঁক সাজু হবলৈ ক'লে। ৰজাৰ আদেশত সৈন্য সামন্ত বিলাক যুদ্ধৰ বেশেৰে ওলাল। ৰাক্ষস সেনাবিলাকে ঢাল, তৰোৱাল, যাঠি, শেল আদি লৈ যুদ্ধলৈ ওলাল। চিপহৌৱে নিজেও যুদ্ধৰ বেশেৰে সুমেৰু পৰ্বতৰ ফালে যাত্ৰা কৰিলে। তেওঁ বিশাল সমুদ্ৰ অতিক্ৰম কৰি সুমেৰু পৰ্বতত প্ৰবেশ কৰিলেগৈ। ১৫৯৭॥

চিপহৌলাঙ্কাৰ দূতে গৈ চাতুমাহাক অৱগত কৰিলে- আপোনাক আমাৰ ৰজাই যুদ্ধৰ কাৰণে সাজু হ'বলৈ কৈছে। দূতৰ কথামতে চাতুমাহাই সৈন্য সামন্ত লৈ যুদ্ধৰ নিমিত্তে প্ৰস্তুত হৈ থাকিল। ১৫৯৮॥

চাতুমাহাৰ আদেশক্ৰমে ত্ৰিশকোটি সেনা যুদ্ধৰ কাৰণে প্ৰস্তুত হ'ল। দুয়োপক্ষৰ মাজত তয়াময়া যুদ্ধ আৰম্ভ হ'ল। দুয়োপক্ষৰ হাতত গদা, ঢাল, তৰোৱাল, শেল আদি লৈ ভয়ঙ্কৰ যুদ্ধ কৰিবলৈ ধৰিলে। দেৱতা বিলাকে গছ উভালি ৰাক্ষসৰ সেনাবিলাক য'তে যিমান পালে মাৰি ধাৰাশায়ী কৰিলে। দুয়োপক্ষৰ চিএৰ বাখৰে আকাশ বতাহ তোলপাৰ লগালে। তেজৰ নদী ব'বলৈ ধৰিলে। কোনেও কাকো যুদ্ধ ক্ষেত্ৰত ঘূৰিবাব নোৱাৰিলে। কেৱল দুয়োপক্ষই সমানে সমানে যুদ্ধ কৰি থাকিবলৈ ধৰিলে। কিন্তু শেষত চিপহৌলাহাৰ বিপুল সেনাবাহিনীৰ হাতত চাতুমাহাৰ সেনাবাহিনীয়ে তিষ্ঠিব নোৱাৰি যেনি তেনি পলাই পত্ৰং দিলে। ১৫৯৯॥

দেৱতাবিলাকৰ সেনাপতি চুকথায়ে হাতত ধনু শৰলৈ ৰাক্ষসৰ ওপৰত বাণ বৰিষণ কৰিবলৈ ধৰিলে। সেই বাণৰ প্ৰহাৰত অনেক ৰাক্ষস মূৰ্চ্ছিত হৈ পৰিল। কিছুমানে আকৌ প্ৰাণ পৰ্য্যন্ত বিসৰ্জন দিব লগাত পৰিল। চুকথাই চল চাই এপাট বাণ মাৰি ৰাক্ষস সেনাপতিক অচেতন কৰি পেলালে। ১৬০০॥

চুকথাৰ পৰাক্ৰম দেখি চিপহৌলাহাই সৈ তেওঁৰ ওপৰত বাণ নিক্ষেপ কৰি তেওঁক খিতাতে অচেতন কৰি পেলালে। চিপহৌলাহাই যেতিয়া দৌৰ মাৰি দুৱাৰ পাৰহৈ পলাব খুজিলে তেতিয়া দুৰবীয়ে এটা প্ৰকাণ্ড শিল মাৰি তেওঁক পেলাই দিলে। কিন্তু পৰৰ পিছত চিপহৌৱে চেতনা পাই দুৰবীক শিলেৰে আঘাত কৰি মাৰি পেলালে। ১৬০১॥

দুৰবীৰ মৃত্যুত ভত্ৰা (কোত্ৰা) নামেৰে এজন সেনাপতিয়ে যোল্ল কোটি সৈন্যক যুদ্ধ যাত্ৰা কৰিবৰ কাৰণে আদেশ দিলে। কোত্ৰাৰ আক্ৰমণত ৰাক্ষস বিলাক টিকিব নোৱাৰি যেনি তেনি পলাবলৈ ধৰিলে। চিপহৌৱে মাৰি পঠোৱা সকলো বাণ কোত্ৰাই পলকতে গিলি খাই পেলালে। তাৰ পাছত কোত্ৰাই বাণ মাৰি চিপহৌক অচেতন কৰি পেলালে। কিন্তু সুছহৈ চিপহৌৱে কোত্ৰাক একেকোৱে নিধন কৰি পেলালে। ১৬০২॥

কোত্ৰাৰ মৃত্যুৰ পিছত চাতুমাহাই নিজেই হাতত ধনুশৰ লৈ হাতীৰ ওপৰত উঠি চিপহৌৰ বিৰুদ্ধে যুদ্ধ আৰম্ভ কৰিলে। তেওঁ ক'লে- হেৰ' মূৰ্খ চিপহৌ! তই মোৰ সেনাপতিবিলাক মাৰি শেষ কৰি পেলালি। কিন্তু মনত ৰাখিবি এদিন তোৰো নিশ্চয় মৃত্যু হ'ব। চাতুমাহাৰ উক্তিত চিপহৌ একেবাৰে জ্বলি পকি উঠিল। বিছকন হাতত গধালে চিপহৌৱে চাতুমাহাৰ ওপৰত প্ৰচণ্ডভাৱে প্ৰহাৰ কৰিবলৈ ধৰিলে। চাতুমাহাও নিৰিব হৈ নাথাকি চিপহৌৰ বিছটো চুৰেণি খাবাশায়ে চুৰুপানী বোৱাই দিলে। ১৬০৩॥

তেতিয়া চিপহৌ মহা চিন্তাত পৰিল। মুখৰ ভিতৰতে গোটেই আকাশ ঘূৰ্ণী ঘূৰ্ণী হৈ পৰিল। চাতুমাহাই একো নেদেখা হ'ল। চিপহৌক বিচাৰি নোপোৱা হ'ল। ইফালে চাতুৰ আগতে

চিপহৌৱে গদাৰে চাতুমাহাক প্ৰহাৰ কৰি আছে। কোনো উপায় নাপাই চাতুমাহাই যুদ্ধ এৰি পলায়ন কৰিলে। তেতিয়া চাতুমাহাক ৰাক্ষস বিলাকে পিছে পিছে খেদি গৈ তেওঁৰ ৰাজ্যত অগ্নিসংযোগ কৰি দিলে। ১৬০৪॥

চাতুমাহাৰ সমস্ত ৰাজ্য অগ্নিয়ে ছাৰখাৰ কৰি পেলালে। অৱশেষত ৰাক্ষস বিলাকে চাতুমাহাৰ হাতত থকা চল্লিছ যোজনৰ পুষ্পক ৰথ (পুষ্পাপালা) খন কাঢ়ি টানি চিপহৌক দিলেহি। সেইখন ৰথ ব্ৰহ্মাই সংসাৰ সৃষ্টি কৰোতেই দেৱতাবিলাকক দান দিছিল। চিপহৌৱে ৰথখন পাই নিজ ৰাজ্যলৈ গ'ল। ১৬০৫॥

ইয়াৰ পিছত চিপহৌলাঙ্কা (কাণ্ঠামাতান) গন্ধমাদন পৰ্বতৰ ফালে ৰাৱনা হ'ল। গন্ধমাদন পৰ্বতৰ প্ৰাকৃতিক দৃশ্য অতি মনোৰম আছিল। সেই পৰ্বতত চিপহৌৱে এজনী দিপ্ লিপ্ কন্যা দেখিবলৈ পালে। অপ্সৰা সদৃশ সেই কন্যাই সেই পৰ্বতত নিজ ইচ্ছামতে ব্ৰত তপস্যাত ব্ৰতী আছিল। সেই পৰ্বতত পদাৰ্পণ কৰি চিপহৌৱে দেৱকন্যাক সুধিলে- হেৰা অতীৱ সুন্দৰী নাৰী। কি নিমিত্তে তুমি এই বিনন্দীয়া পৰ্বতত অকলশৰে সাধনা কৰি আছা ? তুমি মোৰ পৰাক্ৰম আৰু অগণন সেনা বাহিনীক দেখি অকনো ভয় কৰা নাই ? এইদৰে চিপহৌলাঙ্কাই বিভিন্ন প্ৰশ্ন কৰিবলৈ ধৰিলে। অৱশেষত ক'লে- তুমি মোৰ জীয়ৰী হোৱা। তুমি ইয়াত থাকি কঠোৰ সাধনা কৰাৰ অভিপ্ৰায় কি ? চিপহৌৰ কথা শুনি দেৱকন্যাই উত্তৰ দিলে। ১৬০৬॥

মই কুচুখু দেৱতাৰ কন্যা। মোৰ নাম প্ৰেতাপু। মই এই পৰ্বতৰ নিৰ্জন বনত তপস্যা কৰি আছো। পূৰ্বজন্মত বোধিসত্ত্বৰ লগত মোৰ মিলন হ'ব লাগে। সেই কাৰণে মই মোৰ সতীত্ব আৰু পবিত্ৰতা ৰক্ষাৰ কাৰণে এই পৰ্বতত তপ সাধনা কৰি আঁছো। ১৬০৭॥

দেৱকন্যাৰ কথাত চিপহৌলাঙ্কা খঙত অস্থিৰ হৈ পৰিল। তেওঁ ক'লে -তুমি যি জনৰ কাৰণে সাধনা কৰি আঁছা, সেইজন বোধিসত্ত্বক যদি কিবা প্ৰকাৰে মই লগ পাওঁ তেন্তে তেওঁক কাটি কুটি মই শেষ কৰিম। দেৱ কন্যাই ক'লে- তুমি বোধিসত্ত্বৰ বিষয়ে এনে মন্তব্য কৰাটো তোমাৰ মহাপাপ হৈছে। ১৬০৮॥

দেৱকন্যাৰ মুখত এনে কথা শুনি চিপহৌলাঙ্কাই তেওঁৰ হাতত খাপ মাৰি ধৰিলে। এনে পৰিস্থিতিত দেৱকন্যাই ক'লে- হেৰা ৰাক্ষসৰাজ চিপহৌলাঙ্কা! মই এজনী সাধাৰণ নাৰী। মইনো তোমাৰ হাতৰ পৰা ক'ত পলাই সাৰিম ? তুমি মোৰ নিবেদন খিনি ভালদৰে শুনি লোৱা। দেৱকন্যাৰ কথাশুনি চিপহৌৱে হাতখন এৰি দিলে। ১৬০৯॥

দেৱকন্যাই চিপহৌৰ পৰা আঁতৰি গৈ তেওঁৰ ইষ্টদেৱতাক স্মৰণ কৰি ক'লে- যদি মোৰ গাত সত্যতা, পবিত্ৰতা আৰু পতিভক্তিৰ [illegible] বিৰাজমান হৈ আছে তেন্তে মোৰ সন্মুখত

একুৰা জুই দপ্ দপ্ কৰি জ্বলি উঠক। দেৱকন্যাই সাধনা আৰু কামনা কৰিলে সেই অনুপাতে অগ্নি প্ৰজ্বলিত হৈ উঠিল। দেৱকন্যাই লগে লগে অধিষ্ঠান কৰিলে- যদি একাগ্ৰই বোধিসত্ত্বৰ পবিত্ৰ হৃদয়ৰ লগত মোৰ আত্মাৰ মিলন হ'ব লগীয়া আছে, তেন্তে চিপহৌলাঙ্কাৰ মূৰ মাটিত পৰিব। ১৬১০॥

এইবুলি কৈয়েই দেৱকন্যাই অগ্নিকুণ্ডত জাপ মাৰি পৰিল। চকুৰ পলকতে দেৱকন্যা অগ্নিৰ মাজত নিৰুদ্দেশ হৈ গ'ল। চিপহৌৱে কুৰিটা চকুৰে চাইও দেৱকন্যাক দেখা নাপালে। চিপহৌৱে তেতিয়া অনুমান কৰিলে যে দেৱকন্যাৰ প্ৰতিজ্ঞা সত্য। কোনো উপায় নাপাই চিপহৌৱে তেওঁৰ অনুচৰবৰ্গক দেৱকন্যাক অনুসন্ধান কৰিবলৈ ক'লে। যদি এই অগ্নি কুণ্ডৰ পৰা কোনো পুৰুষ ওলায় তেন্তে তেওঁক নিমিষতে বধ কৰিবা আৰু যদি নাৰী ওলায় তেন্তে তেওঁক নিমিষতে ধৰি বান্ধি মোৰ ওচৰলৈ লৈ যাবাহঁক। এই বুলি আদেশ দি চিপহৌলাঙ্কা নিজ ৰাজ্যলৈ গুচি গ'ল। ১৬১১॥

এইদৰে ৰজা লামাঙে প্ৰতিটো কথাই কথাযোৰে ঋষিক সুধি পুছি জানি ল'লে। তেওঁ ক'লে- হে ঋষিবৰ! ইয়াৰ পিছত চিপহৌলাঙ্কা কাণ্ঠামাতা পৰ্বতৰ পৰা কোন দিশে গ'ল। ১৬১২॥

লামাঙৰ প্ৰশ্নৰ উত্তৰত আকাশা ঋষিয়ে পুনৰ ক'বলৈ ধৰিলে- চিপহৌলাঙ্কাই কাণ্ঠামাতা পৰ্বতৰ পৰা মনুষ্য পুৰীলৈ বুলি যাত্ৰা কৰিলে। তাৰ পিছত মূল চিংসা ৰাজ্যলৈ গ'ল। সেই ৰাজ্যত এখন ডাঙৰ মেলা হৈছিল। ১৬১৩॥

স্বৰ্গাধিপতি ইন্দ্ৰ, বৰুণ, নাগ, চাতুমাহা, পৱন যমৰাজ আদি দেৱতা সকলে সেই উৎসৱত যোগদান কৰিছিল। এওঁবিলাক যেতিয়া মৰ্ত্যলোকলৈ নামি আহিল তেতিয়া বাটত চিপহৌলাঙ্কাৰ লগত সাক্ষাৎ হ'ল। ১৬১৪॥

চিপহৌক দেখি ইন্দ্ৰই ভয়তে পেখুৱা লাগি ময়ূৰ পক্ষীৰ ৰূপ ললে। পৱন দেৱতাই ৰাজহংসৰ ৰূপ ল'লে। যমৰাজে কাউৰীৰ ৰূপ ল'লে। চাতুমাহাই কৰবীক চৰাইৰ ৰূপ ল'লে। বাকী বিলাক দেৱতাই বান্দৰৰ ৰূপ ধৰি গছৰ ওপৰত বহি লুকাই থাকিল। চিপহৌৱে পুনৰ মূলচিংসা ৰাজ্যলৈ বুলি যাত্ৰা কৰিলে। ১৬১৫॥

ইফালে চিপহৌলাঙ্কাৰ সেনাবাহিনীয়ে অগ্নিকুণ্ডৰ চাৰিওফালে পহৰা দি থাকিল। প্ৰথমে দেৱকন্যা অগ্নিৰ মাজত অন্তৰ্ধান হ'ল। পিছত পুনৰ নাৰী ৰূপে অগ্নিকুণ্ডৰ পৰা বাহিৰ ওলাই আহিল। সেই নাৰীক ধৰি বান্ধি ৰাক্ষস বিলাকে চিপহৌৰ ওচৰ পোৱালেগৈ। দেৱকন্যাক চিপহৌৱে এটা লোহাৰ পেটাৰীত ভৰাই সাগৰত উটুৱাই দিবলৈ আদেশ দিলে। ১৬১৬॥

ৰাক্ষসবিলাকে ৰজাৰ আদেশক্ৰমে সেই নাৰীক নি সাগৰত উটুৱাই দিলে। লোহাৰ পেটাৰীত ভৰাই উটুৱাই দিয়াৰ লগে লগে সাগৰত পেটাৰীটো ওপঙিবলৈ ধৰিলে। আৰু সাগৰত সোঁত

ক্ৰমান্বয়ে বেছি হৈ আহিল। সাগৰৰ প্ৰবল সোঁতে পেটাৰিটো উটুৱাই নি বিশাল মিথিলা ৰাজ্যৰ বালিচৰত পেলাই দিলে। মিথিলাধিপতি চানেক ৰজাই বালিচৰত পেটাৰিৰ ভিতৰত দেৱ কন্যাটি পাই, লালন পালন কৰি ডাঙৰ দীঘল কৰিলে। আৰু কন্যাটিৰ নাম ৰাখিলে নাংসীতা। সেই নাংসীতাই বোধিসত্ত্বৰ ধৰ্মপত্নী। নাংসীতাৰ অভিশাপৰ ফলতে চিপহৌলাঙ্কাৰ দশমুণ্ড ছিগি খণ্ড বিখণ্ড হৈ গ'ল। ১৬১৭॥

ঋষিয়ে ক'লে- হে ৰাজন লামাঙ! তুমি মোৰ সকলো কথা মন দি শুনি যোঁৱা। চিপহৌলাঙ্কাই মূলচিংসা ৰাজ্যত প্ৰৱেশ কৰি মূলচিংসাৰ ৰজাক যুদ্ধৰ কাৰণে আহ্বান কৰিলে। ১৬১৮॥

মূলচিংসাৰাজে চিপহৌক সুধিলে- তুমি কোন দেশৰ পৰা আহিছা ? তোমাৰ পৰিচয় মোক অতি সোনকালে দিয়া। চিপহৌৱে তেতিয়া ক'লে- মোৰ নাম দশগিৰি। মই লঙ্কাৰ পৰা আহিছো। ১৬১৯॥

চিপহৌলাঙ্কাৰ এনে কৰ্কশ অসৎ ব্যৱহাৰত মূলচিংসা ৰজাই তেওঁৰ প্ৰজাবৰ্গক যুদ্ধৰ কাৰণে সাজু হ'বলৈ আদেশ দিলে। প্ৰজাবিলাকে ৰজাৰ প্ৰতি নিবেদন কৰিলে যে যদি চিপহৌক প্ৰশংসা কৰে তেন্তে তেওঁ বিনা যুদ্ধই গুচি যাব। ১৬২০॥

যদি অকাৰণতে তেওঁৰ লগত যুদ্ধৰ আয়োজন কৰা হয় তেন্তে ৰজা প্ৰজা সকলোৰে মাজত অশান্তিৰ সৃষ্টি হ'ব। লগে লগে আপুনি যি মাঙ্গলিক উৎসৱৰ আয়োজন কৰিছে তাতো বিঘিনি ঘটিব। গতিকে চিপহৌক বিভিন্ন উপঢৌকন দি তেওঁৰ গৌৰৱ বখানি পঠাই দিয়াই মঙ্গল হ'ব। তেতিয়া আপুনি শান্তিৰে দান দক্ষিনা কৰি পূণ্যাংশ লাভ কৰিব পাৰিব। পুৰোহিত মন্ত্ৰী আৰু প্ৰজা বৰ্গৰ পৰামৰ্শমতে ৰজা মান্তি হ'ল। এইদৰে পুৰোহিত মন্ত্ৰীয়ে চিপহৌৰ ওচৰলৈ গৈ নানা প্ৰকাৰৰ উপঢৌকন দি তেওঁৰ গুণগান কৰাত চিপহৌ আনন্দ মনেৰে অন্য ঠাইলৈ গুচি গ'ল। ১৬২১॥

ইন্দ্ৰ দেৱতাই ময়ুৰ পক্ষীক আশীৰ্বাদ প্ৰদান কৰি ক'লে- তোমাৰ পাখীৰ সৌন্দৰ্য্য মোৰ নয়নৰ সদৃশ উজ্জ্বল হৈ থাকিব। যমৰজাই কাউৰীক এই বুলি বৰ দিলে- যদি কোনোবাই তোমাক বধ নকৰে তেন্তে তোমাৰ আয়ুস বহুত দীঘল হ'ব। পৱন দেৱতাই ৰাজহংসক এই বুলি আশীৰ্বাদ কৰিলে- তুমি পৃথিৱীৰ পানী থাকে মানে প্ৰফুল্ল মনেৰে সাতুৰি থাকিব পাৰিবা। চতুৰ্মাস্যই কৰবীক চৰাইক সোণৰ দৰে জিলিকি থাকিবলৈ আশীৰ্বাদ দিলে। নিজ নিজ শক্তিৰ আশীৰ্বাদ প্ৰদান কৰি এই দেৱতাসকল নিজ স্থানে গুচি গ'ল। ১৬২২॥

চিপহৌলাঙ্কাই বিজয়ৰ মানসেৰে ঠ'তে ঠ'তে ঘূৰি ফুৰিবলৈ ধৰিলে। যদি কোনোবাই চিপহৌৰ গুণৰ প্ৰশংসা কৰে তেন্তে তেওঁ নিজকে ধন্য মানে আৰু যুদ্ধ নকৰি গুচি যায়। আৰু যদি

কোনোবাই তেওঁৰ লগত ফেপেৰি পাতি শত্ৰুতা কৰে, তেন্তে চিপহৌৰ লগত তেওঁৰ তুমুলমৰা যুদ্ধ লাগে। চিপহৌৱে মনৰ ইচ্ছানুসাৰে ঘূৰি ফুৰি অৱশেষত অযুঠা ৰাজ্যত প্ৰৱেশ কৰিলে। ১৬২৩॥

অযুঠা ৰাজ্যৰ ৰজা আছিল আনালুনা। আনালুনা সম্বন্ধত তোমাৰ ককা দেউতাৰা। আনালুনাক চিপহৌৱে যুদ্ধলৈ আহবান কৰাত আনালুনাই তেওঁৰ সেনাবাহিনীক চিপহৌৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ ক'লে। সেনাবাহিনীয়ে অস্ত্ৰ শস্ত্ৰলৈ যুদ্ধ কৰিবলৈ প্ৰস্তুত হ'ল। আনালুনা ৰজাৰ বয়স তেতিয়া দুই অযুত দুহেজাৰ বছৰ অতিক্ৰম কৰিছিল। ৰজাই নিজেও যুদ্ধৰ নিমিত্তে সাজু হ'ল। হাতত গদা, তৰোৱাল, ধনুশৰ, বন্দুক, কামান, শেল আদিলৈ শত্ৰু পক্ষৰ ওপৰত জপিয়াই পৰিল। ১৬২৪॥

দুয়োপক্ষৰ মাজত তুমুল যুদ্ধ হ'ল। কোনেও কাকো ঘটুৱাব পৰা নাছিল। দুয়ো পক্ষৰ শ শ সৈন্য যুদ্ধ ক্ষেত্ৰত বাগৰি পৰিছিল। আনালুনাৰ চোকা বাণৰ প্ৰহাৰত ৰাক্ষস সেনা বিলাক যেনি তেনি পলাবলৈ ধৰিলে। চিপহৌৱে তেনেতে বাণ মাৰি আনালুনাক থকা সৰকা কৰিলে। ১৬২৫॥

কিছু পৰৰ পিছত ৰজাই সংজ্ঞা পাই পুনৰ এনে এপাট চোকা বাণ নিক্ষেপ কৰিলে যাৰ প্ৰভাৱত চিপহৌৰ সৰ্বশৰীৰ ক্ষত বিক্ষত হ'ল। ফলত চিপহৌৰ গাৰ পৰা ধোলোকা ধোলোকে তেজ বৰলৈ ধৰিলে। চিপহৌৱে তথাপি বাণ নিক্ষেপ কৰি থাকিল। দুয়োজনৰ বাণে মেঘৰ গৰ্জনৰ দৰে শব্দ কৰিবলৈ ধৰিলে। যুদ্ধ ক্ষেত্ৰত হাতী ঘোঁৰা, ৰথৰ শব্দই আকাশে বতাহে কঁপনি লগালে। ১৬২৬॥

দুয়ো পক্ষৰ যুদ্ধৰ সৈন্যৰ তেজেৰে নদী বৈছিল। আনালুনা ৰজাৰ অৱস্থা অতি শোচনীয় হৈ পৰিল। ১৬২৭॥

এনে সুবিধাতে চিপহৌৱে ৰথৰ পৰা জাপ মাৰি গৈ আনালুনাক গদাৰে প্ৰহাৰ কৰি তেওঁৰ অৱস্থা আৰু শোচনীয় কৰি তুলিলে। চিপহৌৱে ক'লে- তুমি মূৰ্খহে মোৰ লগত যুদ্ধ কৰি তোমাৰ সৈন্যবিলাক নিপাত কৰাইছা। এতিয়া তোমাৰো মৃত্যু ঘটিব। ১৬২৮॥

প্ৰত্যুত্তৰত আনালুনাই চিপহৌক ক'লে- ক্ষত্ৰিয়ৰ ধৰ্ম হ'ল যুদ্ধ কৰাটো। যদি যুদ্ধ ক্ষেত্ৰত কেতিয়াবা হাৰে আৰু কেতিয়াবা জিকে। আজি তুমি মোক পৰাজয় কৰিলা, কিন্তু মনত ৰাখিবা, এদিন মোৰ বংশৰ কোনোবাজনৰ হাতত তুমি খুব বেয়া ধৰণে পৰাজয় বৰণ কৰিব লাগিব। এই বুলি কৈয়েই আনালুনাই প্ৰাণ ত্যাগ কৰিলে। ১৬২৯॥

চিপহৌৱে নিজৰ বীৰত্বৰ পৰিচয় দি সেই [illegible] পৰা [illegible] [illegible] হ'ল। [illegible] ক'লে- হে ৰাক্ষস [illegible]। সেই কাৰণে চিপহৌৱে তোমাৰ হাতত পৰাজয় বৰণ কৰিছিল। আৰু অৱশেষত তোমাৰ হাতত মৃত্যু বৰণ কৰিলে। [illegible] মানুহে কেতিয়াও [illegible] বা অহংকাৰ কৰিব

নালাগে। কাৰণ যি মানুহে এনে ভাৱলৈ ঘূৰে তেওঁ এদিন আনৰ হাতত মুহুৰ্ত্তৰ্তে বলি হ'ব লগাত পৰে। গতিকে হে ৰাজন লামাঙ ! তুমি মোৰ কথাবিলাক ভালদৰে হৃদয়ঙ্গম কৰি লোৱা। ১৬৩০॥

ঋষিয়ে পুনৰ ক'বলৈ ধৰিলে- চিপহৌলাঙ্কা অবুঠা ৰাজ্যৰ পৰা গৈ নমৰ্দাৰ তীৰত থকা আম্না ৰজাৰ ৰাজ্যত প্ৰৱেশ কৰিলে। চিপহৌৱে সেই ৰাজ্যত কিছুপৰ বিশ্ৰাম লবলৈ স্থিৰ কৰিলে। ইফালে ৰজাই ৰাণীৰ সৈতে নৰ্মদা নদীত স্নান কৰিবলৈ গ'ল। অন্যহাতেদি চিপহৌৱে তেওঁৰ গাত লাগি থকা তেজৰ চেকুৰা বিলাক নৰ্মদা নদীত নামি ধুবলৈ ল'লে। নদীত নামি হাতত বিভিন্ন ৰঙৰ ফুলৰ মালালৈ চিপহৌৱে তেওঁৰ পূজ্য দেৱতা মহাদেৱক পূৰ্ব পুৰুষৰ নিয়ম অনুসাৰে স্তুতি মিনতি কৰিব ধৰিলে। ১৬৩১॥

স্নান আৰু দেৱ পূজন কৰাৰ পিছত চিপহৌৱে তেওঁৰ কটকীক আম্নাচুনা ৰজাক খবৰ দিবৰ কাৰণে প্ৰেৰণ কৰিলে। চিপহৌৱে ক'লে- তুমি গৈ ৰজাক জনাবা যে চিপহেলাঙ্কাই সৈন্য সামন্ত সহিত যুদ্ধৰ কাৰণে প্ৰস্তুত হৈ আছে। গতিকে আপোনাকো সৈন্য সহিত সাজু হ'বলৈ নিৰ্দ্দেশ দিছে। ১৬৩২॥

কটকী গৈ ৰাজদ্বাৰত উপস্থিত হোৱাত ৰাজদূতে ক'লে- আমাৰ ৰজা নৰ্মদা নদীত স্নানৰ অভিপ্ৰায়েৰে গ'ল। এতিয়ালৈকে আহি পোৱা নাই। কিন্তু আমাৰ ৰজা আহি পালে দশাগিৰিৰ শিৰ ছিঙি ক'ৰবাত উকৰি পৰিব আৰু তোমালোকৰ কোনো বাচি যাব নোৱাৰিবাইক। চিপহৌৱে কটকীৰ মুখে এই কথা শুনি একেবাৰে টিঙিৰি তুলা হৈ উঠিল। তেওঁ বিলম্ব নকৰি যুদ্ধৰ আয়োজন কৰি দিলে। ইফালে আম্নাচুনা ৰজাও নদীত স্নান কৰি ঘূৰি গ'ল। ১৬৩৩॥

ৰাজসভাত যুদ্ধৰ বেশেৰে ৰাক্ষস বিলাক বৈ থকা দেখি আম্নাচুনা ৰজাৰ তমোময় খং উঠিল। খন্তৰ ভমকত আম্নাচুনা ৰজাই তেওঁৰ শৰীৰৰ কলেৱৰ ওখই বাঠি যোজন আৰু পঠালিয়ে ত্ৰিছযোজন কৰি ল'লে। ১৬৩৪॥

লগে লগে এশখন হাতত প্ৰত্যেকখনতে ধনুশৰ, গদা, শেল আদি লৈ যুদ্ধৰ কাৰণে প্ৰস্তুত হ'ল। তেওঁৰ প্ৰকাণ্ড কায়া দেখি ৰাক্ষস বিলাকৰ মনত ভয়ৰ সঞ্চাৰ হ'ল। ৰজাই হাতত লোৱা গদা ডালো এক যোজন আছিল। তেওঁ চকুৰ পচাৰতে চিপহৌৰ প্ৰধান সেনাপতি পোহোত্তক গদাৰে প্ৰহাৰ কৰি অচেতন কৰি পেলালে। ১৬৩৫॥

পোহোত্তৰ অৱস্থা দেখি চিপহৌলাঙ্কাই বিভিন্নহাতত অস্ত্ৰ লৈ ৰথৰ পৰা নামি আহি আম্নাচুনা ৰজাক আক্ৰমণ কৰিলে। তেওঁলোকৰ মাজত সিংহৰ দৰে ভয়ানক যুদ্ধ লাগিল। যুদ্ধত কোনেও কাকো ঘটাব পৰা নাই। ১৬৩৬॥

দুয়োজনে কটাকটি, গদাৰে কেনবাই খোচাখুচি কৰি সমানে সমানে যুদ্ধ কৰি থাকিল্লা

ধৰিলে। এবাৰ ৰজা আম্রাচুনাই চিপহৌক হাতত ধৰি বান্ধি পেলালে। কটকটীয়া কৰি বান্ধি চিপহৌক নগৰৰ ফালে লৈ গ'ল। ১৬৩৭॥

নগৰত নি ৰজাই চিপহৌলাক্কাৰ লোহাৰ গড়ালত সুমুৱাই বন্দী কৰি থলে। হাজাৰ লাখ মানুহে আহি চিপহৌৰ আকৃতি প্ৰকৃতি চাবলৈ ধৰিলে। ৰজাৰ এনে দুসাহসিকতাত স্বৰ্গৰ দেৱতাসকলে আম্রাচুনা ৰজাক প্ৰশংসা কৰিলে। এই কথা ক্ৰমান্বয়ে গৈ তাবৎতিংস, তুষিতৰাজ্য, নিম্মাৰতি, পৰনিমি কদাৰতী আদি ৰাজ্যত প্ৰচাৰ হৈ গ'ল। সকলো দেৱতাই আম্রাচুনা ৰজাক সাধুবাদ দি প্ৰশংসা কৰিব ধৰিলে। ১৬৩৮॥

তাবৎতিংস স্বৰ্গৰ ঋষি পুলত্তোৱে চিপহৌক আম্রাচুনাই বন্দী কৰি থোৱা বুলি জানি স্বৰ্গৰ পৰা নামি আহি আম্রাচুনা ৰজাৰ ওচৰলৈ গ'ল। ১৬৩৯॥

পুলত্তোৱে ক'লে- মহাৰাজ ! মোৰা শুনিবলৈ পালো আপুনি বোলে চিপহৌলাক্কাক বন্দী কৰি ৰাখিছে! মই তেওঁৰ জীৱন ভিক্ষা কৰিবলৈ আহিছো। তেওঁৰ জীৱনটো মোক দান কৰক। ঋষিৰ কথামতে আম্রাচুনা ৰজাই চিপহৌক দান কৰিলে। ১৬৪০॥

চিপহৌক মুক্তি দিয়াৰ লগে লগে তেওঁ গৈ নদীত স্নান কৰিলে। তেওঁৰ আৰু মনুষ্যৰ মুখলৈ চোৱাৰ ধৈৰ্য্য নাথাকিল। লাজে অপমানে জৰ্জৰিত হ'ল। দেৱত ঋষিয়ে অগ্নিৰজাই সাক্ষী কৰি দুয়োৰে মাজত মিত্ৰতা স্থাপন কৰি আগলৈ চেনেহ প্ৰীতি ৰজাই ৰাখিব বুলি প্ৰতিজ্ঞা বদ্ধ কৰালে। ১৬৪১॥

ঋষিয়ে তাৰপিছত গৈ তাবৎতিংস স্বৰ্গত মহাসুখেৰে বসবাস কৰি থাকিল। চিপহৌলাক্কা তাৰ পৰা গৈ কিংতা বান্দৰ ৰাজ্যত প্ৰৱেশ কৰিলে। বান্দৰৰ ৰজা পালীমাণ্ডে সেই সময়ত সমুদ্ৰত স্নান কৰিবলৈ গৈছিল। চিপহৌৱে তেওঁৰ ৰাজসভালৈ গৈ পালীমাণ্ডক যুদ্ধৰ কাৰণে আহ্বান কৰিলে। ১৬৪২॥

তোমালোকে এতিয়া মোৰ লগত যুদ্ধ কৰিব লাগে। বান্দৰ বিলাকে তেতিয়া ক'লে- আমাৰ ৰজা গা ধুবলৈ গৈছে। তেওঁ ঘূৰি আহিবলৈ পালে তোমাৰ প্ৰাণ শেষ কৰি দিব। আমাৰ ৰজা বিৰাট শক্তিশালী আৰু মহাসাগৰতকৈও বলী। তেওঁৰ লগত যুদ্ধ কৰিলে তোমাৰ ৰক্ষা নপৰিব। ১৬৪৩॥

গতিকে তেওঁ লৌ আহোঁতেই তুমি বোলাই মঙ্গল হ'ব। অন্যথা তোমাৰ সৰ্বনাশ হ'ব। ৰজাৰ অনুপস্থিতিৰ সুযোগ লৈ তুমি অকাৰণতে অহংকাৰ কৰি যুদ্ধৰ আহ্বান জনাইছা। বান্দৰ বিলাকৰ কথাত চিপহৌৰ সাংঘাতিক খং উঠিল। চিপহৌৱে সাগৰত পালীমাণ্ডক বিচাৰি [illegible]। পালীমাণ্ডৰ শৰীৰৰ আকৃতি দেখি চিপহৌৱে একেবাৰে তবধ মানিলে। তেওঁ প্ৰায় [illegible] যোজন আৰু পালীমাণ্ডক [illegible]

যোজন যোজন তেওঁৰ নেজডাল আকাশৰ ফালে দাঙি ৰাখিছিল। ১৬৪৪॥

পালীমাঙৰ মুখখন সেন্দুৰৰ দৰে ৰঙা আছিল। চিপহৌক দেখি মুখ ঘূৰাই সুধিলে- হেৰা মূৰ্খ ৰাক্ষস ! মৃত্যুক আওকান কৰি তুমি মোক ইয়াত বিচাৰি আহিছা ? আহিলা যেতিয়া তোমাৰ ৰক্ষা ক'ত ? তোমাৰ আৰু ৰাজ্যলৈ ঘূৰি যোৱা নহ'ব। এই বুলি কৈয়েই পালীমাঙে আকাশৰ ফালে জাপ মাৰি নেজেৰে চিপহৌক বান্ধি পেলালে। ১৬৪৫॥

পশ্চিম সাগৰত চিপহৌক পালীমাঙে তিনিবাৰ জোবোৰা দিলে। পুনৰ পূব সাগৰত জুবুৰিয়াই ঢোলোকা ঢোলোকে পানী খুৱালে। পিছত তিনিবাৰ জোবোৰা দি কিংতা ৰাজ্যলৈ গমন কৰিলে। তেতিয়া সুধিলে- কোৱা এতিয়া কি নিমিত্তে মোৰ সম্মুখীন হৈছিলা ? চিপহৌৱে ক'লে মই ত্ৰিভুবনত মোৰ সমকক্ষ বীৰ বিচাৰি ফুৰিছো। ১৬৪৬॥

পৱন দেৱতা, বৰুণ দেৱতা আদিক পাই সন্তোষ পাইছো। আমি এতিয়া বন্ধুত্ব পাতিব লাগে। পালীমাঙে তেতিয়া ক'লে- মই তোমাক বহুত মৰম কৰিছো। এতিয়া মোৰ ৰাজ্য আক্ৰমণৰ আশা পৰিত্যাগ কৰি নিজ ৰাজ্যলৈ খোজ লোৱা। বাৰু মই তোমাক এতিয়া সসম্মানে বিদায় দিলো। ১৬৪৭॥

তুমি আৰু কোনো দিন ইয়াত পদাৰ্পণ নকৰিবা। তুমি তোমাৰ নিজ ৰাজ্যলৈ গুছি যোৱা। এইদৰে সাৱধান কৰি পালীমাঙে চিপহৌক পঠাই দিলে। ঋষিয়ে ক'লে- হে লামাঙ ! তুমি মোৰ কথা মন দি শুনি যোৱা। ১৬৪৮॥

লামাঙে ঋষিক সুধিলে- চিপহৌলাক্কা কিংতা ৰাজ্যৰ পৰা পুনৰ ক'লৈ গ'ল সবিশেষ জনাওঁক। তেতিয়া ঋষিয়ে ক'লে-। ১৬৪৯॥

চিপহৌলাক্কাই ঘূৰি ফুৰোতে এদিন এখন অৰণ্যৰ মাজত গৈ নালাতা (নাৰদ) ঋষিক লগ পালে। নালাতা ঋষিৰ প্ৰতি ক'লে- ঋষিবৰ ! সমস্ত ত্ৰিভুবন ঘূৰিলো কিন্তু ক'তো মোৰ সমকক্ষ বীৰ বিচাৰি পোৱা নাই। তেতিয়া নালাতাই চিপহৌক ক'লে- ত্ৰিভু বনৰ সকলোৱেই যমৰাজক ভয় কৰে। তেওঁৰ যদি তুমি পৰাজিত কৰিব পাৰা তেন্তে তোমাৰ নাম সংসাৰত বৈ বৈ যাব আৰু সকলোৱেই তোমাক প্ৰশংসা কৰিব। ১৬৫০॥

ঋষিৰ কথামতে চিপহৌৱে দক্ষিণ দিশত থকা যমৰাজৰ ৰাজ্যত প্ৰৱেশ কৰিলেগৈ। তাত তেওঁ অট্টহাস্য কৰিবলৈ ধৰিলে। ১৬৫১॥

ঋষিয়ে চিন্তা কৰিলে- মই কোৱাৰ লগে লগেই চিপহৌৱে যমৰাজৰ ওচৰ পালে। তেওঁ এতিয়া যমৰাজৰ লগত যুদ্ধ কৰিব। ১৬৫২॥

ভৱিষ্যত অমঙ্গলৰ আশংকা পাই ঋষিয়ে তপোবনৰ পৰা আকাশীমাৰ্গেৰে যমপুৰী পালেহি।

যমে ঋষিক সাষ্টাঙ্গে প্ৰণাম জনাই আগমনৰ অভিপ্ৰায় সুধিলে। ১৬৫৩॥

তেতিয়া ৰাক্ষসে ক'লে- তোমাৰ লগত যুদ্ধ কৰিবৰ নিমিত্তে চিপহৌ . সসৈন্যে আহি আছে। যমেও অনুমান কৰিলে কথাটো সঁচা। ঋষি তাৰপৰা তৎক্ষণাত অন্তৰ্ধান হ'ল। চিপহৌ গৈ যমনগৰৰ পূব দ্বাৰত উপস্থিত হ'ল। ১৬৫৪॥

চিপহৌৱে দেখিলে যে যমপুৰীৰ প্ৰজা বৰ্গই কল্পতৰুৰে পৰিবেষ্টিত ৰাজ্যত নিশ্চিন্ত মনেৰে জীৱন যাপন কৰি আছে। সিবিলাকৰ কাৰ্যকলাপত প্ৰশংসা কৰি চিপহৌ পূব দ্বাৰত উপস্থিত হ'লগৈ। ১৬৫৫॥

তাত গৈ দেখিলে প্ৰায়বিলাক লোকেই ধৰ্মাচৰণ কৰি আছে। সকলোৱেই হাতত মালাৰে তপ জপ কৰি আছে। তাৰ পাছত দক্ষিণ দ্বাৰত গৈ দেখিলে যে অনেক নৰ নাৰীয়ে দান দক্ষিণা আদি কৰি পূণ্য কাম কৰি আছে। তাতে কিছুমানক দেখিলে প্ৰকাণ্ড কেৰাহীত পানী উতলাই আছে। ১৬৫৬॥

যিবিলাক পাপী সিহঁত উতলা পানীত ডুবি গৈছে। কিছুমানে পাপী বিলাকক ধৰি কাটিছে। পাপীৰ মুখত উতলা পানী ঢালি দিছে। পাপী বিলাকে অনেক যন্ত্ৰণা ভোগ কৰিছে। যমেও অপৰাধীক যথাবিহিত শাস্তি দিছে। চুৰি, ডকাইতি কৰা বিলাকৰ গাত জুই লগাই দিছে। প্ৰাণী হত্যা কৰা আৰু মিছা বেশ্যা কৰা বিলাককো ভীষণ শাস্তি প্ৰদান কৰিছে। ১৬৫৭॥

যিবিলাকে মাদক দ্ৰব্য সেৱন কৰিছে, আনৰ বস্তু অপহৰণ কৰিছে, পৰস্ত্ৰী, পৰপুৰুষৰ অনুৰক্ত হৈছে, সিহঁতক শালত দি চেপিব ধৰিছে। কিছুমানক যমে যাঠি, শেলেৰে খুচি নাড়ী ভুৰু বাহিৰ কৰি দিছে। লোহা গৰম কৰি কিছুমানৰ মুখত লগাই দিছে। যমৰাজে কৰা এই শাস্তি বিধান চিপহৌলাকাই অপলক দৃষ্টিৰে চাই থাকিল। চিপহৌলাকাই শেষত বাণ মাৰি সিহঁতৰ প্ৰধান নায়ক জনক মূৰ্চ্ছিত কৰি পেলালে। ১৬৫৮॥

যমৰাজৰ প্ৰধান সেনাপতিৰ অৱস্থা শোচনীয় হৈ পৰাত যমদূতে চিপহৌলাকাক সুধিলে- তুমি কৰ পৰা আহি আমাৰ ৰাজ্যত অশান্তিৰ সৃষ্টি কৰিছাহি। আমাক আক্ৰমণ কৰাৰ তোমাৰ অভিপ্ৰায় কি ? এতিয়া তুমি তোমাৰ আচল পৰিচয় দিব লাগে। চিপহৌলাকাই তেতিয়া ক'লে- মই যমনগৰত থকা পাপীবিলাকৰ উদ্ধাৰৰ নিমিত্তে আহিছো। তোমালোকে ইহঁতক ইমান যন্ত্ৰণা আৰু শাস্তি কিয় দিছাহঁক ? ১৬৫৯॥

যমদূতে তেতিয়া ক'লে- সিহঁতে নিজৰ কৰ্মফল অনুসাৰে বিভিন্ন শাস্তি খাব লগীয়াত পৰিছে। তুমি এই পাপীবিলাক উদ্ধাৰ কৰিলে কি হ'ব ? তোমাৰ যদি কোনোবা শক্তি বা বুদ্ধি আছে তেন্তে তুমি চলি যাব পাৰা। এই বুলি কৈয়েই যমদূতে পাপীবিলাক আনি চিপহৌলাকৰ ওচৰত

উপস্থিত কৰিলেহি। চিপহৌলাক্ষাক পাপীবিলাকে মুখে মুখে ক'বলৈ ধৰিলে - মই পূৰ্বতে দেৱতাহঁে অনেক অন্যায় অত্যাচাৰ কাম কৰিছিলো। ১৬৬০॥

অন্য এজন পাপীয়ে মাত লগালে- মই অনেক অন্যায় অত্যাচাৰ চলাইছিলো। কোনো লোকৰ গাত বেমাৰ লগাই দিছিলো। কুমন্ত্ৰণা কৰি হাৰাশাস্তি কৰাইছিলো। সিহঁতৰ ভিতৰত যি বিলাকে গৰু, মহ, হাঁহ, পাৰ, কুকুৰা আদি ভেটি দি বেমাৰ ভাল কৰি দিব লাগে বুলি মোক খাতিৰ কৰিছিল, ভাল কৰি দিছিলো। আনৰ ধন সম্পত্তি বিনাশ কৰিছিলো। প্ৰাণী হত্যা কৰি মহাপাপ কৰিছিলো। এনে বিলাক অমানুষিক পাপৰ প্ৰায়শ্চিত ৰূপে আজি মোৰ মৃত্যুৰ পিছতো পূৰ্ব কৰ্মফল স্বৰূপে এই ভীষণ জ্বালা যন্ত্ৰণা আৰু শাস্তি ভোগ কৰি আছো। কিছুমান পাপীয়ে চিপহৌক জনালে- আমি পৃথিৱীত মনুষ্য হৈ থাকোতেই আনৰ বয়বস্তু চুৰি কৰি খোৱাৰ পৰিণাম ভোগ কৰি আছোহঁক। ১৬৬১॥

কিছুমানে ক'লে- আনৰ মাইকীৰ ওপৰত আমি জোৰ জুলুম কৰি নিজ কামনা চৰিতাৰ্থ কৰিছিলো। সেই কাৰণে আজি এনে ভীষণ শাস্তিৰ সন্মুখীন হ'ব লগাত পৰিছো। কিছুমানে আকৌ ক'লে- আমি আৰ তাৰ কথা দুগুণে লগাই ভজাই কাজিয়াৰ সৃষ্টি কৰাইছিলো। মিছা কথা বিলাক য'তে ত'তে লগাই ভজাই ফুৰিছিলো। সেই পাপৰ নিদান স্বৰূপে আজি আমি চকুৰে নেদেখা হৈছো। কোনো কথা বাৰ্ত্তা কেৱল মুখ জোকাৰি সংকেতেৰেহে কৰিব লগাত পৰিছে। আমাৰ শাস্তিৰ অন্ত নোহোৱাত পৰিছে। ১৬৬২॥

যমদূতে তেতিয়া চিপহৌক ক'লে- হে ৰাজন ! পাপৰ প্ৰায়শ্চিত্ত কিমান ভয়ানক দেখিলা নহয় ? তুমিও এদিন এই যমনগৰত আহি যমৰ আলহী হ'বহি লাগিব। যমদূতৰ কথা শুনি চিপহৌৱে লোহাৰ গদালে তেওঁলৈ খেদা মাৰিলে। যমদূত বিলাকে লোহাৰ গৰম গদালে চিপহৌক প্ৰচণ্ডভাৱে প্ৰহাৰ কৰিবলৈ ধৰিলে। চিপহৌ বিতত হৈ বৰৰ পৰা বাগৰি পৰিল। বৰৰ পৰা বাণ মৰা সত্বেও কোনো কামত নাহিল। ১৬৬৩॥

যমদূতে চিপহৌৰ ৰথখন ভাঙি ছিঙি চুৰমাৰ কৰি পেলালে। ৰথ ভাগিল যদিও ব্ৰহ্মা প্ৰদত্ত বৰৰ বলত ৰথ পুনৰ ভালহৈ গ'ল। চিপহৌৱে এইবাৰ অগ্নিবাণ নিক্ষেপ কৰিলে। কিন্তু সেইবাণৰ প্ৰভাৱ নপৰিল। অৱশেষত চিপহৌৰ, অত্যাচাৰৰ কথা যমদূতে গৈ মৃত্যু ৰাজক জনালে। ১৬৬৪॥

পাৰণ্ড পাপী চিপহৌক যমলোক দৰ্শন কৰোৱাৰ কাৰণে আপুনি অনুমতি প্ৰদান কৰিব লাগে। মৃত্যুৰাজে তেতিয়া ক'লে- চিপহৌৱে ব্ৰহ্মাৰ পৰা অমৰত্ব বৰ লাভ কৰি লৈছে, গতিকে তেওঁক আমাৰ দ্বাৰা মৰাটো সম্ভৱ নহ'ব। এদিন নহয় এদিন সি এই লোকৰ আলহী হ'ব লাগিবই। গতিকে তোমালোকে চিপহৌক মান সন্মান কৰি আকৌ তেওঁৰ ঘৰলৈ পঠাই দিয়াৰ ব্যৱস্থা কৰাহঁক। ১৬৬৫॥

মৃত্যুৰাজৰ উপদেশ মতে যমদূতে গৈ চিপহৌক নিবেদন কৰিলে- তুমি মহাপৰাক্ৰমী আৰু ত্ৰিভুবন বিজয়ী। তোমাৰ লগত যুদ্ধ কৰাটো সম্ভৱপৰ নহয়। গতিকে তুমি নিজ ৰাজ্যলৈ প্ৰস্থান কৰা। যমৰাজৰ দূতৰ মুখত প্ৰশংসা শুনি চিপহৌৱে হা: হা: কৰি হাঁহি নিজ ৰাজ্যলৈ বুলি প্ৰস্থান কৰিলে। ১৬৬৬॥

অগত্যাই মহাপৰাক্ৰমী দিগ্বিজয়ী চিপহৌলাক্ষাৰ বিজয় কাহিনী বিলাক লামাঙৰ আগত ক্ৰমশ: কৈ শুনালে। লামাঙে ঋষিক ক'লে- হে ঋষিবৰ! যমৰাজ কিমান ভয়ানক। চিপহৌৰ লগত যুদ্ধ বিগ্ৰহ কৰিব লগা অৱস্থাতো যমৰাজে চিপহৌৰ গুণ গান কৰি বৰং পঠাইহে দিলে। ঋষিয়ে তেতিয়া ক'লে- যমৰাজে চিপহৌক বধ কৰিব নোৱাৰে। কাৰণ তেওঁ ব্ৰহ্মাৰ পৰা অমোঘ অমৰণ বৰ লাভ কৰা আছে। পূৰ্ব কৰ্ম্মৰ বিপাক অনুসৰি চিপহৌলাক্ষা বোধিসত্ত্বৰ হাতত্হে মৰিব লাগে। ১৬৬৭॥

লামাঙে ঋষিক পুনৰ ক'বলৈ অনুৰোধ কৰিলে- চিপহৌলাক্ষাই যমৰাজ্য বিজয় কৰাৰ পিছত কোন দিশে গ'ল ? তেতিয়া ঋষিয়ে লামাঙৰ আগত বৰ্ণনা কৰি ক'বলৈ ধৰিলে- চিপহৌৱে যমপুৰীৰ পৰা নাগপুৰীৰ অভিমুখে গ'ল। ১৬৬৮॥

তাতগৈ নাগৰাজক যুদ্ধৰ কাৰণে আহ্বান কৰিলে। নাগৰাজেও ঊনচল্লিছ কোটি সেনাৰে চিপহৌৰ বিৰুদ্ধে যুদ্ধ কৰিলে। নাগৰাজৰ সেনাৰ বিষ ক্ৰিয়াৰ প্ৰকোপত তিষ্ঠিব নোৱাৰি ৰাক্ষস সেনাবিলাক যেনি তেনি পলাবলৈ ধৰিলে। চিপহৌৱে নাগবাণ মাৰি নাগ সেনাবিলাকক অন্ধকাৰ কূপী গৰ্ভত পেলাই দিলে। নাগসেনাবিলাকে পলাই গৈ নাগৰাজক খবৰ দিলে। ১৬৬৯॥

চিপহৌৰ দাম্ভিক কথাত নাগৰাজ একেবাৰে জ্বলি পকি উঠিল। যুদ্ধ ক্ষেত্ৰত অৱতীৰ্ণ হৈ নাগৰাজে ব্ৰহ্মঅস্ত্ৰ প্ৰয়োগ কৰিলে। নাগৰাজৰ বিষযুক্ত বাণত চিপহৌলাক্ষা আৰু সেনাবিলাক উঠিব নোৱাৰি পৰি থাকিল। চিপহৌৱে অকস্মাৎ চেতনা পাই এপাট বাণ মাৰি পঠিয়ালে। সেইবাণে নাগৰাজক লোহাৰ জালহে গোটেই শৰীৰ আহত কৰি পেলালে। ১৬৭০॥

সেই জালৰ পৰা নাগৰাজ মুক্ত হ'ব নোৱাৰি নিৰুপায়ত নাগৰাজে চিপহৌৰ কীৰ্ত্তি কলাপ বখানিবলৈ ধৰিলে। নাগৰাজ পৰাস্ত হোৱা দেখি চিপহৌৱে বৰ আনন্দ অনুভৱ কৰিলে। তেওঁ নাগৰাজক তত্ত্বালিকে মুক্তি দিলে। অৱশেষত নাগৰাজে যুদ্ধ পৰিত্যাগ কৰি নিজ ৰাজ্যত সুখে শান্তিৰে থাকিবলৈ ধৰিলে। ১৬৭১॥

নাগৰাজক পৰাস্ত কৰি চিপহৌৱে আনন্দত অধীৰ হ'ল। এইবাৰ চিপহৌৱে ভাবিলে পাতাল পুৰীৰ সমস্ত ৰাজ্য মোৰ অধীনত আনিব লাগিব। এইবুলি চিপহৌলাক্ষাই পাতালপুৰীৰ নিয়ামতী ৰাজ্যত প্ৰৱেশ কৰি নিয়ামতী ৰজাক যুদ্ধৰ আহ্বান কৰিলে। ১৬৭২॥

নিমাৰতী ৰজাইও সু সজ্জিত হৈ ৰাক্ষসৰ লগত যুদ্ধ আৰম্ভ কৰিলে। কোনো পক্ষ কম নহয়। ধনু, শেল, যাঠি, তৰোৱাল আদি লৈ বীৰ বিক্ৰমেৰে অবিৰাম যুদ্ধ কৰিব ধৰিলে। কোনেও কাকো ঘটাব পৰা নাছিল। যুদ্ধৰ বিভীষিকাই আকাশ পাতাল তথা সমস্ত ৰাজ্যতে তোলপাৰ লগাই দিলে। ১৬৭৩॥

এনে পৰিস্থিতিত স্বয়ং ব্ৰহ্মাদেৱো স্থিৰেৰে থাকিব নোৱাৰিলে। তেওঁ মৰ্ত্ত্যলোকলৈ নামি আহিল। ব্ৰহ্মাই চিপহৌ আৰু নিমাৰতী দুয়োকে ক'লে- তোমালোকে যুদ্ধত কোনেও কাকো পৰাস্ত কৰিব নোৱাৰাইঁক। কাৰণ তোমালোক দুয়োকে মই বৰ প্ৰদান কৰা আছে। ১৬৭৪॥

তোমালোকৰ কোনো জনেই কম নোহোৱা। তোমালোকে এতিয়া বুজা বুজিৰ মাজেৰে যুদ্ধ সম্বৰণ কৰাইঁক। এইদৰে যুদ্ধ কৰি থাকিলে অসংখ্য সৈন্যৰ মৃত্যুৰ বাহিৰে অন্য কোনো লাভ নহ'ব। তোমালোকে এতিয়া যুদ্ধ এৰি চেনেহ প্ৰীতিৰ বান্ধোনত আবদ্ধ হোৱাইঁক। ব্ৰহ্মাৰ কথামতে তেওঁলোকে সিমানতে যুদ্ধ কৰিবলৈ এৰি দিলে। ১৬৭৫॥

চিপহৌৱে এবছৰ কাল নিমাৰতীৰ ৰাজ্যত শান্তিৰে থাকি শেষত নিজ ৰাজ্যৰ অভিমুখে যাত্ৰা কৰিলে। চিপহৌৱে পুনৰ মেঘ দেৱতাক যুদ্ধলৈ আহ্বান কৰিলে। কিন্তু মেঘ দেৱতাৰ দুৱৰীয়ে ক'লে- আমাৰ ৰজা নদীত স্নান কৰাৰ অভিপ্ৰায়েৰে গৈছে। ১৬৭৬॥

চিপহৌলাক্কাৰ অনাহক যুদ্ধং দেহি মনোভাৱত মেঘ দেৱতাৰ প্ৰধান সেনাপতিৰ ভীষণ খং উঠিল। আৰু তেওঁ যুদ্ধৰ নিমিত্তে প্ৰস্তুত হ'ল। মেঘ দেৱতাৰ তিনিজন সেনা একেলগ হৈ শক্তিশালী বাণ নিক্ষেপ কৰি ৰাক্ষস সেনাক ব্যতিব্যস্ত কৰি পেলালে। চিপহৌৰ সেনাবিলাক পলায়ন কৰা দেখি চিপহৌৱে নিজেই যুদ্ধত জঁপিয়াই পৰিল। কিন্তু মেঘৰ তিনিওজন সেনা মেঘৰ আঁৰত লুকাই প'ল। ১৬৭৭॥

সিহঁতৰ প্ৰথম জনৰ নাম তুলানা, দ্বিতীয়জনৰ নাম পুংকাৱা, আৰু তৃতীয়জনৰ নাম হীলাযা। তিনিওজনে মেঘৰ আঁৰৰ পৰা বাণ নিক্ষেপ কৰিবলৈ ধৰিলে। চিপহৌৱে দেৱতাৰ তিনিজন সেনাক বিচাৰি তেওঁৰ ৰথ মেঘৰ মাজত সুমুৱাই দিলে। কিন্তু সেনা তিনিজনে মেঘৰ আঁৰৰ পৰাই চিপহৌৰ ওপৰত বাণ বৰিষণ কৰিবলৈ ধৰিলে। দেৱতাৰ বাণে চিপহৌক ক্ষত বিক্ষত কৰি মূৰ্চ্ছিত কৰি পেলালে। ১৬৭৮॥

ৰাক্ষস সেনাপতি পোহোত্তই এপাট তীক্ষ্ণবাণ নিক্ষেপ কৰিলে। তাকে দেখি দেৱকুমাৰে এপাট অমোঘ বাণ মাৰি পোহোত্তক অচেতন কৰি পেলালে। এইদৰে তিনিও দেৱকুমাৰে মৰ্ত্ত্যলোকলৈ নামি আহি তুমুল যুদ্ধ কৰিবলৈ ধৰিলে। তেনেতে চিপহৌ দৌৰি আহি তেওঁলোক তিনিওজনক পৰামাৰি ধৰিলে। তেতিয়া দেৱকুমাৰ তিনিজনে চিপহৌৰ গুণানুকীৰ্ত্তন কৰি চিপহৌৰ

ওচৰত ক্ষমা ভিক্ষা মাগিলে। ১৬৭৯॥

চিপহৌলাঙ্কাই আনন্দত বিভোৰ হৈ হা: হা: কৰি তিনিওজনকে মুক্তি দিলে - তোমালোকে এতিয়া নিজ ৰাজ্যত গৈ সুখে শান্তিৰে থাকাগৈহঁত। এই বুলি কৈয়েই চিপহৌ নিজ ৰাজ্যলৈ গুচি গ'ল। তেওঁ যাওঁতে বাটত এটা প্ৰকাণ্ড অট্টালিকা দেখিবলৈ পালে। অট্টালিকাৰ জেউতি চালে চকুৰোৱা। চিপহৌৱে পোহোত্তক সেই অট্টালিকাটো চাই আহিবলৈ ক'লে। পোহোত্তই চাই আহি জনালে যে অতি বিতুপন ভৱন। সেই অট্টালিকাত এজন বোকিসত্ত্বই ৰাজ কাজ কৰিছে। ১৬৮০॥

চিপহৌলাঙ্কাই অতৰ্কিতে গৈ বিতোপন প্ৰাসাদ টো সৈন্য সামন্ত সহ আক্ৰমণ কৰিলে। তেওঁ দুৱৰীক ক'লে মই লঙ্কেশ্বৰ আহিছো। তোমালোকৰ ৰজাৰ লগত যুদ্ধ কৰিবলৈ আহিছো। তোমালোকে এতিয়া সৈন্যসহ যুদ্ধৰ কাৰণে সাজু হোৱা। ১৬৮১॥

চিপহৌৰ কথা শুনি দুৱৰীয়ে ক'লে- আমাৰ ৰজালৈ স্বৰ্গ, মৰ্ত্ত্য আৰু পাতালৰ লোকেও ভয় কৰে। আনহে নালাগে আমাৰ ৰজাৰ নিৰ্দেশক্ৰমেহে সূৰ্য্য দেৱতায়ো অহা যোৱা কৰি থাকিব পাৰে। আমাৰ ৰজা পোলিকম্ফা নামেৰে জনাজাত। ১৬৮২॥

তেনেস্থলত আমাৰ ৰজাৰ আগত কোন কুটাহে ? আমি শুনি লজ্জাবোধহে কৰিছো। তেতিয়া চিপহৌৱে ক'লে- যদি সিমানেই পৰাক্ৰমী তেন্তে তেওঁৰ লগত যুদ্ধ দিহে যাম। গতিকে তুমি মোক দুৱাৰ এৰি দিয়া। ১৬৮৩॥

দ্বাৰ পালে পথ এৰি দিলে আৰু ক'লে- তুমি যোৱা যাক । কিন্তু আমাৰ ৰজাৰ লগত খুব সাৱধানে যুদ্ধ কৰিবা। আৰু আমাৰ পুৰুষ শ্ৰীৰ লগত সাৱধানেৰে কথা পাতিবা। অন্যথা ভীষণ লাজ অপমানৰ সন্মুখীন হ'ব লাগিব। গতিকে সাৱধানে কথা হ'বা। ১৬৮৪॥

ৰজাৰ নাম আছিল পোলিকম্ফা। দুৱৰীয়ে বাট এৰি দিলে। চিপহৌলাঙ্কা গৈ ৰজা পোলিকম্ফাৰ ওচৰ পালে। পোলিকম্ফাই ধীৰে স্থিৰে মাত লগালে। কোন তুমি ? কিয় মোৰ ওচৰলৈ আহিলা ? অতি সোনকালে কোৱা। চিপহৌৱে ক'লে- মই লঙ্কাৰ ৰজা। মই তোমাৰ লগত যুদ্ধ কৰিবলৈ আহিছো। চিপহৌৰ কথাত পোলিয়ে মাত লগালে-ব্ৰহ্মাই এই সংসাৰ সৃষ্টি কৰাৰ পৰাই কোনো দেৱ মনুষ্য ৰাক্ষস ইয়ালৈ অহা নাই। ১৬৮৫॥

কিন্তু তুমি আহি ইয়াত যুদ্ধৰ আহ্বান কৰা হেতুকে মই বিস্মিত হৈছো। এটা কথা, যি যুদ্ধ কৰাৰ মানুহেৰে আছে তেওঁ আৰু পুনৰ ঘূৰি যাব নোৱাৰে। এই নীতি পূৰ্বৰে পৰাই চলি আহিছে। চিপহৌৱে ক'লে- মই মৃত্যু ৰাজৰ লগতো যুদ্ধ কৰি আহিলো। তেওঁ মোক যাবিব নোৱাৰি কেৱল প্ৰশংসা কৰিহে পঠাইছে। ১৬৮৬॥

পোলিকম্ফাই ক'লে- মৃত্যুৰাজ নালাগে যেয়ে ইয়ালৈ আহক, ইয়াৰ পৰা ঘূৰি যাব নোৱাৰে।

এই বুলি কৈয়েই ৰজা অন্তৰ্ধান হ'ল। চিপহৌৱে পোলিকস্ফাৰ মহিমাকে বুজিব নোৱাৰিলে। ১৬৮৭ ॥

তেতিয়া চিপহৌৱে বাহিৰলে ওলাই আহি ইফালে সিফালে বিচাৰি নাপাই চিঞৰি উঠিল - তই মোৰ ভয়ত পলায়ন কৰিছ। কিন্তু কেনেবাকৈ তোক লগ পালে তোৰ প্ৰাণ শেষ কৰি দিম। ১৬৮৮ ॥

চিপহৌৰ কথা শুনি দেৱতাৰ ভীষণ খং উঠিল। তেওঁ ততালিকে মন্ত্ৰ জপ কৰি চিপহৌক বান্ধি পেলালে। চিপহৌৱে ইকাটি সিকাটি কৰিব নোৱাৰা হ'ল। দুৱাৰ মুখত থৰ লাগি বৈ থাকিব লগা হোৱাত চিপহৌৱে অস্বস্তি বোধ কৰিলে। ১৬৮৯ ॥

ৰাজপ্ৰাসাদৰ সাতশজনী লিগিৰীয়ে ভাত পানী খাই চুৱা পাত পেলাবৰ কাৰণে সেই ফালেদি চিপহৌৰ কাষেদি গৈছিল। সিহঁতক দেখি চিপহৌৱে দহখন মুখ মেলি হাওঁ হাওঁ কৰি ক'বলৈ ধৰিলে - মোৰ বৰ ভোক লাগিছে। মোক ভাত খাবলৈ দিয়া। ১৬৯০ ॥

লিগিৰী বিলাকেও চুৱাপাত আৰু ভাত বিলাক চিপহৌৰ সম্মুখত কুকুৰক দিয়াদি পেলাই দিলে। চুৱাপাত বিলাক চিপহৌৱে চেলেকি চেলেকি খালে। তাৰ পাছত তেওঁ লিগিৰী বিলাকক প্ৰেম ভিক্ষা কৰিলে। তেনেতে লিগিৰী বিলাকে তৰ্জন গৰ্জন কৰি ক'লে - চুৱাপাত চেলেকা অভদ্ৰ ৰাক্ষসৰাজ তই এইবিলাক কি কৰিব ধৰিছ ? ১৬৯১ ॥

ৰাক্ষসৰ ৰজা হৈ তোৰ অকনো কাণ্ডজ্ঞান নাই। তোক ইকাটি সিকাটি কৰিব নোৱাৰা কৰি জঠৰ কৰি ৰাখি থৈছে। তোৰ ইমানতো লাজ নাই। ৰাক্ষসৰ ভিতৰত তোৰ নিচিনা অধম পামৰ হয়তো বিৰল হ'ব। দেৱকুমাৰী বিলাকে অনেক গালি শপনি খাবি গুছি গ'ল। চিপহৌ লাজে অপমানে জৰ্জৰিত হৈ দুৱাৰ মুখতে জঠৰ হৈ পৰি থাকিল। ১৬৯২ ॥

অৱশেষত পাতালপুৰীৰ ৰজাই মন্ত্ৰ জপ কৰি চিপহৌক মুক্তি দিলে। আৰু বাহিৰলৈ খেদি পঠালে। পোলিকস্ফাৰ হাতৰ পৰা কোনোমতে মুক্তি পাই চিপহৌৱে পুনৰ ৰাক্ষস দলত মিলিত হ'লহি। তাৰ পাছত কোনো উপায় অৱলম্বন কৰাটোই আনন্দ উৎসাহেৰে ৰথত উঠি নিজ ৰাজ্যলৈ যাত্ৰা কৰিলে। ১৬৯৩ ॥

ইয়াৰ পিছত চিপহৌৱে সসৈন্যে মাণ্ঠাতা ৰাজ্যত প্ৰৱেশ কৰিলেগৈ। মাণ্ঠাতা ৰজাক চিপহৌৱে যুদ্ধৰ নিমিত্তে প্ৰস্তুত হ'বলৈ আহ্বান কৰিলে। ১৬৯৪ ॥

চিপহৌৰ কথা শুনি মাণ্ঠাতাই এটা প্ৰকাণ্ড শিল মাৰি চিপহৌৰ ৰথখন ভাঙি চুৰমাৰ কৰি পেলালে। চিপহৌ ৰথৰ পৰা চিটিকি বাগৰি পৰিল। কিন্তু চিপহৌৱে অগ্নিবাণ মাৰি মাণ্ঠাতাক বিব্ৰত কৰি পেলালে। মাণ্ঠাতাই ও সুস্থ হৈ এপাট বাণ চিপহৌলৈ নিক্ষেপ কৰিলে। ১৬৯৫ ॥

মাণ্ঠাতাৰ বাণৰ শব্দই আকাশ বতাহ নিনাদিত কৰি পেলালে। তেনেও কাৰো মটাৰ পৰা

নাই। তেওঁলোকৰ যুদ্ধ চাবলৈ দেৱতা বিলাক সদলবলে আহিছিল। ১৬৯৬॥

এই খবৰে ব্ৰহ্মপুৰী তোলপাৰ লগাই দিলে। ব্ৰহ্মা নামি আহি দুয়ো পক্ষকে সাৱধান কৰি দিলে- অযথা যুদ্ধ কৰি তোমালোকে দেৱতা আৰু ৰাক্ষসবিলাক নিহত কৰাৰ কি দৰকাৰ। আজি একেৰাহে দহমাহ যুদ্ধ কৰিও কোনেও কাকো পৰাজয় কৰিব পৰা নাই। কাৰণ তোমালোক দুয়োকে মই সমান বৰ দিয়া আছে। তোমালোকে যুদ্ধত কোনেও কাকো পৰাস্ত কৰিব নোৱাৰা। গতিকে তোমালোকৰ ভিতৰত এতিয়া বুজা বুজিৰ মাজেৰে মিত্ৰতা স্থাপন কৰাহঁক। ব্ৰহ্মাৰ নিৰ্দ্দেশমতে দুয়ো সিমানতে যুদ্ধ সম্বৰণ কৰি বন্ধুত্ব স্থাপন কৰিলে। ১৬৯৭॥

ইফালে চন্দ্ৰ দেৱতাই আকাশীমাৰ্গে পূৰ্ণ জ্যোতিৰে ৰথ চলাই গৈ আছিল। পূৰ্ণিমাৰ পূৰ্ণ স্নিগ্ধতা আছিল। চন্দ্ৰৰ আভা আৰু সৌন্দৰ্যত মোহিত হৈ চিপহৌৱে তেওঁক ধৰি লৈ নিজ দেশলৈ যোৱাৰ মানস কৰিলে। ১৬৯৮॥

পৃথিৱীৰ পৰা চন্দ্ৰৰ দূৰত্ব দুই লাখ যোজন। চন্দ্ৰক ধৰি মৰাটো সহজ্ৰপৰ নহয়। সমস্ত চৰাচৰত পোহৰ বিলাই চন্দ্ৰ দ্ৰুত গতিত গৈ আছে। শীতৰ প্ৰকোপ ক্ৰমান্বয়ে বাঢ়ি যাব ধৰিছে। ১৬৯৯॥

গতিকে ৰথত উঠি বিচৰণ কৰি থকা অৱস্থাত ৰাক্ষস বিলাকে প্ৰচণ্ড শীত অনুভৱ কৰিছিল। সেইকাৰণে তেওঁলোকে চন্দ্ৰৰ ওচৰত যোৱা বুলি সন্দেহ কৰিছিল। চিপহৌলাকাই আকাশত অগ্নি বাণ মাৰি জুই জ্বলাই দিলে। ১৭০০॥

ৰাক্ষস সেনাবিলাক জাৰত জঠৰ হৈ পৰিল। তেওঁলোকে তাপৰ আশ্ৰয় ল'লে। শেষত চিপহৌৱে চন্দ্ৰলৈ এপাট বাণ নিক্ষেপ কৰিলে। সেই বাণৰ প্ৰকোপত চন্দ্ৰ একেকোবেই গৈ ব্ৰহ্মপুৰী পালেগৈ। ১৭০১॥

ব্ৰহ্মাৰ ওচৰত গৈ চন্দ্ৰই আপত্তি দৰ্শালে যে মূৰ্খ চিপহৌলাকাই বাণ নিক্ষেপ কৰি মোৰ গন্তব্য পথত পতিৰোধ কৰিছে। গতিকে আপুনি ইয়াৰ এটা ব্যৱস্থা কৰিব লাগে। ১৭০২॥

ব্ৰহ্মাই তেতিয়া চিপহৌক ক'লে- তুমি চন্দ্ৰৰ ওপৰত বাণ বৰিষণ কিয় কৰিছা ? আকাশ লোকত থাকি পৱিত্ৰ স্নিগ্ধ কিৰণ বিলাবৰ কাৰণে মইহে আদেশ দিছো। তুমি বাণ মাৰি তাৰ প্ৰকাশ নিষ্পভ কিয় কৰিছা ? এই সংসাৰৰ পোহৰ একেবাৰে নাইকীয়া হৈ যাব। তোমাক মই সুখে শান্তিৰে থাকিবৰ নিমিত্তেহে বৰদান কৰিছিলো। ১৭০৩॥

যাহওঁক, তুমি চন্দ্ৰৰ ওপৰত কোনো অত্যাচাৰ নচলাবা। ব্ৰহ্মাৰ আদেশত চিপহৌৱে চন্দ্ৰক এৰি দিলে। তাৰ পিছত চিপহৌৱে ৰথ চলাই পশ্চিম দিশে গুচি গ'ল। গৈ গৈ এজনী সুন্দৰ কন্যা দেখা পালে। ১৭০৪॥

## অধ্যায়-৩২

দেৱতাজনৰ উচ্চতা বাৰ যোজন আৰু শকত পাঁচ যোজন। শৰীৰৰ আকাৰ পাহাৰ সদৃশ। চিপহৌৱে মাত লগালে- কোন তুমি ? ইয়াত কি কৰিছা? আহা মোৰ লগত যুদ্ধ কৰাহি। দেৱতাই তেতিয়া ক'লে-। ১৭০৫॥

ইমান দিনে মোক কোনেও সাহস কৰা নাই। মোৰ লগত যুদ্ধ কৰিবলৈ তোমাৰ এই সাহস ক'ৰপৰা হ'ল ? তোমাৰ অস্তিত্ব এতিয়াই শেষ হৈ যাব। দেৱতাজনৰ কথা শুনি চিপহৌৱে বাণ নিক্ষেপ কৰিলে। ১৭০৬॥

কিন্তু তাৰ বাণে দেৱতাৰ ওপৰত কোনো প্ৰভাৱ পেলাব নোৱাৰিলে। তেতিয়া চিপহৌৱে ভাবিলে এই বাণে যেতিয়া কোনো কাম কৰা নাই এওঁতো কম বীৰ নহয়। চিপহৌ কিছু সময় নীৰৱ হৈ ৰৈ গ'ল। দেৱতাজনে ক্ৰমে নিজৰ শৰীৰটো প্ৰকাণ্ড কৰি ল'লে। ১৭০৭॥

দেৱতাজনে ত্ৰিছকোটি দেৱকন্যা সৃষ্টি কৰি তাৰ মাজত সোমাই আমোদ প্ৰমোদ কৰিবলৈ ধৰিলে। সিহঁতৰ চকুবিলাক চন্দ্ৰ সূৰ্য্যৰ দৰে উজ্জ্বল আছিল আৰু গোটেই আকাশ পোহৰাই পেলাইছিল। শৰীৰৰ জ্যোতিৰে সকলোকে চমৎকাৰ কৰি তুলিছিল। এইদৰে থাকি দেৱতাজনে চিপহৌক বৰৰ পৰা থেকেচা মাৰি দিলে। লগে লগে দেৱতা অন্তৰ্ধান হৈ পাতাল পুৰী পালেগৈ। চিপহৌৱে অশেষ চেষ্টা কৰিও তেওঁৰ কোনো শুংসূত্ৰ নাপালে। ১৭০৮॥

চিপহৌৱে সাৰথিক সুধিলে- সি মোক অচেতন কৰি ক'লৈ পলাই গ'ল? সাৰথিয়ে ক'লে- আপোনাক অচেতন কৰি সি পাতাল পুৰীত গৈ পলাই আছে। ১৭০৯॥

চিপহৌৱে এইবাৰ অগণন সেনা লৈ পাতাল পুৰীত প্ৰৱেশ কৰিলেগৈ। কিন্তু পাতালপুৰীত গৈ চিপহৌৱে কাকো চিনি নোপোৱা হ'ল। চিপহৌৰ মনে মনে ভয় হ'ল পুলুকথা দেৱতাই তিনিকোটি সেনালৈ ৰাজপ্ৰাসাদত সুখে সন্তোষে জীৱন যাপন কৰিব ধৰিছে। ১৭১০॥

চিপহৌৱে গৈ ৰাজকাৰেঙত প্ৰৱেশ কৰিলে আৰু তৰ্জন গৰ্জন কৰি ক'লে- তুমি কোন দেৱতা, অতি সোনকালে মোক তোমাৰ পৰিচয় দিয়া। ১৭১১॥

দেৱতাই ক'লে - কি নিমিত্তে তোমাক মোৰ পৰিচয় দিব লাগে ? চিপহৌৱে ক'লে- তুমি নাজানানে কি যে মই এজন ব্ৰহ্মাৰ পৰা বৰ লাভ কৰা ৰজা ? মোৰ কোনো ভয় নাই। দেৱতাই ক'লে- মই পাতালপুৰীৰ বোধিসত্ত্ব সম বীৰ ৰজা। মই ৰাজ্যত মই ৰাজ ভোগ কৰি আছো। তুমি অমোঘ বৰ লাভ কৰিলেও মই ইচ্ছা কৰিলে তোমাৰ জীৱন এতিয়া নিপাত কৰি পেলাব পাৰো। ১৭১২॥

চিপহৌ তাৰ পৰা ওলাই আহি নিকাটো পৰ্বতত বিশ্ৰাম ল'লে। সন্ধ্যা হ'ল। পূৰ্ণিমাৰ সুনিৰ্মল আভাই সমস্ত ৰাজ্য তথা পৰ্বত মালা আলোকিত কৰি তুলিলে। ১৭১৩॥

গিৰি কন্যা ৰম্ভাই বিশুদ্ধ স্নিগ্ধ পোহৰ মালাৰ মাজত আনন্দ মনেৰে খেলি থকা অৱস্থাত চিপহৌৱে ৰম্ভা বুলি মাত লগালে। ১৭১৪॥

শেষত চিপহৌৱে তাইৰ হাতত খাপমাৰি ধৰি সুধিলে- তুমি ক'লৈ যোৱা? ১৭১৫॥

কোৱাচোন ৰম্ভা এনেদৰে অকলে বিচৰণ কৰি থকা ৰমণীক কোনো পুৰুষে লগ পালে এনেয়ে এৰি দিব বুলি তুমি ভাবানে বাৰু ? এতিয়া আমি দুয়ো এই স্নিগ্ধ শীতল পোহৰৰ মাজত ৰতিক্ৰীড়া কৰো আঁহা। এই বুলি চিপহৌৱে দেৱকন্যাক হাতত ধৰি গাৰ কাষলৈ টানি আনি বুকুৰ মাজত সাৱটি ধৰিব খুজিলে। ১৭১৬॥

ৰম্ভাই তেতিয়া বিনম্ৰ সুৰত ক'লে- আপুনি সম্বন্ধত মোৰ শহুৰ হয়। আপুনি মোক এৰি দিয়ক। আপুনি মোক এনে অশ্লীল ভাষাৰে ব্যৱহাৰ কৰিব কিয় বিচাৰিছে ? চিপহৌৱে তেতিয়া ক'লে- মোৰ যে বোৱাৰী বুলি কৈছা, জীয়ৰী বুলি ক'ব বিচাৰিছা মোক বুজাই ক'ব লাগে। তেতিয়া ৰম্ভাই ক'লে- আপোনাক মই বুজাই কৈছো আপুনি মোৰ হাত এৰি দিয়ক। ১৭১৭॥

মই চাতুমাহাৰ বোৱাৰী আৰু খ্ৰীনাইৰ পত্নী। চাতুমাহা আপোনাৰ পূৰ্বৰ কন্যাৰেক। গতিকে মই আপোনাৰ বোৱাৰী হ'লো। গতিকে আপুনি মোক এৰি দিয়ক। ১৭১৮॥

কেতিয়াবা আপোনাক মই সকলো কথা বুজাই কম। দেৱ কন্যাৰ কথা শুনি চিপহৌৱে হাঁহি হাঁহি ক'লে- কি বিলাক কথা ক'বলৈ লৈছা ? পুৰুষে কোনো নাৰীৰ হাতত ধৰি এৰি দিয়াটো একেবাৰে অস্বাভাৱিক কথা। তুমি নিজেই ভাবি চিন্তি চোৱাচোন। ১৭১৯॥

ইন্দ্ৰই গুৰু পত্নীক ধৰি কেতিয়াও এৰি দিয়া নাছিল। আজি ময়ো তোমাৰ হাতত ধৰিলো যেতিয়া এৰিবলৈ নাই। তুমি অহা জন্মত মোৰ বোৱাৰী হ'বা। চিপহৌৰ কথাত ৰম্ভাই ক'লে- মই আপোনাক অহা জন্মত আহি লগ ধৰিম। ১৭২০॥

ৰম্ভাৰ কথা শুনি চিপহৌৱে ক'লে- তুমি এই জন্মতে মোৰ বোৱাৰী বুলি ক'লা, আকৌ অহা জন্মতো বুলি কৈছা। এই বিলাক তুমি কি বকিছা ? ৰম্ভাই ক'লে- কোনো পুৰুষৰ প্ৰথম দৰ্শনতে ৰমণ কাৰ্যত প্ৰবিষ্ঠ হোৱাটো নাৰী ধৰ্ম নহয়। আমোদ প্ৰমোদ কৰাটো অস্বাভাৱিক আৰু অশোভনীয় কথা। ১৭২১॥

গতিকে যি নাৰীয়ে পৰপুৰুষৰ লগত এনে কাৰ্যত লিপ্ত হয় তেনে নাৰীৰ সততা, সতীত্বৰ অস্তিত্ব নাথাকে। সেই নাৰীয়ে আজীৱন তিল তিল কৰি বেয়া কৰ্মতো লিপ্ত হৈ হীন চৰিত্ৰ ৰূপত সংসাৰত পৰিগণিত হয়। স্বামীৰ আয়ুস কম হয়, আৰু তেওঁৰ জীৱন অকালত কৰা হয়। এনে নাৰীৰ জীৱনৰ কোনো মূল্য নাই। মোক এতিয়া এৰি দিয়ক। ৰজত পৰ্বতৰ থাকি আহি আপোনাৰ লগত কথা বাৰ্ত্তা পুনৰ পাতিম। ১৭২২॥

যদি আপুনি মোক এৰি নিদিয়ে তেন্তে মই মোৰ স্বামীক বিশ্বাসঘাতকতা কৰা হ'ব আৰু মই ৰৌ ৰৌ নৰকত পৰিব লাগিব। স্বামীয়ে তথা সংসাৰ বাসীয়ে মোক নিন্দা কৰিব আৰু কুদৃষ্টিৰে চাব। চিপহৌৱে তেতিয়া ক'লে- তুমি মোৰ আগত এই অৰ্থহীন কথাবোৰ কৈ লাভ নাই। তোমাক হাতে হাতে পাইছো যেতিয়া এৰা নহ'ব। ১৭২৩।।

মোৰ ভাগ্যত যি হয় হ'ব। কোনো বচাৰ উপায় নেদেখি ৰম্ভা নীৰৱ নিস্তব্ধ হৈ থিয় দি থাকিল। চিপহৌৱে ৰম্ভাৰ মনোভাৱ বুজি তাইক আকোৱালি আনি বুকুৰ মাজত সুমুৱাই ল'লে। ১৭২৪।।

নিজ ইচ্ছা আৰু হেপাহ পলুৱাই গোটেই ৰাতিটো ৰম্ভাৰ লগত আমোদ প্ৰমোদ কৰি কটালে। গোটেই ৰাতি ৰম্ভাক নিজ স্ত্ৰীৰ দৰে ব্যৱহাৰ কৰিলে। পৃথিৱীত সকলো নাৰী পুৰুষ কামনা বাসনাৰ দাস। ১৭২৫।।

পুৰুষে নাৰীক আৰু নাৰীয়ে পুৰুষক দেখি নিজ ধৰ্ম্ম, কৰ্ম্ম, আচাৰ নীতি পাহৰি কামনাৰ বশবৰ্তী হৈ অধৰ্ম্ম পাপ কৰ্ম্মত নিমগ্ন হয়। ১৭২৬।।

হে ৰাজন লামাঙ ! এই সংসাৰত সত্য ,পবিত্ৰ আৰু ধৰ্ম্ম কৰ্ম্মৰ ওপৰত একনিষ্ঠ ভাৱে লাগি থকা নৰ নাৰীৰ সংখ্যা বহুত কম। যি অসৎ কলুষিত কামত ব্যস্ত থাকে তেওঁ বিলাক নৰকগামী হয়। যি বিলাকে সত্য, সদাচাৰ, ধৰ্ম্ম,কৰ্ম্ম নীতি নিয়ম মানি চলে তেওঁ বিলাকৰ অক্ষয় কীৰ্তি যুগ যুগান্তৰে সকলোৰে মুখত বৈ বৈ থাকে। ১৭২৭।।

কিন্তু এনে সৎ আৰু সকলো ধৰ্ম্ম কৰ্ম্মৰ অধিকাৰী সৎ পুৰুষ এই সংসাৰত বিৰল। হে ৰাজন ! তুমি একাগ্ৰমনে মোৰ কথা বিলাক শুনি যাবা। যি বিলাক দেৱ মনুষ্যই সংসাৰত আহি বিভিন্ন পাপ কৰ্ম্মত লিপ্ত হয়, পৰজন্মত সিবিলাকে অনেক জ্বালা যন্ত্ৰণা আৰু দুখ কষ্ট ভোগ কৰিব লগাত পৰে। ১৭২৮।।

এইদৰে ৰম্ভা চিপহৌলাকৰ পাশৰ পৰা গৈ নিজ স্বামীৰ ওচৰ পালে। পৃথিৱীৰ সমস্ত ৰাজ্যতে মই বিচৰণ কৰিলো কিন্তু ইমান দুষ্ট পাষণ্ড চিপহৌৰ নিচিনা ক'তো লগ পোৱা নাই বুলি কান্দি কান্দি সকলো ঘটনা ৰম্ভাই স্বামীৰ আগত বিৱৰি ক'লে। ১৭২৯।।

আজি ৰাতি স্নিগ্ধ সুবিমল প্ৰকাশৰ মাজে মাজে ঘূৰি ফুৰোতে চিপহৌৱে মোক বিছনাৰ হাত আৰু বিষ্ঠুৰ চকুৰে মোক ধৰি মোৰ সতীত্ব আৰু সত্যতা বিনাশ কৰি পেলালে। কোনো দেৱ মনুষ্য সেই পাষণ্ডৰ হাতৰ পৰা সাৰি যাব পৰা নাই। আমি হ'লো অবলা নাৰী, গতিকে কি উপায়েৰে তাৰ হাতৰ পৰা সাৰি আহিব পাৰো ? ১৭৩০।।

পত্নীৰ বিনম্ৰ সুৰত কোৱা কথাখিনি স্ত্ৰীনাইয়ে ভাবি চিন্তি চালে। তেওঁ ক'লে- তোমাৰ

গাত কোনো দোষ নাই। মই একান্তমনে অধিষ্ঠান কৰি পৃথিৱীত পানী ঢালি তাক মই অভিশাপ দিম। ১৭৩১॥

শ্ৰীনাইয়ে হাতত লোটালৈ বসুমতীৰ গাত পানী ঢালি ক'লে- চিপহৌৱে আচলতে বলপূৰ্বক মোৰ পত্নীক সতীত্ব হৰণ কৰিছে। গতিকে তাৰ শিৰ ছিগি মাটিত পৰক। ১৭৩২॥

শ্ৰীনাইয়ে বসুমতীক সাক্ষী কৰি চিপহৌক অভিশাপ দিলে। সেই হেতুকে বোধিসত্ত্বৰ হাতত চিপহৌৰ শিৰচ্ছেদ হ'ল। আৰু সি এতিয়া নৰক যাত্ৰণা ভোগ কৰি আছে। তাৰ আৰু কোনো মতেই কল্যাণ নহ'ব। ১৭৩৩॥

ঋষিয়ে ক'ব ধৰিলে- ইয়াৰ পিছত চিপহৌৱে ব্ৰহ্মাক এৰি বিকাণ্ঠো পৰ্বত পালেগৈ। নামাঙৰ অনুৰোধক্ৰমে ঋষিয়ে আৰু ক'লে-। ১৭৩৪॥

তেন্তে তুমি একান্তমনে শুনা, ৰাজন। চিপহৌৱে ব্ৰহ্মাক এৰি বিকাণ্ঠো পৰ্বত পালেগৈ। তাৰ পিছত আকাশী মাৰ্গেৰে যাত্ৰা কৰিলে। ১৭৩৫॥

চিপহৌলাঙাই যেতিয়া আকাশ মাৰ্গত বিচৰণ কৰি ফুৰিছিল তেতিয়া দেৱতাবিলাক একত্ৰিত হৈ চিপহৌৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ ওলাল। দেৱতাৰ সৈন্যৰ সংখ্যা তিনি কোটি আছিল। ১৭৩৬॥

তেওঁ বিলাকে সশস্ত্ৰে আহি চিপহৌক আক্ৰমণ কৰিলে। চিপহৌৱে তেনে অৱস্থাত অগ্নি বাণ মাৰি সমস্ত আকাশ বতাহ ধূঁৱলি কুঁৱলী কৰি পেলালে। তাকে দেখি দেৱতাবিলাক যেনি তেনি পলাই পত্ৰং দিবলৈ ধৰিলে। শেষত চিপহৌৰ ওচৰত তিষ্ঠিব নোৱাৰি তেওঁৰ গুণ গান গাই দেৱগণে নিজ কন্যাক চিপহৌক দান কৰিলে। চিপহৌৱে দেৱকন্যা আৰু দেৱতাৰ মুখত তেওঁৰ প্ৰশংসাৰ বাণী শুনি খুব আনন্দ পালে। ১৭৩৭॥

কিন্তু দেৱকন্যাবিলাকক বলপূৰ্বক ৰমণ কৰিব নোৱাৰিলে। কাৰণ চিপহৌলাঙাই শ্ৰীনাইৰ পৰা অভিশাপ পাই থকা হেতুকে এনে কৰ্মত প্ৰবিষ্ট হ'ব নোৱাৰিলে। যি বিলাক ৰমণীয়ে স্বইচ্ছাৰে সম্মত হয় সেই বিলাককহে চিপহৌৱে ৰমণ কৰিব পাৰিছিল। যি বিলাক সম্মত নহৈছিল সেই বিলাকক সি উদ্যানত ৰাখি থৈছিল। কিন্তু ৰাক্ষসীবিলাকে অনেক ধাৰী ধমকি ভয় দেখুৱাই দেৱকন্যাবিলাকক ৰাজি কৰাইছিল। ১৭৩৮॥

এইদৰে চিপহৌৱে এপবছৰ কাল দেশে বিদেশে যুদ্ধ বিগ্ৰহ কৰি বিচৰণ কৰি ফুৰিছিল। তাৰ পিছত চিপহৌৱে এক অযুত সাত হাজাৰ দেৱকন্যাৰ লগত সহবাস কৰি নিজ ৰাজ্যত আমোদ প্ৰমোদত কটালে। ১৭৩৯॥

শিকিহনাই চিপহৌক ক'লে- দাদা! আপুনি বাহিৰত ঘূৰি ফুৰা অৱস্থাত [illegible] [illegible] আমাৰ ভনী কুংকান নোচিক হৰণ কৰি [illegible] [illegible]। ১৭৪০॥

পিফিছানাৰ কথা শুনি চিপহৌলাক্কাই গৰগৰাই উঠিল- তোমালোক মূৰ্খ কেইটাই কাপুৰুষৰ দৰে কি কৰি আছিলাহঁক ? মোহোত্তৎ, মেখনাত, আৰু তুমি থাকোতে কি সাহসেৰে ভনী জনীক নিব পাৰে ? ১৭৪১ ||

বাৰু এতিয়া মই ত্ৰেতাযক্ষক বিচাৰি যাওঁ। তাবৎতিংস স্বৰ্গৰাজ্যত দেৱতাবিলাকে ধৰ্ম্ম সভা পাতিছে। মই তালৈকো মোৰ দুৰ্জ্জয় অভিযান চলাম। এই বুলি কৈয়েই চিপহৌৱে পুতেক মেখনাতক মাতিলে। ১৭৪২ ||

পিফিছানাই ক'লে- মেখনাত বৰ্ত্তমান ৰাজ্যত নাই। তেওঁ সৈন্য সামন্ত আৰু পুৰোহিত বৰ্গক লৈ অৰণ্যৰ মাজত অগ্নি জ্বলাই কঠোৰ ব্ৰত তপস্যা কৰি আছে। ১৭৪৩||

তেওঁ যোৱা প্ৰায় চৌদ্ধবছৰ হৈছে। তেওঁ ঘূৰি অহাৰ সময় প্ৰায় উপস্থিত হৈছে। চিপহৌৱে ক'লে- সমস্ত ত্ৰিভুবন মই চলাথ কৰিলো তথাপি ক'তো কোনেও মোৰ সম্মুখত টিকিব নোৱাৰিলে। ১৭৪৪ ||

মই ত্ৰিভুবন বিজয়ী বীৰ ৰজা। মই থাঁকোতে মেখনাতে পুনৰ অৰণ্যৰ মাজত সোমাই অগ্নি জ্বলাই কঠোৰ ব্ৰত সাধনা কৰাৰ অভিপ্ৰায় কি ? তেওঁনো আকৌ কিহৰ বৰ বিচাৰিছে ? তাবৎতিংস স্বৰ্গৰাজ্যত দেৱতাবিলাকে মহা-সম্মিলনৰ আয়োজন কৰিছে। মই এতিয়া তাতগৈ দেৱতাবিলাকক পৰাজয় কৰি মনৰ কামনা পূৰ্ণ কৰিব লাগে। এতিয়া আমাৰ কৰ্ত্তব্য হ'ল স্বৰ্গৰাজ্যৰ ফালে যুদ্ধ যাত্ৰা কৰাটো। ১৭৪৫ ||

তেওঁলোকে এইদৰে আলোচনা কৰি থকা অৱস্থাতে মেখনাত আহি উপস্থিত হ'লহি। পুত্ৰক দেখি চিপহৌৱে সুধিলে- তুমিনো কিহৰ সাধনা কৰিছা আৰু কি বৰ লাভ কৰিব বিচাৰিছা ? মেখনাতে উত্তৰ দিলে- বৰ্ত্তমান মই সকলো প্ৰকাৰৰ বৰ লাভ কৰিছো। এতিয়া মই এনে এটা বৰ বিচাৰিছো যাৰ প্ৰভাৱত মই মেঘৰ আঁৰত থাকি যাতে যুদ্ধ কৰি থাকোতে মোক কোনেও নেদেখে। ১৭৪৬ ||

মোক সেইজন ব্যক্তিয়েহে দেখা পাব যি জনে একাদিক্ৰমে চৌদ্ধবছৰ অনাহাৰে, অনিদ্ৰাই, বিনা নাৰী দৰ্শনে ব্ৰতে উপবাসে থাকিব। এনে ধৰণৰ বৰ মই লাভ কৰিছো। ১৭৪৭ ||

মেখনাতৰ বক্তব্য শেষ হোৱাৰ পিছত চিপহৌৱে মেখনাতক ক'লে- এতিয়া আমি স্বৰ্গৰাজ্যলৈ যাত্ৰা কৰিমহঁক। তেনেতে কুম্ভকানৰো যুদ্ধৰ নিমিত্তে আথা টৌপনিৰ পৰা উঠিল। আৰু মেখনাতো অস্ত্ৰ শস্ত্ৰ লৈ যুদ্ধৰ নিমিত্তে প্ৰস্তুত হ'ল। ১৭৪৮ ||

অসংখ্য সেনাই হাতত দা, যাঠি, শেল আদি লৈ যুদ্ধৰ বেশেৰে ওলাই গ'ল। লগত ৰথ, হাতী, ঘোঁৰা আদিৰে সৈন্যবিলাক যুদ্ধ ক্ষেত্ৰলৈ ওলাল। ১৭৪৯ ||

কিছুমানে ঢোল, পেঁপা, বাঁহী, বীন আদি বাদ্যলৈ নাচি বাগি ওলাই আহিল। এইদৰে কৰ্ণবাজ্যৰ যুদ্ধৰ অভিযানত ছয় কোটি সেনাই বিপুল উৎসাহেৰে যাত্ৰা কৰিলে। ১৭৫০॥

আকাশ পাতাল নিনাদিত কৰি সকলো ৰাক্ষসে প্ৰথমতে মুখুলা ৰাজ্যত প্ৰৱেশ কৰিলে। ১৭৫১॥

চিপহৌৰ সৈন্যবিলাকে গৈ ত্ৰেতাযক্ষৰ ঘৰৰ চাৰিওকালে ঘেৰাও কৰিলে। কুম্ভকান নোচি তেতিয়া চোতালত বহি আছিল। চিপহৌৱে কুম্ভকাননোচিক সুধিলে- তোৰ স্বামী ক'ত আছে ? আজি তাক ধৰি তাৰ মাথা কাটি পেলাম। মোৰ অনুপস্থিতিত সি এনে গৰ্হিত কাম কিয় কৰিলে ? ১৭৫২॥

সেইদিনা কিবা প্ৰকাৰে যদি মই থাকিলোহেঁতেন তেন্তে তাৰ জীৱন নি:শেষ কৰিলোহেঁতেন। কুম্ভকাননোচিয়ে ককায়েকৰ কথা শুনি হাঁহি হাঁহি ক'লে- ত্ৰেতাযক্ষই আপোনাৰ আগমনৰ কথা শুনি পলাই গ'ল। ১৭৫৩॥

মোৰ বাইদেউ ছুপানাথাক আপুনি বিয়া দিলে, আপুনি ইচ্ছা কৰিলে তেওঁকো কাটিব পাৰে। আৰু মোকো। অন্যহাতেদি হাজাৰ হাজাৰ ৰমণী আনি আপুনি আপোনাৰ ৰাজপ্ৰাসাদত ৰাখি নিজ ইচ্ছা পূৰাই সুখে সন্তোষেৰে আছে। ১৭৫৪॥

ত্ৰেতাই আপোনাৰ পৰাক্ৰমৰ মহিমা শুনিয়েই পলাই গ'ল। এতিয়া আপুনি মোক কাৰ লগত বিবাহ দিব বিচাৰে দিয়ক। অসুৰৰ কন্যা মুক্তাবালীকো অসুৰে আপোনক বিয়া দিলে। গতিকে আপুনি এতিয়া কিমান সুখী। ১৭৫৫॥

কুম্ভকাননোচিৰ কথা শুনি চিপহৌৱে দহখন মুখ খুলি হাঁ হাঁ কৰি হাঁহি ক'লে- মই বৈনাইক বাক হত্যা নকৰো। তইঁত সুখে শান্তিৰে থাক। মই এতিয়া তাৱৎতিংস ৰাজ্যত অনুষ্ঠিত মহাসন্মিলনত গৈ দেৱতাবিলাকক পৰাস্ত কৰিবলৈ যাওঁ। মোৰ লগত এতিয়া বৈনায়ো যাব লাগে। এই বুলি কোৰাত কুম্ভকাননোচি ভিতৰ সোমাই গ'ল। ১৭৫৬॥

ভিতৰত গৈ কুম্ভকাননোচিয়ে সিবিয়েকক অনোৱাত ত্ৰেতাই সুধিলে- বাহিৰত ইমান হুলস্থুল কিয় ? তেতিয়া গোটেই কাহিনী কুম্ভকাননোচিয়ে অৱগত কৰিলে। তেওঁ ক'লে- তুমি মোক ৰাতি চুৰি কৰি অনা হেতুকে মোৰ দাদা চিপহৌৱে খংপাই তোমাক বিচাৰি আহিছে। ১৭৫৭॥

বৰ্তমান সৈন্য সামন্তই আমাৰ ঘৰ বেৰি আছে। পত্নীৰ মুখৰ পৰা এই কথা শুনি ত্ৰেতাই হাতত তৰোৱাল লৈ সিহঁতৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ উদ্যত হ'ল। ১৭৫৮॥

কুম্ভকাননোচিয়ে ক'লে- হেৰা তুমি চিপহৌৰ লগত যুদ্ধ কৰি কেতিয়াও জিকিব নোৱাৰা। কাৰণ তেওঁ ব্ৰহ্মাৰ পৰা অমোঘ বৰ লাভ কৰি আছে। তেওঁ বিন্দুকণত সিদ্ধিলাভ কৰি আছে। যদি

তোমাৰ বিষয়ে সকলো কথা বুজাই কোৱাত তেওঁৰ মনত এতিয়া তোমাৰ প্ৰতি সৎ ভাৱৰ উদয় হৈছে। মোক যে তুমি হৰণ কৰি আনিলা সেই নিমিত্তে তুমি তেওঁৰ ওচৰত দোষী হ'লা। সেই নিমিত্তে তেওঁ তোমাক শাস্তি বিহিবলৈ হে আহিছিল। ১৭৫৯ ॥

এতিয়া তোমাৰ ওপৰত তেওঁৰ কোনো বেয়া ভাব নাই। এতিয়া স্বৰ্গৰাজ্য দিগ্বিজয়ৰ কাৰণে তেওঁ যাব। গতিকে লগত তোমাকো যোৱাৰ কথা কৈছে। পত্নীৰ মুখত জেঠেৰীয়েকৰ সৎ ভাৱ জাগি উঠাত তেঁৱো আনন্দ মনেৰে হাতত তৰোৱাল লৈ চিপহৌৰ লগত ওলাল। ১৭৬০ ॥

ত্ৰেতা যক্ষক দেখা পোৱাৰ লগে লগে চিপহৌৱে ক'লে- তুমি মোক ঘোৰ অপমান কৰিছা। ত্ৰিভুৱনৰ সকলোৱেই মোলৈ ভয় কৰে আৰু মোক সম্মান কৰে। কিন্তু তুমি সকলো আওকাণ কৰি মোৰ ভনী কুমফানচোচিক বলপূৰ্বক হৰণ কৰি আনিছা। এতিয়া তুমি তোমাৰ শক্তিৰ পৰীক্ষা দি দেখুৱা। ১৭৬১ ॥

ত্ৰেতাই তেতিয়া ক'লে- আপোনাৰ লগত যুদ্ধ কৰি কোনোমতে ৰক্ষা নহ'ব। কাৰো ক্ষমতা নাই। আপুনি ইচ্ছা কৰিলে মোক বধ কৰিব পাৰে। ত্ৰেতাৰ কথা শুনি চিপহৌ ৰথৰ পৰা নামি আহি তেওঁৰ হাতত ধৰিলে। ১৭৬২ ॥

ত্ৰেতাই চিপহৌক আদৰেৰে নি সিংহাসনত বহুৱালে। আদৰ অভ্যৰ্থনাৰে ভোজন কৰালে। ভোজনৰ শেষত তাৱৎতিংস ৰাজ্য আক্ৰমণৰ অৰ্থে গ'ল। চিপহৌৱে ক'লে- দেৱতা বিলাকক পৰাস্ত কৰি আমাৰ পদদলিত কৰিব লাগে। ১৭৬৩ ॥

এতিয়া তুমি সু-সজ্জিত হৈ ওলোৱা। ইন্দ্ৰক পৰাস্ত কৰি আমাৰ অভিলাষা পূৰণ কৰিব লাগে। তেতিয়া ত্ৰেতাই ক'লে- আজি ৰাতিটো ইয়াতে বিশ্ৰাম কৰক। ১৭৬৪ ॥

চিপহৌৱে ক'লে- আজি যুদ্ধ যাত্ৰা নকৰিলে মোৰ ভাই কুম্ভকানৰ্ণ পুনৰ নিদ্ৰা যাব। তেওঁৰ দৰে বীৰ পৃথিৱীত বিৰল। তেওঁক কোনেও পৰাস্ত কৰিব নোৱাৰে। গতিকে আমি আজিয়েই যুদ্ধ যাত্ৰা কৰিব লাগিব। ১৭৬৫ ॥

চিপহৌৰ আদেশক্ৰমে ত্ৰেতাই নিজ সৈন্য সামন্ত বিলাক সু-সজ্জিত কৰি যুদ্ধ ক্ষেত্ৰলৈ দলে বলে ওলাল। ৰাক্ষস বিলাকে স্বৰ্গ পাই চাৰিওফালে ৰাজ্য ঘেৰি ল'লে। ১৭৬৬ ॥

দেৱতাবিলাকে কোনো অভাৱ অভিযোগৰ সন্মুখীন নহৈ বিধাত আনন্দ উল্লাসেৰে কাল কটাইছিল। ইন্দ্ৰদেৱতাই চাৰিসবাৰী ৰাণীৰ লগত বিশেষ ভোগ বিলাসত জীৱন কটাইছিল। ১৬৬৭ ॥

স্বৰ্গৰাজ্যৰ চাৰিওফালে যে ৰাক্ষসসেনাবিলাকে আগুৰি ধৰিলেহি সেই কথা দেৱতাবিলাকে অনুভৱকে কৰিব পৰা নাছিল। প্ৰভাত হোৱাৰ লগে লগে দেৱতাবিলাকে চিঞৰ বাখৰ কৰিবলৈ ধৰিলে। ১৭৬৮ ॥

কোলাহল শুনি দেৱৰাজ ইন্দ্ৰই তুষিত ৰাজ্যত থকা বোধিসত্ত্বৰ ওচৰ পালে। ইন্দ্ৰই ক'লে- হে মাৰীচ ! আমাৰ ৰাজ্যৰ চাৰিওফালে চিপহৌলাক্ষৰ সেনাবিলাকে আক্ৰমণৰ অভিপ্ৰায়েৰে ঘেৰি ধৰিছে। ১৭৬৯॥

আপুনি দেৱতাবিলাকৰ মঙ্গলৰ হেতু চিপহৌক বধ কৰি ৰাক্ষসবিলাকক ইয়াৰ পৰা খেদি পঠাব লাগে। দেৱৰাজৰ কথাত বোধিসত্ত্বই ক'লে-। ১৭৭০॥

হে দেবেন্দ্ৰ ! ৰাক্ষস ৰাজক বধ কৰাটো সহজ নহয়। যুগ যুগ ধৰি যুদ্ধ কৰিলেও তেওঁক বিনাশ কৰা সম্ভৱ নহব। কাৰণ তেওঁ ব্ৰহ্মাৰ পৰা অমৰণ বৰ লাভ কৰিছে। যেতিয়া মই মনুষ্যলোকত নিবাস কৰিম তেতিয়া তাক সবংশে ধ্বংস কৰিম। ১৭৭১॥

এতিয়া দেৱতাবিলাকক লগত লৈ ৰাক্ষস বিলাকক ইয়াৰ পৰা খেদি পঠাব লাগে। বোধিসত্ত্বৰ কথাত ইন্দ্ৰই দেৱতাবিলাকক আদেশ দিলে। ৰাক্ষস বিলাকক খেদিবৰ অৰ্থে চাতুৰ্মাহা, কুবেৰ, গন্ধৰ্ব, নাগ, বৰুণ, পৱন আদি দেৱতা বিলাক দলে বলে ওলাই আহিল। ১৭৭২॥

যমৰাজো আহি উপস্থিত হ'ল। চন্দ্ৰ, সূৰ্য্য আদি দেৱতায়ো ইন্দ্ৰক সহায় কৰিলে। ৰাক্ষস আৰু দেৱতাৰ মাজত তুমুল যুদ্ধ হ'ল। দিনে ৰাতিয়ে অবিৰাম যুদ্ধ চলিল। ১৭৭৩॥

শিল, পাথৰ আদি মাৰি পৰস্পৰে পৰস্পৰক থাবাথায়ী কৰিবলৈ ধৰিলে। কিছুমানে তৰোৱাল আৰু যাঠিৰ সহায়েৰে প্ৰচণ্ড যুদ্ধ কৰিবলৈ ধৰিলে। ১৭৭৪॥

ধেনুকাঁড় মাৰি দেৱতাই ৰাক্ষসবিলাকক বধ কৰিবলৈ ধৰিলে। দেৱতাই বজ্ৰপাত মাৰি, মৰা মৰি খেদাখেদি কৰাত তৎ মৎ নাপাই ৰাক্ষস বিলাক পলাবলৈ ধৰিলে। ১৭৭৫॥

ৰাক্ষস বিলাকে হাতত দা, যাঠি লৈ শেল আৰু বাণ মাৰি সকলো দেৱতাক থাবাথায়ী কৰিব ধৰিলে। দেৱতাৰ সৰ্বশৰীৰ তেজেৰে ৰাঙলী হ'ল। হাতী, ঘোঁৰাৰ চিঞৰে আকাশ বতাহ নিনাদিত কৰিলে। ১৭৭৬॥

কোনো পক্ষৰ সেনাৰ পৰাক্ৰম কম নাছিল। মৰামৰি আৰু কটাকটিত ৰণথলীত তেজৰ নদী বৈ গৈছিল। ১৭৭৭॥

দেৱৰাজ ইন্দ্ৰই ক'লে- হে ৰাক্ষস ৰাজ ! এতিয়া আমি প্ৰত্যেকেই ধনুৰ বাণেৰে যুদ্ধ কৰিম। ইন্দ্ৰৰ কথাত চিপহৌৱে অট্টহাস্য কৰি ক'লে- তোমালোকে মোক কি উপায়েৰে বধ কৰিবাহঁক। ১৭৭৮॥

মাতাতা, বৰুণ, নাগ, চন্দ্ৰ, সূৰ্য্য, চাতুৰ্মাহা, গন্ধৰ্ব, কুবেৰ, পৱন আদি দেৱতাই মোৰ লগত তিষ্ঠিব নোৱাৰি পলায়ন কৰিছে, এতিয়া তোমালোকে মোৰ বিপক্ষে যুদ্ধ কৰি কি লাভ হ'ব? ১৭৭৯॥

মোৰ তীক্ষ্ণবাণৰ সম্মুখত তোমালোকে কি উপায়েৰে সাৰি যাবা ? স্বয়ং যমৰাজো মোৰ ওচৰত হাৰ মানি গৈছে। মই ত্ৰিভুবন জয় কৰিছো। চিপহৌৱে নিজৰ প্ৰশংসা আৰু অহঙ্কাৰত মত্ত হৈ থকা অৱস্থাত দেৱৰাজে ব্ৰহ্মঅস্ত্ৰ নিক্ষেপ কৰি চিপহৌৰ দহোটা মূৰ মাটিত বহাই পেলালে। ১৭৮০॥

চিপহৌৰ এনে অৱস্থা দেখি দেৱতাবিলাকে হাত চাপৰি মাৰি খিকিন্দালি মাৰি হাঁহিবলৈ ধৰিলে। কিন্তু ব্ৰহ্মাৰ পৰা বৰ লাভ কৰি থকা হেতুকে পুনৰ চিপহৌৰ দহোটা মূৰ জোৰা লাগি গ'ল। শেষত অস্ত্ৰ প্ৰহাৰ কৰি দেৱতা বিলাকক চিপহৌৱে থকা সৰকা কৰিলে। তাকে দেখি চিপহৌৱে হাঁহিব ধৰিলে। ১৭৮১॥

মৃত্যুৰাজে ক'লে- ৰজাই অনুমতি দিয়াহ'লে তোমাক কেতিয়াবাই নি:শেষ কৰিলোহেঁতেন। আজি লগ পাইছো যেতিয়া কোনোপধ্যে তোমাৰ নিস্তাৰ নহ'ব। ১৭৮২॥

ব্ৰহ্মাৰ পৰা বৰ লাভ কৰি থকা হেতুকে তুমি বাচি যাব পাৰিছা। এনেও তুমি এদিন বোধিসত্ত্বৰ হাতত নিধন হ'ব লাগিব। আৰু মোৰ যমপুৰীত তুমি আলহী হৈ যন্ত্ৰণা ভোগ কৰি থাকিব লাগিব। ১৭৮৩॥

মৃত্যুৰাজৰ কথা শুনি কুম্ভকানখাঁই মুখ মেলি হাওঁ হোৱনি মাৰি খেদি গ'ল। তাকে দেখি মৃত্যুৰাজে তাৰপৰা তুৰন্তে পলায়ন কৰিলে। ১৭৮৪॥

পৱন দেৱতাই আহি ধুমুহাৰ সৃষ্টি কৰিলে। ধুমুহাৰ কৰাল গ্ৰাসত পৰি ৰাক্ষসৰ বহুত সংখ্যক খিতাতে নিহত হ'ল। কিছুমানে মাটিত দীঘল দি পৰি নিজকে ৰক্ষা কৰিলে। ১৭৮৫॥

পৱন দেৱতাৰ কাৰ্যত কুম্ভকানখাঁই উত্তেজিত হৈ পৱনক খেদি গ'ল। পৱনে কোনো উপায় নাপাই পলায়ন কৰিলে। ১৭৮৬॥

ইফালে মেঘ দেৱতাই দোপাল পিটা বৰষুণৰ সৃষ্টি কৰিলে। যাৰ পৰিণামস্বৰূপে ৰাক্ষস সেনাবিলাকে বিব্ৰত হৈ যেনিয়ে তেনিয়ে পলাই পত্ৰং দিলে। ১৭৮৭॥

চিপহৌলাকাই অগ্নিবাণ নিক্ষেপ কৰিলে যদিও মেঘ দেৱতাৰ প্ৰভাৱত তাৰ প্ৰভাৱ একো নপৰিল। বৰং বৰষুণৰ প্ৰভাৱত সেই বাণ নিৰ্বাপিত হৈ গ'ল। ১৭৮৮॥

চিপহৌৱে ব্ৰহ্মঅস্ত্ৰ মাৰি বৰুণ দেৱতাক খেদি পঠালে। কিন্তু দেৱৰাজ ইন্দ্ৰৰ পুত্ৰ জয়ন্তই মেঘনাদৰ লগত যুদ্ধ কৰি অনেক বাণ ৰাক্ষসলৈ নিক্ষেপ কৰিলে। ১[illegible]॥

জয়ন্তই মেঘনাদক কোনোমতে দেখা নাপালে। মেঘনাদে মেঘৰ [illegible] পৰাই বাণ মাৰিবলৈ ধৰিলে। সেই বাণৰ আঘাতত জয়ন্তই কোনো উপায় নাপাই পাতাল পুৰীলৈ পলাই গ'ল। পাতাল পুৰীত গৈ ককাকৰ ওচৰত গৈ বিশ্ৰাম ল'লেগৈ। ১৭৯০॥

ককাকৰ নাম পোলোনা আছিল। ৰাণীৰ নাম তানোপা। তেওঁবিলাক ইন্দ্ৰ পত্নী সুজাতাৰ মাক বাপেক আছিল। ইফালে দেৱতাবিলাকে জয়ন্তক বিচাৰি নাপাই দেৱৰাজক খবৰ দিলে। ১৭৯১ ॥

জয়ন্তৰ নিৰুদ্দেশত সুষামা, সুজাতা, সুনন্দা আৰু সুচিত্ৰা আদিয়ে বেজাৰ কৰিবলৈ ধৰিলে। বিমানৰ দেৱকন্যা বিলাকো জয়ন্তৰ শোকত বিহ্বল হ'ল। ১৭৯২ ॥

যমৰাজে ক'লে- জয়ন্তৰ মৃত্যু হোৱা নাই। জয়ন্ত গৈ পাতালপুৰীৰ ককাক বুঢ়ীমাকৰ তাত বিশ্ৰাম লৈ আছেগৈ। জয়ন্ত পাতাল পুৰীত সুখে শান্তিৰে বিশ্ৰাম লৈ থকা বুলি জানি সকলোৱেই আনন্দ পালে। ১৭৯৩ ॥

চিপহৌক কোনো প্ৰকাৰে পৰাজয় কৰিব নোৱাৰি দেৱৰাজ ইন্দ্ৰ একেকোবে চণ্ডী দেৱীৰ ওচৰলৈ গ'ল। তেওঁ ক'লে- হে স্বৰ্গৰ ত্ৰাণ কাৰিণী, চিপহৌলাঙ্কাই অসংখ্য সেনাবাহিনী লৈ আমাৰ ৰাজ্য আক্ৰমণ কৰিছেহি। গতিকে আপুনি তেওঁবিলাকক খেদাই আমাৰ মাজত শান্তি প্ৰতিষ্ঠা কৰক। ১৭৯৪ ॥

পুৰন্দৰৰ কথা শুনি চণ্ডীদেৱীয়ে নবৈৰ কোটি যোগিনী লৈ যুদ্ধ ক্ষেত্ৰত অৱতীৰ্ণ হ'ল। চণ্ডীদেৱীৰ আদেশক্ৰমে গছ উভালি ৰাক্ষসবিলাকক মাৰিবলৈ ক'লে। ১৭৯৫ ॥

যোগিনীবিলাকে এশ এশ কৰি ৰাক্ষস বিলাক একালৰ পৰা খাই শেষ কৰি যাবলৈ ধৰিলে। ৰণ ভূমি শোণিতৰ ধাৰাত পৰিণত হ'ল। ৰাক্ষস সেনা বিলাকে চণ্ডীদেৱীৰ আগত তিষ্ঠিব নোৱাৰি যেনি তেনি পলাবলৈ ধৰিলে। ১৭৯৬ ॥

চণ্ডীদেৱীয়ে সৃষ্টি কৰা প্ৰচণ্ড বিভীষিকাই চিপহৌৰ মনত ভয়ৰ সঞ্চাৰ কৰিলে। চিপহৌৱে শেষত গৈ চণ্ডীৰ ওচৰত কাতৰ প্ৰাৰ্থনা জনালে- মোক পৰাস্ত কৰি তোমাৰ কি লাভ হ'ব ? ১৭৯৭ ॥

মই তোমাক হাত যোৰ কৰি মাতিছো। তুমি সৈন্য সামন্ত লৈ ইয়াৰ পৰা গুচি যোৱা। চিপহৌৰ কাতৰ প্ৰাৰ্থনাত চণ্ডীদেৱীয়ে সৈন্য সামন্ত লৈ হাঁহি মুখে নিজ স্থানে গুছি গ'ল। দেৱৰাজ ইন্দ্ৰই পৰশুঅস্ত্ৰ মাৰি পঠালে। কিন্তু সেই অস্ত্ৰ কুম্ভকৰ্ণবাই ততালিকে হাওঁ হোৱাই খাই পেলালে। ১৭৯৮ ॥

দেৱতাবিলাকে এনে পৰিস্থিতিত কাতৰ হৈ পৰিল। দেৱতাবিলাক ক্ৰমান্বয়ে পলাবলৈ ধৰিলে। ১৭৯৯ ॥

ৰাতি হ'ল। কুম্ভকৰ্ণবাঁ পূৰ্ব কৰ্মৰ নীতি অনুসাৰে নিদ্ৰাত মগ্ন হ'ল। চিপহৌৱে অনেক চেষ্টা কৰিও কুম্ভকৰ্ণবাঁক জগাব নোৱাৰিলে। কোনো উপায় নাপাই তেওঁ কুম্ভকৰ্ণবাঁক ৰথত তুলি

নগৰৰ ফালে লৈ গ'ল। ১৮০০॥

দেৱৰাজ ইন্দ্ৰ আৰু চিপহৌৰ মাজত অবিৰাম যুদ্ধ লাগিয়েই থাকিল। কিন্তু দেৱৰাজে পুষ্পবাণ মাৰি চিপহৌৰ নাকে মুখে মেৰিয়াই তেওঁক অচেতন কৰি পেলালে। ১৮০১॥

চিপহৌ ৰথৰ পৰা বাগৰি পৰিল। দেৱতা বিলাকে চিপহৌক ধৰি বান্ধি নগৰৰ ফালে লৈ গ'ল। ১৮০২॥

চিপহৌৰ এনে অৱস্থা হোৱাত ৰাক্ষসবিলাকে বিলাপ কৰিবলৈ ধৰিলে। চিপহৌৰ অৱস্থা দেখি মেখনাতে দেৱৰাজক ক'লে- তুমি মোৰ পিতাক অচেতন কৰি নগৰলৈ টানি আজুৰি আনি বৰ ডাঙৰ কাম কৰিলো বুলি ভাবিছা। এতিয়া তুমি মোৰ লগত যুদ্ধ কৰা। দেৱৰাজে তেতিয়া ক'লে- তুমি তোমাৰ পিতৃতকৈ অধিক শক্তিশালী নে কি ? ১৮০৩॥

চাই থাকোতেই মেখনাতে বাণ বৰিষণ কৰি দেৱতা বিলাকক অচেতন কৰি পেলালে। ৰণ ভূমিৰ পৰা দেৱৰাজ ইন্দ্ৰৰ বাহিৰে বাকী সকলোৱেই পলাই উধাও হ'ল। দুয়োজনৰ মাজত ভীষণ সংগ্ৰাম চলি থকা অৱস্থাত এবাৰ মেখনাতেএকেজাপে মেঘৰ আঁৰৈহে তুমুলভাৱে বাণ বৰিষণ কৰিবলৈ ধৰিলে। মেখনাতে নাগপাশ মাৰি দেৱৰাজক বান্ধি অচেতন কৰি পেলালে। ১৮০৪॥

দেৱৰাজ ইন্দ্ৰৰ শোচনীয় অৱস্থা দেখি যি বিলাকে চিপহৌক ধৰি লৈ গৈছিল সেই বিলাক দেৱতাই হাহাকাৰ কৰিবলৈ ধৰিলে। মেখনাতে পিতাকক ক' লে- আপুনি চিন্তা নকৰিব, দেৱৰাজক মই নাগ পাশ মাৰি বন্দী কৰি থৈছো। ১৮০৫॥

আপুনি এতিয়া মোক আদেশ কৰক যাতে মই দেৱৰাজক লঙ্কালৈ ধৰি বান্ধি লৈ যাব পাৰো। পিতাকৰ অনুমতি পাই মেখনাতে দেৱৰাজক লঙ্কালৈ বন্দী কৰি লৈ গ'ল। ১৮০৬॥

চিপহৌৱে চেতন পাই ইন্দ্ৰৰ নন্দন কাননৰ পৰা কল্পতৰু বৃক্ষ আৰু পদুম ফুলৰ বীজ আদি লৈ সৈন্য সামন্ত সহিত নিজ দেশলৈ প্ৰত্যাবৰ্তন কৰিলে। ইন্দ্ৰৰ এনে অৱস্থা দেখি দেৱসমাজত বিষাদৰ ছাঁ পৰিল। দেৱৰাজৰ অনুপস্থিতিত স্বৰ্গৰাজ্যৰ সৌন্দৰ্য্য একেবাৰে নিস্পভ হৈ পৰিল। দেৱতাসকলে অৱশেষত আলোচনা কৰিলে যে ব্ৰহ্মপুৰীৰ ব্ৰহ্মাৰ বাহিৰে এই কাম আনৰ দ্বাৰা নহব। ১৮০৭॥

এই বুলি দেৱতাসকলে ব্ৰহ্মপুৰীলৈ বুলি যাত্ৰা কৰিলে। ব্ৰহ্মপুৰীত গৈ দেৱতাসকলে সকলো কথা ভাঙ্গি পাতি ক'লে। ইন্দ্ৰক মেখনাতে লঙ্কালৈ লৈ গ'ল। আমাৰ [illegible]তিংস ৰাজ্য আক্ৰমণ কৰি বহুত অনিষ্ট সাধন কৰিলে। এই কথা শুনি ব্ৰহ্মাই বিলম্ব নকৰি মৰ্ত্যভূমিলৈ যাত্ৰা কৰিলে। ১৮০৮॥

চিপহৌৱে আথে বেথে বহুৱাই সেৱা শুশ্ৰূষা কৰিলে আৰু আগমনৰ অভিপ্ৰায় সুধিলে।

ব্ৰহ্মাই তেতিয়া ক'লে- তোমাক মই সকলো প্ৰকাৰৰ বৰ প্ৰদান কাৰ সুখে শান্তিৰে থাকিবৰ নিমিত্তে কৈছিলো। কিন্তু তুমি অকাৰণে দেৱপুৰীৰ দেৱৰাজক তোমাৰ ইয়াত বন্দী কৰি মোৰ চন্দ্ৰ, সূৰ্য্য আৰু ইন্দ্ৰক সদায় দেৱ মনুষ্যৰ সুখ দুখৰ বিচাৰ কৰিবৰ অৰ্থে মই ৰাখিছো। ১৮০৯॥

ব্ৰহ্মাৰ কথা শুনি চিপহৌৰে ক'লে- আপুনি মোক যি বৰ প্ৰদান কৰিলে সেই বৰৰ প্ৰভাৱত মই বৰ সুখে সন্তোষে কাল যাপন কৰিছো। কিন্তু পুৰন্দৰে মোক তেওঁৰ ৰাজ্যত বন্দী কৰি থোৱা হেতুকে মোৰ পুত্ৰ মেঘনাতে তাৰ পোটক তুলিবলৈ ইন্দ্ৰক ধৰি নি লঙ্কাত বন্দী কৰি ৰাখিছে। মোৰ দৰে মোৰ পুত্ৰয়ো অশেষ কঠোৰ সাধনা কৰি উপযুক্ত বৰ লাভ কৰিছে। সেই গতিকে দেৱৰাজক বন্দী কৰি লঙ্কালৈ আনিবলৈ তেওঁ সক্ষম হ'ল। ১৮১০॥

ব্ৰহ্মাই তেতিয়া মেঘনাতক মাতি আনি ক'লে- তুমি দেৱৰাজৰ লগত যুদ্ধ কৰি তেওঁক বন্দী কৰি ৰাখিছা। তুমি তোমাৰ অশেষ শক্তিৰ দ্বাৰাই দেৱৰাজ ইন্দ্ৰক জিনাৰ কাৰণে আজিৰ পৰা তোমাৰ নাম মই ইন্দ্ৰজিৎ ৰাখিলো। ১৮১১॥

ব্ৰহ্মাই মেঘনাতক সুধিলে- তুমি এতিয়া মোৰ পৰা কি বৰ লাভ কৰিব বিচাৰিছা ? তেতিয়া মেঘনাতে ক'লে- মই আপোনাৰ পৰা অমৰণ বৰ লাভ কৰিব বিচাৰো। ব্ৰহ্মাই ক'লে- এই বৰ প্ৰদান কৰিলে ত্ৰিভুৱন একেবাৰে বিনাশ হৈ যাব। ১৮১২॥

মই তোমাক আশীৰ্বাদ কৰিছো যুদ্ধ ক্ষেত্ৰত তোমাক যাতে কোনেও পৰাস্ত কৰিব নোৱাৰে। কিন্তু তোমাৰ পূজাৰ সামগ্ৰীত কিবা প্ৰকাৰে ব্যতিক্ৰম হ'লে তোমাৰ মৃত্যু নিশ্চিত। তুমি এতিয়া দেৱৰাজক মুক্তি দিয়া। ১৮১৩॥

ব্ৰহ্মাৰ আদেশক্ৰমে মেঘনাতে দেৱৰাজক মুক্তি দিলে। দেৱৰাজেও ব্ৰহ্মাক নমস্কাৰ জনাই বিদায় ল'লে। ব্ৰহ্মাই ইন্দ্ৰসহিত ধীৰে ধীৰে লঙ্কাৰ পৰা স্বৰ্গৰ ফালে গমন কৰিলে।

অগস্ত্যই ক'লে- হে ৰাজন লামাঙ ! তোমাক মই যিবিলাক উপদেশ আৰু কাহিনী শুনাই আছো, সেইবিলাক কথা ভালদৰে হৃদয়ঙ্গম কৰি ল'বা। ১৮১৪॥

চিপহৌৰে ভনীয়েক ছুপানাখাক সাগৰ তীৰৰ এক ৰম্য অৰণ্যত সুন্দৰ ভৱন সাজি তাতে অনেক ৰাক্ষসৰ সৈতে থাকিবলৈ দিলে। এবাৰ ছুপানাখাৰ নাক কাণ লাখানাই কাটি পেলালে। এনে পৰিস্থিতিত ছুপানাখাই সৈ ককায়েক চিপহৌক সকলো ঘটনা সৈ বিৱৰি ক'লে। ছুপানাখাৰ কথা মতেই চিপহৌৰে নাংসীতাক হৰণ কৰি নিলে। ১৮১৫॥

হে ৰাজন ! মোৰ কথাখিনি তুমি সুন্দৰ ভাবে শুনি থাকা। নাংসীতাই সেইকন্যাৰ কালত পূৰ্বে কাঠমাণ্ডলা (পঞ্চমাথন) পৰ্বতত থাকি ৰোমিসত্তুৰ লগত মিলন আকাংক্ষাৰে কঠোৰ ব্ৰত তপস্যা কৰি আছিল। কিন্তু তেওঁৰ তপস্যাত ৰাক্ষসে আহি ব্যাঘাত জন্মালেহি। ১৮১৬॥

দেৱকন্যাই পূৰ্বে অধিষ্ঠান কৰি প্ৰতিজ্ঞা কৰা আছিল যে যেতিয়া মোৰ মিলন বোধিসত্বৰ লগত হ'ব তেতিয়া মোৰ সতীত্ব আৰু সত্যতাৰ চিন স্বৰূপে বোধিসত্বই চিপহৌৰ মূৰ কাটি মাটিত পেলাই দিব। দেৱকন্যাৰ এই অভিশাপৰ ফলস্বৰূপেই চিপহৌৱে তোমাৰ হাতত প্ৰাণ দিব লগাত পৰিল। ১৮১৭॥

এইদৰে ঋষিয়ে সকলো কথা বিতংভাৱে লামাঙক বুজাই ক'লে। ৰজা লামাঙে ঋষিৰ উপদেশ আৰু পূৰ্বঘটিত ঘটনা দাঙি ধৰাত বৰ সন্তোষ প্ৰকাশ কৰিলে। তেওঁ ঋষিক সেৱা শুশ্ৰূষাৰে দানীয় ফলমূল আদি দান কৰি বিদায় দিলে। ঋষিয়েও পৱিত্ৰ অন্তৰেৰে দান কৰা ফলমূল আদি গ্ৰহণ কৰি নিজ বাসস্থান অৰণ্যৰ ফালে খোজ ল'লে। ১৮১৮॥

## ॥ সীতাৰ গৰ্ভধাৰণ ॥

লামাঙে পুনৰ অযুঠা ৰাজ্যৰ ৰাজপাটত বহি ৰাজ্যৰ শ্ৰীবৃদ্ধিৰ কাৰণে অনেক আঁচনি প্ৰস্তুত কৰিলে। এইদৰে বহুবছৰ অতিক্ৰম হ'ল। নাংসীতা অন্ত:সত্বা হোৱা পাঁচমাহ পূৰ হ'ল। দৈৱৰ বিপাক কেতিয়াও অখলে নাযায়। বান্দৰী তাৰাদেৱীয়ে লামাঙক অভিশাপ দিয়া আছিল যে তুমি মোৰ স্বামীক বিনাদোষত বধ কৰি মোক বিধৱা কৰি অনেক জ্বালা যন্ত্ৰণা ভোগ কৰালা। মোক যি দৰে তুমি মোৰ স্বামীৰ পৰা বিচ্ছেদ ঘটাই অনেক দুখ ক্লেশৰ সন্মুখীন কৰালা ঠিক সেইদৰে তুমিও তোমাৰ পত্নীৰ পৰা বিচ্ছেদ ঘটাৰ ফলত দুখ সাগৰত নিমগ্ন হ'ব লাগিব। যদিও আমি বনত বাস কৰা জন্তু তথাপি আমাৰ গাতো সত্যৰ প্ৰভাৱ পূৰা মাত্ৰাই আছে। গতিকে এই কৰ্মৰ ফল ভোগ কৰাৰ সময় তোমাৰ ক্ৰমে আহি আছে। ই একেবাৰে ধ্ৰুৱসত্য। ১৮১৯॥

## ॥ ধোবা বৃত্তান্ত ॥

হঠাতে এদিন ৰজা লামাঙে নগৰ পৰিভ্ৰমণ কৰিবৰ কাৰণে ওলাই গ'ল। নগৰৰ এঠাইত এহাল ধোবা ধুবুনীৰ কাজিয়া শুনিবলৈ পালে। গিৰিয়েকে ঘৈণীয়েকক ঘৰৰ পৰা খেদি উলিয়াই পঠাইছে। ১৮২০॥

তেতিয়া শাহুয়েকে জোঁৱায়েকক গালি শপনি পাৰি ক'বলৈ ধৰিলে-তুমি তোমাৰ পত্নীক কি কাৰণে ঘৰৰ পৰা খেদি পঠাইছা? তাইক তুমি অতি সোনকালে মোৰ ঘৰৰ পৰা ঘূৰাই আনা। তেতিয়া ধোবাই ক'লে- মই অযুঠাৰ লামাঙ নহয় যে লঙ্কাৰ ৰাক্ষসৰ হাতৰ পৰা নাংসীতাক আনি পুনৰ ঘৰতে ৰাখি থোৱাৰ দৰে মোৰ পত্নীকো ঘূৰাই আনিম। ১৮২১॥

মোৰ দ্বাৰা সেই কাম কেতিয়াও সম্ভৱ নহয়। লামাঙে নিজ পত্নীক ঘূৰাই আনি গৃহবাস কৰাদি মই কেতিয়াও নকৰো। ৰজা লামাঙে এই প্ৰসঙ্গ শুনি ঘূৰি আহি প্ৰাসাদত চিন্তা ভাৱনাত

নিমগ্ন হ'ল। নাংসীতাৰ লিগিৰী বিলাকে চিপহৗৰ প্ৰতিমূৰ্ত্তি এটা আঁকি দেখুৱাবলৈ অনুৰোধ কৰিলে। ১৮২২॥

নাংসীতাই মাটিত ছবি আঁকি দেখুৱাবলৈ ধৰিলে। কিন্তু ছবি আঁকি থকা অৱস্থাত লামাঙ আহি পোৱাত লিগিৰীবিলাকে যেনি তেনি আঁতৰি গ'ল। লামাঙে সেই দিনা একো ন'কৈ মনে মনে থাকিল। ১৮২৩॥

এদিন ৰজা লামাঙে ভেশচন ধৰি সন্ধ্যা বেলা নগৰৰ ফালে যোৱাৰ মানস কৰিলে। লামাঙে মনে মনে ভাৱিলে বাৰ চৌদ্ধ বছৰ অৰণ্যত বনবাস খাটি আহি এতিয়া আকৌ প্ৰজাৰ সুখ দুখৰ কথা বুজ লবলৈ যাওঁতে মই অপযশ আৰু গ্লানিহে শুনিবলৈ পাইছো। এই বুলি ৰজা নগৰৰ বাহিৰ ওলাল। ১৮২৪॥

## অধ্যায়-৩৩

নগৰত গৈ এটা ঘটনা দেখিলে যে স্বামীয়ে পত্নীক মাৰি কিলাই ঘৰৰ পৰা বাহিৰ কৰি দিছে। কান্দি কাটি মানুহজনী গৈ মাক বাপেকৰ ঘৰ ওলালেগৈ। ইফালে মাক বাপেকে সাৱধান কৰি দিলে- তই আজিৰ পৰা আমাৰ ঘৰলৈ নাহিবি। ১৮২৫॥

তোক আমাৰ ঘৰত ৰাখিব নোৱাৰো। এতিয়াই নি তোৰ গিৰীয়েৰৰ ওচৰত গতাই দিয়া হ'ব। তেতিয়া তাইৰ স্বামীয়ে মাত দিলে- তোমালোকে মোক লামাঙ বুলি ভাবিছানে কি? লামাঙে পৰপুৰুষৰ লগত যুদ্ধ কৰি লোকৰ পেলোৱা চোবা পুনৰ উদ্ধাৰ কৰি আনি ৰাজ্যত সুখে সম্ভোগে আছেহি। মই হ'লে তেনে লোকৰ দৰে লোক নিন্দাৰ পাত্ৰ হ'ব নিবিচাৰো। জোঁৱায়েকৰ বক্তব্য শুনি লামাঙ একেবাৰে হতভম্ব হ'ল আৰু তেওঁ অতি অপমান বোধ কৰিলে। ১৮২৬॥

লামাঙ নগৰ পৰিক্ৰমা কৰি আহি ৰাজপ্ৰাসাদত সোমাই নাংসীতাৰ ওচৰত থিয় হ'ল। তেওঁ নাংসীতাক ক'লে- প্ৰিয়ে তুমি এতিয়া অন্ত:সত্ত্বা। তোমাৰ হয়তো এতিয়া বগৰী, থেকেৰা, টেঙা আদি ফলমূল খাবৰ কাৰণে প্ৰবল ইচ্ছা জন্মিছে। তুমি মোক তোমাৰ হৃদয়ৰ কথাবিলাক ভাঙি পাতি কোৱা। নাংসীতাই তেতিয়া ক'লে- আমি যেতিয়া ঋষিৰ আশ্ৰমত আছিলো। ১৮২৭॥

তেতিয়া মনৰ ইচ্ছামতে পেট ভৰাই সকলো প্ৰকাৰৰ ফলমূল খাইছিলো। এতিয়া মোৰ এনে অৱস্থাত ফলমূল খাবৰ কাৰণে প্ৰবল ইচ্ছা হৈছে। নাংসীতাৰ কথা শুনি লামাঙে মনতে চিন্তা কৰিলে আৰু তৎক্ষণাত লাখানাক মাতি আনি ক'লে- তুমি তোমাৰ নবৌয়েৰাক ঋষিৰ আশ্ৰমত থৈ আহাগৈ। ১৮২৮॥

## ॥ সীতা নিৰ্বাসন ॥

লামাঙৰ আদেশক্ৰমে লাখানাই নবৌয়েকক ৰথত তুলি ঋষিৰ আশ্ৰম পোৱালেগৈ। ঋষিয়ে নাংসীতাক দেখি সুধিলে- লাখানা তুমি নবৌয়েৰাক পুনৰ বনলৈ কিয় আনিলা ? তেতিয়া লাখানাই ক'লে- নবৌয়ে আশ্ৰমত থাকি ফলমূল খাবলৈ ইচ্ছা কৰিছে। ১৮২৯॥

তাৰ পাছত লাখানাই নবৌয়েকক ক'লে- তুমি এতিয়া ঋষিৰ আশ্ৰমত থাকি মনৰ ইচ্ছামতে ফলমূল খোৱা। মই পুনৰ আহি তোমাক লৈ যামহি। লাখানাৰ কথা শুনি নাংসীতাই বিলাপ কৰি ক'লে- মই মোৰ সুখ দুখৰ কথা পৰিহাৰ কৰি কেৱল স্বামীৰ সুখৰ নিমিত্তেই সকলো বেজাৰ পাহৰি গৈছিলো। ১৮৩০॥

এতিয়া পুনৰ দুখৰ ওপৰতে দুখ ভোগ কৰিব লাগিব। এইয়া মোৰ কি যে ভাগ্য। মোৰ ভাগ্য সপোনৰ দৰে। মই বসুমতীৰ সন্তান। হে বসুমতী আই ! তুমি মোক ইমান জ্বালা যন্ত্ৰণা দিব নালাগিছিল। চানেক ৰজাই মোক তুলি তালি ডাঙৰ দীঘল কৰিলে। মোৰ ৰূপ লাৱণ্য আৰু সৌন্দৰ্য্যৰ আভা ভাৰতৰ চাৰিওফালে বিয়পি পৰিল। ১৮৩১॥

ৰজা প্ৰজা সকলোৱেই মোক পত্নীৰূপে পাবলৈ বিচাৰিলে। মোৰ বিবাহৰ নিমিত্তে পিতাই সয়ম্বৰৰ আয়োজন কৰিলে। সেই সয়ম্বৰত যিয়েই হৰধনুত গুণ লগাব পাৰিব তেওঁহে মোক পত্নী ৰূপে পাব বুলি পণ কৰিলে। উপস্থিত সভাসদ সকলে হৰধনুত গুণ লগাব নোৱাৰিলে। মোৰ স্বামীয়েহে গৈ হৰধনু ভাঙি মোক পত্নীৰূপে গ্ৰহণ কৰিলে। মোৰ পিতায়ো আনন্দ মনেৰে মোক স্বামীৰ কোলাত বহুৱাই দিলে। ১৮৩২॥

তেওঁ পুনৰ ৰজা হোৱাৰ পিছতো মোৰ দুখৰ বোজা নকমিল। তেওঁৰ ওচৰত মই কোনো দোষ ক্ৰুটী কৰা নাই। এইয়া মোৰ পূৰ্বকৃত কৰ্ম্মফল বুলি ধৰি লৈছো। তথাপি তেওঁ মোক আকৌ বনবাস দিছে। এইয়াও মোৰ পূৰ্বকৰ্ম্মৰে ফল। নাংসীতাই কান্দি কান্দি ঋষিৰ আশ্ৰমতে কৰ্ম্মফল ভোগ কৰো বুলি থাকিবলৈ ধৰিলে। ১৮৩৩॥

লাখানাই আশ্ৰমৰ পৰা ঘূৰি আহি লামাঙক ক'লে- দাদা ! মই নবৌক ঋষিৰ আশ্ৰমত থৈ আহিলো। লামাঙে তেতিয়া ক'লে- তুমি বৰ কষ্ট কৰিলা। লাখানাই দাদাকক নমস্কাৰ জনাই গুছি গ'ল। ১৮৩৪॥

নাংসীতাই ঋষিৰ আশ্ৰমত থাকোতেই গৰ্ভকাল সম্পূৰ্ণ হৈ দিলে। আশ্ৰমতে নাংসীতাই দুটি ৰজা সন্তান জন্ম দিলে। পোনা দুটিক বুকুৎ সাবটি ডাঙৰ দীঘল কৰিবলৈ ধৰিলে। ডাঙৰটোৰ নাম হোলা, আৰু সৰুটোৰ নাম কুশলা (লৱ আৰু কুশ)। তেওঁলোক লাহে লাহে ডাঙৰ হৈ আহিবলৈ ধৰিলে। ১৮৩৫॥

ল'ৰা দুটিয়ে লাহে লাহে মাকৰ পিছে পিছে গৈ অৰণ্যৰ মাজত ফলমূল বিচাৰিব পৰা

হ'ল। মাকে তেওঁলোকৰ মুখৰ কান্তি আৰু সৌন্দৰ্য্যৰ আভা দেখি নাংসীতাই সকলো দুখ বেজাৰ পাহৰি গৈছিল। বনৰ আশ্ৰমত থাকোতেই তেওঁলোকৰ ষোল্ল বছৰ পূৰ হ'ল। তেওঁলোকে অৰণ্যৰ মাজত এখন উদ্যান সৃষ্টি কৰিলে। তাত কল, কুঁহিয়াৰ, আৰু বিভিন্ন ফলমূলৰ গছ লগাই তাৰ দ্বাৰাই মাকৰ সৈতে পোহপাল গৈ থাকিল। তেওঁলোকৰ জ্ঞান হ'লত ঋষিকো ফলমূল দান দক্ষিণা কৰিবলৈ ধৰিলে। ঋষিয়েও কুমাৰ দুটিক বিভিন্ন শিক্ষা দীক্ষা অস্ত্ৰ শস্ত্ৰ আদিৰ উপযুক্ত শিক্ষা প্ৰদান কৰিলে। শিক্ষা শেষ কৰি তেওঁলোক আশ্ৰমত আনন্দ মনেৰে বাস কৰি থাকিল। ১৮৩৬॥

## ॥ ৰামৰ অশ্বমেধ যজ্ঞ ॥

নাংসীতাক নিৰ্বাসন দিয়াৰ পিছত লামাঙও থিৰেৰে থাকিব নোৱাৰা হ'ল। তথাপি ৰাজকাৰ্যত লাগি থাকি সকলো বেদনা পাহৰিবৰ কাৰণে চেষ্টা কৰিলে। লামাঙৰ মনত এটা ভাৱ উৎপন্ন হ'ল। এই জম্বু দ্বীপত এনে কোনো লোক ওলাবনে যি লামাঙক পৰাস্ত কৰিব পাৰিব। তাৰ প্ৰমাণ চাবৰ কাৰণে পাৰিষদবৰ্গৰ লগত আলোচনা কৰি লামাঙে এটা অশ্বমেধ যজ্ঞ পাতিবৰ কাৰণে সিদ্ধান্ত কৰিলে। ১৮৩৭॥

এজন মন্ত্ৰীয়ে ক'লে- আগৰ দিনত কোনো লোকে শক্তি পৰীক্ষাৰ নিমিত্তে অশ্বমেধ যজ্ঞ পাতি ঘোঁৰা এৰি দিয়ে। যি বীৰে সেই ঘোঁৰা ধৰিব তেঁৱেই বিজয়ী হ'ব। লামাঙে মন্ত্ৰীৰ বুদ্ধিৰ পলাগ ল'লে। আৰু ঘোঁৰা সজাই এৰি দিবলৈ আদেশ দিলে। ১৮৩৮॥

ৰজাৰ পৰামৰ্শ অনুসৰি মন্ত্ৰীপৰিষদে ঘোঁৰা আনিলে। সজাই পৰাই ৰথ সহিত পাৰিষদবৰ্গই ৰজাৰ ওচৰত গৈ সেৱা জনাই সকলো কথা বিৱৰি ক'লে। ৰজায়ো পাৰিষদ সকলৰ কামত বিশেষ আনন্দ লাভ কৰিলে। ১৮৩৯॥

আদেশ মতে কাম হ'ল। লামাঙে পত্ৰ লিখিলে- " সমস্ত জম্বুদ্বীপৰ বীৰে মোৰ প্ৰতিভা আৰু বীৰত্বত বশ্যতা স্বীকাৰ কৰিছে। মোক একছত্ৰী ৰজা হিচাবে সকলোৱেই স্বীকাৰ কৰি লৈছে। দেৱৰাজ ইন্দ্ৰ আৰু বৰুণ আদি দেৱতাসকল মোৰ মহত্বত বিশেষভাৱে মুগ্ধ হৈছে। মোৰ তীক্ষ্ণবাণত চিপচৌ নিষ্ফল হৈছে। ১৮৪০॥

কিংতা ৰাজ্যৰ ৰজা পালীমাঙে মোৰ অস্ত্ৰত নিষ্ফল হ'ল। ভাৰতৰ কোনো বীৰেই মোৰ সমকক্ষ হ'ব পৰা নাই। জনক নন্দিনী নাংসীতাৰ ৰূপৰত মোৰ প্ৰতিভা সকলোৱেই বুজি পাইছে। এই জম্বুদ্বীপত মোক নজনা কোনো বীৰ নাই। গতিকে এই অশ্বৰ কপালত যি পত্ৰ লিখি আৰি দিয়া হৈছে এই পত্ৰ পঢ়ি যি এই অশ্বমেধৰ ঘোঁৰা ধৰি বান্ধি ৰাখিব পাৰে আৰু মোৰ লগত যুদ্ধ কৰিবলৈ ইচ্ছা কৰে' ১৮৪১॥

সেই জনেই এই ঘোঁৰা ধৰিব আৰু মোৰ লগত যুদ্ধ কৰিব লাগিব। যদি কিবা প্ৰকাৰে মোৰ

লগত যুদ্ধ কৰিবলৈ অপাৰগ হয় তেন্তে মোৰ ওচৰত আহি বশ্যতা স্বীকাৰ কৰিব লাগিব। এইদৰে বিনা আৰোহী নোহোৱাকৈ অশ্ব মেলি দিলে। লাখানাক সেনাপতি পাতি আৰু দহ অক্ষৌহিনী সেনা দি ঘোঁৰাৰ পিছে পিছে পঠালে। ১৮৪২॥

ঘোঁৰাই কোনো বাধা বিঘিনি নামানি বিভিন্ন ৰাজ্যত প্ৰৱেশ কৰিলে। বিভিন্ন দেশত ৰজা তথা সুনিপুন বীৰে সেই ঘোঁৰা ধৰিবলৈ সক্ষম নহল। বৰঞ্চ সকলোৱে লাখানাৰ ওচৰত বিভিন্ন প্ৰকাৰৰ উপঢৌকন দি বশ্যতা স্বীকাৰ কৰি আপ্যায়িতহে কৰিলে। ১৮৪৩॥

## ॥ লৱ কুশৰ যুদ্ধ॥

ঘোঁৰাটোৱে গৈ বিনা দ্বিধাই এখন ফল মূলৰ বাৰীত সোমাল। সেই সময়ত ছোলাই (লৱ) অকলে ফলৰ বাৰীখন ৰক্ষা কৰি আছিল। ১৮৪৪॥

ছোলাই ঘোঁৰাটো ধৰি বান্ধি থ'লে। ঘোঁৰাৰ কপালত লিখি দিয়া পত্ৰখনি আনি পঢ়িলে। মন্তব্য ব্যক্ত কৰিলে- যদি তেওঁ একান্তই একছত্ৰী ৰজা হয়, তেন্তে ঘোঁৰা এৰি দি আনৰ শস্য তথা ফলমূলৰ বাৰী বিলাক কিয় অনিষ্ট কৰাইছে। ১৮৪৫॥

যদি একান্তই তেওঁ প্ৰভাৱশালী মহিমামণ্ডিত বীৰ হয় তেন্তে তেওঁ চিপাহীক বধ কৰিছে, পালীমাণ্ডক হত্যা কৰিছে, আৰু অন্যহাতেদি আনৰ বাৰীঘৰ ভাঙি ফুৰিছে। ১৮৪৬॥

'তেন্তে ঠিক আছে, তেনে জন বীৰ পুৰুষক মই নিঃশেষ কৰিম।ময়ো এগৰাকী দেৱীৰে সন্তান। এই অৰণ্যৰ মাজত অশেষ কষ্ট কৰি ফলমূল লগাই জীৱন ধাৰণ কৰি আছো। এই বুলি কৈয়েই এপাহ সুগন্ধি ফুল ছোলাই নাকত শুঙিবলৈ ধৰিলে। লাখানাই ক'লে- হে ঋষি কুমাৰ! এই বীৰ পুৰুষৰ ঘোঁৰাটো বান্ধি তোমাৰ কোনো লাভ নাই। ছোলাই তেতিয়া ক'লে- তুমি ধৰ্ম শাস্ত্ৰত মোতকৈ বেছি নিপুণ হ'ব পাৰা, কিন্তু ৰাজনীতিত মোৰ সমান হ'ব নোৱাৰা। ১৮৪৭॥

ক্ষত্ৰিয়ৰ ধৰ্ম হ'ল যুদ্ধ কৰি নিজ প্ৰতিভা দেখুৱাটো। ৰজাই যুদ্ধ কৰি দেশ জয় কৰে। বহুত ধন সম্পত্তি লাভ কৰিব পাৰে আৰু সকলো সন্মানৰ অধিকাৰী হৈ ইন্দ্ৰৰ দৰে মহাসুখেৰে থাকে। কিন্তু যুদ্ধ ক্ষেত্ৰত পৰাজয় বৰণ কৰিলে সেই সকলৰ মান সন্মান আৰু বীৰত্ব ক'ত ? ভৱিষ্যতে সেই ক্ষত্ৰিয়ৰ সন্মান বা পৰাক্ৰম নাথাকে। যুদ্ধ ক্ষেত্ৰত মৰিব লগা হলেও ক্ষত্ৰিয় এবাৰহে মৰে। দুবাৰ কেতিয়াও নমৰে। ১৮৪৮॥

হে ঋষি পুত্ৰ, তুমি মোৰ বক্তব্যখিনি ভালদৰে শুনি ল'বা। কিন্তু ছোলাই ঘোঁৰাৰ লেকাম আৰু পত্ৰ খন ধৰিয়েই থাকিল। লাখানাই ঘোঁৰাৰ পিছে পিছে আহি ছোলাক দেখিলেহি। ১৮৪৯॥

সৈন্যবিলাকে ঋষিৰূপী কুমাৰক অনেক গালি শপনি পাৰিবলৈ ধৰিলে- তুমি সাপৰ বিষ কিমান ভয়াবহ এতিয়াও বুজা নাই। সাপৰ নেজত ধৰি তুমি ধেমালি কৰিব বিচাৰিছা। পৃথিৱীৰ

সকলো ৰজা আৰু বীৰে লামাঙৰ ওচৰত পৰাজয় বৰণ কৰিছে। এনে স্থলত তুমি সামান্য এজন ঋষি কুমাৰহে ঘোঁৰা ধৰি ৰাখিছা ? ১৮৫০॥

তুমি লামাঙলৈ অকনো ভয় কৰা নাই। তেনেতে হোলাই হাতত ধনুশৰ খাণ্ডিলৈ ক'লে- হেৰ' ঘোঁৰাৰ ঘাঁহ কটা দল। তইঁতে মোক সামান্য বুলিয়েই হাঁহি উকৰাই দিব বিছাৰিছ। কিন্তু সাৱধান, ঘোঁৰাৰ ওচৰলৈ তইঁত এখোজো আগ নাবাঢ়িবি। ১৮৫১॥

স্বয়ং যদি দেৱৰাজৰ ঘোঁৰাও হয়, তথাপি মই এৰি দিয়াত নাই। সৈন্যবিলাকে ক'লে- বোপা, তোমাৰ মৃত্যু আসন্ন। তেনেতে হোলাই ধনুশৰ যুঁৰিলে। লগে লগে অসংখ্য সৈন্যৰ হাত ভৰি ভাগি পৰি গ'ল। ১৮৫২॥

বহুতে প্ৰাণৰ ভয়ত গৈ নৈৰ গড়াৰ তলত লুকাই থাকিল। তাৰ ভিতৰত কিছুমান মৰিল। কিছুমান সৈন্যই দৌৰ মাৰি গৈ লাখানাক খবৰ দিলে- আমাৰ ঘোঁৰাই গৈ এখন বাৰীত সোমাই কল আদি ফলমূল খোৱাত বাৰী ৰখিয়াটোৱে আমাৰ সৈন্য বিলাক মাৰি খাবাপাৰী কৰি পেলালে। ১৮৫৩॥

ল'ৰাটো দেখাত ঋষিকুমাৰৰ দৰে। কিন্তু চেহেৰা পাতিয়ে সাইলাখ আমাৰ ৰজা লামাঙৰ দৰে। সাহস আৰু বলবিক্ৰমও আমাৰ ৰজাতকৈ কম নহয়। তাৰ বীৰত্বত সকলোৱেই ভয়ৰ মানিছে।মুখৰ আকৃতি প্ৰায় নাংসীতাৰ দৰে। লাখানাই ততাতৈয়া কৰি সেই ঠাইত গৈ উপস্থিত হ'ল আৰু সুধিলে। ১৮৫৪॥

তুমি ক'ৰ পৰা আহি ইয়াত আছাহি। তুমি কাৰ পুত্ৰ ? দেখাত লামাঙৰ নিচিনা লাগিছে। হোলাই অৰণ্যৰ মাজৰ পৰা মাত লগালে। ১৮৫৫॥

ঘৰৰ বলীক হত্যা কৰিব লগা হ'লেহে জাতি বংশৰ কথা সুধিব লাগে। এতিয়া মোৰ বংশ আৰু জাতি ভাইৰ পৰিচয় দিয়াৰ সময় নাই। যুদ্ধৰ সময়ত জাতি কুটুম্বৰ পৰিচয়ৰ কোনো প্ৰয়োজন নাই। ১৮৫৬॥

পৰিচয় দিয়াটো উচিত নহয়। হোলাৰ কথা বাৰ্তাৰ পৰা লাখানাই অনুমান কৰিলে লামাঙৰ দৰেই সাহসী আৰু পৰাক্ৰমী হ'ব। লাখানাই ধনু তুলি চিন্তা কৰিলে। ১৮৫৭॥

লাখানাই ভাবি চিন্তি থকাতে থাকিল। (লব) হোলাই লাখানাৰ প্ৰতি বাণ নিক্ষেপ কৰিলে। লাখানাইও সেই বাণ কাটিবৰ কাৰণে বাণ নিক্ষেপ কৰিলে। সেই বাণৰ আঘাটত হোলা কাটিত বাগৰি পৰিল। ১৮৫৮॥

লাখানাই হোলাক খান্তি দি নিজ শিবিৰলৈ লৈ গ'ল। হোলাক লৈ যোৱাত ঋষিকুমাৰে লৈ নাংসীতাক ক'লে- তোমাৰ পুত্ৰ হোলাই কেনেকৈ এজন ৰজাৰ ঘোঁৰা বান্ধি ৰাখি যুদ্ধ কৰিছিল।

অৱশেষত তেওঁ যুদ্ধত হাৰিলে আৰু ৰজাই তেওঁক ধৰি বান্ধি লৈ গ'ল। ১৮৫৯॥

মাকে তেতিয়া কান্দি কান্দি পুতেকক উদ্দেশ্য কৰি ক'বলৈ ধৰিলে- তোমাকনো কোন ৰজাই বন্দী কৰি লৈ গ'ল। মইনো এতিয়া এই অটব্য অৰণ্যৰ মাজত কাক লৈ জীয়াই থাকিম। এইদৰে নাংসীতাই বিলাপ কৰিব ধৰিলে। ১৮৬০॥

মাকৰ কান্দোন শুনি কুকশা (কুশ) আহি সুধিলে- কিয় কান্দিছে আপুনি? নাংসীতাই ক'লে- তোমাৰ দাদাৰা ছোলাই কোনোবা ৰজাৰ ঘোঁৰা বান্ধি ৰখা হেতুকে তেওঁক ধৰি বান্ধিলৈ গ'ল। ১৮৬১॥

ৰজাই আহি ছোলাৰ লগত যুদ্ধ কৰি ছোলাক ধৰি বান্ধি লৈ গ'ল। বৰ্ত্তমান ছোলাৰ অৱস্থা কেনে সেইবিষয়ে ঋষি পুত্ৰসকল মৌন। কেৱল মোক খবৰটোহে দি গ'ল। কুশাই তেতিয়া ক'লে- আই, দাদাই উপযুক্ত কোনো অস্ত্ৰ শস্ত্ৰলৈ যোৱা নাই। সেইকাৰণে তেওঁ ৰণত পৰাজয় বৰণ কৰিলে। গতিকে মই গৈ দাদাক এতিয়াই লৈ আহিমগৈ। ১৮৬২॥

পুত্ৰৰ সাহসিকতা দেখি নাংসীতাই ইষ্ট দেৱতাক স্মৰণ কৰি ক'লে- মোৰ সত্যতা আৰু পৱিত্ৰতা যদি একান্তই ইন্দ্ৰৰ কাঁড়ৰ দৰে পোন, তেন্তে মোৰ বাচা গৈ পুনৰ মোৰ কোলালৈ ঘূৰি আহিব। কাৰণ মই মোৰ স্বামীৰ ওচৰত কোনো দিনাই অপৰাধ কৰা নাই। যদিও তেওঁ মোক নিৰ্বাসিন দিছে তথাপি তেওঁৰ প্ৰতি মোৰ শ্ৰদ্ধাভক্তি অটুট আছে। ১৮৬৩॥

এইদৰে নাংসীতাই কুশৰ হাতত অস্ত্ৰ শস্ত্ৰ দি আনন্দ মনেৰে আশীৰ্বাদ প্ৰদান কৰি তেওঁক যুদ্ধলৈ বুলি বিদায় দিলে। তেওঁ আশা ব্যক্ত কৰি ক'লে- যুদ্ধ ক্ষেত্ৰত মোৰ বাচাই জয় লাভ কৰি যেন অতি সোনকালে ঘূৰি আহে। কুকশাইও মাকৰ চৰণত প্ৰণিপাত জনাই অৰণ্যৰ ফালে গমন কৰিলে। ১৮৬৪॥

কুকশাই অৰণ্যত গৈ বিপক্ষ দলক দেখি ৰথ ৰাখিবলৈ নিৰ্দেশ দিলে। লাখানাই কুমাৰক ৰথৰ পৰা দেখি তবধ মানিলে। কুকশাই ক'লে- মোৰ দাদাক লৈ তোমালোক ক'ত পলাবা ? এই বুলি কৈয়েই কুকশাই বাণ প্ৰহাৰ কৰি সৈন্য বিলাকক যেনি তেনি খেদাই পঠালে। ১৮৬৫॥

ভালেখিনি সৈন্য সেই বাণৰ প্ৰহাৰত নিধন তথা আহত হ'ল। লাখানাই ক'লে- তুমি মোৰ সৈন্য বিলাকক মাৰিব নালাগিছিল। সিহঁতৰ গাত কোনো দোষ নাই। তুমি এতিয়াও এটা সামান্য বালক হৈয়ে আছা। লাখানাৰ কথা শুনি কুকশাই ক'লে- কোনো এজোপা গছ কাটিবলৈ হ'লে প্ৰথমতে গছ জোপাৰ গুৰিটো নিকা কৰি ল'ব লাগিব। আৰু কোনো এখন দেশ জয় কৰিবলৈ হ'লে প্ৰথমে বাট পদূলি বিলাক ভালদৰে পৰিষ্কাৰ কৰি ল'ব লাগে। তাৰ পিছত দেশ আক্ৰমণ কৰিব লাগে। ১৮৬৬॥

এই নীতি বচন পূর্ব পুৰুষসকলে কৈ যোৱা হেতুকে মই প্ৰথমতে সৈন্যবাহিনী আৰৰ্জনা বিলাক মোৰ পথৰ পৰা আঁতৰাই লৈছো। কুকশাৰ কথা শুনি লাখানা ধনুৰ্বাণ লৈ প্ৰস্তুত হ'ল। হাজাৰ হওঁক এটা সামান্য বালক। গতিকে লাখানাই কেৱল হাতত ধনুশৰলৈ অপলক দৃষ্টিৰে তেওঁলৈ চাই থাকিল। ইফালে কুকশাই বাণ মাৰি লাখানাৰ সৰ্বশৰীৰ ক্ষত বিক্ষত কৰি পেলালে। ১৮৬৭॥

তেতিয়া লাখানাৰ ভিষণ খং উঠিল। তেজেৰে লুটুৰি পুটুৰি হোৱা সত্ত্বেও লাখানা নিষ্ক্ৰিয় হৈয়ে থাকিল। তেওঁ পাছত বাণ প্ৰহাৰ কৰিবলৈ সমৰ্থ নহ'ল। পুনৰ কুকশাই ৰথৰ ওপৰত উঠি লাখানাক বাণ মাৰি অচেতন কৰি পেলালে। লাখানাৰ অচেতন অৱস্থা দেখি বাকী বিলাক সেনা যেনি তেনি পলাই পত্ৰং দিলে। তেনেতে ছোলাই ভায়েকৰ ওচৰলৈ ৰথখন লৈ গ'ল। দুয়ো ভাই ককায়ে ৰথখন আনন্দ মনেৰে চলাই ফুৰিবলৈ ধৰিলে। ১৮৬৮॥

সৈন্যবিলাকে কোনোমতে প্ৰাণটো লৈ অযুধ্যা নগৰ পালেগৈ। অযুধ্যা ৰাজ্যত গৈ তেওঁলোকে লামাগুক নিবেদন কৰিলে- আপোনাৰ ভায়েক লাখানাক বাণ মাৰি অচেতন কৰি পেলাই থৈছে। আমাৰ ঘোঁৰাই গৈ এখন ফলমূলৰ উদ্যানত সোমাই ফলমূল খোৱাৰ হেতুকে বাৰী ৰখীয়াই ঘোঁৰাটো বান্ধি থ'লে। আমি তাক ঘোঁৰাটো খোজাত সি আমাক খেদি পঠালে। লাখানাই সেই নাবালকৰ লগত যুদ্ধ কৰি তাক ৰথত তুলি পিন্ধিবলৈ লৈ আহিছিল। ১৮৬৯॥

কিন্তু তাৰ ভায়েকে আহি আমাৰ সৈন্যৰ ওপৰত বাণ নিক্ষেপ কৰি সকলোকে এখনৰ পৰা মহিমূৰ কৰি পেলালে। শেষত লাখানাকো অচেতন কৰি পেলালে। আমি কোনোমতে আহি আপোনাক খবৰটো দিছোহি। বালক দুটিৰ চেহেৰা পাতি অবিকল আপোনাৰ দৰেই। চাল চলন পৰাক্ৰম আৰু বীৰত্বও থিক আপোনাৰ দৰেই। সিহঁতক আমি দেখি তৰধ মানিছিলো। লামাঙে তেতিয়া হাঁহি হাঁহি ক'লে মোৰ ভাইক কোনে নিধন কৰিব পাৰিব ? ১৮৭০॥

তোমালোকে সূৰ্যৰ তাপত বিহ্বল হৈ মোৰ ওচৰত ভ্ৰম বকিছাহি। হয়তো বাটত কোনো দেৱভূতে পোৱাৰ কাৰণে তোমালোকে এনেকুৱা প্ৰলাপ বকিছাহি। মই তোমালোকৰ কথাত পতিয়ন যাব নোৱাৰো। কাৰণ মোৰ ভাই লাখানাক কোনো দেৱ মনুষ্যই পৰাস্ত কৰিব নোৱাৰে। লামাঙৰ কথা শুনি সৈন্যবিলাকে কৰযোৰে ক'বলৈ ধৰিলে। ১৮৭১॥

হে মহাৰাজ। আপোনাৰ মহিমা মণ্ডিত পৰাক্ৰমত ত্ৰিভুবন আকুল। তেনেস্থলত আমি আপোনাৰ ওচৰত কি প্ৰকাৰে মিছা মাতিম ? আপোনাৰ ওচৰত মিছাকৈ আমি পাপ সাগৰত ডুবিবলৈ ইচ্ছা কৰা নাই। আপুনি বিশ্বাস কৰক। ১৮৭২॥

লাখানাৰ মৃত্যু হোৱা নাই। কেৱল বাণৰ বিদ্ধত অচেতন হৈ পৰি আছে। আপুনি আমাৰ কথাত পতিয়ন যাওঁক। লামাঙে মনে মনে ভাবিলে এওঁলোকৰ কথাই সঁচা হ'ব পাৰে। এই বুলি

ভাবি (ভৰত) জাউফাৰাতাক মাতি আনি ক'লে- ভাই লাখানা ৰণত অচেতন হৈ পৰি আছে। তুমি এতিয়া সৈন্য সামন্ত লৈ যুদ্ধ ক্ষেত্ৰলৈ যাব লাগে। এই বুলি কৈ বিপুল সৈন্য বাহিনী লৈ লামাঙ যুদ্ধ ক্ষেত্ৰলৈ গ'ল। সেই যুদ্ধত আনুমাম আৰু জাউফাৰাতা মহাবীৰেও যোগদান কৰিছিল। তেওঁবিলাকে গৈ দেখিলে যে লাখানা বাণবিদ্ধ হৈ পৰি আছে। ১৮৭৩।।

লামাঙে লাখানাৰ মূৰত হাত বুলাই কান্দিবলৈ ধৰিলে। তেনেতে ওচৰতে থকা ছোলা আৰু কুকশা কিশোৰ দুটিৰ ওপৰত লামাঙৰ দৃষ্টি পৰিল। অপলক দৃষ্টিৰে চাই থাকি লামাঙে মাত লগালে - হে অৰণ্যবাসী কুমাৰদ্বয় ! তোমালোক কাৰ সন্তান ? এই অৰণ্যৰ মাজত কি কাৰণে বাস কৰিছাহঁক ? তোমালোকৰ পৰিচয় অতি সোনকালে দিয়া। লামাঙৰ প্ৰশ্নৰ উত্তৰত তেওঁলোকে ক'লে- হে ৰাজন ! আমাৰ পিতৃ মাতৃৰ পৰিচয় আমি নিদিওঁ। ১৮৭৪।।

আপুনি আমাক বধ কৰিব খুজিছে, প্ৰথমতে আপুনি আপোনাৰ পৰিচয় দিয়ক। আপোনাৰ পূৰ্ব্ব পুৰুষ কোন আৰু কোন ৰাজ্যৰ ৰজা তাৰহে বিতং পৰিচয় দিব লাগে। আমি দুই ভাই লাগে ভালেই হওঁক বা বেয়াই হওঁক আপোনাৰ শত্ৰু বুলি ধৰি লওঁক। এতিয়া কথাৰ প্ৰয়োজন নাই। যুদ্ধৰ হে প্ৰয়োজন। তেতিয়া লামাঙে ভাবিলে ইহঁত দুটাৰ চেহেৰা মোৰ দৰেই। ১৮৭৫।।

এওঁবিলাক সম্ভৱত: মোৰেই কিবা হ'ব লাগিব। যদি এওঁলোক মোৰ সন্তান হয়, তেন্তে তেওঁলোকক বধ কৰিলে মই দেৱ সমাজত নিন্দাৰ পাত্ৰ হ'ব লাগিব। ভৱিষ্যতে লোক গঞ্জনা হ'ব যে ৰজাই জানি বুজিও নিজ পুত্ৰক বধ কৰিলে। এনে বিলাক কথা চিন্তা ভাৱনা কৰি লামাঙে পুনৰ সুধিলে- বাছাহঁত ! তোমালোকৰ পৰিচয় মই জানিব বিচাৰিছো। ১৮৭৬।।

তোমালোকে মই বাৰম্বাৰ সোধা সত্বেও তোমালোকে নিজৰ পৰিচয় নিদিলা। এতিয়া তোমালোকৰ যি ইচ্ছা তাকে কৰিব পাৰাহঁক। লামাঙৰ কথা শুনি কুমাৰদ্বয়ে নিজৰ ভিতৰতে কথা পাতিলে। ৰজাই চেনেহ শ্ৰদ্ধাৰে আমাক উচিত কথাকে কৈছে। আমি এওঁক বধ কৰা উচিত নহ'ব। এওঁক কেৱল বাণ মাৰি অচেতন কৰি থৈ আমাৰ আইক সকলো কথা ভাঙি পাতি ক'মগৈ। ১৮৭৭।।

যদি আমাৰ আইয়ে তেওঁক বধ কৰিবলৈ আদেশ দিয়ে, তেন্তে পিছত বধ কৰিমহঁক। এইবুলি কথোপকথন কৰিয়েই হাতত ধনুশৰলৈ তেওঁলোকে ৰামক প্ৰহাৰ কৰিলে। একেপাট বাণতে ৰজা মুৰ ঘূৰাই মাটিত ঢলি পৰি গ'ল। ১৮৭৮।।

জাউফাৰাতা আৰু আনুমামো অচেতন হৈ পৰিল। কুমাৰদ্বয়ে মনে মনে চিন্তা কৰিলে- আমি যে এওঁবিলাকক অচেতন কৰি পেলালো এই কথা আইয়ে বিশ্বাস নকৰিব। গতিকে আমি ৰজাৰ পোচাকটোকে লৈ যোৱা ভাল হ'ব। ১৮৭৯।।

এই বুলি কৰি কুমাৰদ্বয় ৰথৰ কাষ চাপিল। ৰথত উঠি ৰজাৰ পোচাক আৰু ধনুৰ্ব্বান ল'লে।

আনুমামকো ধৰি ল'লে। আনুমামে মনে মনে ভাবিলে লামাগু সংসাৰ চক্ৰত অদ্বিতীয়। তেওঁ ৰণত আজি সাধাৰণ দুটা বালকৰ হাতত লামাগুে ও পৰাজয় স্বীকাৰ কৰিব লগাত পৰিছে ইয়ো অলপ কথা নহয় ? ময়ো লামাগুৰ দাসহৈ আজিলৈকে কাৰো ওচৰত পৰাজয় বৰণ কৰা নাই। আজি এই অৰণ্যৰ মাজত দুটা শিশুৰ হাতত আমি সকলোৱেই পৰাজিত হ'লো। যি হওঁক, মোক বাক ইহঁতে ক'লৈ নিয়ে চোৱা হওঁক। ১৮৮০॥

এতিয়া মই ইহঁতৰ লগত কোনো প্ৰতিবাদ নকৰো। তাতপিছে পাই লওঁ। যদি ইহঁত কোনো সাধাৰণ মানুহৰ সন্তান হয়, তেন্তে ঘূৰি আহি ৰজাক খবৰ দিম। কুমাৰদ্বয়ে আনুমামক ৰথত তুলি মাকৰ ওচৰ পোৱালেগৈ। মাকক গৈ ক'লে- মাতৃ আপোনাৰ আৰ্শীবাদত আমি দুয়ো ককাই ভাইয়ে জয় লাভ কৰিলো। ১৮৮১॥

এয়া হ'ল আমাক আক্ৰমণ কৰা ৰজাৰ পোচাক আৰু ধনুশৰ। লগতে এটা প্ৰকাণ্ড বীৰ বান্দৰ ধৰি লৈ আহিছো। কুমাৰদ্বয়ৰ কথামতে মাকে বাহিৰ ওলাই আহি ৰজাৰ সাজ পোচাক আৰু আনুমামক দেখিবলৈ পালে। ১৮৮২॥

আনুমামে নাংসীতাক দেখা পোৱাৰ লগে লগে নতশিৰে প্ৰণাম জনালে। তেতিয়া নাংসীতাৰ হৃদয় উগুল থুগুল কৰিব ধৰিলে। এই প্ৰকাণ্ড বান্দৰ আনুমামে মোক বহুত সহায় কৰিছিল। নাংসীতাই আনুমামৰ বন্ধন মুক্ত কৰিবলৈ তৎক্ষণাত আদেশ দিলে। ১৮৮৩॥

নাংসীতাই কান্দোনত স্থিৰহৈ থাকিব নোৱাৰা হ'ল। তেওঁ ক'লে-হে মোৰ বাচাহঁত। এই পোচাক আৰু ধনু তোমালোকৰ পিতৃৰ। আজি তোমালোক পিতৃ হত্যাৰ ভাগী হ'লাহঁক। তোমালোকে এতিয়া এই পাপৰ প্ৰায়শ্চিত্ত ৰূপে নৰকলোকত তিল তিল কৰি যন্ত্ৰণা ভোগ কৰিব লাগিব। ১৮৮৪॥

কুমাৰদ্বয়ে ক'লে- আমি যেতিয়া যুদ্ধ কৰিবলৈ সাজু হৈছিলো, তেতিয়া ৰজাই আমাৰ পূৰ্ব্ব পুৰুষৰ আৰু বংশৰ পৰিচয় সুধিছিল। ১৮৮৫॥

আমি অৰণ্যৰ মাজতে জন্ম হৈ ইয়াতেই ডাঙৰ দীঘল হলোঁ। গতিকে আমি আমাৰ বংশ পৰম্পৰাৰ কথা কেনেকৈ জানিম ? সেই কাৰণে আমি একো উত্তৰ দিব নোৱাৰিলো। আমি আমাৰ পৰিচয় দিব নোৱাৰাত ৰজাই কেৱল আমালৈ চাই হাঁহিহে থাকিল। ১৮৮৬॥

আমি চিন্তা কৰিছিলো যে ৰজাই যদি নিজ পুত্ৰক হত্যা কৰিব বিচাৰে তেন্তে আমি আমাৰ বংশৰ পৰিচয় দিয়াতো মঙ্গল হ'ব। ৰজাই বাৰে বাৰে আমাৰ পৰিচয় বিচাৰিছিল। তেওঁ কৈছিল- ১৮৮৭॥

তোমালোকক বাৰে বাৰে অনুৰোধ কৰা সত্ত্বেও তোমালোকে তোমালোকৰ পৰিচয় নিদিলা। এতিয়াও তোমালোকৰ ইচ্ছা যি কৰা কৰাহঁক। মই তোমালোকৰ বিৰুদ্ধে কদাপি অস্ত্ৰ নধৰো।

তেতিয়া আমি ৰজাক বাণেৰে প্ৰহাৰ কৰি অচেতন কৰি পেলালো। আৰু তেওঁৰ পোচাকটো খুলি লৈ আহিলো। আমি তেওঁক বধ কৰা নাই। তেওঁলোকৰ কথা শুনি ৰাণীয়ে পুনৰ কান্দিবলৈ ধৰিলে। ১৮৮৮॥

তোমালোকে এতিয়াই ঋষিৰ ওচৰত গৈ সকলো কথা ভাঙি পাতি কোৱাগৈ। লগতে ঋষিক ৰণস্থলীলৈ লৈ যোৱাহঁক। মাকৰ পৰামৰ্শমতে কুমাৰদ্বয়ে গৈ আশ্ৰমত ঋষিক সকলো কথা ভাঙি পাতি ক'লে- হে গুৰুদেৱ ! আমি অজ্ঞানবশত· আমাৰ পিতৃ গুৰুক হত্যা কৰিলো। গতিকে আপুনি অনুগ্ৰহ কৰি আমাৰ পিতৃৰ জীৱন দান দি আমাক এই পাপ সাগৰৰ পৰা উদ্ধাৰ কৰিব লাগে। ১৮৮৯॥

কুমাৰদ্বয়ৰ কথামতে ঋষিয়ে বিলম্ব নকৰি হাতত শান্তি পানীলৈ ৰণভূমিত উপস্থিত হ'লগৈ। ৰণভূমিত শান্তি পানী ছটিয়াই লামাঙ, লাখানা, আনুমাম আৰু জাউফৰাতা তথা সকলোকে সঞ্জীৱিত কৰি তুলিলে। সকলোৱেই কমণ্ডলুৰ পানী পাই সাৰ পাই উঠি বহিল। ১৮৯০॥

লামাঙে ঋষিক দেখা পাই সাষ্টাঙ্গে প্ৰণাম জনালে। তেওঁ ঋষিক এই বুলি অনুৰোধ কৰিলে- হে গুৰু দেৱ ! এই পুত্ৰ দুটি কাৰ, তেওঁলোকৰ সম্পূৰ্ণ পৰিচয় দি মোৰ মনৰ সন্দেহ দূৰ কৰক। সিহঁতৰ পিতৃ মাতৃৰ নাম কি ? কি নামে জনাজাত ? সিহঁতৰ পৰাক্ৰম আৰু বীৰত্বত মই একেবাৰে আপ্লুত। ১৮৯১॥

সিহঁতে অৰণ্যৰ মাজত কিয় বাস কৰিব লগাত পৰিছে ? তেতিয়া ঋষিয়ে ক'লে- হে ৰাজন ! এয়া তোমাৰ পূৰ্ব্বজন্মৰ কৰ্ম্মৰ ফলস্বৰূপে এনে অৱস্থাৰ সন্মুখীন হ'ব লগীয়াত পৰিছে। ১৮৯২॥

তুমি যেতিয়া অৰণ্যৰ মাজত গৈ বীৰ পালীমাঙক বধ কৰিছিলা, তেতিয়া স্বামীৰ শোকত বান্দৰী তাৰাই কান্দি কান্দি তোমাক অভিশাপ দিছিল। সেই অভিশাপৰ ফলস্বৰূপেই তোমাৰ পৰা নাংসীতা নিৰ্বাসিত হ'ব লগীয়াত পৰিল। আৰু সেই অভিশাপৰ ফল তোমালোকে ক্ৰমান্বয়ে ভোগ কৰিব লগাত পৰিছে। ১৮৯৩॥

এই দুটি সন্তান তোমাৰেই। তোমালোকৰ বিচ্ছেদ হোৱাৰ পিছত মোৰ আশ্ৰমতে নাংসীতাই এই দুটি সন্তান জন্ম দিলে। জেঠজনৰ নাম ছোলা (লৱ) আৰু সৰুজনৰ নাম কুকশা (কুশ)। ঋষিয়ে ৰজা লামাঙক এইদৰে শিশু দুটিৰ পৰিচয় দিলে। ১৮৯৪॥

ৰজা লামাঙে হিয়াভৰা আবেগেৰে দুয়োটা সন্তানকে নিজ কোলাত আৱে বেৰে বহুবাৰ আনন্দৰ চকুলো টোকাই চুম্বন কৰিবলৈ ধৰিলে। [illegible] মুখত নাংসীতাৰ প্ৰতিচ্ছবিয়ে বাৰে বাৰে ভুমুকি মাৰি তেওঁক ব্যাকুল কৰি তুলিলে। মনে মনে অনুশোচনা কৰিবলৈ ধৰিলে-কিহিয়ে আমাক

দুয়োৰে কপালত এনে বিলাক লিপিবদ্ধ কৰা হেতুকেই এনে কৰুণ পৰিস্থিতিৰ সন্মুখীন হ'বলগীয়া হৈছে। ই যেন এটা সপোনহে। বাক কোৱাচোন, তোমালোকৰ মাঁৰা কোন অৰণ্যত আছে ? ১৮৯৫॥

ৰজা লামাঙৰ প্ৰশ্নৰ উত্তৰত কুকলাই মাত লগালে- হে মহাৰাজ, আমি আপোনাৰ পুত্ৰ নহলেও ঋষিয়ে এতিয়া পৰিচয় দি গ'ল। আপোনাৰ পুত্ৰ বুলি স্বীকাৰ কৰিলেও আমাৰ জন্ম অৰণ্যৰ মাজতে হৈছে। সুখ দুখৰ মাজেদিয়েই অৰণ্যতে আমাৰ জীৱন পালিত হৈছে। এতিয়া আমি আপোনাৰ ওচৰত কোনো দাবী বা প্ৰতিবাদ কৰাৰ স্থল নাই। ১৮৯৬॥

কুমাৰদ্বয়ৰ মুখত এনে মাৰ্মিক কথা শুনি ৰজাৰ দুচকুৱেদি ধাৰাসাৰে চকুপানী ব'বলৈ ধৰিলে। তেওঁ ক'লে- হে মোৰ পুত্ৰদ্বয়, তোমালোক অৰণ্যৰ মাজতে জন্মহে তোমালোকৰ মাৰাৰ লগত থাকি অৰণ্যত লালিত পালিত হৈছা। তোমালোকে সৎ কৰ্ম আচৰণ কৰি আৰু ধৰ্ম কৰ্ম পালন কৰি জীৱন অতিবাহিত কৰিছা। তোমালোকৰ মাতৃক তোমালোকে সৎ ভাৱেৰে লালন পালন কৰা হেতুকে তোমালোক অগ্নিত পৰিলেও অগ্নিয়ে দাহ কৰিব নোৱাৰে। ১৮৯৭॥

পানীত পৰিলেও পানীয়ে তোমালোকক ডুবাব নোৱাৰে। তোমালোকৰ সকলো দুখ কষ্ট দূৰতে বিদূৰহৈ যাব। সংসাৰত তোমালেকে সুখে শান্তিৰে জীৱন যাপন কৰিব পাৰিবাইক। মৃত্যুৰ পিছত নৰকগামী হ'ব কেতিয়াও নালাগে। স্বৰ্গই হ'ব তোমালোকৰ পুণ্যস্থান। এইদৰে কৈ ৰজাই বিলাপ কৰিবলৈ ধৰিলে। ১৮৯৮॥

অৱশেষত ৰজা লামাঙে গুৰুক প্ৰশ্ন কৰিলে- হে গুৰুদেৱ। আমাৰ এই দুখ কোন দিনা অন্ত হ'ব ? মোৰ জীৱনৰূপী কোমল ফুল পাহি ক্ৰমান্বয়ে মৰহি যাব ধৰিছে। আপুনি এতিয়া জল বৰিষণ কৰি সেই মৰহি যোৱা ফুল পাহি সঞ্জীৱিত কৰক। পুনৰ সেই পুষ্প বাজিও নবীন কলিৰ সজাৰ কৰাওঁক। ১৮৯৯॥

ঋষিয়ে ক'লে- হে ৰাজন। এতিয়া হয়তো নাংগীতাক মই বুজনি দিলেও নামানিব। তুমি তেওঁক বিনাদোষে নিৰ্বাসন দিলা। তেওঁৰ গাত অকনো দোষ বা চেকা নাছিল। নাংগীতাৰ দুখ নিজেহে উপলব্ধি কৰিছে। যি হওঁক, সকলো কথা নাংগীতাৰ ওপৰতে নিৰ্ভৰ কৰিছে। ১৯০০॥

ঋষিয়ে আৰু ক'লে- মই তোমালোকৰ মিলন ঘটাই দিম বুলি ক'ব নোৱাৰো। ৰজাই ক'লে- মই ভুলক্ৰমেহে নাংগীতাক নিৰ্বাসন দিছিলো এনে নহয় কিন্তু তেওঁ কলঙ্কৰ হেপাহ কৰা হেতুকেহে তেওঁক আপোনাৰ আশ্ৰমত থোৱাইছিলো। ১৯০১॥

তেওঁৰ এতিয়া সন্তান জন্ম হ'ল যেতিয়া আপুনি অনুগ্ৰহ কৰি নাংগীতাক বুজাই বঢ়াই মোৰ লগত ৰাজকুমাৰেইতৈ পঠাই দিয়ক। ১৯০২॥

মই এইবাৰ তেওঁক কোনো অন্যায় অবিচাৰ নকৰো। [illegible]

প্ৰতিজ্ঞাৰ সাক্ষী হৈ থাকিব। ৰজা প্ৰতিজ্ঞাবদ্ধ হোৱা দেখি ঋষিয়ে ৰজাক লৈ নাংসীতাৰ ওচৰত উপস্থিত হ'লগৈ। ৰজা লামাঙক দেখি নাংসীতাই বিলাপ কৰি কৰি ৰজাক নতশিৰে প্ৰণাম জনালেহি। ১৯০৩॥

## ॥ ৰাম সীতাৰ পুনৰ্মিলন আৰু অযোধ্যালৈ প্ৰত্যাবৰ্তন॥

নাংসীতাই সেৱা জনোৱাত ৰজাই এষাৰ মাতো মাতিব নোৱাৰিলে। ৰজাৰ হৃদয়খন কেৱল হলে বিন্ধাইদি বিন্ধিবলৈ ধৰিলে। চকুপানী টুকি টুকি তলমূৰ কৰিয়েই থাকিল। ৰজাই কথা ক'বলৈ ভাষাই বিচাৰি নাপালে। বহু সময় পাৰহৈ যোৱাৰ পিছত লামাঙে কান্দি কান্দি সুধিলে- হে মোৰ প্ৰিয় ভাৰ্য্যা , তুমি এই অৰণ্যৰ মাজত মঙ্গলে আছাঁতো ? ১৯০৪॥

·আমাৰ ভাগ্যত দুখ ক্লেশ আৰু বিৰহ ভুগিব লগা আছিল। এতিয়া আমাৰ সকলো দুখ মোচন হ'ল। মোৰ লগত এতিয়া তুমি ৰাজ্যলৈ ঘূৰি ব'লা। মোৰ ৰাজ্যত যিমান সম্পত্তি হাতী, ঘোঁৰা আদি আছে সকলো তোমাকে অৰ্পণ কৰিম। তোমাক মই মোৰ ৰাজমহিষী পাতিম। তুমি এতিয়া ঘটিত বিৰহ বেদনা ত্যাগ কৰা। ১৯০৫॥

তুমি এতিয়া মোৰ লগত ঘৰলৈ ঘূৰি যাব লাগে। এতিয়া তুমি যাবৰ কাৰণে সাজু হোৱা। তেতিয়া নাংসীতাই ক'লে- হে নাথ ! মই আপোনাৰ লগত কেনেকৈ ঘূৰি যাম ? কাৰণ মই হ'লো অপবিত্ৰ। সেই হেতুকে আপুনি মোক অৰণ্যত নিৰ্বাসিন দিলে। মোৰ সতীত্ব, চৰিত্ৰ আৰু সত্যতা আদি পাখী লগা কাঁড়ৰ দৰে পোন হোৱা সত্বেও আপুনি মোক বিনা বিচাৰে বনলৈ যেদি পঠালে। ১৯০৬॥

এই অৰণ্যৰ আশ্ৰমতে মোৰ পুত্ৰ জন্ম হ'ল। এই নাবালক শিশু দুটিক লৈ মই কিমান কষ্ট, জ্বালা যন্ত্ৰণা ভোগ কৰিব লগাত পৰিছে তাৰ সীমা সংখ্যা নাই। আপুনি লোকৰ মিছা অপবাদ শুনি বিনা বিচাৰে মোক ত্যাগ কৰিলে। আপোনাৰ প্ৰতিজ্ঞা আৰু সত্যবাণী বিলাক অথলে গ'ল। মইনো এতিয়া কি সাহসত গৈ আপোনাক সেৱা শুশ্ৰূষা কৰিম ? মোক যেতিয়া চিপহৌৱে হৰণ কৰি লৈ যায়। ১৯০৭॥

তেতিয়া আপুনি ৰাক্ষস কুল ধবংস কৰাৰ সাত দিনৰ পিছতহে মোক অশোকবনৰ পৰা আনিছিল। তেতিয়াও আপুনি দেৱসমাজক সাক্ষী কৰি অগ্নি পৰীক্ষা কৰি মোক গ্ৰহণ কৰিছিল। ১৯০৮॥

তেনে ছলত আপুনি মোক নিৰ্বাসিন দিলে। অৰণ্যৰ আশ্ৰমত আহি পুত্ৰ প্ৰসৱ কৰিলো। এতিয়া মই পুনৰ ৰাজ্যত গৈ আপোনাৰ লগত ৰাজভোগ কৰিবৰ কাৰণে নাযাওঁ। ৰাক্ষসৰ মাজত থাকোতেই মই যিমান কষ্ট ভোগ কৰা নাছিলো। এই আশ্ৰমত শিশু দুটি জন্ম দিলো আৰু যেতিয়া

লালন পালন কৰি সিহঁতক ডাঙৰ দীঘল কৰিলো। আৰু ঋষি পুত্ৰবিলাকে যেতিয়া পিতৃহীন বুলি সিহঁতক আখ্যা দিব ধৰিলে, তেতিয়াৰ পৰাই মোৰ হৃদয় অগ্নিয়ে দগ্ধ কৰিব ধৰিছে। দুখ কষ্টৰতো সীমা সংখ্যা নায়েই, লোক লজ্জা আৰু অপমানে মোৰ হৃদয় একেবাৰে ভাঙি চুৰমাৰ কৰি পেলাইছে। ১৯০৯॥

গতিকে এতিয়া কোন মুখেৰে আপোনাৰ লগত যাম ? নাংসীতাৰ কথা শুনি লামাঙে ক'লে- হে প্ৰিয়ে ! তুমি অতীতৰ বেদনাদায়ক কথা বিলাক পাহৰি যোৱা। এইবাৰ মই প্ৰতিজ্ঞা কৰিছো, যদি কিবা কাৰণত তোমাৰ প্ৰতি অন্যায় বা অবিচাৰ কৰোঁ, তেন্তে দেৱতাসকল সাক্ষী থাকিব। মই কৰা দোষ হাতীৰ সমান আৰু মই দঁতাল হাতীৰ দৰে অন্যায় অবিচাৰৰ পথত ব্ৰতী আছিলো। যি কি নহওঁক, এতিয়া তুমি মোৰ সকলো দোষ ক্ষমা কৰিব লাগে। এইবাৰৰ পৰা যিমানেই যি নহওঁক, ত্যাগৰ প্ৰশ্ন মই কেতিয়াও নানো। ১৯১০॥

তুমি এতিয়া মোৰ লগত ওলোৱা। আৰু তুমি নিজ হাতে প্ৰজাৰ মাজত দান দক্ষিণা কৰিবাগৈ। তোমাৰ অনুপস্থিতিয়ে ৰাজ্যৰ শ্ৰীবৃদ্ধি আৰু সৌন্দৰ্য্য নোহোৱা কৰিছে। ৰজাই বাৰে বাৰে প্ৰতিজ্ঞা কৰা সত্বেও নাংসীতাই কেৱল পুনৰ ৰাজ্যলৈ ঘূৰি নোযোৱাৰ কথাকে ক'বলৈ ধৰিলে। ল'ৰা দুটিক লৈ অৰণ্যৰ মাজতে থকাৰ কথাহে ক'লে। ১৯১১॥

মোৰ ভাগ্যত অৰণ্যই হ'ল মোৰ ৰাজকাৰেঙ। মোৰ ভাগ্যত বিধিয়ে ৰাজভোগ কৰিবলৈ লিখা নাই। বিধিয়ে মোৰ ভাগ্যত সুখ স্বাচ্ছন্দ্যৰ কথা লিখা হ'লে হয়তো এনেদৰে জ্বালা যন্ত্ৰণা ভোগ কৰিব নালাগিলহেঁতেন। গতিকে অৰণ্যৰ বাহিৰে মোৰ গতি নাই। ১৯১২॥

আপোনাৰ যদি কিবা ক'ব লগা আছে তেন্তে ক'ব পাৰে। কিন্তু মোৰ অনুৰোধক যাতে আপুনি কেতিয়াও প্ৰত্যাখ্যান নকৰে। সেই বাবে এই অভাগিনী ক্ষমাৰ ভিক্ষাৰিনী। এই দুখুনীক আপুনি অগ্নিত দিয়ে, বধ কৰে, যি কৰে কৰক, সেয়া আপোনাৰ ইচ্ছা। ১৯১৩॥

মই হ'লে কদাপি ৰাজ্যলৈ ঘূৰি নাযাওঁ। ৰামে ক'লে- হে প্ৰিয়ে তুমি এনে বাক্য প্ৰয়োগ কৰি মোক পুনৰ দুখ সাগৰত কিয় পেলাব বিচাৰিছা ? তুমি কেৱল তোমাৰ পুত্ৰকহে দান কৰিছা। আনে কয়- মূৰ গলেহে নেজ যায়। এই কথা তুমিতো নজনা নহয় ? গতিকে তুমিও মোৰ লগত গৈ ৰাজকাৰেঙত ৰহা। ১৯১৪॥

সীতাই ক'লে- আপোনাক মই ল'ৰা দুটি সহিত নগৰলৈকে আগবঢ়াই দিম। নাংসীতাৰ কথা শুনি ঋষিয়ে ক'লে- ধৰ্ম্মশাস্ত্ৰই সঙ্কেত কৰে যে কৰ্ম্মৰ বিপাকে ফল প্ৰদান কৰে। ১৯১৫॥

ভাগ্য চক্ৰই ঘূৰি ঘূৰি কি দৰে মানৱ জীৱনত দুখ প্ৰদান কৰে সেইটো নিজ কপালৰ লিপিৰ ওপৰতে নিৰ্ভৰ কৰে। গতিকে তুমি সকলো দুখ বাদ দি নগৰলৈ যাত্ৰা কৰাই মঙ্গল হ'ব। পূৰ্ব্বকৃত

কৰ্ম্মৰ বিপাকৰ ফল স্বৰূপে তুমি এনে জ্বালা যন্ত্ৰণাৰ ভাগী হ'লা। এতিয়া সেই বিলাক খণ্ডন হ'ল। এতিয়া তুমি নগৰলৈ যোৱাই মঙ্গল। ১৯১৬॥

ৰজা লামাঙে দেৱতাসকলক সাক্ষী কৰি প্ৰতিজ্ঞাবদ্ধ হৈছে যেতিয়া তোমাৰ ভয়ৰ কোনো কাৰণ নাই। তুমি এতিয়া পূৰ্ব্বঘটিত মাৰ্মিক কাহিনীবিলাক পাহৰি গৈ সেয়া কেৱল কৰ্ম্মৰ বিপাক বুলি ভাবি নিজ ৰাজ্যত ৰাজ মহীষী ৰূপে ৰাজভোগ কৰাগৈ। নাংসীতাই ঋষিৰ সাৰগৰ্ভিত উপদেশ শিৰোগত কৰি ৰাজ্যলৈ যোৱাটোকে সিদ্ধান্ত কৰিলে। নাংসীতাই সম্মতি প্ৰকাশ কৰাত ৰজা নথৈ আনন্দিত হ'ল। ৰজা ৰাণীয়ে ঋষিক সাষ্টাঙ্গে প্ৰণাম জনালে। এইদৰে পৰস্পৰে বুজাবুজিৰ মাজেদি ক্ষমা ভিক্ষা মাগি ৰথত বিৰাজমান হৈ আশ্ৰমৰ পৰা বিদায় মাগিলে। ১৯১৭॥

লামাঙে পুত্ৰদ্বয় তথা নাংসীতাৰ সৈতে ওৰে বাট বাৰ্ত্তালাপ কৰি গ'ল। ইফালে অযুঠা ৰাজ্যত ৰজা লামাঙ পৰিবাৰ সহিত ৰাজকাৰেঙলৈ অহা বুলি যেতিয়া গম পালে, তেতিয়া প্ৰজাই পথত তোৰণ নিৰ্ম্মাণ কৰি দুয়ো কাষে কলপুলি, কুঁহিয়াৰ আদি কই অতি বিতোপন কৰি নগৰৰ শোভা বঢ়াই তুলিলে। ১৯১৮॥

প্ৰজাই দুয়োকে মঙ্গল উকলি দি আদৰ অভ্যৰ্থনা কৰি ৰাজভৱনলৈ লৈ গ'ল। সামন্ত ৰজা প্ৰজা বিলাকে আহি মঙ্গল উকলি দি বিভিন্ন উপঢৌকন আগবঢ়াই ৰজা ৰাণীক আপ্যায়িত কৰিবলৈ ধৰিলে। লামাঙে ৰাজ্যৰ প্ৰজাৰ সৰ্ব্বাঙ্গীন উন্নতিৰ অৰ্থে অনেক আঁচনি প্ৰস্তুত কৰি প্ৰজাৰ মঙ্গল কাৰ্য্যত ৰত হ'ল। প্ৰজায়ো অতি আনন্দৰে শান্তিৰে জীৱন যাপন কৰিবলৈ ধৰিলে। ১৯১৯॥

## ॥ শত্ৰুঘ্নৰ মিথিলা যাত্ৰা ॥

এদিনৰ কথা। অৰণ্যত থকা নদীৰ পাৰৰ এজন আশ্ৰমবাসী ঋষি আহি ৰজাসভাৰ দুৱাৰ দলিত উপস্থিত হ'ল। সেই সময়ত লাখানা কিবা কাৰণত ৰজাৰ ওচৰলৈ গৈছিল। ১৯২০॥

ঋষি দুৱাৰ মুখতে থিয় দি আছে। এই খবৰ গৈ ৰজাৰ কাণত পৰিল। দূতে জনালে- হে ৰাজন ! আপোনাক লগ পাবৰ কাৰণে এজন ঋষি দ্বাৰত উপস্থিত। ৰজাই ততালিকে দূতৰ দ্বাৰাই ঋষিক মতাই নিয়ালে। ১৯২১॥

ঋষিয়ে দূতৰ লগত গৈ ৰাজসভাত উপস্থিত হ'ল। ৰজাই ঋষিক প্ৰণাম জনালে। আৰু আগমনৰ অভিপ্ৰায় সুধিলে। ১৯২২॥

তেতিয়া ভাৰ্গৱ (কাকাবা) ঋষিয়ে ৰজাক ক'লে- হে ৰাজন ! আপুনি ৰাক্ষস কুল ধ্বংস কৰি সকলোৰে হৃদয়ত শান্তি নিজৰা বোৱাইছে আৰু ৰাজ্যৰ প্ৰজাক সকলো সুবিধা দি সন্তুষ্ট কৰিছে। আজি মইও আপোনাৰ ওচৰত অন্তৰৰ কথা সা সুবিধা বিচাৰি আহিছো। ১৯২৩॥

হে ৰাজন ! আপুনি লৱণাসুৰক মাৰি সকলোকে নিশ্চিন্ত দান কৰিলে। তেওঁৰ নিধনৰ পিছৰ

পৰাই আমি ঋষি মুনি বিলাকেও মনৰ ইচ্ছানুযায়ী তপ সাধনা কৰি আনন্দ লাভ কৰিছোঁক। এতিয়া মই এটা নিবেদন কৰিব বিচাৰো-মুখুলা ৰাজ্যত দশাননৰ দৰে এজন পৰাক্ৰমী ৰজা আছে। তেওঁ ত্ৰেতাযক্ষৰ সন্তান, নাম পোলোনা। তেওঁ মহেশ্বৰৰ একান্ত ভক্ত। তেওঁ স্তুতি মিনতিৰ দ্বাৰাই মহাদেৱৰ পৰা এডাল লোহাৰ গদা লাভ কৰিছে। ১৯২৪॥

সেই গদাৰে প্ৰহাৰ কৰি তেওঁ অসংখ্য সেনা নিপাত কৰিছে। তেওঁক কোনেও পৰাজয় কৰিব পৰা নাই। সি চিপহৌলাকাৰ ভনীয়েক কুম্ভকানলোচিৰ সন্তান। ১৯২৫॥

## অধ্যায়-৩৪

তাৰ ভয়ত দেৱ মনুষ্য ত্ৰাহি ত্ৰাহি হ'ব ধৰিছে। চিপহৌৰ দৰে সিয়ো মুখুলা ৰাজ্যত সাৰ্বভৌমত্ব বিস্তাৰ কৰিব ধৰিছে। তাৰ অন্যায় অত্যাচাৰত আমি ঋষি মুনি বিলাকে শান্তিৰে সাধনা মাৰ্গত ব্ৰতী থাকিব পৰা নাই। ১৯২৬॥

গতিকে সেই অধম পাপিষ্ঠক তাৰ পৰা খেদাই দেৱ সমাজৰ মাজত শান্তি প্ৰতিষ্ঠা কৰিব লাগে। লগতে আৰু এটা কথা, পাতালপুৰীৰ ৰজা মানধাতা তেওঁ অতি পৰাক্ৰমী। তেওঁ সূৰ্য্যবংশী ৰজা। ১৯২৭॥

এবাৰ তেওঁ ইন্দ্ৰপুৰী আক্ৰমণৰ হেতু গৈছিল। দেৱৰাজ ইন্দ্ৰই তেওঁৰ ভয়ত দেৱ পুৰী ত্যাগ কৰাৰ কথা চিন্তা কৰি মানধাতাক ক'লে। ১৯২৮॥

তুমি এজন বাহুবলী বীৰ। মুখুলাৰ পোলোনা ৰাক্ষসক আক্ৰমণ কৰিবলৈ কোনেও সাহস কৰা নাই। তেওঁক এৰি তুমি স্বৰ্গৰাজ্য কিয় আক্ৰমণ কৰিছা ? ১৯২৯॥

হয়তো মানধাতাই সেই ৰাক্ষসলৈ ভয় কৰিছে। অন্যথা আমাৰ ইয়ালৈ কিয় আহিব ? ইন্দ্ৰৰ কথা শুনি মানধাতা লাজে অপমানে জজৰিত হ'ল। ১৯৩০॥

মানধাতাই কাল বিলম্ব নকৰি মুখুলাৰ পোলোনা ৰাক্ষসৰ ৰাজ্যত প্ৰৱেশ কৰিলেগৈ। মানধাতাই চিন্তা কৰিলে যে পোলোনাক যদি পৰাজয় কৰিব পাৰো তেতিয়া মুখুলা ৰাজ্য অধিকাৰ কৰি শেষত স্বৰ্গ ৰাজ্যও মোৰ অধীনত আনিব পাৰিম। ১৯৩১॥

আকাশলঙ্ঘা আশাৰ বশবৰ্ত্তী হৈ মানধাতাই পোলোনাক দূতৰ দ্বাৰাই খবৰ দিয়ালে। দূতে গৈ পোলোনাক ক'লে- মানধাতাই আপোনাক যুদ্ধৰ কাৰণে আহ্বান কৰিছে। এনে আহ্বান শুনি পোলোনাই ৰাজ্যৰ সমস্ত সেনাক যুদ্ধলৈ পঠিয়ালে। ১৯৩২॥

সৈন্যবিলাক যুদ্ধৰ কাৰণে সাজু হ'ল। তেওঁ বিলাকে হাতত গদা, যাঠি, দা, শেল আদি লৈ যুদ্ধত অৱতীৰ্ণ হ'ল। দুয়োপক্ষৰ মাজত তুমুল যুদ্ধ হ'ল। মানধাতাই ধাৰাসাৰে বাণ মাৰিবলৈ ধৰিলে। এইদৰে দুয়োপক্ষৰ অনেক সৈন্য নিপাত হ'ল। ১৯৩৩॥

পোলোনাই লোহাৰ গদালৈ প্ৰচণ্ডভাৱে সৈন্যৰ ওপৰত জপিয়াই পৰিল। দুয়োপক্ষৰ সেনা লোহাৰ গদাৰ পৰা অগ্নি প্ৰজ্বলিত হোৱাৰ ফলত নিপাত হ'ল। ১৯৩৪॥

পোলোনাৰ সম্মুখত টিকিব নোৱাৰি মানখাতাই সৈন্য সহিত যুদ্ধ ভূমিৰ পৰা পলাই গ'ল।

গতিকে হে মহাৰাজ ! আপুনি মোৰ কথা ভালদৰে বুজি লওঁক। কাৰণ কিমান সংখ্যক সৈন্যই পোলোনাৰ হাতত প্ৰাণ বিসৰ্জন দিব লগাত পৰিল। ১৯৩৫॥

হে ৰাজন ! আপুনি এতিয়া তাৰ কিবা এটা ব্যৱস্থা কৰিব লাগে। ইয়াকে কৈয়েই ভাৰ্গৱ ঋষিয়ে ৰজাৰ ওচৰৰ পৰা বিদায় ল'লে। ঋষিৰ প্ৰস্থানৰ পিছত শাতাকৰে ক'লে- দাদা ! সেই ৰাক্ষস কুল মই ধ্বংস কৰিম। কেৱল আপুনি আজ্ঞা প্ৰদান কৰক। ১৯৩৬॥

শাতাকৰ পৰাক্ৰম আৰু সাহসৰ কথা শুনি লামাঙে ক'লে- যদি তুমি প্ৰকৃততে ৰাক্ষসক বধ কৰিব পাৰা তেন্তে তোমাক সমস্ত মুখুলা ৰাজ্যৰ অধীশ্বৰ পাতিম। মই তোমাক আদেশ কৰিছো সিইঁতক গৈ তুমি নিধন কৰা। ১৯৩৭॥

লামাঙৰ আদেশক্ৰমে শাতাকৰে অগণন সেনা লৈ লগত হাতী, ঘোঁৰা, ৰথ আদি লৈ মুখুলালৈ বুলি যুদ্ধ যাত্ৰা কৰিলে। শাতাকৰে গৈ যমুনা নদীৰ তীৰ পালে। যমুনাৰ তীৰত গৈ ঋষিৰ আশ্ৰম পাই ঋষিক প্ৰণাম জনালে। আৰু ঋষিক সবিশেষ জনালে। ১৯৩৮॥

তেওঁ এৰাতি আশ্ৰমতে কটালে। ঋষিক ফলমূল আদি দান কৰি আপ্যায়িত কৰিলে। ঋষিয়ে দানীয় বস্তু গ্ৰহণ কৰাৰ পিছত শাতাকৰে ঋষিক সুধিলে। ১৯৩৯॥

হে ঋষিবৰ ! এই ৰাক্ষস পোলোনাক কি উপায়েৰে বধ কৰা যায় ? তেতিয়া ঋষিয়ে ক'লে- হে শ্ৰদ্ধাভাজন শাতাক, তেওঁক মৰাৰ উপায় তেন্তে একান্ত মনে শুনি লোৱা। ৰাক্ষস পোলোনাই মহেশ্বৰৰ পৰা লোহাৰ গদা লাভ কৰিছে। সেই গদাক তেওঁ অনেক পূজা পাতল কৰি থাকে। আৰু পূজাৰ পিছত ভোজন আদি কৰি সুখে সন্তোষে নিৰ্ভীকমনে থাকে। যেতিয়া তেওঁ যুদ্ধ ক্ষেত্ৰত অৱতীৰ্ণ হয় তেতিয়া সেই গদাৰ সম্মুখত কোনেও টিকিব নোৱাৰে। ১৯৪০॥

সেই গদাৰ প্ৰভাৱত সি সহজে যি কোনো আক্ৰমণৰ পৰা বাচি আছে। যদিহে যি কোনো উপায়েৰে তাৰ পূজাৰ আগত পূজাৰ সামগ্ৰী বিলাক নষ্ট কৰিব পৰা যায়, তেন্তে তাৰ আৰু গদাই কোনোপধ্যে কাম নকৰিব। যুদ্ধ ক্ষেত্ৰত তাৰ বিফলতা আহিব। পূজাৰ সামগ্ৰী নষ্ট হোৱাৰ লগে লগে তাৰ গদাৰ মহত্ত্ব একেবাৰে নাথাকিব। তেতিয়া পোলোনা ৰাক্ষস নিষ্ক্ৰিয় হৈ যাব আৰু তাৰ বল শক্তি একেবাৰে হ্ৰাস পাব। লগে লগে গদা মহেশ্বৰৰ ওচৰলৈ গুচি যাব। এয়ে হ'ল পোলোনাৰ লোহাৰ গদাৰ মাহাত্ম্য। ১৯৪১॥

গতিকে তুমি মোৰ কথা বিলাক ভালদৰে উপলব্ধি কৰিব লগা। ঋষিৰ পৰামৰ্শ শুনি শাতাকৰে

নদীৰ পাৰত আহি ভৰা গুণা কৰিবলৈ ধৰিলে। ১৯৪২॥

শাতাকৰে সৈন্যবিলাকক আদেশ দিলে- তোমালোকে গৈ পোলোনা ৰাক্ষসৰ পূজাৰ সামগ্ৰী বিলাক নষ্ট কৰি আহাঁহক। ১৯৪৩॥

পূজাৰ সামগ্ৰী নষ্ট হোৱাত শাতাকৰে বৰ আনন্দ প্ৰকাশ কৰিলে। লগে লগে তেওঁ বিপুল সেনাবাহিনী লৈ মুখুলাভিমুখে যুদ্ধ যাত্ৰা কৰিলে। এই বিলাক দেখি ৰাক্ষস সেনাবিলাকে হৈ চৈ লগাবলৈ ধৰিলে। শাতাকৰে ক'লে- মই অযুঠা ৰাজ্যৰ ৰজা লামাগুৰ ভায়েক। এতিয়া তোমালোকৰ লগত যুদ্ধ কৰিম। ১৯৪৫॥

শাতাকৰ তৰ্জন গৰ্জন শুনি ৰাক্ষস সেনা বিলাকে গৈ পোলোনাক খবৰ দিলে। পোলোনাই লগে লগে গৰ্জি উঠিল- সাধাৰণ অযুঠাৰ মনুষ্যৰ ইমান সাহ। এই বুলি পোলোনাই ৰাক্ষস সেনাবিলাকক যুদ্ধৰ কাৰণে সাজু হ'বলৈ নিৰ্দ্দেশ দিলে। ১৯৪৬॥

পোলোনা পূজাৰ বেদীত বহিল। ইকালে দেখিলে যে পূজাৰ সামগ্ৰী একেবাৰেই নাই। কি হ'ল ? পোলোনাৰ অৱস্থা একেবাৰে কাহিল হৈ গ'ল। কাৰণ তেওঁৰ আৰু পূজাৰ কাম কোনোমতেই নহ'ব। ক্ষোভত অগ্নিমূৰ্ত্তি ধাৰণ কৰি তেওঁ যুদ্ধ ক্ষেত্ৰলৈ গদালৈ ওলাই গ'ল। ১৯৪৭॥

যুদ্ধ ক্ষেত্ৰত পোলোনাই অযুঠা বাসী মনুষ্যসকলক গৰ্জি উঠিল- তহঁতে কোন সাহসত আহি মোৰ সন্মুখত থিয় দিছহি ? এতিয়া তহঁতৰ প্ৰত্যেককে হত্যা কৰি মই মোৰ উদৰ পূৰ্তি কৰিম। ১৯৪৮॥

পোলোনাই ৰাক্ষস সেনাবিলাকক মনুষ্য সেনাবিলাকৰ ওপৰত জাপিয়াই পৰিবলৈ আদেশ দিলে। ৰাক্ষস সেনাবিলাকে হাতত দা, যাঠি, শেল আদিলৈ মনুষ্যবিলাকক প্ৰচণ্ডভাৱে আক্ৰমণ কৰিবলৈ ধৰিলে। ১৯৪৯॥

মনুষ্যৰ গোন্ধ পাই আৰু কেঁচা তেজ মঙহৰ লোভত ৰাক্ষস বিলাকৰ জিভাৰ পানী ব'বলৈ ধৰিলে। সিহঁতে প্ৰাণে পণে শত্ৰুপক্ষক আক্ৰমণ কৰিবলৈ ধৰিলে। ১৯৫০॥

বুদ্ধিমন্ত শাতাকৰে মনুষ্য সেনাবিলাকক ৰাক্ষসৰ ওপৰত আক্ৰমণ কৰিবলৈ ক'লে আৰু নিজে বাণ বৰিষণ কৰিবলৈ ধৰিলে। ১৯৫১॥

ৰাক্ষস সেনাবিলাকে মনুষ্য সেনাৰ আগত তিষ্ঠিব নোৱাৰি ছিটিকি পলাল। দুয়ো পক্ষৰ তুমুল যুদ্ধৰ পৰিণাম স্বৰূপে আকাশ বতাহ নিনাদিত হৈ উঠিল। মুণ্ডৰ ওপৰত দুয়োপক্ষৰ মাজত ভীষণ যুদ্ধ। ১৯৫২॥

পোলোনাই অৱশেষত ক'লে- এইবাৰ তহঁতৰ কোনোমতে ৰক্ষা নহ'ব। মোৰ এই দুৰ্জয় মহিমামণ্ডিত গদাৰ প্ৰহাৰে সকলোকে যমপুৰ দৰ্শন কৰাম। এই বুলি অলপ সময় গদা ভাল ঘূৰাই

সেনাৰ মাজলৈ দলিয়াই দিলে। ১৯৫৩॥

পোলোনাই গদাৰ মহত্ত্ব আগৰদৰেই আছে বুলি মনতে আশা পুহি ৰাখিছিল। গতিকে গদাৰ পৰা অগ্নি প্ৰজ্বলিত হৈ সকলো ভস্ম কৰি পেলাব বুলি ভাবিছিল। কিন্তু শত্ৰুসেনাৰ ওচৰত গদা পেলাই দিয়া সত্ত্বেও গদাই কোনো কাম নকৰাত পোলোনা মহা চিন্তাত পৰিল। ১৯৫৪॥

পোলোনা মহা চিন্তা সাগৰত পৰি থকা অৱস্থাতে শাতাকৰে তৃষিত বাণ পোলোনাৰ ওপৰত নিক্ষেপ কৰিলে। চাই থাকোতেই মুষলধাৰেৰে বতাহ বৰষুণ দিবলৈ ধৰিলে। সমস্ত আকাশ ক'লা ডাৱৰে ঢাকি পেলালে। মেঘে গৰ্জন কৰিবলৈ ধৰিলে। ১৯৫৫॥

পৃথিৱীত মুঠৰ ওপৰত মহা প্ৰলয়ৰ সৃষ্টি হোৱা দি হ'ল। এনে স্থিতিত ব্ৰহ্মা স্বয়ং নামি আহিল। শাতাকৰে তীক্ষ্ণ তৃষিত বাণ প্ৰহাৰ কৰি পোলোনাক নিধন কৰিবই আৰু চেষ্টাৰো কোনো ত্ৰুটি কৰা নাই। ১৯৫৬॥

যিমান বিলাক ৰাক্ষস আছে সিমান বিলাকক নিধন কৰিব। ব্ৰহ্মা আদি কৰি দেৱ সমাজত যিমান দেৱতা আছিল সকলোৱেই শাতাকক সাধুবাদ জ্ঞাপন কৰিবলৈ ধৰিলে। সেই যুদ্ধ চাবৰ নিমিত্তে ত্ৰিভুৱনৰ সকলো দেৱতা আহি তাত সমবেত হৈছিল। ১৯৫৭॥

শাতাকৰে বাণ নিক্ষেপ কৰিলে। যাৰ প্ৰভাৱত ৰাক্ষস সেনাবিলাক ভয়ত আতুৰহৈ পৰিল। ইফালে তৃষিত বাণে পোলোনাৰ প্ৰাণ বায়ু শেষ কৰি দিলে। ১৯৫৮॥

পোলোনাৰ মৃত্যুৰ বাতৰিয়ে দেৱ সমাজত আনন্দৰ পাৰাৱাৰ নোহোৱা কৰিলে। অযুঠাবাসীয়ে হাত চাপৰি মাৰি আনন্দ উৎসৱ কৰিলে। শাতাকক সকলোৱেই সাধুবাদ দিলে। ১৯৫৯॥

পোলোনাৰ মৃত্যুৰ পিছত ৰাক্ষস বিলাকে গৈ পুলা যক্ষক খবৰ দিলে। পুলাযক্ষই অনেক সৈন্য সামন্ত লৈ তথা উপঢৌকন আদিৰে আহি শাতাকৰ লগত মিত্ৰতা স্থাপন কৰিলে। আৰু তেওঁৰ বশ্যতা স্বীকাৰ কৰিলে। ১৯৬০॥

পুলাযক্ষই ক'লে- আমাৰ সৰ্বস্ব গ'ল। এতিয়া আপুনি মুখুলা ৰাজ্যৰ ৰাজসিংহাসন গ্ৰহণ কৰি ৰাজকাৰ্য চলাব লাগে। মই আজিয়েই ৰাজ্যভাৰ আপোনাৰ ওপৰত অৰ্পণ কৰিলো। ১৯৬১॥

শাতাকৰে তেতিয়া ক'লে- হে মোৰ মৰমৰ পাৰিষদবৰ্গ। মই এতিয়া গৈ মোৰ দাদাক সকলো খবৰ দিবগৈ লাগিব। তেওঁ আদেশ কৰিলেহে মই ৰাজপাটত বহিব পাৰিম। এই বুলি কৈয়েই শাতাকৰে সৈন্য সামন্ত লৈ অযুঠালৈ যাত্ৰা কৰিলে। ১৯৬২॥

তেওঁৰ লগত ৰাক্ষস সেনাবিলাকেও যাত্ৰা কৰিলে। শাতাকৰে ৰাক্ষস বিলাকৰ পৰা বিদায় লৈ যাওঁতে ৰাক্ষস পাৰিষদবৰ্গ ও শাতাকৰ লগত হৈছিল। ১৯৬৩॥

ৰাক্ষস সেনাবিলাকে হাতত ঢোল, পেঁপা, কাঁহ, লেহেৰা আদিৰে বিপুল জয়ধ্বনিৰে

যাত্ৰা কৰিছিল। ১৯৬৪॥

তেওঁলোক সমদলে আহি যমুনা তীৰৰ ঋষিৰ আশ্ৰমত প্ৰবেশ কৰিলে। ঋষিৰ কৰযোৰে প্ৰণাম জনাই যুদ্ধৰ সকলো কাহিনী বিতংভাৱে জনাই সুখী কৰিলে। ১৯৬৫॥

শাতাকৰ পৰাক্ৰম আৰু বীৰত্বত ঋষিয়ে পৰম সন্তোষ লাভ কৰি শাতাকক আশীৰ্বাদ জ্ঞাপন কৰিলে। শাতাকৰে ৰাতিটো কটাই পুনৰ সমদলে অযুঠালৈ যাত্ৰা কৰিলে। ১৯৬৬॥

অযুঠা পাই শাতাকৰে কেনেকৈ পোলোনাৰ মৃত্যু ঘটালে আৰু ঋষিৰ ওচৰত কি প্ৰকাৰে আশ্ৰয়লৈ পৰামৰ্শ আদি কৰি মুখুলালৈ গ'ল সেই সকলো কথা ক'লে। ১৯৬৭॥

ঋষিৰ পৰামৰ্শ অনুসৰি আমি পোলোনাৰ পূজাৰ সামগ্ৰী বিলাক নষ্ট কৰিলো। অস্ত্ৰ শস্ত্ৰ আদি বিনষ্ট কৰি মুখুলা ৰাজ্য আক্ৰমণ কৰা হ'ল। আমি আক্ৰমণ কৰাত ৰাক্ষস বিলাকেও আমাৰ ওপৰত জপিয়াই পৰিছিল। ১৯৬৮॥

যুদ্ধ ভূমিত ৰাক্ষসৰ সেনা ৰৰষুণ পৰাদি পৰিছিল। আমাৰ সৈন্যই কোনোমতে পিছ হুহকি নগৈছিল। ৰাক্ষস সেনাক ঠেলি নগৰৰ মাজ মজিয়া পোৱাইছিল। ৰণ ভূমিৰ হুলস্থূলে আকাশ বতাহ নিনাদিত কৰিছিল। দেৱতাসকলে এই যুদ্ধ চাবৰ কাৰণে স্বৰ্গৰ পৰা নামি আহি ৰণভূমিত যুদ্ধ হোৱা চাইছিলহি। ১৯৬৯॥

ৰাক্ষস বিলাকে প্ৰাণে পণে আমাৰ লগত যুদ্ধ কৰিছিল। আমাৰ সৈন্যবিলাকেও শত্ৰুৰ ডাল, যাঠি, টোকোন, জোং, শেল আদিৰে ৰাক্ষস বিলাকক মাৰি খাণ্ডান কৰিছিল। ১৯৭০॥

দুয়ো পক্ষৰ ৰণৰ ফলস্বৰূপে ৰণ ভূমিত শোণিতৰ ধাৰা বৈ গৈছিল। ৰণাঙ্গনৰ কোলাহলে সমস্ত ৰাজ্য কঁপাই তুলিছিল। ১৯৭১॥

পোলোনাই লোহাৰ গদালৈ মোক খেদি আহিছিল। কিন্তু মোৰ তৃষিত বাণৰ প্ৰহাৰত ঠাওনি নাপাই সকলোৱে যেনি তেনি পলাবলৈ ধৰিলে। শেষত তৃষিত বাণৰ সহায়ত পোলোনাৰ জীৱন লীলা শেষ কৰি পেলালে। ১৯৭২॥

কিন্তু পোলানোৰ উদ্দেশ্য আছিল মহাদেৱৰ প্ৰদত্ত লোহাৰ গদা আমাৰ মাজত পেলাই সকলোকে ভস্মীভূত কৰা। সি কথা সকলো চেষ্টা মুহূৰ্তৰ ভিতৰতেই ব্যৰ্থ হৈ গ'ল। ১৯৭৩॥

এইদৰে ৰজা লামাণ্ডৰ আগত শাতাকৰে মুখুলা ৰাজ্যত হোৱা যুদ্ধৰ বৰ্ণনা বিতংভাৱে দাঙি ধৰিলে। সকলোৱেই আনন্দত উত্তাল হ'ল। শেষত লামাণ্ডে এক মহান উৎসৱৰ আয়োজন কৰিবলৈ ক'লে। সেই উৎসৱত আউলবাউল, নাচনা, গায়কী, পুৰোহিতবৰ্গ আদি শাতাকক আশীৰ্বাদ প্ৰদান কৰিবলৈ আদেশ দিলে। ১৯৭৪॥

লামাণ্ডৰ আদেশক্ৰমে প্ৰজাসকলে বিশেষ উৎসাহেৰে উৎসৱৰ আয়োজন কৰিলে। শাতাকৰ

লগত অহা ৰাক্ষস বিলাকেও সেই উৎসৱত আহি সহযোগ কৰিলে। সাতদিন সাতৰাতি একাদিক্ৰমে ঢোল, তাল, মৃদঙ্গ, বাঁহী, বীণ বজাই উৎসৱ ভূমি নিনাদিত কৰি তুলিলে। সেই উৎসৱত পাৰিষদবৰ্গ তথা পুৰোহিত বৰ্গই শাতাকৰ মঙ্গল কামনা কৰিলে। ১৯৭৫ ॥

সেই উৎসৱ শেষ হোৱাৰ পিছত ৰজা লামাঙে শাতাকক মুখুলা ৰাজ্যৰ ৰজা পাতিলে। উৎসৱত যোগদান কৰা দেশ বিদেশৰ লোকক উপযুক্ত পুৰস্কাৰ দি বিদায় দিলে। ১৯৭৬॥

জাউফাৰাতাক (ভৰত) এখন দেশৰ ৰজা পাতিলে। লাখানা (লক্ষ্মণ) কো এখন ৰাজ্য দি ৰজা পাতি দিলে। আটাইকেইজন ককাই ভাইৰ মাজত ধন, সোণ, সম্পত্তি তথা লিগিৰা লিকচৌ সহিত সুখে সন্তোষেৰে থাকিবৰ নিমিত্তে সকলো ব্যৱস্থা কৰি দিলে। ১৯৭৭ ॥

জেষ্ঠ পুত্ৰ ছোলা (লৱ)ক ৰাজ্যৰ যুৱৰাজ পাতিলে। লগত অনেক ধন সম্পত্তি অলঙ্কাৰেৰে বিভুষিত কৰিলে। কনিষ্ঠ পুত্ৰ কুকশা (কুশ)ক ককায়েকক সহায় কৰিবৰ কাৰণে প্ৰধান সেনাপতি পাতি দিলে। বাকী অন্যান্য যিমান বিলাক ইষ্ট কুটুম্ব দূৰ দূৰণিৰ যাত্ৰী আছিল সেই বিলাককো মনোগ্ৰাহী পুৰস্কাৰ প্ৰদান কৰি বিদায় দিলে। ১৯৭৮ ॥

উৎসৱত অগণন লোকৰ সমাবেশ হৈছিল। আলহী অতিথি বিলাকে যেতিয়া বিদায় লৈছিল তেতিয়া সিবিলাকৰ ভৰিৰ ধূলিৰে সমস্ত ৰাজ্য ধূলিময় হৈছিল। এনেহেন অনুমান হৈছিল যেন ডাৱৰহে সৃষ্টি হৈছিল। ১৯৭৯ ॥

অৱশেষত ৰজা লামাঙে নিজ পুত্ৰদ্বয়ক ৰাজ্যৰ নীতি নিয়মৰ শিক্ষা আৰু নীতি উপদেশ দিবলৈ ধৰিলে -

দেশৰ ৰজা বা নেতা হবলৈ হ'লে হৃদয় সদায় পবিত্ৰ হ'ব লাগে।

ধৰ্ম্মৰ প্ৰতি অটল বিশ্বাস ৰাখিব লাগে।

ৰজাৰ ধৰ্ম্ম ৰক্ষা কৰি ৰাজ কাৰ্য কৰিব লাগে।

লোভ মোহৰ প্ৰতি ধ্যান দিব নালাগে।

পঞ্চশীলৰ নীতি নিয়মবিলাক আখৰে আখৰে পালন কৰিব লাগে। ১৯৮০ ॥

ৰজা লামাঙে ক'লে- মই তোমালোকক যিমান বিলাক নীতি নিয়ম আৰু উপদেশ প্ৰদান কৰিলো সেই নীতি নিয়ম অনুসাৰে কাম কৰিলে তোমালোকে সকলোৰে পৰা আদৰ সম্ভাষণ লাভ কৰিবাহঁক। দেশ উন্নতিৰ পথত আগুৱাই যাব আৰু তোমালোকো পুৰস্কৃত হ'বাহঁক। ১৯৮১ ॥

পতিকে তোমালোকে প্ৰজাবৰ্গক সদায় মৰম আৰু দয়াৰ দৃষ্টিৰে পৰিচালনা কৰিবা। ৰজা লামাঙে পুত্ৰদ্বয়ক বহুমূলীয়া সাৰুৱা নীতি শিক্ষা প্ৰদান কৰি নিজ পত্নী নাংসীতাৰ লগত মহাসুখেৰে কাল কটাবলৈ ধৰিলে। এইদৰে লামাঙে হাজাৰ হাজাৰ বছৰ কাল অতিবাহিত কৰি বৃদ্ধ অৱস্থা

প্ৰাপ্ত হৈ এই সংসাৰৰ পৰা বিদায় ল'লে। মৃত্যুৰ পিছত স্বৰ্গধামত গৈ অনেক যোগীৰ লগত লিকচৌ লৈ অপেশ্বৰী সহিত মহাসুখত থাকিব ধৰিলে। ১৯৮২॥

ৰজা লামাণ্ডৰ মৃত্যুৰ পিছত দুয়ো কুমাৰক মন্ত্ৰী পৰিষদে ৰাজ্যভাৰ নিয়মানুসাৰে অৰ্পণ কৰিলে। কুমাৰদ্বয়ে ৰাজসিংহাসনত আৰোহণ কৰি পিতাকৰ ধৰ্মোপদেশ আৰু নীতি নিয়ম অনুসৰি ৰাজ্য পৰিচালনা কৰিবলৈ ধৰিলে। অৱশেষত তেওঁবিলাকেও ইহলীলা সম্বৰণ কৰিলে। ১৯৮৩॥

লামাণ্ডৰ পিছত অযুঠা ৰাজ্যত সাতজন ৰজাই ক্ৰমাগত মহাসুখ আৰু প্ৰকৃত ৰাজনীতিৰ মাজেদি ৰাজ্যশাসন কৰিছিল। তেওঁ বিলাকৰ পিছত অযুঠা ৰাজ্য ক্ৰমান্বয়ে পথাৰত পৰিণত হ'ল। ভগৱান বুদ্ধই এইদৰে সমাজৰ আগত লামাণ্ডৰ পূৰ্বকাহিনী বিলাক ধৰ্মোদেশনা কৰি শুনালে। ১৯৮৪॥

হে মোৰ প্ৰিয় শিষ্যবৃন্দ! আৰু মোৰ মৰমৰ দেৱ মনুষ্যগণ! মই তোমালোকক দশ অৱতাৰৰ শ্ৰেষ্ঠ জনৰ জীৱন বৃত্তান্ত কৈ শুনালো। সুদূৰ ভৱিষ্যতে সেই জনেই ধৰ্মচাকাত্ৰা নামে আবিৰ্ভাৱ হৈ দেৱ মনুষ্যক উদ্ধাৰ কৰিব। ১৯৮৫॥

এই অমৃত সাৰগৰ্ভিত বাণী ভগৱান বুদ্ধই 'সূত্ৰপিটক' ৰ অন্তৰ্গত বৰ্ণনাৰ পৰা আনি দেৱ মনুষ্য আৰু প্ৰিয় শিষ্যসকলৰ আগত পুংখানুপুংখৰূপে কৈছিলে। তেওঁৰ প্ৰিয় শিষ্য আনন্দ, ভিক্ষু সংঘ আৰু দেৱ মনুষ্যগণে অতি আগ্ৰহেৰে সোধাৰ কাৰণে ভগৱান বুদ্ধই সেই অতীত কাহিনী ব্যাখ্যা কৰি শুনালে। ১৯৮৬॥

তোমালোকে এই বোধিসত্ত্বৰ কথা আৰু কাহিনী বিলাক ভালদৰে হৃদয়ঙ্গম কৰি ল'বাহঁক। এই বোধিসত্ত্বই পুনৰ ভগৱান বুদ্ধৰূপে অৱতাৰ গ্ৰহণ কৰি দেৱ মনুষ্যৰ পথ সুগম কৰি তুলিব আৰু মুক্তিৰ বাণী প্ৰচাৰ কৰিব। ভগৱান বুদ্ধই লামাণ্ডৰ জন্ম বৃত্তান্ত ভিক্ষু সংঘৰ আগত ব্যাখ্যা কৰাত ভিক্ষু সংঘই সাধুবাদ জ্ঞাপন কৰিলে। দেৱ মনুষ্য আৰু ভিক্ষু সংঘই অপাৰ আনন্দ লাভ কৰিলে। আৰু সমস্তৰে বুদ্ধৰ অমোঘ বাণী বিলাকৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিলে। ১৯৮৭॥

## অধ্যায়-৩৫

"বুদ্ধং শৰণং গচ্ছামি"

"ধম্মং শৰণং গচ্ছামি"

"সংঘং শৰণং গচ্ছামি"

- সমাপ্ত -

# সন্দৰ্ভ গ্ৰন্থৰ সূচী


১। নাৰায়ণপুৰ বৰ খাম্‌তি গাঁৱৰ বৌদ্ধ বিহাৰত সংৰক্ষিত লিক্ বৈশালী নামৰ পাণ্ডুলিপি।

২। ড° নেওগ, মহেশ্বৰ- খাম্‌তি অসমৰ জনজাতি।

৩। ড° কৌণ্ডিন্য, ভিক্ষু- 'খাম্‌তি ৰামায়ণ পৰিচয়', বিহাৰ, পৰিষদ পত্ৰিকা (হিন্দী) পাটনা ১৯৬৯।

৪। ড° মাগধ, কৃষ্ণনাৰায়ণ প্ৰসাদ-'অসম প্ৰান্তীয় ৰাম সাহিত্য' হিন্দী বিকাশ পীঠ, মিৰাট।

৫। মাথে- উঃ চাম সোঙ্ পিংঞা (লিক্ চাও লামাঙ্) খাম্‌তি টাই ৰামায়ণ, নাৰায়ণপুৰ বৰখাম্‌তি বৌদ্ধবিহাৰত সুৰক্ষিত, উত্তৰ লক্ষীমপুৰ।

৬। মহন্ত- কেশদা-অসমীয়া ৰামায়ণী সাহিত্য কথাবস্তুৰ আঁতি গুৰি, ২য় খণ্ড, আৰু চিন্তা উপচাৰ।


**কিতাপৰ প্ৰাপ্তি স্থান :-**

**ডকেচনেল ষ্ট্ৰেহ**
**প্ৰধান ডাকঘৰৰ কাষত**
**যোৰহাট - ১**